# শিক্ষক

[ ৰাষ্ট্ৰীয় শিক্ষানীতি, অসমৰ প্ৰবীন-নবীন শিক্ষকৰ জীৱনী অভিজ্ঞতা, পৰামৰ্শ, ডঃ সৰ্বপল্লি ৰাধাকৃষ্ণণৰ আদৰ্শবাদ, মানৱতাবাদ, জ্ঞানলাভৰ উপায় আৰু বৈদিক যুগৰ শিক্ষাপদ্ধতি সহ ]



ডঃ ৰাধাকৃষ্ণণৰ জন্মশতবাৰ্ষিকীৰ

পবিত্ৰক্ষণত

১৮৮৮—১৯৮৮

"Any satisfactory system of education should aim at a balanced growth of individual and insist on both knowledge and wisdom Jnanam-Vijnana Sahitam. It should not only train the intellect but bring grace into the heart of man."

**S. Radhakrishnan.**


সম্পাদক আৰু সংগ্ৰাহক

শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰ

বৰাগীবাৰী : সৰুচৰাই

প্ৰকাশিকা :
শ্ৰীপানুবালা বৰঠাকুৰ
ববাগীবাৰী : সকচৰাই
যোৰহাট—৭৮৫০০৬

প্ৰযোজনা :
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
আমবাৰী : গুৱাহাটী-১

বেটুপাতৰ শিল্পী :
শ্ৰীমৃণালজ্যোতি বৰঠাকুৰ।
জে. বি. কলেজ : যোৰহাট

মুখ্য পৰিবেশক :
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী-১
বুক বেংক
এ. টি. ৰ'ড যোৰহাট-১

মূল্য—৬০'০০ টকা

ছপাওঁতা :
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী : গুৱাহাটী-১

# সূচীপত্ৰ

২৪] " চণ্ডিকা প্ৰসাদ শাহা
২৫] " ইন্দ্ৰেশ্বৰ শইকীয়া
২৬] " দীন কলিতা
২৭] " বাবুলা নাথ গোস্বামী
২৮] " সুৰেন্দ্ৰ নাথ ফুকন
২৯] " নেউৰাম গগৈ
৩০] " তিলক চন্দ্ৰ বৰুৱা
৩১] " দ্বিজেন বৰুৱা
৩২] " দেবেন্দ্ৰ নাথ বৰা
৩৩] " শৰৎ চন্দ্ৰ দত্ত
৩৪] " ভোলানাথ মহন্ত
৩৫] " টিকেন্দ্ৰনাথ ভট্টাচাৰ্য্য
৩৬] পণ্ডিত ৺কনবুপি শৰ্মা
৩৭] শ্ৰীকমল সিং যাদব
৩৮] " ৰেৱতী বালা বৰা
৩৯] " সোণাৰাম শইকীয়া
৪০] " মাখন শৰ্মা
৪১] " তৰুণ চন্দ্ৰ হাজৰিকা
৪২] " ডঃ অশোক কুমাৰ গোস্বামী
৪৩] শ্ৰীমতী কৃষ্ণা দাস
৪৪] শ্ৰীমহেন্দ্ৰ মোহন মহন্ত
৪৫] " ভদ্ৰ কৃষ্ণ গগৈ
৪৬] মঃ ফাইজুৰ ৰহমান
৪৭] শ্ৰীবিনীত বৰা
৪৮] " মুক্তিনাথ শৰ্মা
৪৯] অসমৰ কৃতী শিক্ষক সকল
৫০] শুভেচ্ছাকাৰী
৫১] কৃতজ্ঞতা

# সূচীপত্ৰ

## দ্বিতীয় খণ্ড



---

**অসম চৰকাৰৰ**

**মাধ্যমিক শিক্ষা সঞ্চালক NO. ET/MIS/26/88/3 DT. 28. 11. 88 নিৰ্দেশ অনুসৰি সকলো উচ্চ আৰু উচ্চতৰ বিদ্যালয়ৰ পুথিভঁৰালৰ পুথিৰূপে আৰু প্ৰাথমিক শিক্ষা সঞ্চালকৰ DEE 10/MISC/84/1752-86 DT. 24. 1. 89 সকলো প্ৰাথমিক মজলীয়া বিদ্যালয়ৰ পুথিভঁৰালৰ পুথিৰূপে অনুমোদিত।**



উন্মোচন কালত শিক্ষামন্ত্ৰী, ৰাজ্যিক শিক্ষামন্ত্ৰী আৰু মাধ্যমিক শিক্ষাসঞ্চালক। ফটো : জনসংযোগৰ সৌজন্যত

"স্কুলত আৰু জীৱনটোত কাম কৰাৰ আটাইতকৈ তাৎপৰ্য্যপূৰ্ণ উদ্দেশ্য হোৱা উচিত কামৰ মাজত আনন্দ বিচাৰি পোৱা, কামৰ ফলাফলত আৰু সমাজৰ বাবে ফলাফলৰ মূল্যত আনন্দ বিচাৰি পোৱা। তৰুণ মনৰ মনস্তাত্ত্বিক দিশবোৰ জগাই তুলিবলৈ আৰু শক্তিশালী কৰিবলৈ স্কুলে অতি গুৰুত্বপূৰ্ণ দায়িত্ব অৰ্পণ কৰা বুলি মই ভাবোঁ।"

—আইনষ্টাইন

# স্মৃতি অৰ্ঘ

স্বৰ্গীয় পিতৃদেৱ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ
আৰু মাতৃদেৱী গঙ্গীদেৱীৰ পৱিত্ৰ
স্মৃতিত অভাজন পুত্ৰৰ অৰ্ঘ।

# শিক্ষক দিবসৰ বুনিয়াদ

## ৫ চেপ্টেম্বৰ

প্ৰচীন ভাৰতৰ পৰ্ণকুটীৰত বাস কৰা তাক্ষায় সেৱন কৰা কুলপতি (ঋষি) সকলে দেশৰ শাসননীতি ৰচনা আৰু নিৰ্দ্ধাৰণ কৰিছিল। ৰজাসকলে কেৱল হাতত ৰাজদণ্ড লৈ ৰাজ্যৰ পালক হিচাপে (Executive head) দেশ শাসন কৰিছিল। অতীতৰ এই পৰম্পৰা ৰক্ষা কৰি এই মহান শিক্ষক ডঃ সৰ্বপল্লি ৰাধাকৃষ্ণনক দেশৰ শাসনৰ সৰ্বোচ্চ আসনখন প্ৰদান কৰা হৈছিল।

ডঃ ৰাধাকৃষ্ণণদেৱ ৰাষ্ট্ৰপতি হোৱাৰ বাবেই তেখেতৰ জন্মদিনটো শিক্ষক দিবসৰূপে পালন কৰা হোৱা নাই—ভাৰতীয় সমাজ আৰু সংস্কৃতিৰ আদৰ্শ-শিক্ষক জীৱনৰ পৰম্পৰা ডঃ ৰাধাকৃষ্ণণৰ জীৱনত পৰিস্ফুট হৈ পৰা দেখা যায়। আজি তেখেতৰ জন্মশতবাৰ্ষিকী।

পবিত্ৰ আৰু মহান এই দিবসত আজি "শিক্ষক" পুথিৰ শুভ উন্মোচন কৰা হ'ল।

॥ সম্পাদক ॥

৫।৯।৮৮ চন

# ॥ আমাৰ নিবেদন ॥

"ওঁ অখণ্ড মঙ্গলাকাৰং ব্যাপ্তং যেন চৰাচৰম্।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ॥
অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ॥
গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু দেবো মহেশ্বৰঃ
গুৰুৰেৱ পৰংব্ৰহ্ম তস্মৈ শ্ৰীগুৰুৱে নমঃ॥"

এইয়া আমাৰ আঁৰম্ভণীহে। ভৱিষ্যতে আৰু শতাধিক প্ৰবীণ শিক্ষকৰ জীৱনী সংকলনৰ প্ৰকাশৰ আকাংক্ষা আছে। ৰাষ্ট্ৰীয় শিক্ষানীতিৰ নিৰ্দ্দেশনা অনুসৰি প্ৰবীণ শিক্ষকসকলৰ জীৱনজোৰা অভিজ্ঞতা, আদৰ্শ তথা গুণগত দিশসমূহ নবীন শিক্ষকসকলৰ মাজত প্ৰচাৰ কৰি সেইসকলক পটু, দক্ষ আৰু স্কুলত কাম কৰাত অনুৰাগী কৰিব লাগে।

এই উদ্দেশ্য আগত ৰাখি আমাৰ লক্ষ্য আছিল প্ৰথমবাৰত অসমৰ এশ এগৰাকী প্ৰবীণ আৰু নবীন-শিক্ষকৰ জীৱনী প্ৰকাশ কৰাৰ পৰিকল্পনা হাতত লোৱা হৈছিল। সেই উদ্দেশ্যে অসমৰ শতাধিক শিক্ষক-শিক্ষয়িত্ৰীৰ লগত যোগাযোগ কৰা হৈছিল। কিন্তু দুখৰ বিষয় তেখেতসকলে আমাক আশা কৰা মতে সহাঁৰি নজনালে। ইয়াৰ উপৰিও শিক্ষাসচীবালয়ে অসমৰ ৰাষ্ট্ৰপতি

পুৰস্কাৰ পোৱা শিক্ষকৰ তালিকাখন যোগান দি সহায় কৰিছে। আমাৰ অনিচ্ছাস্বত্বেও অসমৰ এচাম প্ৰবীণশিক্ষকৰ জীৱনী আৰু অভিজ্ঞতা এই সংকলনত সন্নিৱিষ্ট কৰাত অপাৰগ হ'লো। আৰ্থিক অনাটনেও মনোভাব পূৰ্ণকৰাত বাধাৰ সৃষ্টি কৰিলে।

সকলো আলৈ আন্তৰিকতাৰে মূৰপাতি লৈও এই কামত আগবাঢ়িলো সহকৰ্মী বন্ধুসকল, অভিজ্ঞ শিক্ষকসকল, ৰাষ্ট্ৰপতিৰ পৰা আৰম্ভ কৰি মাননীয় শিক্ষামন্ত্ৰীলৈ পোৱা প্ৰেৰণামূলক উদগনিত। এইকামত আমাৰ অপৰাধৰ অন্ত নাই তথাপিও এটা সাহস আছে—অসমৰ শিক্ষকসকলৰ বাবে কোনেও নকৰা কাম এটা মূৰপাতি লৈ বাস্তৱত ৰূপ দিয়াত আমি পুৰুষাৰ্থ কৰিলো আৰু শিক্ষকসকলক ৰাজহুৱাভাৱে শ্ৰদ্ধাঞ্জলি জনোৱাৰ এটা সুবিধা পোৱাত নিজকে ধন্য মানিছো। পৰৱৰ্তী শিক্ষক দিৱসত দ্বিতীয়খণ্ড প্ৰকাশৰ আশা ৰাখিছো।

এই পৰিকল্পনা বাস্তৱত ৰূপ দিয়াত যিসকল শুভাকাংক্ষীৰ সহায় সহযোগ পাইছো আৰ্থিকভাৱে অৰিহণা যোগাইছে সেইসকলক আমি শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছো।

যি মহৎ উদ্দেশ্য আৰু লক্ষ্য আগত ৰাখি আমাৰ দৰে এজন জ্ঞানহীন, বুদ্ধিহীন আৰু অৰ্থহীন অভাজনে বলে নোৱাৰা শিল এটা মূৰতলৈ দুঃসাহসৰ পৰিচয় দিবলৈ আগ বাঢ়িলো—তাৰ বাবে শিক্ষক সমাজৰ ওচৰত অপৰাধ আৰু অনিচ্ছাকৃত দোষ ক্ৰুটীৰ বাবে ক্ষমা ভিক্ষা মাগিছো।

ভাৰতৰ মহান শিক্ষকজনৰ জন্ম শতবাৰ্ষিকীত এনে এটি কাম কৰি জীৱনধাৰণ সফলতাৰ প্ৰয়াস কৰিছো। পুথিখন প্ৰকাশত অসমৰ শিক্ষা, বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু পৰিবেশৰ মন্ত্ৰী মহোদয় শ্ৰীবৃন্দাবন গোস্বামীৰ ওচৰত চিৰকৃতজ্ঞ। বন্ধুবৰ শ্ৰীখগেন দত্তবৰুৱাৰ সহায় এক উল্লেখযোগ্য অৰিহণা। ইয়াৰ উপৰিও অন্যান্য বন্ধুসকলৰ নাম আভ্যন্তৰিণত উল্লেখ কৰিছো। শিক্ষা আৰু বিত্তবিভাগৰ বিষয়া কৰ্মচাৰীবৃন্দকো কৃতজ্ঞতা জনালো।

পুথিখন অসমৰ শিক্ষক সমাজে আদৰি ল'লে সুখী হম আৰু ভবিষ্যতে আগবঢ়াৰ সাহস লাভ কৰিম। পুথিত সন্নিবিষ্ট প্ৰবন্ধকাৰক আৰু আৰ্থিক সাহাৰ্য্যকাৰী বৃন্দলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো। ইতি।

ইন্দ্ৰেশ্বৰ ভৱন
বৰাগীবাৰী
সৰুচৰাই
৫|৮|৮৮

শিক্ষকৰ আৰ্শীবাদ ভিক্ষাৰী
শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰ

সভাপতি, প্ৰাথমিক নজলীয়া শিক্ষক সমন্বয় সমিতিঃ অসম
উপদেষ্টা, সদৌ অসম মধ্য ইংৰাজী বিদ্যালয়
চতুৰ্থ শ্ৰেণী কৰ্মচাৰী সন্থা
প্ৰাঃ সভাপতি, সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থা
আৰু
সদস্য—অসম মাধ্যমিক শিক্ষা পৰিষদ
অসম চৰকাৰৰ শিক্ষা উপদেষ্টা পৰিষদ।
সম্পাদক—"শিক্ষক"।

# শিক্ষানীতিত চৰকাৰৰ দৃষ্টিভঙ্গী *

শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত
মুখ্যমন্ত্ৰী : অসম



ৰাষ্ট্ৰীয় স্বাৰ্থজড়িত এটা বিষয়ৰ ওপৰত আপোনালোকৰ আগত দুআষাৰ কবলৈ পোৱাটো মোৰ কাৰণে এটা সৌভাগ্যৰ কথা বুলি ভাবিছোঁ। স্বাধীনতাৰ পিছৰে পৰা, জাতি গঠনৰ বাবে শিক্ষাক এটা গুৰুত্বপূৰ্ণ প্ৰক্ৰিয়া হিচাবে গঢ়ি তুলিবলৈ, কেৱল বুদ্ধিজীৱি-সকলেই নহয়, কম বেছি পৰিমাণে সকলোৱে চিন্তা কৰি আহিছে। এই ক্ষেত্ৰত যথেষ্ট পৰীক্ষা নিৰীক্ষা চলিছে যদিও আমি এটা বাস্তৱ নীতিত উপনীত হব নোৱাৰাটো পৰিতাপৰ কথা। কেইবাটাও শিক্ষা আয়োগে আমাৰ শিক্ষা ব্যৱস্থাৰ মাজত থকা দুৰ্বলতাসমূহ ফঁহিয়াই দেখুৱাইছে আৰু এই সম্পৰ্কত পৰামৰ্শৱলীও আগবঢ়াইছে। আমি কোনো এটা আয়োগৰো পৰামৰ্শ কাৰ্য্যকৰী কৰিব পাৰিছোঁ বুলি দাবী কৰিব নোৱাৰোঁ। চেগাচোৰোকাকৈ কামত ধৰাৰ কাৰণে আমি হয়তো আংশিক সফলতাহে দেখা পাইছোঁ। উদাহৰণ

---

* ২৯ ৩০ এপ্ৰিল '৮৬ ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদ সভ : দিল্লী

স্বৰূপে যোৱা কেইটা বছৰৰ ভিতৰত প-ীক্ষা সংস্কাৰৰ জৰিয়তে বস্তুনিষ্ঠ মূল্যায়নৰ ওপৰত চেষ্টা চলিছে। কিন্তু তাৰ কাৰণে আৱশ্যকীয় পটভূমি যেনে—নিয়মীয়া শিক্ষাদান আৰু শিক্ষা গ্ৰহণ ব্যৱস্থা, সময়ৰ সদব্যৱহাৰ আদি সৃষ্টি কৰিব পৰা হোৱা নাই, ফলস্বৰূপে কিছু অসুবিধাই দেখা দিছে। এই বস্তুনিষ্ঠ মূল্যায়নৰ দ্বাৰা আগবঢ়া ছাত্ৰ-ছাত্ৰীসকল উপকৃত হৈছে সঁচা, অন্যহাতে মজলীয়া আৰু পিচ-পৰা ল'ৰা-ছোৱালীবোৰ কিংকৰ্তব্যবিমূঢ় হৈ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত অধিক পৰিমাণে অকৃতকাৰ্য্যহে হোৱা দেখা গৈছে। অন্ততঃ আমাৰ ৰাজ্যত এই বিপৰ্য্যয় পৰিলক্ষিত হৈছে। এই নতুন ব্যৱস্থাৰ পৰিণতি স্বৰূপে ছাত্ৰ-ছাত্ৰীয়ে ব্যাপকভাৱে ঘৰুৱা শিক্ষকৰ ওচৰ চাপিব লগা হৈছে আৰু এই ব্যৱস্থাই শ্ৰেণী শিক্ষাৰ মহৎ উদ্দেশ্য ম্লান কৰি পেলাইছে।

উক্ত সমস্যাবাজিৰ পৰিপ্ৰেক্ষিতত মই কেইটামান কথা উনুকিয়াব বিচাৰো। শিক্ষাৰ ক্ষেত্ৰত খৰখেদাকৈ কোনো সিদ্ধান্ত নলৈ গভীৰ চিন্তাৰ যোগেদি নতুন শিক্ষানীতিৰ বুনিয়াদ স্থিৰ কৰা ভাল হব। শিক্ষক আৰু ছাত্ৰ সমাজ যিহেতু শিক্ষানীতিৰ যি কোনো পৰিবৰ্তনৰ লগত পোনপতীয়াভাৱে জড়িত সেইয়ে সেই সকলক মুক্তভাৱে মতামত ব্যক্ত কৰিবলৈ দিয়া উচিত। ৰাজনৈতিক ব্যক্তি বা নীতি নিৰ্দ্ধাৰণকাৰীসকল শিক্ষানুষ্ঠানৰ শ্ৰেণীকক্ষৰ ভিতৰৰ বাস্তৱ সমস্যাৰ পৰা বহুত আঁতৰত। ৰাষ্ট্ৰীয় ভিত্তিত এক বিপুল জনমত গঢ়ি তুলি শিক্ষানীতিক বাস্তৱ ৰূপ দিয়াত এই সকলোৱেই আন্তৰিকভাৱে সঁহাৰি জনাব লাগিব।

দ্বিতীয়তে, ৰাষ্ট্ৰীয় শিক্ষানীতি গ্ৰহণ কৰাৰ লগে লগে ইয়াৰ আংশিক ৰূপায়ণৰ কথা নিৰ্দিষ্ট সময় সীমা বান্ধি আমি কামত আগবাঢ়িব লাগে। শিক্ষা ৰাজ্যিক পৰ্য্যায়ৰ বিষয় হলেও কেন্দ্ৰীয় চৰকাৰৰ সাহায্যৰ অবিহনে ৰাজ্য চৰকাৰৰ পক্ষে শিক্ষাত গুৰুত্বপূৰ্ণ পৰিবৰ্তন সাধন কৰাটো সম্ভৱ নহয়। শিক্ষা ৰাজ্যিক চৰকাৰৰ বিষয় হিচাবেই

থকাটো বাঞ্ছনীয় যদিও কেন্দ্ৰীয় চৰকাৰে এই মূল বিষয়টোত যথেষ্ট ধন বিনিয়োগ কৰা নিতান্ত প্ৰয়োজন। ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰ উভয়ৰে এই ক্ষেত্ৰত ধনৰ পৰিমাণ আগেয়ে নিৰ্ণয় কৰি নতুন শিক্ষা-নীতি প্ৰয়োগৰ বেলিকা কিমান ধনৰ প্ৰয়োজন হ'ব তাকো ঠিৰাং কৰা দৰকাৰ। আমাৰ সম্পদ যিহেতু সীমিত, গতিকে আমি হয়তো প্ৰথমতে প্ৰাথমিক পৰ্য্যায়ত শতকৰা এশভাগ কাম কৰি পাচতহে অন্য এলেকালৈ আগবাঢ়িবলৈ সক্ষম হ'ম। বৰ্ত্তমান ভাৰতত প্ৰায় দহ কোটি ছাত্ৰ-ছাত্ৰী, কিন্তু জাতীয় আয়ৰ শতকৰা তিনিভাগো শিক্ষাত ব্যয় হোৱা নাই। অথচ আমাৰ বহুতৰে ধাৰণা যে অবাবতে ইমান ধন ব্যয় কৰা হৈছে। নতুন নীতি নিৰ্দ্ধাৰণত এই সকলো কথালৈ লক্ষ্য ৰাখিব লাগিব।

দেশখন প্ৰগতিৰ পথত ক্ষীপ্ৰ গতিত আগবাঢ়ি যাবৰ কাৰণে ঔপনিবেশিক শিক্ষা ব্যৱস্থাৰ যেনে ধৰণৰ পৰিবৰ্তন সাধনৰ প্ৰয়োজন আছিল সেইখিনি কৰিব পৰা নাই। পশ্চিমীয়া শিক্ষা ব্যৱস্থাৰ যোগেদি আমি বিশেষ আগবাঢ়িব নোৱাৰিলোঁ। আমাৰ শিক্ষাব্যৱস্থাক দেশৰ আৰ্থ সামাজিক ব্যৱস্থাৰ লগত খাপ খুৱাই লোৱাৰ বাবে কোনো গুৰুত্বপূৰ্ণ প্ৰচেষ্টাও আমি চলোৱা নাই। আনহাতে পশ্চিমীয়া শিক্ষা ব্যৱস্থাত দ্ৰুতগতিত যি পৰিবৰ্ত্তন সাধন হৈছে, ইয়াকো আমি সামৰি লব পৰা নাই। পুৰণা পশ্চিমীয়া শিক্ষা ব্যৱস্থাকে আমি খামুচি ধৰি আছোঁ।

সেয়ে বৰ্ত্তমানে এক প্ৰকৃত গতিশীল আৰু সামূহিক শিক্ষানীতি আমাৰ দেশৰ বাবে অতি প্ৰয়োজন হৈ পৰিছে। এই নতুন শিক্ষা-নীতিয়ে ভৱিষ্যতৰ হ'বলগীয়া পৰিবৰ্তনসমূহৰ সন্মুখীন হ'ব পৰাকৈ আমাৰ ছাত্ৰ-ছাত্ৰীক সাজু কৰিব পাৰিব লাগিব।*

---

* ৬.৬.৮৮ তাৰিখে মুখ্য মন্ত্ৰী মহোদয়লৈ দিয়া আবেদনৰ পৰিপ্ৰেক্ষিতত প্ৰকাশ কৰা হ'ল—সম্পাদক।

# নতুন শিক্ষানীতি আৰু অসম *



শ্ৰীবৃন্দাবন গোস্বামী
শিক্ষামন্ত্ৰী : অসম

বহল দৃষ্টিভঙ্গীৰে চাবলৈ হ'লে শিক্ষা হ'ল জীৱনৰ বাবে প্ৰস্তুতি। শিক্ষাব্যৱস্থাই আমাৰ উঠি অহা চামক সাহস আৰু প্ৰত্যয়েৰে জীৱনৰ প্ৰত্যাহ্বানসমূহৰ সন্মুখীন হ'বলৈ প্ৰস্তুত কৰি তুলিব লাগিব। এখন সুন্দৰ সমাজ গঢ়াৰ বাবে তেওঁলোকে নতুন উদ্যম আৰু দৃষ্টিভঙ্গীৰে আগবাঢ়িব লাগিব। শিক্ষাক সেয়েহে সমাজ পৰিবৰ্তন তথা উন্নয়নৰ এক আহিলা হিচাবে গণ্য কৰিব লাগিব। অৰ্থাৎ এক সামাজিক পৰিবৰ্তনৰ বাবে শিক্ষাই হ'ব এক বিনিয়োগ।

যদিহে আমি ক্ষিপ্ৰ গতিত কামত আগবাঢ়ি নাযাওঁ আৰু হাতত থকা সকলো উৎস ব্যৱহাৰ নকৰো তেতিয়াহলে আমি আমাৰ লক্ষ্যত কেতিয়াও উপনীত হ'ব নোৱাৰিম। এই নিৰ্দিষ্ট লক্ষ্য হ'ল – ৬ বছৰৰপৰা ১৪ বছৰ বয়সৰ সকলো ল'ৰা-ছোৱালীলৈ বিনামূলীয়া আৰু

* ২২ ১ ৮৬, ২৭।২৮/৪/৮৬ আৰু ১।।/৮/৮৬ত শিক্ষামন্ত্ৰী সন্মিলন আৰু কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদৰ ভাষণৰ ওপৰত।

বাধ্যতামূলক শিক্ষাদানৰ সাংবিধানিক প্ৰতিশ্ৰুতি ৰূপায়ণ। গতিকে সংবিধানৰ ৪৫ নং অনুচ্ছেদৰ ৰূপায়ণেই হওঁক আমাৰ নতুন শিক্ষানীতিৰ ভেটি। এই লক্ষ্যত উপনীত হবলৈ প্ৰাথমিক শিক্ষাই সৰ্বাধিক অধিকাৰ পোৱা উচিত। সেয়ে শিক্ষাৰ পুনৰ গঠনৰ কামটো প্ৰাথমিক পৰ্য্যায়ৰ পৰাই আৰম্ভ হব লাগিব। এই উদ্দেশ্যে দুটা দিশত গুৰুত্ব দিব লাগিব। (১) সা সুবিধাৰ প্ৰসাৰ আৰু (২) বৰ্ত্তমানৰ সা-সুবিধাখিনিৰ ৰক্ষণ। আমাৰ সম্প্ৰসাৰণ আঁচনিৰ লক্ষ্য হ'ব লাগিব প্ৰতিখন গাঁৱৰ বাবে একোখন প্ৰাথমিক বিদ্যালয়। আমাৰ আঁচনিসমূহত শিক্ষাহে দুখীয়া বাইজৰ ওচৰ চাপিব লাগিব, নহলে বাইজ ওচৰ চাপিব নোৱাৰিব। বিদ্যালয়খনৰ এটা ঘৰ, এখন খেল পথাৰ আৰু খোৱাপানীৰ বাবে এটা নলীনাদ থাকিব লাগিব। আকৌ ঘৰটোৰ ভিতৰত অন্ততঃ প্ৰতিজন শিক্ষকৰ বাবে এযোৰকৈ চকী-মেজ, ছাত্ৰ-ছাত্ৰীৰ বাবে ডেস্ক বেঞ্চ আৰু শিক্ষাৰ সঁজুলিবোৰ থাকিব লাগিব। শিক্ষা বিভাগে ঘৰ নিৰ্মাণ কৰক, শিক্ষক নিয়োগ কৰক, শিক্ষাৰ সঁজুলিসমূহ যোগান ধৰক আৰু পাঠ্যক্ৰম প্ৰস্তুত কৰক। জনস্বাস্থ্য বিভাগে নলীনাদৰ ব্যৱস্থা কৰক— যিটো গাঁৱখনৰ ৰাইজেও ব্যৱহাৰ কৰিব পাৰে। সামাজিক বনানীকৰণ বিভাগে চৌহদৰ ভিতৰত বিভিন্ন ফল-মূলৰ গছ-গছনি ৰোপণ কৰক আৰু ক্ৰীড়া বিভাগে খেল-ধেমালিৰ বাবে উপযুক্ত ব্যৱস্থা হাতত লওঁক। এনেকুৱা এটা সমন্বিত প্ৰচেষ্টাই প্ৰাথমিক বিদ্যালয় সমূহত উপযুক্ত পৰিবেশ সৃষ্টি কৰাত নিশ্চয় সহায় কৰিব। এই ব্যৱস্থাৱলীৰ পৰিপূৰক হিচাপে বিনামূলীয়াকৈ পাঠ্যপুথি যোগান তথা অতি পিছপৰা অঞ্চলসমূহৰ ছাত্ৰ-ছাত্ৰীৰ বাবে মধ্যাহ্ন আহাৰৰ ব্যৱস্থা কৰিব লাগিব।

উপযুক্ত পৰিবেশ সৃষ্টি হ'লে আৰু বিদ্যালয়সমূহৰ পাঠদানৰ সময়সূচী আৰু শিক্ষাবছৰৰ সামান্য পুনৰ বিন্যাসে গাঁও অঞ্চলৰ

ল'ৰা-ছোৱালীক কৃষিৰ কামত জড়িত হোৱাৰ সুযোগ দিব। এনে ব্যৱস্থাৱলীৰ ফলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি যাব।

শিক্ষাৰ পবিত্ৰ জগতখন বাহিৰৰ টনা-আজোৰা আৰু হৈচৈত প্ৰায়ে কলুষিত হয়। শিক্ষাৰ সকলো ক্ষেত্ৰতে বুদ্ধি (Merit) আৰু গুণ (Quality) এই দুটাই একমাত্ৰ বিচাৰ্য্য কথা হব লাগে। শিক্ষক বাচনিৰ বাবে এটা উপযুক্ত ব্যৱস্থা অতিশয় গুৰুত্বপূৰ্ণ। এজন বেয়া শিক্ষকৰ পৰা কেইবাটাও পুৰুষৰ (Generation) অপকাৰ হব পাৰে। শিক্ষক বাচোতে সেইবাবে কেৱল বুদ্ধিৰ ওপৰতহে গুৰুত্ব দিব লাগিব, বুদ্ধি যদি নাথাকে আন কোনো কথাই বিচাৰ্য্য হব নালাগে। আনকি অনুসূচীত জাতি/জনজাতিৰ ক্ষেত্ৰতো আটাইতকৈ ভালকেইজন বিচাৰি উলিয়াব লাগিব। আমি সেইবাবে 'ৰাজ্যিক শিক্ষাসেৱা আয়োগ (State Education Service Commission) এটা গঠনৰ পৰামৰ্শ দিছোঁ। এই আয়োগে প্ৰাথমিক পৰ্য্যায়ৰ পৰা মহাবিদ্যালয় পৰ্য্যায়লৈ শিক্ষক বাচনি কৰিব। শিক্ষক বাচনিৰ ক্ষেত্ৰত যাতে কোনোৰকমৰ হস্তক্ষেপ নহয় সেইয়াও আয়োগে নিশ্চিত কৰিব। আমি এক জাতীয় প্ৰতিশ্ৰুতি ঘোষণা কৰো যে বৰ্তমানৰ আৰু ভবিষ্যতৰ সকলো ছাত্ৰ-ছাত্ৰীৰ স্বাৰ্থত শিক্ষক নিৰ্বাচনৰ ক্ষেত্ৰত আমি কোনোৰকম ৰাজনৈতিক হস্তক্ষেপ নকৰোঁ।

প্ৰত্যেক জিলাতে এখনকৈ আদৰ্শ স্কুল + স্থাপনৰ প্ৰস্তাৱটোৰ সম্পৰ্কত মিশ্ৰিত প্ৰতিক্ৰিয়া হৈছে। চোকা ল'ৰা-ছোৱালীবোৰৰ ক্ষেত্ৰত আদৰ্শ আবাসিক স্কুল নিশ্চয় লাভজনক হব। কিন্তু এই ব্যৱস্থাই যে আন এটা সুবিধাপ্ৰাপ্ত শ্ৰেণীৰ সৃষ্টি নকৰিব সেই সম্পৰ্কে জনসাধাৰণৰ আশংকা কেনেকৈ দূৰ কৰিব? যদি আদৰ্শ স্কুলৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰিব লাগে, তেনেহলে ইয়াৰ পৰিচালনাৰ দায়িত্ব ৰাজ্য চৰকাৰক দিব লাগিব আৰু এই স্কুলবোৰত ত্ৰিভাষী সূত্ৰ কাৰ্য্যকৰী কৰিব লাগিব।

+ মন্ত্ৰীসভাই সিদ্ধান্ত লৈছে।

চাকৰিৰ লগত ডিগ্ৰীৰ সম্পৰ্ক নোহোৱা কৰাৰ বিষয়ে সতৰ্কবাণী এবাৰ কব লাগিব। সামাজিকভাৱে আমি সেই পৰ্য্যায়ত এতিয়াও উপনীত হোৱা নাই, সেই কাৰণে এই কথাটোৰ কাৰ্য্যকৰীকৰণ আগলৈ থব লাগিব।

ৰাজ্যিক শিক্ষা পৰামৰ্শ ব'ৰ্ড এখন গঠন কৰা হব, * কাৰণ ইয়াৰ দ্বাৰাই বিভিন্ন বিভাগ আৰু এজেন্সীবোৰৰ মাজত সমন্বয় ৰাখিব পৰা হব আৰু সুসংহত ব্যৱস্থা উদ্ভাৱনত সহায় হব।

---

* ইতিমধ্যে গঠিত হৈছে।

Shri JATIN MALI, M.A.
Minister of State,
Education, Science,
Technology and
Environment.
Government of Assam.



DISPUR,
Guwahati-781006

Date 4 5 88

MESSAGE

I am happy to learn that the Sikshak Biography Publication, Book Bank, Jorhat has undertaken a project to publish a biography of one hundred one reputed teachers of Assam on the Teachers' Day this year. It is undoubtedly a noble and praiseworthy task. It is not enough to remember the builders of the nation ritually once in a year on 5th September. One must try to know how they feel, how they work and how they live. Their philosophy or life and devotion to duty and sacrifice for the cause of education must be brought to the knowledge of the common man. Above all, we must learn to honour our teachers. I believe the project undertaken by the Book Bank, Jorhat is a step in that direction.

I wish the proposed publication all success and hope that other organisations and institutions of the State will also come forward to engage in such praiseworthy endeavours.

( JATIN MALI )



শ্ৰীভুবনেশ্বৰ ভট্টাচাৰ্য্য
শিক্ষা সচিব, অসম।
৫।৯।৮৮

আজি সমগ্ৰ দেশৰ লগতে, অসমতো সপ্তবিংশতিতম্ শিক্ষক দিৱস উদ্‌যাপন কৰা হৈছে। এই দিৱসটো বিশেষ তাৎপৰ্য্যপূৰ্ণ।

শিক্ষক সকলেই সমাজৰ শ্ৰেষ্ঠতম সেৱক। শিক্ষা ব্যতিৰেকে সমাজ অন্ধকাৰ। সমাজক আন্ধাৰৰপৰা পোহৰলৈ অনাৰ একমাত্ৰ অনুষ্ঠান হৈছে শিক্ষানুষ্ঠান সমূহ। যুগ যুগ ধৰি শিক্ষক সকলে ব্যক্তি আৰু সমাজক উন্নতিৰ পথত আগুৱাই নিযাত যি অৰিহনা আগবঢ়াই আহিছে তাৰ তুলনা নাই। কিন্তু তাৰ বিনিময়ত শিক্ষক সকলক সমাজে কি দিছে সি সকলোৰে বিদিত। সেখেত সকলক সামাজিক স্বীকৃতি সন্মান আৰু শ্ৰদ্ধা জনোৱাৰ উপৰিও আৰ্থিক ক্ষেত্ৰত বিপদ কালীন অৱস্থাত সহায় সহযোগিতা আগবঢ়োৱা অপৰিহাৰ্য্য হৈ পৰিছে।

এই উদ্দেশ্যে ৰাষ্ট্ৰীয় পৰ্য্যায়ত এটি পুঁজি ( The National Foundation for Teachers' Welfare ) গঠন কৰা হৈছে। এই পুঁজিটো টনকিয়াল কৰি শিক্ষকসকলৰ কল্যাণৰ প্ৰতি মনোযোগ দিয়াটো সকলোৰে কৰ্ত্তব্য হৈ পৰিছে। আহক, আমি সকলোৱে আজিৰ এই পবিত্ৰ দিনত এই পুঁজিলৈ পাৰ্য্যমানে দান-বৰঙণি আগবঢ়াই আমাৰ শিক্ষক সমাজৰ প্ৰতি আমাৰ কৰণীয়খিনি কৰোহঁক। "শিক্ষক" পুথিলৈ আন্তৰিক অভিনন্দন থাকিল।

# সপ্তবিংশতিতম শিক্ষক দিৱসত

ডঃ শৈলজানন্দ ভৰালা, এম. এচ. চি, ডি. ফিল।
শিক্ষাধিকাৰ, অসম

এখন দেশ উন্নতিৰ পথত আগবঢ়াই নিবলৈ শিক্ষক সকলৰ দায়িত্ব অসীম সমাজৰ সকলোতকৈ প্ৰয়োজনীয় হল শিক্ষক। ৰাষ্ট্ৰ গঠণৰ প্ৰক্ৰিয়াত শিক্ষক সকলৰ গুৰুত্বপূৰ্ণ ভূমিকা অপৰিসীম। শিক্ষকসকলে কেৱল দেশখনৰ প্ৰয়োজনীয় জনশক্তি বৃদ্ধি কৰাৰ ক্ষেত্ৰতেই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ নকৰে, তেখেতসকলে উঠি অহা যুৱক-যুৱতী সকলৰ সামাজিক দৃষ্টিভঙ্গীৰ ওপৰতো গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাব পাৰে।

এই শিক্ষকসকলৰ সামাজিক মৰ্যাদা বৃদ্ধি কৰিবৰ কাৰণে কেন্দ্ৰ ৰাজ্যচৰকাৰে কেইবাখনো আঁচনি হাতত লৈছে। সম্পদৰ সীমাবদ্ধতাৰ বাবে সকলো আঁচনিযে আশানুৰূপ সুফল লাভ কৰিব পৰা নাই। শিক্ষকৰ বাবে তাতোকৈ অধিক কৰিব লগা আছে সেইখিনি সম্ভৱ হৈ উঠা নাই সম্বলৰ অভাৱৰ বাবেই।

দুৰ্দ্দশাগ্ৰস্ত শিক্ষকসকলক আৰ্থিক সাহায্য দিয়াৰ পৰিপূৰক উৎস হিচাবেই ১৯৬২ চনত শিক্ষকৰ কল্যাণাৰ্থে ৰাষ্ট্ৰীয় পুঁজি গঠন কৰা হয়। সেয়েহে প্ৰতি বছৰে চেপ্তেম্বৰ মাহৰ ৫ তাৰিখৰ দিনটো কেতবোৰ উপযুক্ত কাৰ্য্যসূচীৰে "শিক্ষক দিৱস" হিচাবে পালন কৰা হয়। এই কথা সকলোৱে জানে যে শিক্ষক দিবস উদযাপনৰ মুখ্য উদ্দেশ্য হল জাতি গঠনত শিক্ষকসকলে গ্ৰহণ কৰি অহা অতুলনীয় ভূমিকাৰ ওপৰত আলোকপাত কৰা, শিক্ষকসকলক যথোচিত মৰ্য্যাদা দিয়া আৰু শিক্ষক কল্যাণৰ ৰাষ্ট্ৰীয় পুজিৰ বাবে ধনগুনি সংগ্ৰহ কৰা।

স্বেচ্ছাসেৱী অনুষ্ঠান সমূহে শিক্ষক দিৱসৰ পতাকা বিক্ৰী কৰিয়ে পুঁজিৰ ধন সংগ্ৰহ কৰে।

দুৰ্বাবোগত আক্ৰান্ত হোৱা শিক্ষক সকলক আৰ্থিক সাহায্য দিয়াৰ উপৰিও কৃতী শিক্ষক সকলক অনুপ্ৰেৰণা যোগাবৰ বাবে "ৰাষ্ট্ৰীয় পুৰস্কাৰ" আৰু নগদ ধনৰ "ৰাজ্যিক পুৰস্কাৰ" আঁচনি প্ৰয়োগ কৰি শিক্ষকক সন্মান দৰ্শোৱা হৈছে।

এই বছৰ শিক্ষক দিৱসত ডঃ সৰ্বপল্লিৰাধাকৃষ্ণনৰ জন্ম শতবাৰ্ষিকত ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ নিৰ্দেশনাত অসমৰ প্ৰবীন নবীন শিক্ষক সকলৰ জীৱনজোৰা অভিজ্ঞতা, পৰামৰ্শ সম্বলিত "শিক্ষক" নামৰ গ্ৰন্থ প্ৰকাশৰ আঁচনিও প্ৰশংসনীয় হৈছে।

# শিক্ষকলৈ—শিক্ষক দিৱসত

শ্ৰীনগেন শৰ্মা, এম. এ,
মাধ্যমিক শিক্ষা সঞ্চালক : অসম

ক্ৰাউথাৰে একাষাৰ কথা কৈছিল—"এজন যোগ্য প্ৰধান মন্ত্ৰীতকৈ এজন যোগ্য শিক্ষক হবলৈ বেছি সামৰ্থ্যৰ প্ৰয়োজন হয়। আইনষ্টাইনে শিক্ষকসকলক মানৱ সভ্যতাৰ গুৰিয়াল বুলি আখ্যা দি কৈছে—"এটা যুগৰপৰা আন এটা যুগলৈ, এটা পুৰুষৰপৰা আন এটা পুৰুষলৈ পৰম্পৰাৰ সম্পদখিনি কঢ়িয়াই নিবলৈ আটাইতকৈ গুৰুত্বপূৰ্ণ ক্ষেত্ৰ হ'ল স্কুলসমূহ। বাহক হ'ল শিক্ষকসকল। তৰুণমনৰ মনস্তাত্ত্বিক দিশবোৰ জগাই তুলিবলৈ আৰু শক্তিশালী কৰিবলৈ গুৰুত্বপূৰ্ণ দায়িত্ব অৰ্পণ কৰা হৈছে শিক্ষকসকলক। তৰুণ মনৰ সুপ্ত প্ৰতিভা বিকশিত কৰিবলৈ আত্মনিয়োগ কৰিব পাৰিলে শিক্ষক-দিৱস অধিক মহিমামণ্ডিত হৈ উঠিব। তেনে এক মূল্যাঙ্কনে শিক্ষক-দিৱস অৰ্থপূৰ্ণ কৰি তুলিব।

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পৰামৰ্শৰ লগত ৰজিতা খুৱাই অসমৰ অন্যতম অগ্ৰণী শিক্ষক শ্ৰীবৰঠাকুৰে নবীন প্ৰবীণ শিক্ষকসকলৰ জীৱনী, অভিজ্ঞতা আৰু পৰামৰ্শ সম্বলিত যি শিক্ষক পুথি প্ৰকাশ কৰিছে; মোৰ বিশ্বাস এই পুথিখনে পৰৱৰ্তী শিক্ষকসকলক নতুন পথ এটি প্ৰদৰ্শন কৰিব। শ্ৰীবৰঠাকুৰৰ প্ৰচেষ্টাটি কেৱল প্ৰশংসনীয়েই নহয় আদৰণীয়ও। তেখেতলৈ মোৰ ধন্যবাদ আৰু শুভেচ্ছা জনালোঁ। শিক্ষকসকললৈ শ্ৰদ্ধা থাকিল।

ডঃ ৰাধাকৃষ্ণণ ভাৰতৰ শিক্ষাজগতৰ এজন গুৰু। এই মনীষাজনৰ জন্ম দিৱসত প্ৰণিপাত জনাই কওঁ—

"গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু দেৱ মহেশ্বৰ।
গুৰুৰেৱ পৰমব্ৰহ্ম তস্মৈ শ্ৰীগুৰুৱে নমঃ॥"

# শিক্ষকৰ প্ৰতি

শ্ৰীনগেন চন্দ্ৰ গোস্বামী এম. এছ. ছি,
প্ৰাথমিক শিক্ষা সঞ্চালক : অসম



শিক্ষাদান কাৰ্য্যৰ সৰ্বপ্ৰথম প্ৰয়োজনীয় কথা আন্তৰিকতা। আন্তৰিকতাৰে কৰা সকলো কাৰ্য্য সুসিদ্ধ হয়। অন্তৰেৰে কাম নকৰিলে সুফল আশা কৰাটো সম্ভৱ নহয়। ইয়াৰ উপৰিও শিক্ষাদান কাৰ্য্যত শিক্ষা দৰ্শন বা শিক্ষা বিজ্ঞান সম্পৰ্কে স্পষ্ট ধাৰণা লাগে, মনস্তত্ত্ব জানিব লাগে। তদুপৰি শিক্ষা পদ্ধতি উদ্দেশ্য সম্পৰ্কে সম্পূৰ্ণ ধাৰণা থাকিব লাগে।

শিক্ষকৰ শিক্ষকতাৰ প্ৰতি আগ্ৰহ আৰু অনুৰাগ থকা অতি দৰকাৰী কথা। যি সকলৰ এই কামৰ প্ৰতি আগ্ৰহ নাথাকে, কেৱল জীৱিকা উপাৰ্জনৰ আন পথ নাপাই এই কামলৈ আহে, সেইসকলে এই কামত উৎসাহ আৰু প্ৰেৰণা পাব নোৱাৰে। প্ৰতি কামৰ

প্ৰতি ৰাপ, আগ্ৰহ আৰু উৎসাহৰ আৱশ্যক। শিক্ষকসকলে এখন কল্যাণকামী ৰাষ্ট্ৰৰ বাবে ভৱিষ্যতৰ এটা জাতি গঠন কৰে।

শিক্ষকে যদি নিজৰ কামত আনন্দ নাপায়, শিক্ষকে শিশুৰ ভিতৰত উৎসাহ বৰ্দ্ধন কৰি শিশুক শিক্ষা কাৰ্য্যত সহায় কৰিব নোৱাৰে, শিক্ষকতা কাৰ্যাত উত্তৰোত্তৰ উন্নতিৰ যত্ন নকৰে তেতিয়া হ'লে তেওঁ শিশুক ক্ৰমিক পৰিবৰ্দ্ধনত আৰু ব্যক্তিত্ব অৰ্জনত সহায় কৰিব নোৱাৰিব।

ৰাষ্ট্ৰীয় শিক্ষা নীতিত কোৱা হৈছে শিক্ষা ক্ষেত্ৰত শিক্ষকৰ কাৰ্য্য কৌশল অত্যাৱশ্যকীয় মূলধন। যেনেকুৱা আঁচনিয়েই প্ৰৱৰ্ত্তিত নহওক, সদৌ শেষত নিজৰ ব্যক্তিগত উদাহৰণ তথা শিক্ষাদান গ্ৰহণৰ প্ৰক্ৰিয়াৰ যোগেদি শিক্ষকসকলেই এই আঁচনিসমূহৰ ব্যাখ্যা আৰু ৰূপায়ণ কৰিব লাগিব। আমি শ্ৰেণীকক্ষত শিক্ষাদানৰ ক্ষেত্ৰত বিপ্লৱ ঘটাব পৰা নতুন প্ৰযুক্তি বিদ্যাৰ বিকাশৰ দুৱাৰদলিত উপস্থিত হৈছোঁ।

আইনষ্টাইনে কৈ গৈছে—"সৃষ্টি আৰু জ্ঞানৰ আনন্দৰ উন্মেষ কৰিব পৰাটোৱেই শিক্ষকৰ সৰ্বশ্ৰেষ্ঠ অৱিহণা।" মহান দাৰ্শনিক পণ্ডিত ড° ৰাধাকৃষ্ণণৰ জন্ম শতবাৰ্ষিকীত, পবিত্ৰক্ষণত দেশৰ শিক্ষক-সকলৰ প্ৰতি আন্তৰিক শুভেচ্ছা আৰু শ্ৰদ্ধা নিবেদন কৰিছোঁ।

+ + +

# শিক্ষক দিবসৰ শতবাৰ্ষিকীত ১৮৮৮-১৯৮৮

শ্ৰীবীৰেন্দ্ৰ কুমাৰ নাথ, এম-এছ-চি, বি-টি, এম-এছ (ইউ-এছ-এ)
ইডি-এম (ইউ-এছ-এ)
অতিৰিক্ত প্ৰাথমিক শিক্ষা সঞ্চালক : অসম



শিক্ষাৰ প্ৰত্যাহ্বান নীতি সম্পৰ্কীয় দৃষ্টিকোণত কোৱা হৈছে "শিক্ষাৰ ক্ষেত্ৰত শিক্ষকৰ কাৰ্য্যকৌশল অত্যাৱশ্যকীয় মূলধন। শিক্ষক-সকলে তেওঁলোকৰ ছাত্ৰ-ছাত্ৰীসকলৰ উন্নয়নৰ সৈতে গভীৰভাৱে জড়িত আৰু প্ৰচলিত ব্যৱস্থাৰ ফলত হোৱা বুকুৰ বিষ বা লাভ কৰা ক্ষুদ্ৰ পুৰস্কাৰৰ পৰিপ্ৰেক্ষিততো তেওঁলোকৰ বৃত্তিগত দায়িত্ব যথা উৎকৰ্ষৰে পালন কৰি আহিছে। শিক্ষকৰ ক্ৰিয়া-কলাপৰ বাবে গুৰুত্বপূৰ্ণ বুলি বিবেচিত যোগাযোগৰ দক্ষতাৰ উৎকৰ্ষৰ বাবে যথোপযুক্ত মনযোগ দিয়া নহয়।

জ্ঞান, প্ৰযুক্তি বিদ্যা আৰু ব্যৱস্থাপনৰ দ্ৰুত পৰিবৰ্ত্তন ঘটা পৃথিৱীখনত সমাজক গঢ় দিয়া বৌদ্ধিক আৰু অনান্য শক্তিসমূহৰ সৈতে সম্পৰ্ক অটুত ৰখাত কম-বেছি পৰিমাণে সকলো শিক্ষকেই অপাৰগ হয়। অধিক কাৰ্য্যক্ষম শিক্ষাপদ্ধতিৰ বাবে প্ৰয়োজনীয় কাৰিকৰী

সহায়ক সামগ্ৰীসমূহৰ সৈতে ব্যৱহাৰিক পৰিচয় অক্ষুণ্ণ ৰখাৰো তেওঁলোকৰ কোনো উপায় নাই। ভিতৰুৱা অঞ্চলৰ বিদ্যালয়-মহাবিদ্যালয়সমূহত কাম কৰা শিক্ষকসকল, তেওঁলোকৰ সহকৰ্মীসকলৰ লগত সকলোধৰণৰ অৰ্থবহ চিন্তা তৰ্ক কৰাৰ সুবিধাৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ ৰয়।" শিক্ষাক সমভাৱে আগবঢ়াই নিবলৈ শিক্ষক প্ৰশিক্ষণ যেনেকৈ অপৰিহাৰ্য্য, সেইদৰে শিক্ষকসকলক সকলো দিশতে যোগাযোগ আৰু সহায় আগবঢ়োৱা প্ৰয়োজন বুলি ভবা হৈছে।

ৰাষ্ট্ৰীয় শিক্ষানীতিত এটি অতি গুৰুত্বপূৰ্ণ কথা উল্লেখ কৰা হৈছে—সেইয়া হ'ল প্ৰবীণ শিক্ষকসকলৰ অভিজ্ঞতা, আদৰ্শ আৰু পৰামৰ্শ, নবীন শিক্ষকৰ মাজত প্ৰচাৰ কৰি সেইসকলক দক্ষ, পটু আৰু গুণগত দিশত বিকাশ সাধন কৰা। এই দিশৰপৰা অসমৰ প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষকসকলৰ নেতা গৰাকীয়ে ভাৰতৰ মহান মনীষাজনৰ জন্ম শতবাৰ্ষিকীত "শিক্ষক" নামে পুথি প্ৰকাশ কৰাৰ প্ৰচেষ্টা উপযুক্ত কাম হৈছে। আন্ধাৰে আৱৰি থকা বহুশিক্ষকৰ সুখ-দুখৰ জীৱন, সেইসকলৰ ত্যাগ আৰু জীৱনৰ শিকনি পোহৰলৈ আহিব। একোজন শিক্ষকৰ জীৱনীয়ে সেই সময়ৰ একোখন সমাজৰ শিক্ষাদীক্ষাৰ একোখন প্ৰতিচ্ছবি উন্মোচন হ'ব। ই হ'ব শিক্ষাৰ নীৰৱ বিপ্লৱৰ ইতিহাস। প্ৰথম প্ৰচেষ্টাত অনেক ভুল-ত্ৰুটী হ'ব পাৰে—কিন্তু এই প্ৰচেষ্টা অব্যাহত হ'লে শিক্ষাজগতৰ ই এখন প্ৰামাণ্য দলিলৰূপে খ্যাত হ'ব।

প্ৰয়াত ৰাষ্ট্ৰপতি গৰাকীয়ে কৈছে—"ব্যক্তিৰ সম বিকাশ সাধন যিকোনো সন্তোষজনক শিক্ষা ব্যৱস্থাৰ লক্ষ্য হ'ব লাগে। জ্ঞান আৰু বিজ্ঞানৰ লগত নিৰৱচ্ছিন্ন সম্পৰ্ক ৰাখি এই ব্যৱস্থাই বুদ্ধিমত্তাৰ প্ৰশিক্ষণ দিয়াৰ উপৰিও মানুহৰ অন্তৰৰ সৌষ্ঠৱ বৃদ্ধি কৰা উচিত।"

অসমৰ মাননীয় শিক্ষামন্ত্ৰীৰ ভাষাৰেই কওঁ "ছাত্ৰ-ছাত্ৰীৰ সৰ্বাংগীন উৎকৰ্ষ সাধনত প্ৰতিজন শিক্ষক প্ৰকৃত শিক্ষক হৈ স্কুলৰ, ছাত্ৰ-ছাত্ৰীৰ, বৃহত্তৰ জাতিটোৰ জীৱন জাতিষ্কাৰ কৰি তোলক।"

এয়ে আমাৰ আশা আৰু আকাঙ্ক্ষা। + + +

# শিক্ষানীতি আৰু আমি

ভাৰতবৰ্ষ স্বাধীন হ'ল।

স্বাধীন দেশৰ জনকল্যাণ ৰাষ্ট্ৰৰ শিক্ষানীতি ৰচনা হব লাগিব আজিৰ শিশুৰ বাবে। আজিৰ শিশু ভবিষ্যত ভাৰতৰ নাগৰিক।

স্বাধীনতাৰ পৰৱৰ্ত্তী কালছোৱাত ভাৰতৰ শিক্ষা সংস্কাৰৰ একাধিক শিক্ষা আয়োগ গঠন কৰা হ'ল। কাৰ্য্যকৰীও কৰা হ'ল। সম্পদৰ অভাৱতেই হওঁক, কাৰ্য্যপৰিচালনাৰ ত্ৰুটিৰ বাবেই হওঁক এই শিক্ষা আয়োগসমূহে আশা কৰা মতে সুফল যোগান ধৰিব নোৱাৰিলে। ফলশ্ৰুতিত লাখ লাখ শিক্ষিত নিবনুৱাৰ জন্ম হৈ দেশক হাওঁ হাওঁকৈ মুখমেলি গ্ৰাস কৰিবলৈ থিয় হ'ল। সমাধান বিচাৰি ৰাষ্ট্ৰনায়ক, শিক্ষাবিদ সমাজৰ শুভাকাঙ্খীসকল হতাশাত দিক্‌ভ্ৰষ্ট হৈ পৰিছে।

দেশৰ অপৰিকল্পিত আৰু ৰাজনৈতিক প্ৰভাৱত হাড়ছালবিহীন পয়ালগা হাজাৰ হাজাৰ শিক্ষানুষ্ঠান গঢ় লৈ উঠিল। বিদ্যালয় মহাবিদ্যালয়বোৰ গঢ়ি উঠাত শিক্ষাবিস্তাৰৰ প্ৰয়োজনীয়তাতকৈ এচাম শিক্ষিত ডেকা গাভৰুৰ সময় কটাবলৈ য'তে ত'তে বিদ্যালয় প্ৰতিষ্ঠা কৰা হ'ল। দেশৰ কামত প্ৰয়োজন হোৱা বৃত্তিমুখী আৰু কাৰিকৰী অনুষ্ঠানতকৈ কেৱল "white colour jobs" কৰিব পৰা শিক্ষিত-লোক তৈয়াৰ হ'ল। স্নাতকোত্তৰ ডিগ্ৰীধাৰী যুৱক-যুৱতীয়েও অৰ্থ-নৈতিক তাৰণাত পৰি আমোলা চাকৰি কৰিবলৈ কুণ্ঠাবোধ নকৰা হ'ল।

দেশত দেখা দিয়া নিবনুৱা সমস্যা, একৈশ শতিকাৰ প্ৰয়োজন অনুসৰি মানুহ সৃষ্টিৰ বাবে ভাৰতৰ নৱজোৱান প্ৰধান মন্ত্ৰীয়ে নতুন শিক্ষানীতি গ্ৰহণৰ প্ৰস্তাৱ দিলে। দেশৰ শিক্ষানীতি যেনে ভাৱেই গ্ৰহণ কৰা নহওঁক—তাক ৰূপায়ণ কৰিব লাগিব দেশৰ শিক্ষক সমাজে। পূৰ্বৰ আৰু বৰ্ত্তমানৰ শিক্ষানীতি ভাৰতৰ বিদ্যালয়সমূহৰ শ্ৰেণীকৰণত

ফলৱতী কৰি তুলিবলৈ চেষ্টা কৰোতে সময়ে সময়ে দেখা দিয়া সমস্যা, শিক্ষাৰ পাঠ্যক্ৰম, বিদ্যালয়ৰ সা-সৰঞ্জাম, শিক্ষকৰ অৰ্থনৈতিক সমাধান ছাত্ৰ শিক্ষক তথা অভিভাৱকৰ সমন্বয় আদি ভিন্ন দিশত আমি বাতৰি কাকত, আলোচনী আদিত এনেনি প্ৰবন্ধ মুদ্ৰিত কৰি প্ৰচাৰ কৰিছিলোঁ, শিক্ষক তথা শিক্ষা অনুৰাগী সচেতন ব্যক্তিৰ হেতু। শিক্ষক সংগঠনৰ নেতৃত্বৰ দায়িত্ব বহন কৰি ইয়াক এক নৈতিক কৰ্তব্যৰূপে গ্ৰহণ কৰা হৈছে। শিক্ষকৰ অৰ্থনৈতিক সমস্যাৰ সমাধানৰ উপৰিও বৌদ্ধিক বিকাশ তথা কৰ্মৰ প্ৰতি সজাগ কৰিবৰ মানসে এনে ব্যৱস্থা গ্ৰহণ কৰা হৈছে। এইয়া কৰ্তব্য পালনৰ প্ৰচেষ্টা।

সমগ্ৰ অসমৰ প্ৰাথমিক, মজলীয়া স্তৰৰ বহুতো শিক্ষা-অনুৰাগী শিক্ষক বন্ধুৱে আমাৰ বিভিন্ন সময় আৰু কাকতত প্ৰকাশ হোৱা প্ৰবন্ধসমূহৰ এটি সংকলন প্ৰকাশ কৰিবলৈ তাগিদা দি আহিছে। শদিয়াৰ পৰা ধুবুৰীলৈকে থকা বন্ধুসকলৰ নাম উল্লেখ কৰা সম্ভৱ নোহোৱাত ইয়াৰ পৰা বিৰত থাকিবলৈ বাধ্য হলো।

ষষ্ঠবিংশতি শিক্ষক দিৱসত অসমৰ শিক্ষা, বিজ্ঞান, প্ৰযুক্তি আৰু পৰিৱেশৰ মন্ত্ৰী মাননীয় শ্ৰীবৃন্দাবন গোস্বামীদেৱে দিয়া শুভেচ্ছা-বাণীৰ সুফল কামনা কৰি তলত উল্লেখ কৰিলোঁ।

"এটা যুগৰপৰা আন এটা যুগলৈ, এটা পুৰুষৰপৰা আন এটা পুৰুষলৈ পৰম্পৰাৰ সম্পদখিনি কঢ়িয়াই নিবলৈ আটাইতকৈ গুৰুত্বপূৰ্ণ ক্ষেত্ৰ হ'ল স্কুলসমূহ। আৰ্থিক জীৱনৰ আধুনিক বিকাশৰ ফলত পৰম্পৰা আৰু শিক্ষাৰ বাহক হিচাবে পৰিয়ালৰ ভূমিকা দুৰ্বল হোৱা বাবে এই কথা অধিক প্ৰযোজ্য হৈ পৰিছে। গতিধাৰা আৰু সম্পদ-খিনি অক্ষুণ্ণ ৰাখিবলৈ মানৱ সমাজ আগতকৈ বেছি পৰিমাণে স্কুলৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছে।"

বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ বিজ্ঞানী, দাৰ্শনিক আৰু মানৱতাবাদী এলবাৰ্ট আইনষ্টাইনে সমাজৰ বিৱৰ্তনত স্কুলসমূহৰ মহত্বপূৰ্ণ ভূমিকা এনেদৰে

উল্লেখ কৰি গৈছে। এনে সুদূৰপ্ৰসাৰী দৃষ্টি ভঙ্গীত আইনষ্টাইনে শিক্ষকসকলক মানব সভ্যতাৰ প্ৰবিয়ালৰ ভূমিকাত কামনা কৰিছে।

শিক্ষাৰ ওপৰত বৃগুত কৰা প্ৰবন্ধ এটাত আইনষ্টাইনে লেখিছিল—"স্কুলত আৰু জীৱনটোতে কাম কৰাৰ আটাইতকৈ তাৎপৰ্য্যপূৰ্ণ উদ্দেশ্য হোৱা উচিত কামৰ মাজত আনন্দ বিচাৰি পোৱা, কামৰ ফলাফলত আৰু সমাজৰ বাবে ফলাফলৰ মূল্যত আনন্দ বিচাৰি পোৱা। তৰুণমনৰ মনস্তাত্বিক দিশবোৰ জগাই তুলিবলৈ আৰু শক্তিশালী কৰিবলৈ স্কুলে অতি গুৰুত্বপূৰ্ণ দায়িত্ব অৰ্পণ কৰা বুলি মই ভাবোঁ।"

স্বাভাৱিকতে এই দায়িত্ব শিক্ষকৰ ওপৰত অৰ্পণ কৰা হয়। শিক্ষকদিৱসৰ দিনটোত প্ৰতিজন শিক্ষকে সমাজৰ সুস্থ গতিধাৰা আৰু সম্পদখিনি অক্ষুণ্ণ ৰাখিবলৈ কিমানখিনি অৰিহণা যোগাব পাৰিলে সমাজৰ বিৱৰ্তনত স্কুলৰ ভূমিকাক কিমানখিনি জীৱন্ত কৰি তুলিব পাৰিলে, তৰুণমনৰ সুপ্ত প্ৰতিভা বিকশিত কৰিবলৈ কিমানখিনি আত্ম-নিয়োগ কৰিব পাৰিলে আৰু নিজৰ দায়িত্ব পালনত কিমানখিনি আনন্দ বিচাৰি পালে তাৰ এটা বস্তুনিষ্ঠ খতিয়ান নিজে নিজে ল'লে শিক্ষক দিৱস অতি মহিমামণ্ডিত হৈ উঠিব। তেনে এক মূল্যাঙ্কনে শিক্ষক দিৱস অৰ্থপূৰ্ণ কৰি তুলিব বুলি মোৰ বিশ্বাস।

ছাত্ৰ ছাত্ৰীৰ সৰ্বাঙ্গীন উৎকৰ্ষ সাধনাত প্ৰতিজন শিক্ষকেই আদৰ্শ-বান হওঁক। সমাজে শিক্ষকৰ পৰা ইয়াকে বিচাৰে, প্ৰতিজন শিক্ষক প্ৰকৃত শিক্ষক হৈ স্কুলৰ, ছাত্ৰ ছাত্ৰীৰ, বৃহত্তৰ জাতিটোৰ জীৱন জ্যোতি-স্বৰূপ কৰি তোলক।"

---

"এজন যোগ্য প্ৰধান মন্ত্ৰীতকৈ এজন যোগ্য শিক্ষক হবলৈ বেছি সামৰ্থৰ প্ৰয়োজন হয়।" —স্নাউথাৰ।

## শিক্ষানীতি '৮৬

মানুহৰ ইতিহাস যেতিয়াৰ পৰা আৰম্ভ হৈছে তেতিয়াৰ পৰাই মানুহৰ শিক্ষাৰ ক্ৰমবিকাশ হৈ আহিছে। এনে ক্ৰম বিকাশৰ লগে লগে শিক্ষা সহজলভ্য, সম্প্ৰসাৰিত আৰু বহুমুখী হৈ পৰা আমি দেখা পাইছোঁহক। প্ৰতিখন দেশেই নিজৰ অনন্য সামাজিক সাংস্কৃতিক স্বকীয়তা প্ৰকাশ আৰু পৰিবৰ্দ্ধনৰ উদ্দেশ্যে আৰু সময়ৰ প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব পৰাকৈ শিক্ষাব্যৱস্থা গঢ় দি লয়। গতিশীল পৃথিবীৰ প্ৰয়োজন সাপেক্ষে পুৰণিকলীয়া শিক্ষা ব্যৱস্থাত নতুন দিক্‌নিৰ্ণয় কৰিব-লগীয়া মুহূৰ্ত আহি পৰে। ভাৰতৰ ইতিহাসত আজি সেই মুহূৰ্ত সমাগত।

ভাৰতবৰ্ষ বৰ্তমান অৰ্থনৈতিক দিশত আৰু কাৰিকৰী প্ৰগতিত এটা গুৰুত্বপূৰ্ণ পৰ্য্যায়ত উপস্থিত হৈছেহি। এনে এটা অৱস্থাত আগতে আমি যি বিলাক সম্পদ আহৰণ কৰিছিলোঁহক—সেই সম্পদ-ৰাজিৰ আলমত সকলোতকৈ অধিক সা-সুবিধা গ্ৰহণ কৰি, সকলো শ্ৰেণীৰ লোক যাতে উপকৃত হয়, সেইটো নিশ্চিত কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিব লাগিব। এই উদ্দেশ্য সাধনৰ ভাল পথটোৱেই হ'ল শিক্ষা। এই লক্ষ্য আগত ৰাখি ভাৰত চৰকাৰে ৰাষ্ট্ৰীয় শিক্ষানীতি গ্ৰহণ কৰিছে।

১৯৬৮ চনৰ শিক্ষানীতি আৰু পৰৱৰ্ত্তী কালৰ ক্ষেত্ৰত উল্লেখ কৰা হৈছে—

"ভাৰত স্বাধীন হোৱাৰ পাচত ভাৰতীয় শিক্ষা ইতিহাসত ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি এক গুৰুত্বপূৰ্ণ পদক্ষেপ। ৰাষ্ট্ৰীয় প্ৰগতি,

* ভাৰত চৰকাৰৰ মানৱ সম্পদ বিকাশ মন্ত্ৰণালয়।

উমৈহতীয়া নাগৰিকত্ববোধ তথা সাৰ্বজনীন সংস্কৃতিৰ উপলব্ধি আৰু ৰাষ্ট্ৰীয় সংহতিৰ সু-দৃঢ়কৰণকে মূল লক্ষ্য হিচাবে লৈ এই শিক্ষানীতিয়ে দেশৰ শিক্ষা ব্যৱস্থাৰ এক আমূল পৰিবৰ্তনৰ প্ৰয়োজনীয়তাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। সকলো পৰ্য্যায়ত শিক্ষাৰ মানদণ্ড উন্নত কৰাত, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰতি বিশেষ মনোযোগ দিয়া. মূল্যবোধৰ উৎকৰ্ষ সাধন কৰা শিক্ষা আৰু জনজীৱনৰ মাজত এক ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰা আদি দিশত অগ্ৰাধিকাৰ দি শিক্ষাৰ পুনৰ গঠন প্ৰচেষ্টা হাতত লোৱা উচিত বুলি ১৯৬৮ চনৰ শিক্ষানীতিয়ে বিবেচনা কৰিছিল।

১৯৬৮ চনত শিক্ষানীতি প্ৰচলন হোৱাৰ পিচৰে পৰা সমগ্ৰ দেশতে শিক্ষাৰ সকলো পৰ্য্যায়তে প্ৰসাৰ ঘটিছে আৰু যথেষ্ট সা-সুবিধা আগবঢ়োৱা হৈছে। উল্লেখযোগ্য যে বৰ্তমানে গ্ৰামাঞ্চলৰ শতকৰা ৯০ ভাগতকৈও অধিক ছাত্ৰ-ছাত্ৰীয়ে ঘৰৰপৰা এক কিলোমিটাৰ দূৰত্বৰ ভিতৰত অৱস্থিত প্ৰাথমিক বিদ্যালয়ত শিক্ষা লাভৰ সুবিধা পাইছে। সেইদৰে আন আন পৰ্য্যায়তো যথেষ্ট পৰিমাণৰ সা-সুবিধা সম্প্ৰসাৰিত কৰা হৈছে। সমগ্ৰ দেশৰ বাবে এক গ্ৰহণযোগ্য, উমৈহতীয়া শিক্ষা গাঁথনি উদ্ভাৱন কৰা আৰু নতুন ১০+২+৩ বছৰীয়া শিক্ষা ব্যৱস্থা সৰহ সংখ্যক ৰাজ্যই প্ৰবৰ্তন কৰা উক্ত শিক্ষানীতিৰ এক উল্লেখযোগ্য বৰঙণি বুলি কব পাৰি। সেইদৰে স্কুলীয়া কেৰিকুলামৰ ক্ষেত্ৰতো কেইবাটাও নতুন কথা অন্তৰ্ভুক্ত কৰা হ'ল যেনে—ল'ৰা আৰু ছোৱালীৰ বাবে একে পাঠ্যসূচীৰ প্ৰৱৰ্তন, বিজ্ঞান আৰু গণিত বাধ্যতামূলক শিক্ষণীয় বিষয় হিচাবে গ্ৰহণ আৰু কৰ্ম অভিজ্ঞতা কাৰ্যসূচীত বিশেষ গুৰুত্ব প্ৰদান।

প্ৰাক্ স্নাতক পৰ্য্যায়ৰ পাঠ্যসূচীও পুনৰ গঠন কৰাৰ কাম আৰম্ভ কৰা হ'ল। স্নাতকোত্তৰ শিক্ষা আৰু গৱেষণাৰ বাবে উচ্চ পৰ্য্যায়ৰ অধ্যয়ন কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হ'ল আৰু এইদৰে আমি শিক্ষিত জনশক্তিৰ

প্ৰয়োজন পূৰণ কৰিবলৈ সমৰ্থ হ'লে । উল্লেখিত সাফল্যসমূহ— স্বকীয় ভাৱে প্ৰশংসনীয় হলেও ১৯৬৮ চনৰ শিক্ষানীতিত সন্নিবিষ্ট নীতি নিৰ্দেশনাখিনি সুনিৰ্দিষ্টভাৱে দায়িত্ব ন্যস্তকৰণ আৰু বিত্তীয় তথা সাংগঠনিক সমৰ্থৰ অভাৱত ক্ষেত্ৰ প্ৰয়োগৰ বিস্তৃত কৌশলৰূপে প্ৰতিফলিত নহ'ল। ফল স্বৰূপে, বহুদিন ধৰি সঞ্চিত হৈ থকা সমস্যা যেনে, শিক্ষাৰ সহজলভ্যতা, শিক্ষাৰ মান বৃদ্ধি শিক্ষিতৰ সংখ্যাবৃদ্ধি, অৰ্থব্যয়, ব্যৱহাৰিকতা আদিৰ অভাৱ অত্যধিক অনুপাতে বাঢ়ি যোৱাৰ লৈ চাই ইয়াক জৰুৰীকালীন তৎপৰতাৰে সমাধা কৰা প্ৰয়োজন হৈ পৰিছে।

ভাৰতীয় শিক্ষা ব্যৱস্থা আজি এক সন্ধিক্ষণত উপস্থিত। প্ৰচলন সম্প্ৰসাৰণ গতি আৰু উন্নয়নৰ কাৰ্য্যসূচী কোনোটোৱেই বৰ্তমান পৰিস্থিতিৰ প্ৰয়োজন পূৰণ কৰিব নোৱাৰে। ভাৰতীয় চিন্তাধাৰামতে প্ৰতিজন ব্যক্তিয়েই সম্ভাবনাপূৰ্ণ আৰু অমূল্য ৰাষ্ট্ৰীয় সম্পদ। ইয়াৰ বিকাশ আৰু পূৰ্ণতাৰ বাবে লাগে আদৰ আৰু যত্নেৰে গতিশীল কৰি গঢ়ি তোলাৰ প্ৰযত্ন। গৰ্ভৰপৰা মৃত্যুকাললৈকে বিভিন্ন সময়ত প্ৰতিজন ব্যক্তিৰ বিকাশত ভিন ভিন সমস্যা আছে। বিকাশৰ এই ভিন্নমুখী জটিলতাৰ বাবে শিক্ষাই সুবিধা দিবলৈ হ'লে ইয়াৰ এক সৰ্বাত্মক পৰিকল্পনা আৰু সচেতন কাৰ্য্য পন্থা লব লাগিব।

ভাৰতীয় ৰাজনৈতিক আৰু সামাজিক জীৱন, যুগ যুগ ধৰি মানি লোৱা মূল্যবোধসমূহ স্খলনৰ এক বিপদসঙ্কুল অৱস্থাৰ মাজেদি চলিবলৈ ধৰিছে। ধৰ্ম নিৰপেক্ষতা, সমাজবাদ, গণতন্ত্ৰ, ব্যক্তিগত, নৈতিকতা আদি লক্ষ্যসমূহ বিপন্ন হৈ পৰিছে। বদিহে গাঁও আৰু নগৰৰ মাজৰ ব্যৱধান আঁতৰাই নিয়োগত বহুমুখী সুবিধা দান কৰিব পৰা নাযায় তেতিয়া হ'লে গাঁও অঞ্চলৰ দুৰ্বল সংগঠন আৰু সামাজিক অনুষ্ঠানসমূহ শিক্ষিত আৰু প্ৰশিক্ষণপ্ৰাপ্ত যুৱকসকলৰ সেৱাৰপৰা বঞ্চিত হয়। অহা কেইটামান দশকৰ ভিতৰত আমাৰ জনসংখ্যা বৃদ্ধি পৰ্য্যাপ্ত পৰিমাণে

হ্রাস কৰিব লাগিব। এই সমস্যা সমাধানৰ বাবে সৰ্বাধিক গুৰুত্বপূৰ্ণ কাম হ'ব নাৰী শিক্ষা আৰু সাক্ষৰতা বৃদ্ধি অভিযান।

অহা দশকবোৰে অভূতপূৰ্ব সুযোগ সুবিধাৰ লগতে নতুন উত্তেজনাও কঢ়িয়াই অনাৰ সম্ভাৱনীয়তা আছে। এই নতুন পৰিবেশৰ সুবিধা লবলৈ হ'লে মানৱ সম্পদক নতুন সাচত গঢ়িব লাগিব। নতুন ধাৰণা-সমূহ সকলো সময়তে গঠনমূলকভাৱে উপলব্ধি কৰাৰ সামৰ্থ্য নতুন পুৰুষৰ থাকিব লাগিব। সামাজিক ন্যায় আৰু মানৱীয় প্ৰমূল্য-সমূহৰ প্ৰতিও তেওঁলোকে সচেতন হ'ব লাগিব। উন্নত শিক্ষা ব্যৱস্থাৰ মাজেদিহে এইখিনি কাম সম্ভৱ হৈ উঠিব ইয়াৰ উপৰিও নানা ধৰণৰ নতুন প্ৰত্যাহ্বান আৰু সামাজিক প্ৰয়োজনীয়তাই এক নতুন শিক্ষানীতি যুগুতাই ৰূপায়ণ কৰাৰ দায়িত্ব আনি দিছে। ইয়াৰ কোনো বিকল্প ব্যৱস্থা নাই।

## শিক্ষাৰ ভূমিকা

আমাৰ জাতীয় দৃষ্টিভঙ্গীত শিক্ষা সকলোৰে বাবে। আমাৰ পাৰ্থিব আধ্যাত্মিক তথা সৰ্বাঙ্গীন বিকাশৰ বাবে শিক্ষাই হৈছে মৌলিক সম্বল। শিক্ষাৰ এক বিকাশধৰ্মী সাংস্কৃতিক ভূমিকা আছে। জাতীয় ঐক্য, বিজ্ঞান মানসিকতা আৰু মন-চিত্তৰ স্বাধীনতা আদি দৃষ্টিভঙ্গী গঢ় দিয়াত শিক্ষাই এক পৰিমাৰ্জিত চেতনাৰ উদ্ৰেক কৰে। এই দৰেই সংবিধানত উল্লেখিত সমাজবাদ, ধৰ্মনিৰপেক্ষতা আৰু গণতন্ত্ৰৰ লক্ষ্যসমূহ আগবঢ়াই নিয়াত শিক্ষা বিশেষভাৱে সহায়ক হ'ব। অৰ্থ-নৈতিক গাঁথনিৰ বিভিন্ন স্তৰত নিয়োজিত কৰিব পৰাকৈ শিক্ষাই মানৱ শক্তিৰ উন্মেষ ঘটায়। এই ভিত্তিতে গৱেষণা আৰু উন্নয়ন ঘটে আৰু জাতীয় আত্মনিৰ্ভৰশীলতা সুনিশ্চিত কৰে। বৰ্তমান আৰু ভৱিষ্যতৰ বাবে শিক্ষা এক অনন্য বিনিয়োগ। এই মৌলিক ভাৱাদৰ্শই হ'ল ৰাষ্ট্ৰীয় শিক্ষানীতিৰ সঁচাৰ কাঠি।

## ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থা *

ৰাষ্ট্ৰীয় শিক্ষাব্যৱস্থাৰ ধাৰণামতে জাতি, ধৰ্ম, বৰ্ণ, লিংগ, স্থান নিৰ্বিশেষে সকলো ছাত্ৰ-ছাত্ৰীয়ে এক নিৰ্দ্ধাৰিত পৰ্য্যায়লৈ ন্যূনতম মানৰশিক্ষা লাভৰ সা-সুবিধা পাব লাগিব এই লক্ষ্যত উপনীত হবৰ বাবে চৰকাৰে যথাবিহিত আৰ্থিক কাৰ্য্যসূচীৰ দিহা কৰিব। ১৯৬৮ চনৰ শিক্ষানীতিত প্ৰস্তাৱিত সামূহিক স্কুল ব্যৱস্থা কাৰ্য্যকৰী কৰিবলৈ প্ৰয়োজনীয় ব্যৱস্থা হাতত লোৱা হ'ব। ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থাত এক উমৈহতীয়া শৈক্ষিক গাঁথনিৰ কথা পুনৰ দোহাৰিছে। ইতিমধ্যে দেশৰ সকলো অংশতে ১০+২+৩ শিক্ষা গাঁথনি প্ৰৱৰ্ত্তন কৰা হৈছে। ইয়াৰ প্ৰথম দহবছৰীয়া স্কুলীয়া শিক্ষাৰ পুনৰ বিভাগ ঘটাই প্ৰাথমিক স্তৰ ৫ বছৰীয়া উচ্চপ্ৰাথমিক ৩ বছৰীয়া আৰু মাধ্যমিক স্তৰটোক ২ বছৰীয়া কৰাৰ কথা ভবা হৈছে।

এক মূল পাঠ্যক্ৰমৰ লগত কিছুমান শিথিল আৰু সংগতিপূৰ্ণ উপাদান অন্তৰ্ভুক্ত কৰি প্ৰস্তুত কৰা এক ৰাষ্ট্ৰীয় কেৰিকুলামৰ ৰূপ-ৰেখ.ৰ আধাৰত ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থা গ্ৰহণ কৰা হব। মূল পাঠ্য-ক্ৰমত ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ ইতিহাস, সাংবিধানিক দায়বদ্ধতা আৰু জাতীয় স্বকীয়তা পৰিপুষ্টিৰ বাবে প্ৰয়োজনীয় আন আন বিষয়বস্তুসমূহো সামৰা হব। এই উপাদানসমূহ বিভিন্ন শিক্ষণীয় বিষয়ত প্ৰতিফলিত হব। লগে লগে ভাৰতীয় উমৈহতীয়া সাংস্কৃতিক পৰম্পৰা, সমতা, গণতন্ত্ৰ আৰু ধৰ্ম নিৰপেক্ষতা, পুৰুষ মহিলাৰ সমতা, পৰিবেশ সংৰক্ষণ, সামাজিক বাধা-নিষেধ দূৰীকৰণ, সীমিত পৰিয়ালৰ আৰ্হি গ্ৰহণ, বৈজ্ঞানিক মানসিকতা আদি প্ৰমূল্যসমূহ আহৰণৰ প্ৰতি বিশেষ মনযোগ দিয়া হব। সকলো শৈক্ষিক কাৰ্য্যসূচী ৰূপায়ণ কৰোঁতে এনে প্ৰমূল্যসমূহৰ উৎকৰ্ষ সাধনত বিশেষ গুৰুত্ব আৰোপ কৰা হব।

---

* শিক্ষাৰ মূল্যায়ন প্ৰবন্ধ দ্ৰষ্টব্য।

সমগ্র বিশ্বকে একেটা পৰিয়াল বুলি গণ্য কৰি আমাৰ দেশে শান্তি আৰু বুজাপৰাৰ বাবে অহৰহ কাম কৰি আহিছে। বিশ্বজনীন এই দৃষ্টিভঙ্গীক শিক্ষাই সবল আৰু শক্তিশালী কৰি নতুন পুৰুষক আন্তৰ্জাতিক সহযোগিতা আৰু শান্তিপূৰ্ণ সহ অৱস্থানৰ মনোভাৱেৰে উদ্বুদ্ধ কৰি তোলা একান্ত প্ৰয়োজন। এই দিশটো কোনো পধ্যেই এৰাই চলিব নোৱাৰি।

সমতা লাভৰ শিক্ষাৰ সমান সা-সুবিধা আগবঢ়োৱাৰ উপৰিও কৃতকাৰ্য্যতা লাভৰ বাবে উপযুক্ত পাৰিবেশ সকলোৱে পাব পৰাকৈ সৃষ্টি কৰা প্ৰয়োজন মূল কোৰ্চুলামৰ জৰিয়তে সকলো যে সমান হোৱাৰ অন্তৰ্নিহিত ভাবাৰ্থ উপলব্ধি কৰিবলৈ ছাত্ৰ-ছাত্ৰীক উদগনি দিয়া হব। সামাজিক পৰিবেশ আৰু জন্মগত বংশ পৰম্পৰাই কঢ়িয়াই অনা কু সংস্কাৰ আৰু উচ্চনীচ মনোভাৱ আঁতৰ কৰাৰ উদ্দেশ্যেই এনে সচেতনতা জগাই তোলাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে।

প্ৰতিটো পৰ্য্যায়ৰ শিক্ষাৰ বাবে এক ন্যূনতম মানদণ্ড নিৰূপণ কৰা হব। দেশৰ বিভিন্ন অঞ্চলত কাম কৰা লোকসকলৰ ভিন ভিন সামাজিক সাংস্কৃতিক ৰীতিনীতিৰ বিষয়ে ছাত্ৰ-ছাত্ৰীক অৱগত কৰাৰ ব্যৱস্থা হাতত লোৱা হব। সংযোগী ভাষা বিকাশৰ উপৰিও এটা ভাষাৰ পৰা আন ভাষালৈ কিতাপপত্ৰ অনুবাদ কৰাৰ কাৰ্য্যসূচী ব্যাপক পৰিসৰত যুগুতোৱা হ'ব আৰু বহুভাষী অভিধান আৰু শব্দকোষ আদি প্ৰকাশৰো ব্যৱস্থা গ্ৰহণ কৰা হ'ব নিজ নিজ দৃষ্টিভঙ্গী আৰু ভাবাদৰ্শৰ সহায়ত ভাৰতক নৱৰূপত আৱিষ্কাৰ কৰিবলৈ নতুন পুৰুষক উদগনি দিয়া হব।

সাধাৰণভাৱে উচ্চ শিক্ষাৰ আৰু বিশেষকৈ কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত আন্তঃৰাজ্যিক পৰ্য্যায়ত শিক্ষালাভ কৰিব পৰাকৈ অঞ্চল নিৰ্বিশেষে প্ৰতিজন মেধাবী ভাৰতীয়ক সমান সুযোগ দিয়া হব। বিশ্ববিদ্যালয় আৰু উচ্চ শিক্ষাৰ আন আন অনুষ্ঠানসমূহৰ এক সাৰ্বজনীন চৰিত্ৰ বজাই ৰখাৰ ওপৰত গুৰুত্ব দিয়া হব। গৱেষণা আৰু বিকাশ

তথা বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ দিশত বিভিন্ন অনুষ্ঠানৰ মাজত পাৰস্পৰিক সম্বন্ধ স্থাপনৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰা হব। এনে অনুষ্ঠানসমূহৰ এক সাৰ্বজনীন চৰিত্ৰ বজাই ৰখাৰ ওপৰত গুৰুত্ব দিয়া হব।

গবেষণা আৰু বিকাশ তথা বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ দিশত বিভিন্ন অনুষ্ঠানৰ মাজত পাৰস্পৰিক সম্বন্ধ স্থাপনৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰা হ'ব। এনে আনুষ্ঠানিক সংযোগৰ জৰিয়তে সম্পদ আহৰণ সম্ভৱপৰ হৈ উঠিব আৰু গুৰুত্বপূৰ্ণ ৰাষ্ট্ৰীয় প্ৰকল্পসমূহত অংশ-গ্ৰহণ কৰাৰ সুযোগ সুবিধাও বৃদ্ধি পাব। শিক্ষাৰ ৰূপান্তৰ, বৈষম্য হ্ৰাস, সাৰ্বজনীন প্ৰাথমিক শিক্ষা, প্ৰাপ্তবয়স্কসকলৰ সাক্ষৰতা, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা সম্বন্ধীয় গবেষণা আদি কাৰ্য্যসূচী ৰূপায়ণৰ বাবে প্ৰয়োজনীয় সম্পদ সাহায্য আগবঢ়োৱাৰ দায়িত্ব ৰাষ্ট্ৰই গ্ৰহণ কৰিব।

আজীৱন শিক্ষা আহৰণ শিক্ষা ব্যৱস্থাৰ মূল লক্ষ্য। ইয়াৰ বাবে সাৰ্বজনীন সাক্ষৰতাৰ প্ৰধান প্ৰয়োজন। যুৱক-যুৱতী, গৃহিণী কৃষক আৰু শ্ৰমিক আৰু বৃত্তিজীৱিসকলে যাতে নিজ নিজ অভিৰুচি আৰু সময় সাপেক্ষে শিক্ষালাভ কৰিব পাৰে তাৰ বাবে সুযোগ সুবিধা আগবঢ়োৱা হ'ব। এই ক্ষেত্ৰত ভৱিষ্যতে মুকলি বিদ্যালয় আৰু ডাকযোগে শিক্ষা গ্ৰহণৰ ব্যৱস্থা প্ৰচলনৰ ওপৰত অধিক গুৰুত্ব দিয়া হব।

ৰাষ্ট্ৰীয় শিক্ষানীতিত বিভিন্ন পৰ্য্যায়ত শিক্ষাৰ পুনৰ গঠন কৰাৰ ব্যৱস্থা কৰা হৈছে।

## মাধ্যমিক শিক্ষা *

মাধ্যমিক শিক্ষাই ছাত্ৰ-ছাত্ৰীক কলা, সমাজ বিজ্ঞান আৰু বিজ্ঞানৰ ভিন্নমুখী ভূমিকাৰ বিষয়ে জানিবলৈ দিয়ে। এই স্তৰতেই ছাত্ৰ-ছাত্ৰীক দেশৰ ইতিহাস আৰু ৰাষ্ট্ৰীয় দৃষ্টিভঙ্গী, সাংবিধানিক দায়বদ্ধতা আৰু

নাগৰিক কৰ্তব্য আদিৰ বিষয়ে উপলব্ধি কৰিবলৈ সুযোগ দিয়াৰ উপযুক্ত সময়। যথোপযুক্তভাৱে খুণ্ডতোৱা পাঠ্যক্ৰমৰ যোগেদি কায়িক শ্ৰমৰ প্ৰতি সুস্থ মনোভাব গঠনৰ সচেতনতাক মনেচিতে গ্ৰহণ কৰা আৰু মানৱতা তথা মিশ্ৰিত সংস্কৃতিৰ মূল্যবোধ জগাই তুলিবলৈ বিচৰা হ'ব। অৰ্থনৈতিক উন্নয়নৰ বাবে প্ৰয়োজনীয় মানৱ শক্তি গঢ়ি তুলিবলৈ শিক্ষাক বৃত্তিমুখী * কৰাৰ কাৰণে এই স্তৰত বিশেষ বৃত্তিমুখী অনুষ্ঠান গঢ়া হ'ব নাইবা মাধ্যমিক শিক্ষাক পুনৰ গঠন কৰিব লাগিব। বৰ্তমান মাধ্যমিক শিক্ষাই সামৰি নোলোৱা এলেকাসমূহৰ ছাত্ৰ-ছাত্ৰীৰ বাবে মাধ্যমিক শিক্ষাৰ প্ৰসাৰ ঘটাই ইয়াক সহজ লভ্য কৰি তোলা হ'ব। বাকী এলেকাসমূহত ইয়াৰ সুদৃঢ়ীকৰণৰ ব্যৱস্থা কৰা হ'ব।

## নবোদয় বিদ্যালয়

অতি মেধাবী আৰু যোগ্যতা থকা ছাত্ৰ-ছাত্ৰীক খৰতকীয়াভাৱে আগবাঢ়ি যাবলৈ সুযোগ সুবিধা দিব লাগে বুলি সৰ্বজন স্বীকৃত। তাকে কৰিবলৈ আৰ্থিক সামৰ্থ্য নথকাসকলৰ বাবেও উচ্চমানৰ শিক্ষাৰ সুবিধা কৰিব লাগিব। এই উদ্দেশ্য সাধনৰ বাবে দেশৰ বিভিন্ন ঠাইত এক নিৰ্দিষ্ট আৰ্হিত একোখন নবোদয় বিদ্যালয় স্থাপনৰ কথা চিন্তা কৰা হৈছে। এই স্কুলসমূহত পৰীক্ষা-নিৰীক্ষা আৰু উদ্ভাৱনা কাৰ্য্যসূচীৰো ব্যৱস্থা থাকিব। এই স্কুলসমূহৰ প্ৰধান লক্ষ্য হ'ব

(১) যোগ্যতাৰ সৰ্বশ্ৰেষ্ঠ বিকাশ (২) সমতা আৰু সামাজিক ন্যায় প্ৰতিষ্ঠা (৩) বিভিন্ন প্ৰান্তৰৰ পৰা অহা বিশেষকৈ গ্ৰাম্য অঞ্চলৰ মেধাবী ছাত্ৰ-ছাত্ৰীয়ে একেলগে থাকি পঢ়াশুনা কৰি জাতীয় ঐক্য গঢ়ি তুলিবলৈ সক্ষম হোৱা আৰু সম্পূৰ্ণ বিকাশৰ সুবিধা পোৱা। (৪) দেশ-

* বৃত্তিমুখী শিক্ষা প্ৰবন্ধ ঃ নবোদয় বিদ্যালয় প্ৰবন্ধ দ্ৰষ্টব্য

ব্যাপি হাতত লোৱা শিক্ষা উন্নয়নমূলক কাৰ্য্যসূচীত অবিহণা যোগোৱা। এনে বিদ্যালয় আবাসিক হ'ব। ইয়াত বিনামূলীয়া শিক্ষা দিয়া হ'ব।

## বৃত্তিমুখী শিক্ষা *

প্ৰস্তাৱিত পুনৰ গঠন শিক্ষা ব্যৱস্থাত বৃত্তিমুখী শিক্ষাৰ বাবে এক প্ৰণালীবদ্ধ সুপৰিকল্পিত আৰু দৃঢ়ভাবে ৰূপায়ণ কৰিব পৰা কাৰ্য্যসূচী হাতত লোৱা অতি তাৎপৰ্য্যপূৰ্ণ। আত্মসংস্থান, দক্ষমানৱ শক্তিৰ চাহিদা আৰু যোগানৰ অসমতা দূৰীকৰণৰ আৰু উদ্দেশ্যহীনভাৱে উচ্চ শিক্ষা লবলৈ আগবাঢ়ি যোৱা ছাত্ৰ-ছাত্ৰীৰ বাবে বিকল্প পথ হিচাবে এই ব্যৱস্থা গ্ৰহণ কৰা হৈছে।

বৃত্তিমুখী শিক্ষা এক নিৰ্দিষ্ট ধাৰা হিচাবে পৰিগণিত হ'ব আৰু ই ছাত্ৰ-ছাত্ৰীক জীৱিকাৰ বিভিন্ন পথ বাছি লবৰ বাবে সাজু কৰিব। বৃত্তিমুখী শিক্ষাৰ পাঠ্যক্ৰম সাধাৰণতে মাধ্যমিক স্তৰৰ পিচত প্ৰৱৰ্তন কৰা হ'ব যদিও প্ৰয়োজন হলে অষ্টম শ্ৰেণীৰ পৰাও এনে পাঠ্যক্ৰম ব্যৱহাৰ কৰাৰ কথা চিন্তা কৰিব পৰা যাব। বৃত্তিমুখী শিক্ষাক অধিক ফলপ্ৰসূ কৰি তোলাৰ উদ্দেশ্যে ঔদ্যোগিক প্ৰশিক্ষণ বিদ্যালয়সমূহতো সম্প্ৰসাৰিত বৃত্তিমুখী দিহা কৰা হ'ব।

স্বাস্থ্য সম্বন্ধীয় বৃত্তিমুখী শিক্ষাৰ কাৰ্য্যসূচীৰ জৰিয়তে স্বাস্থ্য পৰিকল্পনা আৰু স্বাস্থ্যসেৱা পৰিচালনাৰ বাবে আৱশ্যকীয় মানৱসম্পদ গঢ়ি তোলাৰ শিক্ষা আৰু প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হ'ব। প্ৰাথমিক আৰু মজলীয়া স্তৰত স্বাস্থ্য শিক্ষাই পাৰিবাৰিক আৰু সামাজিক স্বাস্থ্যৰ প্ৰতি দায়বদ্ধ কৰি তোলাৰ লগে লগে +২ স্তৰত স্বাস্থ্য সম্পৰ্কীয় বৃত্তিমুখী শিক্ষাই ছাত্ৰ-ছাত্ৰীক আগবঢ়াই নিব পাৰিব। এইদৰে কৃষি, বাণিজ্য, সমাজ সেৱা আদি বিভিন্ন বিষয়তো বৃত্তিমুখী শিক্ষাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰিবলৈ যত্ন কৰা হ'ব। আত্মনিয়োগ আৰু

---

* বৃত্তিমুখী শিক্ষা প্ৰবন্ধত আলোচনা কৰা হৈছে।

উদ্যোগমুখিতাৰ কাৰণে আৱশ্যকীয় মনোবৃত্তি, জ্ঞান আৰু কৌশল আহৰণো বৃত্তিমুখী শিক্ষাৰ এক উদ্দেশ্য।

বৃত্তিমুখী শিক্ষাৰ পাঠ্যক্ৰম প্ৰচলন বা অনুষ্ঠান স্থাপনৰ বাবে চৰকাৰ তথা ব্যক্তিগত আৰু ৰাজহুৱা খণ্ডৰ নিয়োগকৰ্তাসকলৰ দায়িত্ব থাকিব। অৱশ্যে মহিলা, গাঁও অঞ্চল আৰু জনজাতিৰ ছাত্ৰ তথা সমাজৰ বঞ্চিতসকলক সুবিধা দিয়াৰ বাবে চৰকাৰে বিশেষ ব্যৱস্থা কৰিব। আৰৌ অক্ষমসকলৰ বাবেও উপযুক্ত কাৰ্য্যসূচী আৰম্ভ কৰা হব।

বৃত্তিমুখী শিক্ষাৰ স্নাতকসকলক সাধাৰণ প্ৰযুক্তি বিদ্যা আৰু ব্যৱসায়িক শিক্ষাৰ পাঠ্যক্ৰমত ভৰ্তি হবলৈ আৰু ব্যৱসায়িক উন্নতি, ব্যৱসায়িক চৰিত্ৰ পৰিমাৰ্জনৰ বাবে পূৰ্ব নিৰ্দ্ধাৰিত ব্যৱস্থাৰ দ্বাৰা সুবিধা প্ৰদান কৰা হব।

নশিকাৰু, প্ৰাথমিক শিক্ষা সম্পূৰ্ণ কৰা যুৱক, বিদ্যালয় এৰি-যোৱা ল'ৰা-ছোৱালী, কামত নিযুক্তলোক, নিবনুৱা বা অৰ্দ্ধ নিযুক্তিত থকা সকলৈ অনানুষ্ঠানিক, শিথিল আৰু প্ৰয়োজনভিত্তিক বৃত্তিমুখী শিক্ষাৰ সা সুবিধা আগবঢ়োৱা হব। এই ক্ষেত্ৰত মহিলাসকলৰ প্ৰতি মনোযোগ দিয়া হব। সাধাৰণ শিক্ষাত স্নাতক উপাধি লাভ কৰা যুৱকে যদি বৃত্তিমূলক শিক্ষাৰ কাৰ্য্য-সূচীতো যোগদান কৰিবলৈ বিচাৰে, তেওঁ-লোকৰ বাবে নিম্নখাপৰ পাঠ্যসূচীৰ আয়োজন কৰা হব।

১৯৯০ চনৰ ভিতৰত দহ শতাংশ আৰু ১৯৯৫ চনৰ ভিতৰত পঁচিশ শতাংশ উচ্চতৰ মাধ্যমিক শাখাৰ ছাত্ৰ ছাত্ৰীক বৃত্তিমুখী শিক্ষাৰ কাৰ্য্যসূচীয়ে সামৰি লব পৰাৰ কথা ভবা হৈছে। এইদৰে শিক্ষা-প্ৰাপ্ত সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে যাতে কামত নিযুক্তি পায় নাইবা আত্ম-সংস্থানৰ দিহা কৰিব পাৰে তাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা হব। বৃত্তি মুখী শিক্ষাৰ পাঠ্যসূচীসমূহ নিয়মিতভাৱে পুনৰীক্ষণ কৰা হব। মাধ্যমিক পৰ্য্যায়ত বৃত্তিমুখী শিক্ষাৰ প্ৰতি উৎসাহিত কৰিবৰ বাবে

চৰকাৰেও কৰ্ম-নিযুক্তিৰ (Recruitment Policy) নীতি পৰ্য্যালোচনা কৰি চাব।

## কৰ্ম অভিজ্ঞতা *

কৰ্ম অভিজ্ঞতাক উদ্দেশ্যভিত্তিক আৰু অৰ্থপূৰ্ণ কায়িক শ্ৰম হিচাবে শিক্ষা প্ৰক্ৰিয়াৰ এক অবিচ্ছেদ্য অঙ্গ স্বৰূপে প্ৰৱৰ্তন কৰাৰ সিদ্ধান্ত লোৱা হৈছে। এনে কাৰ্য্যসূচীয়ে সমাজৰ উপযোগী সম্পদ বা সেৱাৰ সূচনা কৰিব বুলি আশা কৰা হৈছে। সেয়ে শিক্ষাৰ সকলো পৰ্য্যায়তে সু-সংগঠিত আৰু ক্ৰমবৰ্দ্ধ কাৰ্য্যসূচীৰ জৰিয়তে কৰ্ম-অভিজ্ঞতা আঁচনি কাৰ্য্যকৰী কৰিবলৈ যত্ন কৰা হৈছে। ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহ, সামৰ্থ্য আৰু প্ৰয়োজনৰ লগত সঙ্গতি ৰাখি কাৰ্য্যসূচীসমূহ যুগুতোৱা হ'ব আৰু জ্ঞান কৌশলৰ পৰ্য্যায় ক্ৰমস স্তৰ অনুযায়ী উন্নীত কৰা হব। কমৰ এনে অভিজ্ঞতাই ছাত্ৰ ছাত্ৰীক কৰ্মজগতত প্ৰবেশ কৰিবলৈ সুবিধা দিব। নিম্ন মাধ্যমিক স্তৰৰ প্ৰাক্ বৃত্তিমুখী শিক্ষাই উচ্চতৰ মাধ্যমিক স্তৰত বৃত্তিমুখী পাঠ্যক্ৰম নিৰ্বাচন কৰাত সহায় কৰিব।

## শিক্ষক ঃ

এখন সমাজৰ সামাজিক সাংস্কৃতিক পৰম্পৰা শিক্ষকৰ মৰ্য্যাদাৰ দ্বাৰাই প্ৰতিফলিত হয়। সেয়ে শিক্ষকৰ পদমৰ্য্যাদাৰ উৰ্দ্ধত কোনো লোকেই যাব নোৱাৰে বুলি কোৱা হয়। গঠনমূলক আৰু সৃজনী সুলভ দিশত শিক্ষকসকলক অনুপ্ৰাণিত আগ্ৰহশীল কৰি তুলিবলৈ চৰকাৰ আৰু সমাজে এক অনুকূল পৰিবেশ সৃষ্টি কৰাৰ প্ৰতি সচেষ্ট হব লাগে। সমাজৰ প্ৰয়োজন, সামৰ্থ্য আশা-আকাংক্ষাৰ লগত সঙ্গতি ৰাখি উদ্ভাৱনাৰ স্বাধীনতা আৰু যথোচিত যোগাযোগ পদ্ধতি আৰু ক্ৰিয়াকলাপ অৱলম্বন কৰাৰ সুবিধা শিক্ষকসকলক দিয়া উচিত।

প্ৰতিভা, বস্তুনিষ্ঠতা আৰু ব্যৱহাৰিক প্ৰয়োজনীয়তা সুনিশ্চিত কৰি

* লিখকৰ 'কৰ্ম-অভিজ্ঞতাৰ শিক্ষা।' দ্ৰষ্টব্য

শিক্ষক নিযুক্তিৰ পদ্ধতি পুনৰ গঠন কৰা হ'ব। সামাজিক আৰু বৃত্তিগত দায়বদ্ধতা অনুসৰি আৰু প্ৰতিভাৱান ব্যক্তিক শিক্ষকতা বৃত্তিৰ প্ৰতি আকৰ্ষিত কৰিবলৈ শিক্ষকৰ বেতন আৰু সেৱা ব্যৱস্থা নিৰ্দ্ধাৰণ কৰা উচিত। সকলো ঠাইতে সম পৰিমাণৰ বেতন, চাকৰিৰ সেৱা সুবিধা আৰু ওজৰ আপত্তি নিষ্পত্তিকৰণ ব্যৱস্থা আদিৰ উমৈহতীয়া লক্ষ্যত উপনীত হ'বলৈ গোটেই দেশতে প্ৰচেষ্টা চলোৱা হ'ব। শিক্ষকৰ নিযুক্তি স্থান আৰু বদলিৰ ক্ষেত্ৰত বস্তুনিষ্ঠতা সুনিশ্চিত কৰিবৰ বাবে নীতি নিৰ্দ্দেশনা প্ৰস্তুত কৰা হ'ব। * মুকলি অংশ গ্ৰহণ মূলক তথ্য-ভিত্তিক শিক্ষক মূল্যায়ণৰ এক ব্যৱস্থা উদ্ভাৱন কৰা হ'ব আৰু পদোন্নতিৰ সুযোগ সুবিধা দিয়া হ'ব। প্ৰতিজন শিক্ষকৰ দায়িত্ব পালন সম্বন্ধীয় নীতিনিৰ্দ্দেশনা স্থিৰ হ'ব আৰু কৃতী শিক্ষকৰ বাবে যি দৰে উদগনিমূলক ব্যৱস্থা লোৱা হ'ব, সেইদৰে অকৃতকাৰ্য্য হোৱা শিক্ষকসকলৰ বাবে উদগনি ব্যাহত কৰা হ'ব। শিক্ষামূলক কাৰ্য্যসূচী প্ৰস্তুতি আৰু ৰূপায়ণৰ ক্ষেত্ৰত শিক্ষকসকলে আগৰ দৰে গুৰুত্বপূৰ্ণ ভূমিকা লব লাগিব।

বৃত্তিত সততা, শিক্ষকৰ মৰ্য্যাদা বৃদ্ধি আৰু বৃত্তিগত অমাৰ্জিত আচৰণ বিলোপ কৰা আদিৰ দিশত শিক্ষক সংস্থা সমূহে শিক্ষকৰ বৃত্তিগত আচৰণ বিধি প্ৰস্তুত কৰি সেইখিনি পালনৰ দিহা কৰিব লাগিব।

## শিক্ষকৰ শিক্ষা

শিক্ষকৰ শিক্ষা এক অব্যাবিত প্ৰক্ৰিয়া। সেয়ে শিক্ষকৰ বাবে প্ৰাক্ নিযুক্তি কালীন আৰু নিযুক্তিকালীন প্ৰশিক্ষণক দুটা পৃথক উপাদান বুলি ধৰিব নালাগে। প্ৰথম পদক্ষেপ হিচাবে শিক্ষকৰ শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন সাধন কৰাৰ কথা চিন্তা কৰাই হৈছে। শিক্ষকৰ শিক্ষাৰ এই নতুন কাৰ্য্যসূচীয়ে নিৰৱচ্ছিন্ন শিক্ষাৰ ওপৰত

---

* শিক্ষকৰ আচৰণ বিধি : শৈক্ষিক আন্দোলনত শিক্ষকৰ ভূমিকা প্ৰবন্ধ।

গুৰুত্ব আৰোপ কৰিব আৰু শিক্ষকে শিক্ষানীতিত উল্লেখ কৰা নতুন দৃষ্টিভঙ্গীৰে প্ৰয়োজন পূৰণ কৰিব পৰাৰ ওপৰত মনোযোগ দিব।

প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক আৰু আনুষ্ঠানিক তথা প্ৰাপ্তবয়স্ক শিক্ষা কেন্দ্ৰত কাম কৰা ব্যক্তিসকলৰ বাবে প্ৰাক্‌নিযুক্তিকালীন আৰু নিযুক্তিকালীন প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব পৰাকৈ জিলা শিক্ষা আৰু প্ৰশিক্ষণ সংস্থা স্থাপন কৰা হব। এনে প্ৰশিক্ষণ সংস্থা সুপ্ৰতিষ্ঠিত হোৱাৰ লগে লগে নিম্নমানৰ অনুষ্ঠানসমূহ বন্ধ কৰি দিয়া হব। শিক্ষক প্ৰশিক্ষণ অনুষ্ঠান আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ মাজত পাৰস্পৰিক যোগাযোগ আৰু সম্বন্ধ স্থাপন কৰা হব। * **

শিক্ষক, অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীৰ ত্ৰিবেনী সঙ্গমত শিক্ষাৰ সুফল আশা কৰিব পাৰি।

---

"মানুহক নজনা কথা শিকোৱাটোৱেই শিক্ষাৰ অৰ্থ হব নোৱাৰে ইয়াৰ অৰ্থ হ'ল তেওঁলোকক নজনা আচাৰ ব্যৱহাৰৰ বিষয়ে শিক্ষা দিয়া।" – ৰাস্কিন।

"মানসিক উৎকৰ্ষ সাধনৰ বাবে কিতাপৰ শিক্ষাতকৈ উদাৰ ভাবে গ্ৰহণ কৰা কাৰিকৰী শিক্ষা বেছি ফলদায়ক, কিয়নো পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ বাহিৰে কিতাপৰ শিক্ষা মূল্যহীন বুলি ধৰা হয়।' –বাৰ্ট্ৰাণ্ড ৰাছেল।

* সোণালী ত্ৰিভুজ প্ৰবন্ধ। ** ৰাজ্যিক শিক্ষা গবেষণা প্ৰশিক্ষণ পৰিষদৰ সৌজন্যত।

# শিক্ষকৰ দলিল

ভাৰতবৰ্ষৰ নতুন শিক্ষানীতি গণতান্ত্ৰিক ভেটিত গ্ৰহণ কৰা হৈছে। ১৯৮৫ চনৰ ১০ আগষ্টত "শিক্ষাৰ প্ৰত্যাহ্বান" নামৰ এখন পুথি সমগ্ৰ ভাৰতবৰ্ষত প্ৰচাৰ কৰা হৈছিল। ইয়াক শিক্ষাৰ দলিল আখ্যা দিয়া হৈছিল।

১৯৮৬ চনৰ মে' মাহত সমগ্ৰ দেশৰ প্ৰায় ১৩ হাজাৰ পৰামৰ্শ চালিজাৰি চাই ভাৰতৰ আটাই কেইখন ৰাজ্যৰ শিক্ষামন্ত্ৰী সকল, ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদ আৰু কেন্দ্ৰীয় উপদেষ্টা সকলৰ সমূহীয়া বৈঠকত "ৰাষ্ট্ৰীয় শিক্ষানীতি ৮৬" শীৰ্ষক এখন খচৰা গৃহীত হয়। এই গৃহীত খচৰা ১৯৮৬ চনৰ ৮ মে' তাৰিখত লোকসভাত আৰু ১৩ মে' তাৰিখত ৰাজ্যসভাত দাখিল ধৰা হয়। নতুন শিক্ষানীতিৰ এই দলিলখন ৷ ৰাৰটা খণ্ডত ১৫৬ টা স্তৱকত বিভক্ত এখন সুদীৰ্ঘ দলিল। এই দলিলত সন্নিবিষ্ট বলিষ্ঠ পদক্ষেপ সমূহ হ'ল—

ৰাষ্ট্ৰীয় শিক্ষা পদ্ধতি—গোটেই দেশজুৰি শিক্ষা পদ্ধতিৰ এক সু-সমন্বয় গঢ়ি তোলা, পাঠ্যক্ৰমৰ মূল বিষয়সমূহ সন্বিত কৰা আৰু সমগ্ৰ দেশৰ শিক্ষা এটা পৰ্য্যায়লৈ অনা। বৰ্তমান আমাৰ শিক্ষা ব্যৱস্থাত চলিথকা ১০+২+৩ শিক্ষাক্ৰম সমগ্ৰ দেশত প্ৰচলন কৰা হব। সকলো ৰাজ্যৰ কাৰণে এক উমৈহতীয়া পাঠ্যক্ৰম হব। এই পাঠ্যক্ৰমত ভাৰতৰ ঐতিহ্যপূৰ্ণ কাহিনী, ৰাষ্ট্ৰীয় সংহতিপূৰ্ণ কথা, ধৰ্ম নিৰপেক্ষ আৰু সংবিধানৰ প্ৰতি দায়বদ্ধতাৰ কথা সন্নিবিষ্ট কৰা হৈছে। অসমৰ ক্ষেত্ৰতো মাধ্যমিক শিক্ষাপৰিষদে এই লক্ষ্য আগত ৰাখি নতুন পাঠ্যক্ৰম প্ৰস্তুত কৰিছে। এই পাঠ্যক্ৰমৰ ওপৰত নতুন পাঠ্যপুথি প্ৰস্তুত কৰি ইতিমধ্যে শিক্ষাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। ৰাজ্যিক

শিক্ষা গবেষণা প্ৰশিক্ষণ পৰিষদে প্ৰাথমিক পৰ্য্যায়ৰ পাঠ্যক্ৰম যুগুত কৰি এই বছৰৰপৰা ('৮৮) প্ৰথম আৰু তৃতীয় শ্ৰেণীত প্ৰয়োগ কৰিছে। বাকী কেইটা শ্ৰেণীত পৰ্য্যায়ক্ৰমে এই ব্যৱস্থা গ্ৰহণ কৰা হব। কেন্দ্ৰীয় ভাবেও পাঠ্যক্ৰম গ্ৰহণ কৰা হৈছে। নতুন শিক্ষা-নীতিৰ এটি লক্ষ্যণীয় কথা হ'ল নবোদয় প্ৰতিষ্ঠা।

নতুন শিক্ষানীতিত কৰ্মশিক্ষা কাৰ্য্যকৰণত বিশেষ ব্যৱস্থা ৰখা হৈছে। শিক্ষাৰ অন্তঃত ছাত্ৰ ছাত্ৰীয়ে যাতে হা চাকৰি বুলি হাঁহাকাৰ কৰি ফুৰিব নালাগে তাৰ কাৰণে ব্যৱস্থা ৰখা হৈছে। আত্মনিয়োগৰ জৰিয়তে অৰ্থ উপাৰ্জন কৰি জীৱিকা নিৰ্বাহ কৰিব পৰাকৈ শিক্ষা প্ৰদান কৰাৰ ব্যৱস্থা কৰা হৈছে। দেশৰ নিবনুৱা সমস্যা সমাধানত এই কৰ্মমুখী পাঠ্যক্ৰমে উল্লেখযোগ্য অৰিহনা যাতে আগবঢ়াব পাৰে তাৰৈ লক্ষ্য ৰখা হৈছে। শিক্ষানীতিৰ এক উল্লেখযোগ্য দিশ হ'ল কামৰপৰা বিদ্যাৰ উপাধি বিচ্ছিন্নকৰণ। ডিগ্ৰীৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰাৰ কথা ভবা হৈছে। ইঞ্জিনিয়াৰিং, চিকিৎসা বিজ্ঞান, আইন বিভাগ আৰু শিক্ষাৰ দৰে যিবিলাক বিভাগত বিশেষজ্ঞৰ প্ৰয়োজন সেই-বিলাকত উপাধি বিচ্ছিন্নকৰণ ব্যৱস্থা লোৱা হোৱা নাই। যিবিলাক কামৰ ক্ষেত্ৰত শিক্ষাৰ উপাধি নহলেও কাম চলে, তেনে ক্ষেত্ৰত শিক্ষাৰ উপাধি নহলেও কাম চলে, তেনে ক্ষেত্ৰত সমূহত ৰাষ্ট্ৰীয় পৰীক্ষা ব্যৱস্থাৰ প্ৰৱৰ্তনৰ কথা ভবা হৈছে।

নতুন শিক্ষানীতিত শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ দায়বদ্ধতাৰ বহুতো ব্যৱস্থা নিৰ্দেশ কৰা হৈছে। সেই সম্পৰ্কে আমাৰ "শৈক্ষিক আন্দো-লনত শিক্ষকৰ ভূমিকা" আৰু "শিক্ষকৰ আচৰণ বিধি" প্ৰবন্ধত উল্লেখ কৰা হৈছে। শিক্ষকে পাঠ দান কাৰ্য্য নিয়মমতে সম্পন্ন কৰিছেনে নাই, ছাত্ৰ-ছাত্ৰীয়ে নিয়মমতে পঢ়াশুনা কৰিছেনে নাই, তাক নিৰ্ণয় কৰাৰ ব্যৱস্থা ৰখা হৈছে। পৰিচালনাৰ ক্ষেত্ৰতো বিকেন্দ্ৰীকৰণৰ ব্যৱস্থা ৰখা হৈছে।

গৃহীত শিক্ষানীতিত কেইটামান বিতর্কমূলক ব্যৱস্থা প্রৱর্তনৰ দিহা কৰা হৈছে। যি সকলে উপকাৰ লাভ কৰে সেই সম্প্ৰদায়ে বিদ্যালয়ৰ ঘৰ-দুৱাৰ চোৱা-চিতাৰ যাৱতীয় দায়িত্ব বহন কৰিব লাগিব। অসমৰ তুলনাত দক্ষিণ ভাৰতৰ বিদ্যালয়ৰ ঘৰবিলাক বহুত উন্নত। অধিকাংশ বিদ্যালয় ঘৰ ৰাজহুৱা প্ৰচেষ্টাত নিৰ্মিত। শিক্ষাৰ উচ্চ পৰ্য্যায়সমূহত মাচুল বৃদ্ধিকৰণৰ কথা ভবা হৈছে। সম্পদ আহৰণৰ ক্ষেত্ৰত ৰেডিঅ', দুৰদৰ্শনক প্ৰচুৰ পৰিমাণে কাৰ্য্যক্ষম কৰি তোলাৰ কথাত গুৰুত্ব আৰোপ কৰা হৈছে।

ৰাষ্ট্ৰীয় শিক্ষা সেৱা প্ৰৱৰ্তনৰ জৰিয়তে এখন ৰাজ্যৰ মানুহ আনখন ৰাজ্যলৈ অনা-নিয়াৰ ব্যৱস্থা কৰা হৈছে। কথা ছবি, কম্পিউটাৰ পূৰ্ণ পৰ্য্যায়ত শিক্ষালয়ৰ ভিতৰলৈ অনাৰ ব্যৱস্থা কৰা হৈছে। ৰাষ্ট্ৰীয় শিক্ষানীতি কাৰ্যকৰী ৰূপত গঢ়ি তুলিবৰ কাৰণে কেন্দ্ৰীয় মুক্ত বিদ্যালয়ৰ জৰিয়তে পাঠদান আৰু পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হৈছে। নিয়োগৰ ক্ষেত্ৰত উপাধি বিচ্ছিন্নকৰণ হেতু কেন্দ্ৰীয় মুক্ত বিশ্ববিদ্যালয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাৰ লগতে জনপ্ৰিয়তা অৰ্জন কৰিব।

শিক্ষা বিষয়টো উমৈহতীয়া তালিকাৰ অন্তৰ্ভুক্ত। বৰ্তমান প্ৰচলিত ব্যৱস্থাত শিক্ষাৰ ওপৰত ৰাজ্যচৰকাৰৰ কতৃৰ্ত্ব বহুলাংশে বিদ্যমান। কিন্তু গৃহীত শিক্ষানীতিৰ ৰূপদানত কেন্দ্ৰীয় চৰকাৰৰ হাতলৈ অধিক ক্ষমতা হস্তান্তৰ হব। পৰিকল্পনা, নিয়োগ পাঠ্যক্ৰম প্ৰৱৰ্তন এটা সময়ত কেন্দ্ৰৰ হস্তগত হব—ৰাজ্যচৰকাৰসমূহ কেৱল দুৱৰী স্বৰূপ হব। ইয়াৰ ফলত ৰাজ্যই ৰাজ্যই ক্ষোভৰ মাত্ৰা বাঢ়িব আৰু অনৈক্যই গা কৰি উঠিব। এখন সুস্থ সবল ভাৰত গঢ়ি তুলিবলৈ শিক্ষক, অভিভাৱক আৰু চৰকাৰ সকলোৱে শুদ্ধচিত্তে আৰু নৈতিকতাৰে কাম কৰা প্ৰয়োজন।

দেশৰ জাতীয় আয়ৰ বুজন পৰিমাণৰ ধন শিক্ষাত বিনিয়োগ নকৰিলে, বিদ্যালয়ৰ ন্যূনতম সা-সুবিধাসমূহ যোগান নধৰিলে, প্ৰয়োজন

মতে গুণগত অৰ্হতাসম্পন্ন শিক্ষক নিয়োগ নকৰিলে একবিংশ শতিকাত ভাৰতে বিপুল গৌৰৱে প্ৰৱেশ কৰাৰ যি পৰিকল্পনা প্ৰস্তুত কৰিছে, সি অলীক কল্পনাৰ বাহিৰে আন একো হৈ নুঠিব। শিক্ষা ব্যৱস্থাত নিষ্ঠা, কৰ্মতৎপৰতা, শিক্ষকৰ দায়বদ্ধতা আৰু কৰ্তৃপক্ষৰ বিচক্ষণতা অপৰিহাৰ্য্য। শেহতীয়া শিক্ষক নিযুক্তি, শিক্ষা বিষয়াসকলৰ শিক্ষকৰ সমস্যাৰাজি সমাধান কৰাত অমনোযোগিতাই জনসাধাৰণৰ মনত বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰা পৰিলক্ষিত হৈছে। ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতাত জনসাধাৰণৰ ক্ষোভ আৰু অসন্তুষ্টিয়ে কেৰ মাৰিব নোৱাৰে সঁচা, কিন্তু ইয়াৰ পৰিণাম সময়ত ভীষণ ৰূপ ধাৰণ কৰিব যাক প্ৰতিৰোধ কৰা সম্ভৱ নহব।

১৯৮৮ চনৰ শিক্ষা বছৰ আৰম্ভৰ পৰা দেশৰ অন্যান্য প্ৰদেশৰ লগতে অসমতো নতুন শিক্ষা ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে। সেয়ে আমি নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি সচেতন হৈ অসমৰ বিভিন্ন বাতৰি কাকত, আলোচনীৰ মাধ্যমেদি অসম চৰকাৰ তথা শিক্ষা মন্ত্ৰণালয়লৈ আমাৰ চিন্তাসমূহ পৰামৰ্শ আকাৰে দাঙি ধৰি অহা হৈছে। আমাৰ পৰামৰ্শসমূহ আছিল—

ৰাষ্ট্ৰীয় শিক্ষানীতি কাৰ্য্যকৰণ কৰাৰ আগতে আমাৰ পূৰ্বস্বত্ব আছিল (১) প্ৰয়োজনীয় অৰ্হতাসম্পন্ন শিক্ষকৰ ব্যৱস্থাকৰণ (২) বিদ্যালয়ৰ শিক্ষাদানৰ পৰিবেশ বিৰাজ কৰা ঘৰ দুৱাৰ, (৩) শিক্ষাদানৰ যাৱতীয় সা-সঁজুলি আদি নীতিগত ভাবে সম্পূৰ্ণৰূপে যোগান ধৰা, (৪) বিদ্যালয়ৰ ঘৰসমূহ স্থায়ীভাৱে নিৰ্মাণ কৰাৰ উদ্দেশ্যে শিক্ষা বিভাগৰ অধীনত "গৃহনিৰ্মাণ" শাখা খোলাৰ আশুব্যৱস্থা চৰকাৰে গ্ৰহণ কৰিব লাগে। (৫) স্থানীয়ভাৱে যিবিলাক বিদ্যালয়ে চাহিদা পূৰণ কৰিব নোৱাৰে তেনে বিদ্যালয় খোলা কাৰ্য্য বন্ধ কৰিব লাগে। (৬) বৈজ্ঞানিক আৰু প্ৰযুক্তি বিজ্ঞানগত বৃত্তিৰ সম্প্ৰসাৰণৰ সমতাৰ লক্ষ্যত উপনীত হবৰ বাবে নগৰ আৰু গাঁৱৰ সকলো বিদ্যালয়ত

সমভাবে সুবিধা আৰু সম্পদৰ ব্যৱস্থা কৰিব লাগে (৭) শিক্ষাৰ ক্ষেত্ৰত সাংবিধানিক লক্ষ্যত উপনীত হবলৈ প্ৰয়োজনীয় ব্যয় চৰকাৰে বহন কৰিব লাগিব। (৮) অকৃতকাৰ্য্য ছাত্ৰ-ছাত্ৰীৰ অপচয় ৰোধ কৰিবলৈ সা-সুবিধা দিয়া, প্ৰয়োজন আৰু পৰ্য্যায়ক্ৰমে পৰীক্ষাৰ মানদণ্ড উন্নত কৰাত শিক্ষকসকল দায়বদ্ধ হব লাগিব। (৯) বিদ্যাৰ্থীক কৰ্মময় জীৱনত প্ৰস্তুতকৰণত উচ্চ মাধ্যমিক বিদ্যালয়ক সম্পূৰ্ণ দায়িত্ব ন্যস্ত কৰিব লাগে। (১০) "Socially useful productive work" সমাজৰ কামত অহা উৎপাদিকা শিক্ষা উৎসাহিত কৰিব লাগে। (১১) শিক্ষাৰ প্ৰত্যাহ্বানত উল্লেখিত ৩·১৬ ব্যক্তিগত কোচিং বন্ধ কৰি বিদ্যালয়তে শিক্ষাদান সম্পূৰ্ণ কৰিব লাগে। (১২) শিক্ষক নিযুক্তিত ৰাজনৈতিক, স্বজন প্ৰীতি আৰু প্ৰৰোচনামূলক নিযুক্তি ব্যৱস্থা প্ৰত্যাহাৰ কৰি শিক্ষক বাছনি পদ্ধতি আৰু নিযুক্তি প্ৰক্ৰিয়া নিকা কৰি প্ৰতিভাৱান, ৰুচি সম্পন্ন, মৰ্য্যাদা সম্পন্ন ব্যক্তিৰ নিযুক্তি ব্যৱস্থা গ্ৰহণ কৰিব লাগে। উচ্চ প্ৰাথমিকত ( এম-ই আৰু এম-ভি ) শিক্ষকৰ অৰ্হতা বৃদ্ধি কৰি পূৰ্বৰ "ষ্টাফপেটাৰ্ণ" সংশোধন কৰি অৰ্হতা অনুসৰি বেতন দিব লাগে। (১৩) শিক্ষা দলিলৰ ৩৫০ ৰ পৰা ৩৫৩ লৈ থকা কথাখিনি সময় সাপেক্ষিক হৈছে বুলি ভবাৰ থল আছে। (১৪) শিক্ষক প্ৰশিক্ষণৰ কাল বৃদ্ধি কৰিব লাগে যদিও হ্ৰস্বম্যাদী আৰু চাকৰিকালিন প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে। (১৫) বিজ্ঞান বিদ্যা সম্পূৰ্ণ কৰা নিবনুৱা যুৱকৰ এটি বুজন সংখ্যকক চুক্তি সাপেক্ষে শিক্ষকৰ প্ৰশিক্ষণৰ দিহা কৰিব লাগে। (১৬) ইতিমধ্যে নতুন শিক্ষানীতি শীৰ্ষক শিক্ষক প্ৰশিক্ষণ সন্তোষজনক নহয়। গতিকে বিদ্যালয়ত চাকৰি কৰি থকা শিক্ষকসকলৰ চাকৰিকালিন প্ৰশিক্ষণৰ ব্যৱস্থা গ্ৰহণ কৰিব লাগে। সকলো শিক্ষকৰ প্ৰশিক্ষণ বাধ্যতামূলক হব লাগে। (১৭) শিক্ষক প্ৰশিক্ষণৰ পাঠ্যক্ৰম প্ৰস্তুত কালত তলৰ বিষয়সমূহৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব—

(ক) বিদ্যাৰ্থীৰ বিভিন্ন জনগোষ্ঠী (খ) বিদ্যাৰ্থীৰ আৰ্থিক আৰু

সামাজিক পটভূমি (গ) ৰাজ্যখনৰ ভাষিক আৰু সাংস্কৃতিক পটভূমি (ঘ) প্ৰশিক্ষণ পাঠ্যপুথি প্ৰস্তুত কালত জাতীয় আহি আৰু দৰ্শনৰ ওপৰত প্ৰস্তুত কৰিব লাগিব।

(১৮ শিক্ষকসকল দলীয় ৰাজনীতিৰ উৰ্দ্ধত থকা প্ৰয়োজন।

(১৯) দক্ষতাৰ মূল্য নিৰূপণত শিক্ষকৰ পদোন্নতি ব্যৱস্থা কৰিব লাগে।

(২০) বিশেষ পাৰদৰ্শী শিক্ষকক বহল পৰিবেশলৈ নি অধিক বিকাশৰ সুযোগ সুবিধা দিব লাগে।

(২১) অন্তসেৱা প্ৰশিক্ষণ, চেমিনাৰ, পুনশ্চৰ্যা পাঠ্যক্ৰম আদিৰ জৰিয়তে নতুন পদ্ধতিসমূহৰ গ্ৰহণ কাৰ্য্যত শিক্ষকসকলক সহায় কৰিব লাগে।

(২২) অভিভাৱক তথা স্থানীয় ৰাইজৰ সহযোগ একান্ত বাঞ্ছনীয়। বিদ্যালয়খন অঞ্চলটোৰ প্ৰাণকেন্দ্ৰ স্বৰূপ কৰি তুলিবলৈ শিক্ষকসকলে চেষ্টা চলোৱাৰ প্ৰয়োজন। শিক্ষক, অভিভাৱক আৰু সমাজকৰ্মী-সকলৰ সহযোগে ছাত্ৰ-ছাত্ৰীক প্ৰকৃত নাগৰিক আৰু পূৰ্ণমানৱ গঢ়ি উঠাত আৰিহনা যোগাব পাৰিব।

(২৩) দলিলত ৪.২০ ত উল্লেখিত দূৰদৰ্শন শিক্ষাৰ বৈপ্লবিক পৰিবৰ্ত্তনৰ উৎপাদনৰূপে অসমৰ ক্ষেত্ৰত গ্ৰহণ কৰাত আমি আশাবাদী নহয়, কাৰণ— এই আঁচনিত অসমৰ অধিকাংশ পিচ পৰা অঞ্চলৰ ছাত্ৰ-ছাত্ৰী এই সুবিধাৰপৰা বঞ্চিত হব।

(২৪) শিক্ষা অনুষ্ঠান স্থাপনৰ দায়িত্ব চৰকাৰে বহন কৰিব লাগে।

(২৫) শিক্ষা বহৰৰ অন্তঃত যি পৰীক্ষা ব্যৱস্থা আছে, সেই পদ্ধতি সলনি কৰিব লাগে। সাধাৰণতে লিখিত পৰীক্ষাতকৈ পৰ্য্যবেক্ষণ কৌশল, মৌখিক পৰীক্ষা আৰু প্ৰয়োগাত্মক পৰীক্ষাৰ ব্যৱস্থা হব লাগে। ইয়াৰ প্ৰশ্ন প্ৰণয়নৰ বাবে শিক্ষকসকলৰ প্ৰশিক্ষণৰ ব্যৱস্থা

হব লাগে। শিক্ষাৰ্থীৰ যোগ্যতা নিৰ্ণয়ত তলৰ ব্যৱস্থাসমূহ লব লাগে—

(ক) প্ৰতি মাহৰ অন্ততঃ বিষয় শিক্ষকে মাহটোৰ শিক্ষাদানৰ পৰীক্ষা শতকৰা ২৫ ভাগ লিখিত, ৫০ ভাগ মৌখিক আৰু ২৫ ভাগ প্ৰয়োগাত্মক পৰীক্ষা হব লাগে।

(খ) ৰাজহুৱা পৰীক্ষাৰ ক্ষেত্ৰত শতকৰা ৫০ ভাগ লিখিত পৰীক্ষা আৰু ৫০ ভাগ বিদ্যালয়ত লাভ কৰা নম্বৰ বিবেচনালৈ আনিব লাগে। এই ব্যৱস্থাত দেখা দিব পৰা অনীতিসমূহৰ বাট আগতে বন্ধ কৰিব লাগিব বিভিন্ন কাৰ্য্যকৰী ব্যৱস্থাৰ জৰিয়তে।

(গ) ৰাজহুৱা পৰীক্ষাৰ সকলো বিষয়ৰ মূল বিষয়বস্তু আগতে ঘোষণা কৰিব লাগে।

ব্যক্তি চিন্তাত উদ্ভাৱিত পৰামৰ্শাৱলী যদি ৰাষ্ট্ৰীয় শিক্ষানীতি কাৰ্য্যকৰণত বিবেচনাৰ ভিত্তৰত ৰখা হয়; তেন্তে আমি প্ৰতিশ্ৰুতি দিব পাৰোঁ এক বিংশ শতিকাত প্ৰবেশ কৰিব পৰা এটা অসমীয়া জাতি গঢ় লৈ উঠিব।

# নবোদয় বিদ্যালয়

ৰাষ্ট্ৰীয় শিক্ষা নীতি ১৯৮৬ চনৰ দলিলৰ ৫.১৪ আৰু ৫.১৫ স্তৱকত কোৱা হৈছে অতি মেধাসম্পন্ন ল'ৰা-ছোৱালীসমূহক তেওঁলোকৰ হেঁপাহৰ জোখাৰে শিক্ষা লাভ কৰিব পৰাকৈ আৰু সেই হেঁপাহৰ জোখাৰে সুবিধা দিয়াৰ মানসে ১৯৯০ চনৰ ভিতৰত সমগ্ৰ ভাৰতবৰ্ষৰ নগৰ আৰু চহৰত ৪০০ খন নবোদয় বিদ্যালয় প্ৰতিষ্ঠা কৰা হ'ব।

উচ্চ মেধাসম্পন্ন ল'ৰ-ছোৱালীয়ে নিজৰ আৰ্থিক সামৰ্থ্যৰ নিৰ্বিশেষে যাতে দ্ৰুত ভাবে বিশেষ গুণ সম্পন্ন শিক্ষা লাভ কৰিবলৈ সমৰ্থবান হয়, সেই লক্ষ্য আগত ৰাখি এই আঁচনি লোৱা হৈছে। এই 'স্পেচ চেটিং' বিদ্যালয়সমূহ নিৰ্দিষ্ট আৰ্হিত দেশৰ বিভিন্ন অংশত সম্পূৰ্ণ সুবিধা প্ৰদানেৰে প্ৰতিষ্ঠা কৰাৰ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হৈছে। ইয়াৰ সুবৃহৎ লক্ষ্য সুধৰ্মসম্পন্ন, সামাজিক সমতা আৰু ন্যায়সঙ্গত, অনুন্নত আৰু পিচপৰা সম্প্ৰদায়সমূহৰ বাবে আসনৰ সংৰক্ষণ, জাতীয় সংহতি ৰক্ষা কৰি প্ৰধানকৈ চহৰ অঞ্চলৰ অতি উচ্চ মেধাসম্পন্ন ছাত্ৰ ছাত্ৰী একেলগে থাকি আৰু শিকি তেওঁলোকৰ নিজস্ব গুণ আৰু প্ৰতিভাসমূহৰ বিকাশ সাধন কৰাৰ সুযোগ সুবিধা প্ৰদান কৰিবলৈ এই আঁচনি গ্ৰহণ কৰা হৈছে। এই বিদ্যালয়সমূহ আৱাসিক হ'ব আৰু ছাত্ৰ-ছাত্ৰীয়ে বিনামূলীয়াকৈ শিক্ষা লাভ কৰাৰ সুবিধা ভোগ কৰিব।

১৯৮৬ চনৰ জুন মাহত ভাৰত চৰকাৰে দেশত এই নবোদয় বিদ্যালয় প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে আৰু নবোদয় বিদ্যালয় সমিতি নামে এক স্বায়ত্ত শাসিত সংস্থা গঠন কৰে। এই শিক্ষা অনুষ্ঠান গঠনৰ মূল লক্ষ্য হ'ল—

(১) গ্ৰাম্য অঞ্চলৰ ছাত্ৰ ছাত্ৰীৰ আৰ্থ সামাজিক অৱস্থালৈ লক্ষ্য নাৰাখি বিভিন্ন প্ৰান্তৰৰ পৰা অহা মেধাবী ছাত্ৰ ছাত্ৰীয়ে একে লগে থাকি পঢ়া শুন কৰি জাতীয় ঐক্য গঢ়ি তুলিবলৈ সক্ষম হোৱা আৰু সম্পূৰ্ণ বিকাশৰ সুবিধা পোৱা।

(২) যোগ্যতা থকা ছাত্ৰ-ছাত্ৰীৰ সৰ্বশ্ৰেষ্ঠ বিকাশ।

(৩) সমতা আৰু সামাজিক ন্যায় প্ৰতিষ্ঠা, অনুসূচীত জাতি আৰু অনুসূচীত জনজাতিৰ বাবে আসন সংৰক্ষণৰ ব্যৱস্থা।

(৪) দেশব্যাপী হাতত লোৱা শিক্ষা উন্নয়নমূলক কাৰ্য্যসূচীত অৰিহণা যোগোৱা।

(৫) বিদ্যালয়সমূহ আবাসিক হব আৰু বিনামূলীয়া শিক্ষাৰ ব্যৱস্থা থাকিব।

(৬) গোটেই দেশতে হিন্দী আৰু ইংৰাজী উমৈহতীয়া শিক্ষাদানৰ মাধ্যম হব।

(৭) জাতীয় সংহতিৰ ৰক্ষাৰ লক্ষ্য আগত ৰাখি দেশৰ এটা অংশৰ ল'ৰা-ছোৱালী আন এটা অংশলৈ আনি শিক্ষা দানৰ ব্যৱস্থা।

(৮) মানদণ্ড সম্পন্ন উমৈহতীয়া সহযোগী পাঠ্যত্ৰ মণিকা প্ৰৱৰ্তন।

(৯) স্কুলীয়া শিক্ষাক গুণগত আৰু উন্নীতকৰণৰ কাৰণে প্ৰশিক্ষণৰ জৰিয়তে শিক্ষকসকলৰ অৰ্হতা আৰু দক্ষতা বৃদ্ধি।

(১০) এই আঁচনি অনুসৰি ৭ম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কাল-ছোৱাত প্ৰতি জিলাত একোখন নবোদয় বিদ্যালয় প্ৰতিষ্ঠা কৰা হব। এই বিদ্যালয়সমূহত অভিভাৱকসকলৰ আৰ্থিক সামৰ্থ্যৰ প্ৰতি লক্ষ্য নাৰাখি অৰ্থপূৰ্ণ আৰু বিশেষ উন্নত ধৰণৰ শিক্ষা দিয়া হব।

(১১) অনুসূচীত জাতিৰ বাবে সাতৰ পৰা শতকৰা ১৫ ভাগ আসন সংৰক্ষণ কৰা হব।

(১২) এই বিদ্যালয়সমূহ কেন্দ্ৰীয় মাধ্যমিক শিক্ষা পৰিষদৰ স্বীকৃতি-প্ৰাপ্ত হব।

(১৩) ৰাজ্যসমূহৰ আঞ্চলিক ভাষাৰ ক্ষেত্ৰত সন্তোষজনক নহয়।

(১৪) বৰ্তমান ভাৰত চৰকাৰে ১৫ খন ৰাজ্য আৰু ৫ খন কেন্দ্ৰীয় শাসিত অঞ্চলৰ বাবে মুঠ ৮২ খন নবোদয় বিদ্যালয় মঞ্জুৰ কৰিছে। প্ৰতিখন নবোদয় বিদ্যালয়ত ৬ষ্ঠ শ্ৰেণীত ৫০ জন ছাত্ৰ-ছাত্ৰীৰ নাম ভৰ্তি কৰিব।

অসম, তামিলনাডু আৰু পশ্চিমবঙ্গই এই আঁচনি বৰ্তমানলৈকে গ্ৰহণ কৰা নাই। অসমৰ শিক্ষা মন্ত্ৰীৰ মতে ই এটা আন্তসাৰশূন্য আঁচনি। এই সম্পৰ্কত বাতৰি কাকত, আলোচনাচক্ৰত বিতৰ্কই ঠাই পাইছে। কিছুমান মতামত যে আবেগিক হৈছে তাকো চিন্তাশীল ব্যক্তিয়ে নুই নকৰে। এই আঁচনিত আমি জনাত অসমৰ মুখ্য আপত্তিৰ কাৰণ হ'ল আঞ্চলিক ভাষাৰ স্থান নথকাত। যিহেতু অসমীয়া ভাষা ইতিমধ্যে স্নাতক মহলা পৰ্য্যন্ত শিক্ষাৰ মাধ্যমৰূপে গ্ৰহণ কৰা হৈছে। অষ্টম শ্ৰেণী পৰ্য্যন্ত আঞ্চলিক ভাষা অনুমোদন জনালেও ইয়াক গ্ৰহণ কৰাত বহুতো কাৰিকৰী অসুবিধা আহি পৰে; কাৰণ এই আঁচনিত অষ্টম শ্ৰেণী পৰ্য্যন্ত আঞ্চলিক ভাষা অনুমোদন জনালেও ইয়াক গ্ৰহণ কৰাত বহুতো কাৰিকৰী অসুবিধা আহি পৰে। কাৰণ এই আঁচনিত অষ্টম শ্ৰেণীৰ পাচত কেৱল হিন্দী আৰু ইংৰাজীকহে স্থান দিয়া হৈছে। যদি ৰাজ্য চৰকাৰে এই আঁচনি গ্ৰহণ কৰে, বিদ্যালয়ৰ বাবে ঘৰ মাটিৰ সুবিধা কৰি দিয়ে তেন্তে নবোদয় বিদ্যালয় প্ৰতিষ্ঠা অসমৰ ক্ষেত্ৰতো সম্প্ৰসাৰণ কৰা হব। ভাষাৰ ক্ষেত্ৰত ত্ৰিভাষা সূত্ৰ গ্ৰহণ কৰাৰ পিচতো এই বৈষম্য কিয় তাক বুজা নাযায়। নবোদয় বিদ্যালয়ৰ মূল উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি তাক পুংখানুপুংখৰূপে পৰ্য্যালোচনা কৰি অসমৰ উচ্চ মেধা সম্পন্ন ছাত্ৰ ছাত্ৰীৰ স্বাৰ্থলৈ লক্ষ্য ৰাখি এই আঁচনি গ্ৰহণ কৰিবলৈ অসম অচিৰে সাজু হব পাৰিব বুলি আশা কৰা যায়।

অসমত নবোদয় বিদ্যালয় আঁচনি গ্ৰহণ কৰিলেও সম্ভাব্য কিছুমান

সমস্যাই দেখা দিয়াৰ সম্ভাবনা নুই কৰিব নোৱাৰি। মূল আঁচনিখন যদি দলীয় ৰাজনীতিৰ উদ্ধত ৰাখিব নোৱাৰে তেন্তে নাম ভৰ্তিৰ বেলিকা ৰাজনৈতিক প্ৰভাৱে প্ৰকৃত মেধাসম্পন্ন নিশকতীয়া পৰিয়ালৰ ছাত্ৰ-ছাত্ৰী বিমুখ হ'ব। যিহেতু নামভৰ্তিৰ বেলিকা নগৰৰ ল'ৰা-ছোৱালীয়ে গাঁৱৰ ঠিকনা দি গ্ৰাম্যঅঞ্চলৰ ছাত্ৰৰূপে নৱোদয় বিদ্যালয়ত সুমাবলৈ একাংশ সম্পদশালী অভিভাৱকে যে চেষ্টা নকৰিব মানে নাই। সেয়ে ভৰ্তিৰ সময়ত এটা বিষয়ত গুৰুত্ব দিব লাগিব নৱোদয় বিদ্যালয়ত ভৰ্তিৰ অনান্য যোগ্যতাৰ লগতে ছাত্ৰ বা ছাত্ৰী গৰাকীয়ে গাঁৱৰ পাঠশালাত একেৰাহে চাৰি বছৰ পঢ়া হ'ব লাগিব আৰু জন্মৰ পৰিচয় পত্ৰ গাঁও পঞ্চায়তৰ প্ৰত্যয়নত থাকিব লাগিব। যোগ্যতাক প্ৰথম স্থান দি সকলো ধৰণৰ স্বজনপ্ৰীতি, ৰাজনৈতিক হস্তক্ষেপ আৰু অনীতি বন্ধ কৰিব লাগিব। এনে বিদ্যালয়ৰ মুৰব্বীজন প্ৰয়োজন সাপেক্ষে সৎ আদৰ্শ তথা দক্ষব্যক্তিহে পাতিব লাগিব। নৱোদয় বিদ্যালয়ত বিভিন্ন জাতিৰ নামত আসন সংৰক্ষণ ব্যৱস্থা সম্পূৰ্ণৰূপে বন্ধ কৰা ব্যৱস্থা লব লাগে। কাৰণ নৱোদয় বিদ্যালয় উচ্চ মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীৰ কাৰণে—ই প্ৰতিযোগিতাৰ বিদ্যালয় আৰু সকলো সুবিধাৰে পৰিপূৰ্ণ বিদ্যালয়। ইয়াত সংৰক্ষণৰ ব্যৱস্থা কিয় আহিব লাগে সেইটো প্ৰতিজন সচেতন ব্যক্তিৰ প্ৰশ্ন।

এই বিদ্যালয়ৰ সৰ্বপ্ৰথম উদ্দেশ্যত কোৱা হৈছে দেশৰ বিভিন্ন প্ৰান্তৰৰ গাঁৱলীয়া মেধাবী ছাত্ৰ-ছাত্ৰীক একেলগে ৰাখি, একেলগে পঢ়াই সমাজত ঐক্য আৰু বিকাশৰ সুবিধা দিয়াৰ কথা ঘোষণা কৰা হৈছে। কিন্তু বৰ্তমান প্ৰচলিত শিক্ষা ব্যৱস্থাত গাঁৱলীয়া ল'ৰা ছোৱালীয়ে কিমান সুবিধা পাইছে সিও বিবেচ্য বিষয়। গাঁও অঞ্চলত অৱস্থিত বিদ্যালয়ৰ ঘৰ, শিক্ষাদানৰ সা-সঁজুলি, শিক্ষক নিযুক্তি, প্ৰয়োজন অনুসাৰে পাঠ্যপুথিৰ যোগান আদিৰ যোগানৰ সমতা ৰক্ষা হোৱা নাই। ভাৰতীয় সংবিধানৰ ৪৫ অনুচ্ছেদ মতে ১৪ বছৰ বয়স পৰ্য্যন্ত সমানভাৱে, সমব্যৱস্থাৰে বাধ্যতামূলক বিনামূলীয়া শিক্ষা দিয়া

চৰকাৰৰ নৈতিক দায়িত্বৰ ভিত্তৰত। দেশৰ সকলো অঞ্চলৰ শিক্ষার্থীয়ে সমান ভাবে শিক্ষা পাব লাগিব। সাধাৰণতে গাঁও অঞ্চলত দুৰ্বলশ্ৰেণী মানুহৰ সংখ্যা সৰহ। আৰ্থিক দিশতেই হওক বা ৰাজনৈতিক ভাবে দুৰ্বল লোকসকলৰ যদি মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰী থাকে সেই সকলে নবোদয় বিদ্যালয় প্ৰতিষ্ঠা হ'লে সুবিধা পাব। যদিও সেই সুবিধা নিশ্চিত নহয়। কেন্দ্ৰীয় চৰকাৰৰ দৰে ৰাজ্য চৰকাৰেও অন্যান্য বিদ্যালয়সমূহত নিম্নতম সা-সুবিধাৰ ব্যৱস্থা প্ৰৱৰ্তন কৰাটো কাম্য সকলো বিদ্যালয়ত সমান সুবিধা চৰকাৰে দিব নোৱাৰাৰ কাৰণেই যদি নবোদয় বিদ্যালয় প্ৰতিষ্ঠাত আপত্তি দৰ্শোৱা হয়—সি সকলোৰে গ্ৰহণযোগ্য হব বুলি কোনেও নিশ্চয়তা দিব নোৱাৰে।

এখন গাঁও বা নগৰৰ শতকৰা ১০ নম্বৰ পোৱা এজন ছাত্ৰক ৯০ নম্বৰ পোৱা ছাত্ৰজনৰ লগত সমানে পঢ়োৱা সম্ভব নহয়। আনহাতে কোনো কল্যাণকামী ৰাজ্যৰ প্ৰশাসকসকলৰ নৈতিক অধিকাৰ নাই ৯০ পোৱা ছাত্ৰজনক জোৰকৰি ১০ পোৱা জনৰ লগত আৱদ্ধ কৰি থোৱাৰ। ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ উদ্দেশ্য হব লাগিব ১০ পোৱা জনক ৩০ নম্বৰলৈ উন্নীত কৰাৰ সা-সুবিধা আৰু সুশৈক্ষিক পৰিবেশ গঢ়ি তোলা আৰু লগে লগে ৯০ পোৱা ছাত্ৰজনৰ বিকাশতও অগ্ৰাধিকাৰ দিব লাগিব। বৰ্তমান দেশত বহু বিদ্যালয়ত উচ্চমেধাসম্পন্ন ছাত্ৰ-ছাত্ৰী আছে যি সকলে পৰিবেশ আৰু সা-সুবিধাৰ অভাৱত অকালতে জঁইপৰি গৈছে। প্ৰয়াত ফকৰউদ্দিন আলি, লালবাহাদুৰ শাস্ত্ৰী, কৃষ্ণকান্ত সন্দিকৈ আৰু হেমচন্দ্ৰ গোস্বামী আদি অসমৰ গাঁও অঞ্চলৰ ছাত্ৰই আছিল।

উচ্চ মেধাসম্পন্ন অসমীয়া ছাত্ৰ-ছাত্ৰীৰ কাৰণে কেন্দ্ৰীয় ধনৰ যোনাৰে তৈয়াৰ কৰা বিশেষ ধৰণৰ একোখন বিদ্যালয় জিলাই প্ৰতি গঢ়ি উঠিলে ক'ত বিজুতি ঘটিব সেই কথা আমাৰ গভীৰ ভিত্তৰলৈ নাহে। অসমত ইংৰাজী মাধ্যমৰ বিদ্যালয়, কেন্দ্ৰীয় বিদ্যালয়ক

সমালোচনা কৰা লোকৰ সংখ্যা সৰহ। বাস্তৱ ক্ষেত্ৰত দেখা যায় শতকৰা ৪০ ভাগ সচেতন অভিভাৱকে তেওঁলোকৰ ল'ৰা-ছোৱালী তেনে বিদ্যালয়ত নাম ভৰ্তি কৰে। ই বৰ্তমান সমাজত এক শ্ৰেণীৰ বাবে ফেচনত পৰিণত হৈছে। এচাম অভিভাৱকে তেওঁলোকৰ ল'ৰা-ছোৱালী তেনে বিদ্যালয়ত নিদিয়ে কেৱল আৰ্থিক অনাটনৰ বাবে। অত্যধিক খৰছি এই বিদ্যালয়ৰ বোজা তেওঁলোকে বহন কৰিব নোৱাৰে। বৰ্তমান ইংৰাজী মাধ্যমৰ বিদ্যালয় টুটক চাৰি সংখ্যা বৃদ্ধিহে হৈছে। যদি নৱোদয় বিদ্যালয়ত গ্ৰাম্য অঞ্চলৰ চোকা ল'ৰা ছোৱালীয়ে বিনাপইচাত সু-শিক্ষা পায় তেনে কাৰ্য্যক চৰকাৰে আদৰণি জনোৱা কাম্য। নিজ মাতৃ ভাষাৰ ব্যৱস্থা ৰাখি ইয়াৰ অনান্য সু-দিশ-সমূহ পৰীক্ষা নিৰীক্ষা কৰা প্ৰয়োজন।

প্ৰাচীন ভাৰতবৰ্ষত ছাত্ৰই গুৰুৰ ঘৰত থাকি সম্পূৰ্ণ মানৱ তৈয়াৰ হৈ আহিছিল। এই ব্যৱস্থাক কোনেও বেয়া বুলি কোৱাৰ মানসিকতা গঢ় লোৱা নাই। এনে উদ্দেশ্য আগত ৰাখি বৰ্তমান যুগৰ লগত খাপ খোৱাকৈ ভাৰতবৰ্ষত এসময়ত পাব্লিক স্কুলসমূহ খোলা হৈছিল। নৱোদয় বিদ্যালয়ো আবাসিক হব আৰু এখন ৰাজ্যৰ ছাত্ৰ-ছাত্ৰীয়ে আন এখন ৰাজ্যত থাকি শিক্ষা লাভ কৰাৰ লগতে সেই ঠাইৰ জন-সাধাৰণ, সমাজ, পৰিৱেশ আৰু আচাৰ নীতিৰ অভিজ্ঞতা অৰ্জন কৰিব ই নিশ্চয় গ্ৰহণযোগ্য হব। এখন উন্নত নগৰৰ বিদ্যালয়ত পঢ়া ছাত্ৰ-ছাত্ৰীৰ বুদ্ধি বৃত্তি অনুন্নত অঞ্চলত পঢ়া ছাত্ৰ-ছাত্ৰীতকৈ অধিক উন্নত হবই। যদিও সকলো বিদ্যালয় তুলি আনি নগৰত প্ৰতিষ্ঠা কৰিব নোৱাৰি তথাপিও সকলো বিদ্যালয়ত পাঠদানৰ নিম্নতম সা-সুবিধাখিনি যোগান ধৰিব লাগিব।

দেশৰ শিক্ষা যদি ভাল কৰিব পাৰে তেন্তে সেই কাম শিক্ষকৰ বাহিৰে কোনো শিক্ষা বিষয়াই কৰিব নোৱাৰে। গতিকে শিক্ষক-সকলে নিজৰ দায়িত্ব আৰু কৰ্তব্য আত্ম বিশ্লেষণৰ জৰিয়তে এই সেৱাত

ব্ৰতী হ'লে নগৰ আৰু গাঁৱৰ শিক্ষাৰ মানদণ্ড সমপৰ্য্যায়ৰ হব। দায়িত্ব সম্পাদন হ'লেহে অধিকাৰৰ দাবী উত্থাপন হয়। এসময়ত শিক্ষকক মন্দিৰৰ পূজাৰী শিক্ষানুষ্ঠানক মন্দিৰ আৰু শিক্ষা বিভাগক সত্ৰ স্বৰূপ জ্ঞান কৰিছিল। কিন্তু আজি এই সকলোবিলাকৰ প্ৰতি সমাজৰ আস্থা ক্ষীন হৈ পৰাৰ পৰিলক্ষিত হৈছে। কেৰোণ ক'ত সকলোৱে জানে, বুজে। কিন্তু অপ্ৰিয় হোৱাৰ ভয়ত প্ৰকাশ নকৰে। শিক্ষাৰ আসোঁৱাহসমূহ নিবাময়ৰ কাৰণে শিক্ষা বিভাগৰ কৰ্ণধাৰ সকলে কান্ধ পাতি নললে কেৱল পৰিকল্পনাৰে দেশৰ শিক্ষাৰ উন্নতি নহব। নবোদয় বিদ্যালয়ৰ প্ৰশাসন কঠোৰ হব য'ত শৃঙ্খলা আৰু নিয়মানুবৰ্তিতা দৃঢ়ভাৱে পালন হব। বৰ্তমান বিদ্যালয়সমূহৰ শৃঙ্খলা অটুট ৰখাত বিশেষ দৃষ্টি নিক্ষেপ কৰাৰ প্ৰয়োজনীয়তা শিক্ষাবিদ, চিন্তা-নায়ক তথা কৰ্তৃপক্ষই অনুভব কৰি আছিছে।

নবোদয় বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম হব হিন্দী আৰু ইংৰাজী। আঞ্চলিক ভাষাৰ স্থান সন্তোষজনক নহয়। হিন্দী দেশৰ ৰাষ্ট্ৰভাষা হেতু আৰু ইংৰাজীক "লিংকলেংগুৱেজ" বুলি মাধ্যমত লোৱা হৈছে। হিমাচল প্ৰদেশৰপৰা কন্যাকুমাৰীকালৈ, অৰুণাচলৰপৰা কাথিয়াৰ উপদ্বীপলৈকে এক পাঠ্যক্ৰমৰ শিক্ষা প্ৰদান কৰা হব—যাতে সমগ্ৰ দেশৰ ছাত্ৰ-ছাত্ৰীৰ মাজত সদভাৱ, সংহতি আৰু ঐক্য ৰক্ষা পৰে।

নবোদয় বিদ্যালয়ত শিক্ষাদানৰ শিক্ষকসকলক প্ৰশিক্ষণৰ জৰিয়তে দক্ষতা বঢ়োৱাৰ ব্যৱস্থা গ্ৰহণ কৰিছে। ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষকৰ গুণগত দিশ আৰু দক্ষতা বৃদ্ধিত সকলো পৰ্য্যায়ৰ শিক্ষক প্ৰশিক্ষণত অধিক গুৰুত্ব আৰোপ কৰা হৈছে। নবোদয় বিদ্যালয়ত শিক্ষকে যেনেকৈ ছাত্ৰ-ছাত্ৰীক পঢ়াব, অন্যান্য বিদ্যালয়ৰ শিক্ষকেও নিশ্চয় তেনেভাবে পঢ়াব। দেশৰ সকলো শিক্ষকক সমানভাবে গঢ়ি তোলাত ৰাষ্ট্ৰৰ যথেষ্ট ভূমিকা আছে। পুনৰবাৰ দোহৰাৰ থল আছে—

যিকোনো বিদ্যালয়ত জাতিগত বিভাজন কৰি আসন সংৰক্ষণৰ ব্যৱস্থাই সমাজৰ সংহতিত ক্ষতিসাধনৰ সম্ভাৱনা নুই কৰা টান। সকলো সম্প্ৰদায়ক সমভাৱে সম সুযোগ প্ৰদানে, বিভিন্ন জাতিৰ নামত উদ্ভৱ হোৱা ক্ষোভৰ উপশম হ'ব।

নৱোদয় বিদ্যালয়ৰ পৰীক্ষা, শৈক্ষিক দিহাপৰামৰ্শ আদি কেন্দ্ৰীয় শিক্ষা পৰিষদে নিয়ন্ত্ৰণ কৰিব। ইয়াৰ কাৰ্য্যালয় ৰাজধানীত হ'ব (দিল্লী)। ভাৰতৰ পূৰ্বাঞ্চল অথবা দাক্ষিণাত্যৰ ৰাজ্যসমূহৰ পৰিষদৰ লগত যোগাযোগ, সমন্বয়ত অত্যধিক ব্যয় বহন কৰিব লাগিব। পৰীক্ষাৰ্থী বা অভিভাৱকসকল খৰচান্ত হৈ হাৰাশাস্তি হ'ব। ৰাজ্যিক শিক্ষা গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ দৰে প্ৰতি ৰাজ্যতে পৰিষদৰ পূৰ্ণ পৰ্য্যায়ৰ কৰ্মক্ষম কাৰ্য্যালয় প্ৰতিষ্ঠা কৰাটো প্ৰয়োজন।

নৱোদয় বিদ্যালয়ৰ প্ৰয়োজনীয়তা মানিলোৱাৰ পাচতো আমাৰ মনত এটা প্ৰশ্নই ঠাই পাইছে। জিলাখনৰ প্ৰতি বছৰে ৫০ জন ছাত্ৰ ছাত্ৰীয়ে বিশেষ সুযোগ সুবিধা থকা বিদ্যালয়ত শিক্ষা লাভ কৰিব আৰু আন ১৫।১৬ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে বেৰ নথকা ঘৰ, বহাৰ আসনৰ অভাৱ থকা শ্ৰেণী আৰু শতকৰা ৩০ খন ব্লেকবোৰ্ড নথকা স্কুলত। শ্ৰেণী অনুপাতে শিক্ষকৰ অভাৱৰ কথা আছেই। শিক্ষাক যদি সমভাৱে প্ৰদান কৰাৰ কথা ভবা হৈছে, তেন্তে জাতীয় আয়ৰ (বৰ্তমানতকৈ অধিক) এটি বৃহৎ অংক শিক্ষাৰ শিতানত ব্যয় কৰিব লাগিব। অনাহূত ভাবে পৰিকল্পনা আৰু চাহিদা অনুপাতে বিদ্যালয় খুখুলি যি কেইখন আছে সেই কেইখনকে সকলো সা-সুবিধাৰে পৰিপূৰ্ণ কৰিব লাগে। ৰাজ্যচৰকাৰে নৱোদয় বিদ্যালয়ৰ আৰ্হিত বিদ্যালয় তৈয়াৰ কৰিব লাগে। সুখৰ খবৰ ইতিমধ্যে ৰাজ্যিক মন্ত্ৰী পৰিষদে প্ৰতি জিলাত একোখন আদৰ্শ বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্তৰ কথা বাতৰি কাকতত প্ৰকাশ হৈছে। এই বিদ্যালয়সমূহৰ প্ৰশাসন, পৰিচালনা, শিক্ষক নিযুক্তি, ছাত্ৰ ভৰ্তিৰ নীতিৰ কথা যদিও ঘোষণা

কৰা হোৱা নাই তথাপি আমি আশা ৰাখিছো এই সকলোবোৰ ৰাজনীতিৰ উৰ্দ্ধত হব।

জনসংখ্যা, পৰিবেশ আৰু আঞ্চলিক ভাৰসাম্য ৰক্ষা কৰি ওচৰে পাজৰে থকা ( ৩।৭ কিলোমিটাৰ দূৰত্বৰ ) একাধিক বিদ্যালয় একত্ৰীকৰণ কৰি, প্ৰশাসনিক ব্যয় হ্ৰাস কৰি একোখন উচ্চমানদণ্ড সম্পন্ন বিদ্যালয় প্ৰতিষ্ঠা কৰিব লাগে। দলীয় ৰাজনীতি, স্থানীয় ৰাজনীতি পৰিহাৰ কৰি অঞ্চল বিশেষে প্ৰয়োজনৰ ওপৰত সমীক্ষা চলাইহে বিদ্যালয় প্ৰতিষ্ঠা কৰিব লাগে। বৰ্তমান যি হাৰত ভেঞ্চাৰ স্কুলৰ সংখ্যা বৃদ্ধি পাইছে সেই অনুপাতে বাঢি গ'লে, এটা সময়ত শিক্ষাশিতানৰ ব্যয়ৰ অভাৱত সকলো বিদ্যালয় অচল হৈ পৰিব। অসম চৰকাৰৰ শিক্ষা বিভাগলৈ আমাৰ পৰামৰ্শ ১৯৮৭ চন পৰ্য্যন্ত বিভাগীয় নীতি নিয়মে যিবিলাক বিদ্যালয়ে স্বীকৃতি পাবলৈ সক্ষম হৈছে— সেই বিদ্যালয়সমূহক সকলোফালে সম্পূৰ্ণ কৰাৰ চেষ্টা কৰক। য'ত একান্ত শিক্ষা বিস্তাৰৰ বাবে বিদ্যালয় প্ৰতিষ্ঠা কৰা অপৰিহাৰ্য্য—তেনে অঞ্চলসমূহত কেৱল চৰকাৰৰ তত্বাৱধানত নতুন বিদ্যালয় প্ৰতিষ্ঠা কৰা প্ৰয়োজন। কেন্দ্ৰই নৱোদয় বিদ্যালয়ত যি হাৰত ব্যয়ৰ আঁচনি লৈছে—সেই আৰ্হিত ৰাজ্য চৰকাৰেও শিক্ষা শিতানত ব্যয় কৰা প্ৰয়োজন। যিহেতু শিক্ষা উমৈহতীয়া তালিকাভুক্ত। কেন্দ্ৰৰ সাহায্যৰ হাৰ ৩০।৭০ শতাংশৰ ঠাইত ৯০।৯৫ হোৱা প্ৰয়োজন।

প্ৰস্তাৱিত আঁচনি অনুসৰি নৱোদয় বিদ্যালয় প্ৰতিষ্ঠাত যিহেতু ৰাজ্যিক ৰাজকোষৰপৰা বৃহৎ পৰিমাণৰ টকা ব্যয় কৰিব নালাগে— কেন্দ্ৰই ব্যয় বহন কৰিব; তেন্তে আমাৰ দেশৰ এচাম অতি তীক্ষ্ণ ছাত্ৰ-ছাত্ৰীক এই সুবিধা পোৱাৰপৰা বঞ্চিত কৰোঁহক কিয় ?

আমাৰ ব্যক্তিগত মত দেশৰ লগত ৰক্ষিতাখুৱাই, মূল আঁচনিৰ সংশোধন ঘটাই অসমত নৱোদয় বিদ্যালয়ৰ আঁচনি কাৰ্য্যকৰী কৰিব লাগে। কিয়নো ভাৰতৰ অন্যান্য প্ৰদেশে এই আঁচনি গ্ৰহণ কৰি

তেওঁলোকৰ ছাত্ৰ-ছাত্ৰীক আমাতকৈ এবছৰ আগবঢ়াই নিব আৰু আমাৰ ছাত্ৰ-ছাত্ৰী পিচ পৰি ৰব। যাৰ কাৰণে তেওঁলোক হয়তো সৰ্বভাৰতীয় সেৰা প্ৰতিযোগিতাত পিচ পৰিব। জাতিৰ স্বাৰ্থত সকলো সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত ৰাজহুৱা মতামত গ্ৰহণ কৰি থাকিলে ফাল কাটোতেই মানুহ বতৰ যাব

---

"যুগ যুগান্তৰৰ জ্ঞান আহৰণৰ উত্তম উপায় হিচাপে শিক্ষা এটা প্ৰণালীবদ্ধ সচেতন প্ৰয়োগ হব লাগে; যাৰ ভৱিষ্যতে যুৱ সমাজে এটা পূৰ্ণাঙ্গ জীৱন যাপন কৰিবলৈ শিকে।"

—অষ্টিন অ'ম্যালি।

# বৃত্তিমুখী শিক্ষা ৰূপায়ণ

"ছাত্ৰ ছাত্ৰীয়ে ইচ্ছা কৰিলে অকল সাধাৰণ শিক্ষা বা বৃত্তিমুখী শিক্ষা নাইবা দুয়োটাকে যাতে লব পাৰে এই পৰিপ্ৰেক্ষিতত উচ্চ শিক্ষাৰ আঁচনি যুগুত কৰা ভাল হব। বৃত্তিমুখী শিক্ষাৰ শিক্ষণীয় বা কাৰিকৰী দিশ দুয়োটাই কম পৰিবেশৰ সম্ভাৱনীয়তাৰ প্ৰতি চকু দিব লাগিব।" —মুখ্যমন্ত্ৰী

✣ ✣ ✣

"নতুন শিক্ষা প্ৰৱৰ্তনৰ জৰিয়তে আশা কৰা হৈছে যে কৰ্মশিক্ষাৰ দ্বাৰা শিক্ষাজগতত এনে এটা সুস্থ পৰিবেশ সৃষ্টি কৰা হব য'ত প্ৰতিজন শিশুৰ মানসিক সদগুণৰাজিৰ আৰু সৃজনী প্ৰতিভাৰ অধিকাৰী হৈ একবিংশ শতিকাৰ সু-নাগৰিক হব পাৰে।"

অসমত বৃত্তিমুখী শিক্ষাৰ সম্পৰ্কত মাননীয় শিক্ষামন্ত্ৰী শ্ৰীবৃন্দাবন গোস্বামীদেৱে ১৯৮৬ চনৰ ২৭ আৰু ২৮ এপ্ৰিলত দিল্লীত অনুষ্ঠিত হোৱা কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদৰ সভাত অসমৰ দৃষ্টিভঙ্গী উপস্থাপন কৰি কৈছিল—

(১) "অগ্ৰাধিকাৰ ভিত্তিত প্ৰয়োজন অনুপাতে আৰু উন্নয়নমুখী বৃত্তিমূলক বিষয় প্ৰৱৰ্তন কৰিব লাগিব। সুকীয়া বৃত্তিমূলক স্কুল স্থাপনো ইতিবাচক পদক্ষেপ হ'ব। আনকি চলন্ত অনুষ্ঠানৰ কথাও চিন্তা কৰিব পাৰি।

(২) বৃত্তিমুখী পাঠ্যক্ৰমৰ শিক্ষা গ্ৰহণ কৰা ছাত্ৰ-ছাত্ৰীৰ বাবে উৰ্দ্ধমুখী আৰু পাৰ্শ্বমুখী বিকাশৰ পথ মুকলি থকাটো বাঞ্ছনীয় হব।"

অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তদেৱেও ২৯ আৰু ৩০ এপ্ৰিলৰ ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদৰ সভাত বৃত্তিমুখী শিক্ষাৰ সম্পৰ্কত

দৃষ্টিভঙ্গী দাঙি ধৰি কয়—"বৃত্তিমুখী শিক্ষা মাধ্যমিক স্তৰৰ অবিচ্ছেদ্য অংশ হিচাবে গ্ৰহণ কৰিব লাগিব। পাঠ্য বাচনি বা পাঠ্যক্ৰম গঠন কৰোতে আমি নিয়োগৰ সুবিধা দিয়া আৰু বিভিন্ন বৃত্তিত আৱশ্যক হোৱা দক্ষকৰ্মী প্ৰস্তুত কৰা কথাৰ প্ৰতি গভীৰ ভাবে চিন্তা কৰি চাব লাগিব। শিক্ষা বৃত্তিমুখীকৰণে যাতে সাধাৰণ শিক্ষাত কোনো অসুবিধাৰ সৃষ্টি কৰিব নোৱাৰে তালৈও চকু দিব লাগিব। ছাত্ৰ-ছাত্ৰীয়ে ইচ্ছা কৰিলে অকল সাধাৰণ শিক্ষা বা বৃত্তিমুখী শিক্ষা নাইবা দুয়োটাকে যাতে লব পাৰে এই পৰিপ্ৰেক্ষিতত উচ্চ শিক্ষাৰ আঁচনি যুগুতোৱা ভাল হব। বৃত্তিমুখী শিক্ষাৰ শিক্ষণীয় বা কাৰিকৰী দিশ দুয়োটাই কৰ্ম পৰিবেশৰ সম্ভাৱনীয়তাৰ প্ৰতি চকু দিব লাগিব।

অসম মাধ্যমিক শিক্ষা পৰিষদে বিদ্যালয়ত বৃত্তিমুখী শিক্ষাক কৰ্ম অভিজ্ঞতা নামে শিক্ষাদান দিয়াৰ পাঠ্যক্ৰম যুগুত কৰিছে আৰু ইয়াক পূৰ্ববদৰেই মূল্যায়ণ (গ্ৰেড) কৰাৰ ব্যৱস্থাৰ আঁচনি লৈছে। কৰ্ম অভিজ্ঞতা বা কৰ্ম শিক্ষা কি? * বিদ্যালয়ত কি কি বিষয়ত শিকোৱা হব বা শিক্ষাৰ্থীয়ে শিকিব এই সম্পৰ্কে আমাৰ "কৰ্ম অভিজ্ঞতা শিক্ষা" নামৰ পুথিত বিশদভাৱে আলোচনা কৰা হৈছে।

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ '৮৬ দলিলৰ ৫.১৬ ৰ পৰা ৫.২৩ ছেদলৈ কোৱা হৈছে। প্ৰস্তাৱিত পুনৰ গঠিত শিক্ষা ব্যৱস্থাত বৃত্তিমুখী শিক্ষাৰ বাবে এক প্ৰণালীবদ্ধ সুপৰিকল্পিত আৰু দৃঢ়ভাবে ৰূপায়ণ কৰিব পৰা কাৰ্য্যসূচী হাতত লোৱা অতি তাৎপৰ্য্যপূৰ্ণ। আত্ম সংস্থান, দক্ষমানৱ শক্তিৰ চাহিদা আৰু যোগানৰ অসমতা দূৰীকৰণ আৰু উদ্দেশ্যহীন ভাবে উচ্চ শিক্ষা লবলৈ আগবাঢ়ি যোৱা ছাত্ৰ-ছাত্ৰীৰ বাবে বিকল্প পথ হিচাবে এই ব্যৱস্থা গ্ৰহণ কৰা হৈছে।

বৃত্তিমুখী শিক্ষা এক নিৰ্দিষ্ট ধাৰা হিচাবে পৰিগণিত হব আৰু ই ছাত্ৰ-ছাত্ৰীক জীৱিকাৰ বিভিন্ন পথ বাচি লবৰ বাবে সাজু কৰিব।

* লিখকৰ "কৰ্ম অভিজ্ঞতাৰ শিক্ষা" দ্ৰষ্টব্য।

বৃত্তিমুখী শিক্ষাৰ পাঠ্যক্ৰম সাধাৰণতে মাধ্যমিক স্তৰৰ পিছত প্ৰৱৰ্তন কৰা হ'ব যদিও প্ৰয়োজন হ'লে অষ্টম শ্ৰেণীৰ পৰাও এনে পাঠ্যক্ৰম ব্যৱহাৰ কৰাৰ কথা চিন্তা কৰিব পৰা যায়। বৃত্তিমুখী শিক্ষাক অধিক ফলপ্ৰসূ কৰি তোলাৰ উদ্দেশ্যে উদ্যোগিক প্ৰশিক্ষণ বিদ্যালয়সমূহতো সম্প্ৰসাৰিত বৃত্তিমুখী শিক্ষাৰ দিহা কৰা হ'ব।

স্বাস্থ্য সম্পৰ্কীয় বৃত্তিমুখী শিক্ষাৰ কাৰ্য্যসূচীৰ জৰিয়তে স্বাস্থ্য পৰিকল্পনা আৰু স্বাস্থ্য সেৱা পৰিচালনাৰ বাবে আৱশ্যকীয় মানৱ সম্পদ গঢ়ি তোলাৰ শিক্ষা আৰু প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হ'ব। বৃত্তিমুখী শিক্ষাৰ পাঠ্যক্ৰম প্ৰচলন বা অনুষ্ঠান স্থাপনৰ বাবে চৰকাৰ তথা ব্যক্তিগত আৰু ৰাজহুৱা খণ্ডৰ নিয়োগ কৰ্তাৰ দায়িত্বত থাকিব।

ন-শিকাৰু, প্ৰাথমিক শিক্ষা সম্পূৰ্ণ যুৱক, বিদ্যালয় এৰি যোৱা ল'ৰা-ছোৱালী, কামত নিযুক্তলোক, নিবনুৱা বা অৰ্দ্ধ নিযুক্তিত থকা সকললৈ আনুষ্ঠানিক, শিথিল আৰু প্ৰয়োজনভিত্তিক বৃত্তিমুখী শিক্ষাৰ সা-সুবিধা আগবঢ়োৱা হ'ব। এই ক্ষেত্ৰত মহিলাসকলৰ প্ৰতি বিশেষ মনোযোগ দিয়া হ'ব।*

বৃত্তি বা কৰ্মমুখী শিক্ষা—কৰ্মশিক্ষা বা সমাজৰ উপকাৰত অহা উৎপাদন হোৱা কাম আৰু সেই কাম কৰিব পৰা শিক্ষা। কৰ্মশিক্ষাক কৰ্ম অভিজ্ঞতা নামেও অভিহিত কৰা হয়। আমাৰ এটি প্ৰবাদ আছে মানুহে দেখি শিকে ঠেকি শিকে। শিক্ষাবিদসকলেও এই কথা মানি লৈ কব খোজে—কামৰ অভিজ্ঞতাৰ দ্বাৰাই মানুহে শিক্ষা লাভ কৰে। অৰ্থাৎ কৰ্ম সম্পাদনৰ দ্বাৰাই মানুহৰ মানবিক গুণৰাশিৰ বিকাশ সাধন হয়। কৰ্ম অভিজ্ঞতা আৰু কৰ্মশিক্ষা একেই অৰ্থবোধক আৰু সকলো প্ৰকাৰৰ কৰ্ম অভিজ্ঞতাৰ সমষ্টিয়েই হ'ল প্ৰকৃত শিক্ষা। উদ্দেশ্যপূৰ্ণ কোনো কাৰ্য্য সম্পাদন কৰা নাইবা কৰ্মৰত কোনো মানুহক দৰ্শন কৰাটো কৰ্মশিক্ষা নহয়। যিবিলাক কৰ্ম অভিজ্ঞতাৰ দ্বাৰা

---

* ৰাষ্ট্ৰীয় শিক্ষানীতিৰ বৃত্তিমুখী শিক্ষা দ্ৰষ্টব্য।

ব্যক্তিৰ মানবিক গুণাৱলীৰ বিকাশ ঘটে সেইবিলাকেই হ'ল প্ৰকৃত কৰ্ম শিক্ষা।

কৰ্ম শিক্ষা আৰু কৰ্ম অভি জ্ঞতা একে অৰ্থবোধক আৰু দুয়োটা অঙ্গাঙ্গী ভাবে জড়িত হলেও ইয়াৰ মাজত কিছু পাৰ্থক্য আছে। যেনে কৰ্ম শিক্ষাৰ ক্ষেত্ৰত প্ৰত্যেক শিক্ষাৰ্থীয়ে নিজহাতে কাম কৰিব লাগে। কিন্তু কৰ্ম অভিজ্ঞতাত ইয়াৰ কৰ্ম প্ৰণালী মাত্ৰ পৰ্য্যবেক্ষণ কৰা হয়।

১৯৬৭-৬৮ চনৰ কোঠাৰী আয়োগত কোৱা হৈছিল—বিদ্যালয়ত, নিজৰ ঘৰত, কৰ্মশালাত, খেতি পথাৰত শিল্প উদ্যোগত মাইবা অন্যান্য উৎপাদনক্ষম পৰিবেশত উৎপাদন কামত শিক্ষাৰ্থীসকলে অংশ গ্ৰহণ কৰাৰ' নামেই হ'ল কৰ্ম অভিজ্ঞতা (Work Experience) শিক্ষাৰ্থী-সকলে ইয়াত অংশ গ্ৰহণ কৰাৰ বহুতো উদ্দেশ্য থাকে। জীৱন আৰু জীৱিকাৰ লগত শিক্ষাক অখণ্ড কৰি তোলা আৰু চাৰিওফালৰ পৃথিৱীখনৰ সৈতে ছাত্ৰ-ছাত্ৰীসকলক পৰিচিত কৰি তোলা। জীৱন, জীৱিকা আৰু শিক্ষা এই তিনিওটা যে ওতঃপ্ৰোতভাবে জড়িত, এই সত্য উপলব্ধি কৰি শিক্ষাৰ্থীক পৰিশ্ৰমী হবলৈ শিকোৱা কৰ্মশিক্ষাৰ উদ্দেশ্য। স্বাৱলম্বী, আত্মনিৰ্ভৰশীল আৰু শ্ৰমৰ মৰ্য্যাদা অনুভব কৰিবলৈ অনুপ্ৰাণিত কৰা। কৰ্মব্যস্ত জগতখনৰ সম্পৰ্কে উৎসুক্য আৰু পৰ্য্যবেক্ষণ ক্ষমতা বিকাশ কৰা।

শিক্ষাৰ্থীৰ মাজত আত্মপ্ৰতিষ্ঠা বা আত্ম বিশ্বাসৰ ভাব জগাই তুলি কঠোৰ পৰিশ্ৰম আৰু উত্তম কৰ্ম অভ্যাসৰ শক্তি গঢ়ি তোলা। দেশৰ সামাজিক লক্ষ্যৰ সহিত সংগতিপূৰ্ণ, সামাজিক সদগুণবাজিৰ উন্নয়ন সাধন কৰা সমস্যা সমাধানৰ শক্তি আৰু উদ্ভাৱন নৈপুণ্য, উন্নয়ণ কৰা। সামাজিক অখণ্ডতা ৰক্ষা কৰি সমাজত দেখা দিয়া বৈষম্যসমূহ দুৰীকৰণৰ কাৰণে সদায় আগবঢ়োৱা উপযুক্ত বয়সত কৰ্মজগতত অংশ গ্ৰহণ কৰিবলৈ পেশাগত প্ৰস্তুতিৰ উন্নয়ন।

স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত বিদ্যালয়সমূহত কেৱল পুথিগত

বিদ্যাদান কৰা হৈছিল। আৰু বৰ্ত্তমান তেনেধৰণৰ শিক্ষাই চলি আছে। বাস্তৱ জীৱনৰ সৈতে একে বিদ্যাৰ সম্পৰ্ক আশা কৰা মতে পোৱা নাযায়। 'উইলিয়াম এইচ কিলপ্যাটিকৰ' মতে "মানুহৰ ভৱিষ্যতত যি শিক্ষাই কোনো কামত নাহে, তেনে শিক্ষা নিৰৰ্থক।"

কৰ্ম অভিজ্ঞতাৰ জৰিয়তে হোৱা শিক্ষাৰ গুৰুত্ব অসীম। শিশুৰ সামাজিক, মানসিক আৰু চৰিত্ৰিক উন্নয়নৰ কাৰণে কৰ্ম শিক্ষাই ভেটি প্ৰস্তুত কৰে। বিদ্যা অৰ্জন আৰু কৰ্ম শিক্ষাৰ মাজত সঙ্গতি বিধানে মানুহৰ জ্ঞানক ফলপ্ৰসূ কৰি তুলিব পাৰে। হাত আৰু কলম দুয়ো-টাৰ জৰিয়তে কাৰ্য কৰি যি অভিজ্ঞতা লাভ হয়, সি মানুহৰ বুদ্ধি শক্তিক উৎজীৱিত কৰে। ইয়াৰ ফলত মানুহৰ মাজত সূক্ষ্ম অন্তদৃষ্টি, একাগ্ৰতা, ন্যায়-পৰায়ণতা, সমস্যা সমাধানৰ অনুপ্ৰেৰণা, দ্ৰুত সিদ্ধান্ত গ্ৰহণৰ সাহস, স্বাৱলম্বন, ধৈৰ্য্য, প্ৰতিকূল পৰিস্থিতিৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণৰ বিষয়ে মানবিক গুণৰ বিকাশ ঘটে।

প্ৰকৃত শিক্ষা হ'ল—যি শিক্ষাই মানুহৰ জীৱনৰ সমস্যা সমাধানত সহায় কৰে। কৰ্ম শিক্ষাৰ জৰিয়তে এনে শিক্ষাৰ সম্ভৱ হব পাৰে। প্ৰচলিত শিক্ষা পদ্ধতিৰ মূলগত ত্ৰুটিসমূহ কৰ্ম শিক্ষাৰ দ্বাৰাহে দূৰ কৰিব পাৰিব। সেয়ে ৰাষ্ট্ৰীয় শিক্ষানীতি কৰ্ম শিক্ষা বা বৃত্তিমুখী শিক্ষাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। নতুন শিক্ষা প্ৰৱৰ্ত্তনৰ জৰিয়তে আশা কৰা হৈছে যে—কৰ্মশিক্ষাৰ দ্বাৰা শিক্ষা জগতত এনে এটা সুস্থ পৰিবেশ সৃষ্টি হ'ব য'ত প্ৰতিজন শিশুৰ মানসিক সদগুণ-বাজি আৰু সৃজনী প্ৰতিভাৰ অধিকাৰী হৈ গঢ়ি উঠিব—সেয়ে শিক্ষাক প্ৰত্যাহ্বানৰূপত লোৱা হৈছে।

চিকাগো বিশ্ববিদ্যালয়ৰ জনডিউই কৰ্ম শিক্ষাৰ জনক। এই পণ্ডিত-জনাৰ মতে শিশুৱে যদি তেওঁলোকৰ স্বাভাৱিক আগ্ৰহৰ বশৱৰ্ত্তী হৈ কোনো বস্তু অনুসৰণ কৰি তাৰ পৰা অভিজ্ঞতা অৰ্জন কৰিব পাৰিলে শিশুৰ সমস্ত ব্যক্তিত্বৰ সু সমঞ্জ বিকাশ ঘটে। উৎপাদন

আৰু জীৱন যাত্ৰাৰ মান উন্নয়নৰ জাতীয় লক্ষ্য পূৰণ কৰিবলৈ হলে কঠোৰ শ্ৰমৰ প্ৰয়োজন। ছাত্ৰ-জীৱনৰ আৰম্ভতে শিশুসকলে অন্তৰৰ কৰ্মস্পৃহা আৰু কৰ্মৰ প্ৰতি ভালপোৱা ভাব জগাই তুলিব লাগিব। সংগবদ্ধ ভাবে কাম কৰাৰ মাজেদি শিশুসকলে সমাজতন্ত্ৰ আৰু জাতীয় সংহতিৰ যথাযথ গুৰুত্ব উপলব্ধি কৰিবলৈ সক্ষম হব।

কৰ্মশিক্ষা বৃত্তি—শিক্ষা নহয়। কৰ্ম শিক্ষা আৰু বৃত্তি শিক্ষাৰ মাজত বহুখিনি সাদৃশ্য আছে যদিও বৃত্তি হ'ল এটা কৰ্ম। এতেকে কৰ্মশিক্ষা আৰু বৃত্তি শিক্ষা একে নহয়। বৃত্তি শিক্ষা হ'ল যি কৰ্ম সম্পাদন কৰি মানুহে দৈনন্দিন ভৰণ-পোষণৰ ব্যৱস্থা কৰে সেয়ে বৃত্তি। বৃত্তি শিক্ষাৰ কাৰণে প্ৰেৰণা, মানসিক প্ৰস্তুতি, বিধিৰ বৃত্তি সম্পৰ্কে প্ৰাথমিক ধাৰণা, কৰ্মসম্পাদনৰ কাৰণে প্ৰয়োজনীয় বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু কৰ্ম পদ্ধতি সম্পৰ্কে শিক্ষাৰ্থীসকলৰ মনৰ আগ্ৰহ আৰু ঔৎসুক্য সৃষ্টি কৰাই হ'ল কৰ্ম শিক্ষাৰ উদ্দেশ্য। কৰ্মশিক্ষাৰ লগত শিক্ষাৰ সমন্বয় অত্যাধিক।

এখন দেশৰ, এটা জাতিৰ অৰ্থনৈতিক উৎপাদন অত্যাৱশ্যক, সমাজনীতি আৰু অৰ্থনীতি বিচাৰে দেশক উৎপাদনমুখী কৰি তুলিব লাগিব। দেশৰ লক্ষ লক্ষ ছাত্ৰ-ছাত্ৰীক বিদ্যালয়ত শ্ৰম-কাতৰ, উৎপাদন বিমুখ কৰি ৰাখি জাতীয় লক্ষ্যত উপনীত হোৱা সম্ভৱপৰ নহয়। শিক্ষাৰ্থীসকলক উৎপাদন প্ৰক্ৰিয়াত অংশ গ্ৰহণ কৰাবই লাগিব।

---

"স্কুল এবাৰ সময়ত প্ৰত্যেক ল'ৰা-ছোৱালীয়ে ভেওঁলোকে কিমান নাজানে সেইটো বুজি পোৱা আৰু তাক জানিবৰ কাৰণে জীৱনজুৰি হাবিয়াস কৰাটো সুনিশ্চিত কৰাই যদি শিক্ষাৰ উদ্দেশ্য হয়, তেনেহলে সেই শিক্ষাহে অধিক ফলদায়ক হব।"

—চাৰ্ উইলিয়াম হালি।

# শিক্ষকৰ আচৰণ বিধি

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ৯.১ ৰ পৰা ৯.৬ ভাগকৈ শিক্ষক আৰু শিক্ষকৰ শিক্ষাৰ সম্পৰ্কত কোৱা হৈছে "শিক্ষাৰ ক্ষেত্ৰত শিক্ষকৰ কাৰ্য কৌশল অত্যাৱশ্যকীয় মূলধন। যেনেকুৱা আঁচনিয়েই প্ৰৱৰ্তন নহওক, সদৌ শেষত নিজৰ ব্যক্তিগত উদাহৰণ তথা শিক্ষাদান গ্ৰহণৰ প্ৰক্ৰিয়াৰ যোগেদি শিক্ষকসকলেই এই আঁচনিসমূহৰ ব্যাখ্যা আৰু ৰূপায়ণ কৰিব লাগিব।

আমি শ্ৰেণী কক্ষত শিক্ষাদানৰ ক্ষেত্ৰত বিপ্লৱ ঘটাব পৰা নতুন প্ৰযুক্তি বিদ্যাৰ বিকাশৰ দুৱাৰদলিত উপস্থিত হৈছো, শিক্ষকৰ বাছনি পদ্ধতি আৰু নিযুক্তি প্ৰক্ৰিয়া সংখ্যা বা মানদণ্ড কোনো এটা দিশতে প্ৰয়োজনৰ সৈতে সমতা ৰক্ষা কৰি চলিব পৰা নাই। শিক্ষকৰ পৰা বহুত বেছি আশা কৰা হয়, তথাপি চাকৰিৰ বজাৰত শিক্ষকৰ চাকৰি-টোহে সকলোৰে শেষৰ পছন্দ। আমি সেইবাবে আপেক্ষিক ভাবে কিছুসংখ্যক অমনোযোগী শিক্ষক পোৱা এটা স্ববিৰোধী সত্যৰ মুখামুখি হব লগাত পৰিছো। বৰ্তমান পদ্ধতিত যি কণ মানদণ্ড আছে সেইয়া এক উল্লেখযোগ্য সংখ্যক শিক্ষকৰ দায়বদ্ধতা, কঠোৰ শ্ৰম আৰু নতুন কিবা এটা কৰাৰ সামৰ্থ্যৰ বাবেহে সম্ভৱ হৈছে। এই শিক্ষকসকল তেওঁলোকৰ ছাত্ৰ-ছাত্ৰীসকলৰ উন্নয়নৰ সৈতে গভীৰভাবে জড়িত আৰু প্ৰচলিত ব্যৱস্থাৰ ফলত হোৱা বুকুৰ বিষ বা লাভ কৰা ক্ষুদ্ৰ পুৰস্কাৰৰ পৰিপ্ৰেক্ষিতো—তেওঁলোকৰ বৃত্তিগত দায়িত্ব যথা উৎকৰ্ষৰে পালন কৰি আহিছে।

শিক্ষকৰ নিজৰে এটা বহুল ধাৰণা আছে যে কেৱল অৰ্হতাৰ ওপৰতে নিৰ্ভৰ কৰি শিক্ষকসকলৰ বাছনি নহয়। ফলস্বৰূপে, দক্ষতা নোহোৱা বা শিক্ষাদানৰ স্বাভাবিক প্ৰৱণতাকণো নোহোৱা এক

উল্লেখযোগ্য সংখ্যক ব্যক্তিৰো এই চাকৰিত প্ৰবেশ ঘটে। শিক্ষকৰ ক্ষেত্ৰত অৰ্হতা সম্পৃক্ত পদোন্নতিৰ আঁচনিত চাকৰিৰ দৈৰ্ঘ্যতাৰ ওপৰত ভিত্তি কৰি হোৱা উচিত বুলি আশাৰ সঞ্চাৰ হৈছে। বুদ্ধিজীৱি মহলৰ বহুজনেই এই ঘটনাৰ ফলাফল সম্পৰ্কে গভীৰ ভাৱে চিন্তিত।

১৯৮৬ চনৰ মে মাহত উভয় সদনতে গৃহীত ৰাষ্ট্ৰীয় শিক্ষা নীতিত শিক্ষক সমাজৰ ভূমিকা যে গুৰুত্বপূৰ্ণ এই কথা উল্লেখ কৰা হৈছে। শিক্ষক সমাজৰ ব্যক্তিগত অখণ্ডতা অটুট ৰাখি, শিক্ষকতা কামটোৰ মৰ্য্যাদা বৃদ্ধি কৰা আৰু কিছুমান অসুস্থ আচৰণৰ অন্ত পেলাবৰ কাৰণে কিছুমাণ গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব শিক্ষক সমাজেই মূৰপাতি লব লাগিব। এইবিলাক কামৰ বাবে শিক্ষকৰ বৃত্তিগত আচৰণ বিধি শিক্ষক সমাজে নিজে গঢ়ি লৈ তাৰ সফল ৰূপায়ণৰ বাবে দৃষ্টি নিক্ষেপ কৰিব লাগিব বা কৰাতো বাঞ্ছনীয় হব।

এই সম্পৰ্কত ১৯৮৬ চনৰ নবেম্বৰ মাহত ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ সৌজন্যত ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ শিক্ষক সংস্থাসমূহে হায়দৰাবাদ চহৰত শিক্ষকৰ ব্যক্তিগত আচৰণ বিধিৰ এখন খচৰা প্ৰস্তুত কৰি উলিয়াইছে। এই খচৰাৰ চূড়ান্তৰূপ দিয়াৰ আগতে আমাৰ সকলো পৰ্য্যায়ৰ শিক্ষক-শিক্ষয়িত্ৰীবপৰা তেখেতসকলৰ মূল্যবান সংশোধনী আৰু পৰামৰ্শ আহ্বান কৰা হৈছে। এই আচৰণবিধি গ্ৰহণ কৰাত দুটা উদ্দেশ্যৰ ওপৰত লক্ষ্য ৰখা হৈছে। (১) শিক্ষকৰ ব্যক্তিত্ব, শিক্ষকতা বৃত্তিৰ মৰ্য্যদা আৰু শিক্ষক সমাজৰ আচৰণ আদিত যাতে কোনো ধৰণৰ চেকা পৰিব নোৱাৰে সেইটো সুনিশ্চিত কৰিবৰ বাবে এক আচৰণ-বিধিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা (২) ছাত্ৰ-ছাত্ৰী অভিভাৱক, প্ৰশাসন আৰু ব্যৱস্থাপনা, বৃত্তিমূলক প্ৰতিষ্ঠান, সমাজ আৰু দেশৰ প্ৰতি সজ আৰু আদৰ্শনীয় আচৰণ প্ৰদৰ্শন কৰা শিক্ষকৰ যে প্ৰধান কৰ্তব্য সেই সম্পৰ্কে সচেতন হোৱা।

ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ দ্বাৰা আয়োজিত

১৯৮৬ চনৰ ২৪ ৰ পৰা ২৬ নবেম্বৰ তাৰিখলৈ হায়দৰাবাদত অনুষ্ঠিত সংস্থাসমূহৰ কৰ্মশালাত সমগ্ৰ ভাৰতবৰ্ষৰ সকলো শিক্ষকৰ বাবে বৃত্তিগত আচৰণৰ হেতু আঠোটা শিতানত যি খচৰা যুগুত কৰা হৈছে তাক এই প্ৰবন্ধত উল্লেখ কৰা হ'ল। এই খচৰা আচৰণ বিধিৰ দফাসমূহত অতিৰিক্ত বিধিৰ সংযোজন অথবা বিয়োগান্ত থল থাকিলে তাক আগবঢ়োৱাৰ কৰ্তৃত্ব দেশৰ শিক্ষক সমাজক প্ৰদান কৰা হৈছে। অৱশ্যে পৰামৰ্শসমূহৰ যুক্তিযুক্ততা প্ৰমাণ কৰা প্ৰয়োজন হব।

(১) দেশৰ বৌদ্ধিক, সামাজিক, ৰাজনৈতিক, বৈজ্ঞানিক, নৈতিক আৰু আধ্যাত্মিক বিকাশৰ বাবে সমূহ নাগৰিকৰ সৃষ্টিধৰ্মী আৰু উৎপাদনশীল প্ৰতিভা আৰু ব্যক্তিত্বৰ উৎকৰ্ষ সাধন শিক্ষাৰ চূড়ান্ত লক্ষ্য হব লাগে বুলি গভীৰভাবে বিশ্বাস কৰি,

(২) ধৰ্ম, জাতি, অঞ্চল, লিংগ, সামাজিক উৎস, ৰাজনৈতিক মতবাদ, অৰ্থনৈতিক স্থিতি নিৰ্বিশেষে প্ৰতিজন শিশুক সামাজিক ন্যায় বিচাৰৰ ভিত্তিত মৌলিক অধিকাৰ আৰু শিক্ষাৰ সমান সা-সুবিধা দিয়া উচিত বুলি বিবেচনা কৰা হৈছে।

(৩) শিক্ষাদানৰ বাবে অনুকূল এক মুক্ত আৰু সৃষ্টিশীল পৰিবেশ সৃষ্টি কৰিবৰ বাবে প্ৰয়োজনীয় মৌলিক সা-সুবিধা, সঁজুলি, অৰ্হতা-সম্পন্ন যথেষ্ট সংখ্যক শিক্ষক আৰু অনান্য ন্যুনতম সা-সুবিধাৰ বাবদ পৰ্য্যাপ্ত পৰিমাণৰ ধন চৰকাৰে ধাৰ্য্য কৰিব লাগিব বুলি ঠাৱৰ কৰা হৈছে।

(৪) শিক্ষাৰ জৰিয়তে জাতীয় চেতনা আৰু স্বকীয়তা, দেশাত্ম-বোধ গৌৰবোজ্জল ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ পৰম্পৰাৰ প্ৰতি গৌৰৱবোধ আৰু দেশৰ ঐক্য আৰু অখণ্ডতা সুদৃঢ় কৰিবলৈ প্ৰতিশ্ৰুতি-বদ্ধ হোৱাৰ সংকল্প গ্ৰহণ কৰি,

(৫) সংবিধানত লিপিবদ্ধ কৰা গণতন্ত্ৰ, সমাজবাদ আৰু ধৰ্ম-

নিৰপেক্ষতাৰ মৌলিক নীতিসমূহৰ ওপৰত গভীৰ আস্থা ৰাখি আৰু শিক্ষাৰ জৰিয়তে সেইবিলাক সুদৃঢ় কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰি,

(৬) শিক্ষাৰ জৰিয়তে আন্তৰ্জাতিক বুজাবুজি আৰু বিশ্বশান্তি প্ৰতিষ্ঠা কৰিবলৈ সঙ্কল্পবদ্ধ হৈ—

(৭) শিক্ষকতা এক শীৰ্ষস্থানীয় বৃত্তি হিচাবে গঢ়ি তুলি, ইয়াৰ বাবে প্ৰয়োজনীয় জ্ঞান, বিশেষ কৌশল আৰু ছাত্ৰ-ছাত্ৰীৰ মগংলৰ বাবে ব্যক্তিগত আৰু সামূহিক দায়িত্ববোধ আহৰণ কৰিবলৈ যত্নপৰ হোৱাৰ সিদ্ধান্তলৈ,

(৮) অনুশাসন আৰু কৰ্তব্যবোধৰ দিক নিৰ্ণয় আত্ম প্ৰচেষ্টাৰে কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হৈ, আমি ভাৰতৰ শিক্ষকসকলে এই বৃত্তিগত আচৰণ বিধি গ্ৰহণ কৰিবলৈ সংকল্প কৰিলো আৰু সৰ্বোৎকৃষ্ট নৈতিক মানদণ্ড অনুসৰি আমাৰ বৃত্তিত মনোনিবেশ কৰিবলৈ এই আচৰণ বিধি স্বইচ্ছাৰে আমাৰ ওপৰত আৰোপ কৰিলো। *

---

* এন. চি. ই. আৰ. টিৰ সৌজন্যত।

# ত্ৰিবেণী সঙ্গম

গংগা, যমুনা আৰু সৰস্বতীৰ মিলনস্থান ত্ৰিবেণী সঙ্গম। পৰম পবিত্ৰ স্থান। এই পবিত্ৰ স্থানত জীৱই মৰ্ত্যলোকৰপৰা স্বৰ্গলোকলৈ মুক্তিলাভ কৰাৰ পুণ্য অৰ্জন কৰে। পুণ্যশীলা নদীৰ মিলনস্থান যেনেকৈ পবিত্ৰ আৰু চিৰমহান, তেনেকৈ শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ মিলনস্থান "বিদ্যালয়" পৰম পবিত্ৰ। বিদ্যালয়ত অন্ধজনে চকু পায়, অজ্ঞানতা দূৰ কৰিবলৈ জ্ঞান আহৰণ কৰি জ্ঞানৰাজ্যলৈ গতি কৰে। গংগা, যমুনা আৰু সৰস্বতীৰ পানীৰ যি সম্বন্ধ সেই সম্বন্ধ হ'ব লাগিব শিক্ষক ছাত্ৰৰ, শিক্ষক অভিভাৱকৰ, সমাজ তথা দেশৰ লগত শিক্ষকৰ সম্বন্ধ।

দেশৰ নতুন শিক্ষানীতি গ্ৰহণ কৰা হৈছে। এই শিক্ষানীতিত নতুন শব্দ সংযোজন কৰিলেও কোঠাৰী আয়োগৰ ভেটিতহে ই প্ৰতিস্থিত। এই নীতিৰ মূল লক্ষ্য একবিংশ শতিকাত ভাৰতে যাতে বিপুল গৌৰৱে প্ৰৱেশ কৰিব পাৰে। শিক্ষাৰ নীতি সম্পৰ্কীয় দৃষ্টি-কোণৰ ৩২ আৰু ৩'৫ স্তৱকত কোৱা হৈছে—"অদূৰ ভৱিষ্যতে তথ্য সমৃদ্ধ আৰু কাৰিকৰী জ্ঞানপুষ্ট সমাজ এখনত প্ৰৱেশ ঘটোৱাৰ লগতে শিক্ষা সংক্ৰান্তত এক নতুন দৃষ্টিভঙ্গী গ্ৰহণৰ বাবেও আহ্বান জনাইছে। আৰ্জিত বিদ্যাতকৈ বিদ্যা আহৰণৰ ক্ষমতাৰ উৎকৰ্ষ সাধনতহে অধিক গুৰুত্ব আৰোপ কৰা হ'ব। আমি এনে এখন ভাৰতবৰ্ষ বিচাৰো য'ত আমাৰ কোটি কোটি জনসাধাৰণে ব্যক্তি মৰ্য্যদা আৰু কৰ্মক্ষেত্ৰত বিশাল শক্তি প্ৰয়োগৰ সুবিধাৰ সমতা লাভকৰাৰ উদ্দেশ্য সংবিধানত অন্তৰ্ভুক্ত মহৎসূত্ৰসমূহৰ প্ৰতি দায়বদ্ধ হ'ব। আজি ভাৰতবৰ্ষই দুটা কঠিন কাম একেলগে সম্পাদন কৰাৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। (১) প্ৰতিজন লোকক তেওঁৰ ক্ষমতাৰ সম্পূৰ্ণ উৎকৰ্ষ লাভৰ বাবে

গুণগত শিক্ষা প্ৰদান কৰা আৰু (২) একে সময়তে ভৱিষ্যতৰ প্ৰয়োজনৰ পূৰণাৰ্থে শিক্ষাৰ সূচী আৰু পদ্ধতিৰ পৰিবৰ্তন ঘটোৱা।

শিক্ষাক, ইয়াৰ সকলো দিশক সামৰি, বৈষয়িক ভাৱে পৰিবৰ্তন কৰাটো সম্ভৱ নহয় যদিহে সামগ্ৰিকভাৱে সামাজিক, ৰাজনৈতিক ব্যৱস্থাই নিজৰ স্থিতিৰ বাবেই এক পৰিবৰ্তনৰ পোষকতা নকৰে। প্ৰয়োগ প্ৰণালীক সাৱধানে লক্ষ্য কৰাৰ লগতে নীতি-নিৰ্দ্ধাৰণ, কৰ্মৰ অগ্ৰাধিকাৰ দান, সম্পদ বিতৰণ, আন্তঃক্ষেত্ৰীয় সহযোগিতা, মানদণ্ড নিৰূপণ আৰু পৰিচালনা তথা মূল্যাঙ্কণৰ ক্ষেত্ৰত অধিক কাৰ্য্যক্ষম কৰ্মপ্ৰণালী উদ্ভাৱন কৰাৰ সময় আহি পৰিছে। প্ৰতিশ্ৰুতি কেৱল প্ৰতিশ্ৰুতি হিচাবেই ৰ'ব যদিহে নীতি সম্বন্ধীয় প্ৰস্তাৱ, আঁচনি আৰু ৰাজহুৱা ঘোষণাসমূহৰ ক্ষেত্ৰত কোনো কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰা নহয়।

শিক্ষাৰ দৃষ্টিকোণৰ ৩'৪৯ স্তৱকত আৰু কোৱা হৈছে—"শিক্ষা ক্ষেত্ৰত শিক্ষকৰ কাৰ্য্যকৌশল অত্যাৱশ্যকীয় মূলধন। যেনেকুৱা আঁচনিয়েই প্ৰবৰ্তন নহক সদৌ শেষত নিজৰ ব্যক্তিগত উদাহৰণ তথা শিক্ষাদান গ্ৰহণৰ প্ৰক্ৰিয়াৰ যোগেদি শিক্ষকসকলেই এই আঁচনি-সমূহৰ ব্যাখ্যা আৰু ৰূপায়ণ কৰিব লাগিব। আমি শ্ৰেণীকক্ষত শিক্ষাদানৰ ক্ষেত্ৰত বিপ্লৱ ঘটাব পৰা নতুন প্ৰযুক্তি বিদ্যাৰ বিকাশৰ দুৱাৰ দলিত উপস্থিত হৈছো।"

নতুন শিক্ষানীতি গ্ৰহণৰ আগমুহূৰ্ত্তত এটা কথা স্বীকাৰ কৰি লোৱা হৈছে যে গাঁও অঞ্চলত জনসংখ্যা তিনি চতুৰ্থাংশ যদিও শিক্ষাৰ ক্ষেত্ৰত চহৰ অঞ্চলতকৈ বহুতো কম সম্পদ তেওঁলোকে পায়। ১৯৭০-৭১ চনত গাঁও অঞ্চলত শিক্ষাৰ খৰছ আছিল ৪৯৪'৬ কোটি টকা আৰু নগৰ অঞ্চলত ৬১৩'৭ কোটি টকা। নগৰৰ তুলনাত গাঁৱৰ স্কুলবোৰবিলাক দুৰৱস্থাত পতিত। অনান্য সা-সুবিধাৰ ক্ষেত্ৰত গাঁৱৰ স্কুলবিলাক সদায় বঞ্চিত হৈ আহিছে। এই ক্ষেত্ৰত নতুন

শিক্ষানীতিয়ে কি ভূমিকা গ্রহণ কৰিব তাকো জানিবলৈ সময় লাগিব। গাঁৱৰ অঞ্চলৰ শিক্ষাৰ সুবিধা হওক নহওক গাঁৱৰ বাইজে নতুন নতুন স্কুল গাঠিব ধন ভাণ্ডি গঢ়ি আছে। আমাৰ সম্পদ যি আছে তাৰ ওপৰতে ভৰসা কৰি শোকোতাকে মুকুতা বুলি, শিক্ষাৰ পুনৰ গঠন আৰু ক্ৰমোন্নতি প্ৰক্ৰিয়াত আগবাঢ়ি যাব লাগিব। অন্যথাই আমি বহু পিচ পৰি ৰ'ব লাগিব।

১৯৮৬ চনৰ নবেম্বৰ মাহৰ ২৪ ৰ পৰা ২৬ তাৰিখলৈ অনুষ্ঠিত ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ শিক্ষক সংগঠনসমূহৰ কৰ্মশালাত শিক্ষকৰ বৃত্তিগত আচৰণ বিধিৰ খচৰা প্ৰস্তুত কৰোতে শিক্ষক ছাত্ৰৰ সম্বন্ধ, শিক্ষক অভিভাৱকৰ সম্বন্ধ আৰু সমাজ তথা দেশৰ লগত শিক্ষকৰ সম্বন্ধে কিছুমান নিৰ্দেশনা দিয়া হৈছে।

শিক্ষাৰ পুনৰ গঠনৰ ক্ষেত্ৰত আটাইতকৈ যোগ্য উপাদানটো হ'ল মানসিক প্ৰস্তুতি। কাৰণ শৈক্ষিক অগ্ৰাধিকাৰ, বিষয়বস্তু, শিক্ষাদান তথা শিক্ষা গ্ৰহণৰ পদ্ধতি আৰু মূল্যায়ণ তথা ব্যৱস্থাপনাৰ গাঁথনিৰ ক্ষেত্ৰত মৌলিক পৰিবৰ্তন সাধন কৰি শিক্ষাক পুনৰজীৱিত কৰিব লাগিব।

বিত্যালয়ত যিসকলে শিক্ষাদান কাৰ্য্য সম্পন্ন কৰিব, যিসকলে শিক্ষা গ্ৰহণ কৰিবলৈ আহিব আৰু যিসকলে নিজৰ সতিসন্ততি শিক্ষা আহৰণৰ বাবে পঠাব; এই তিনিও পক্ষৰ মাজত গংগা, যমুনা, সৰস্বতীৰ দৰে মিলন হোৱা একান্ত বাঞ্ছনীয়।

## শিক্ষক ছাত্ৰৰ সম্বন্ধ

বৈদিক মতে শিক্ষাদানৰ আৰম্ভণিতে গুৰুৱে উচ্চাৰণ কৰা শ্লোক—
"ওঁ সহ নাৱৱতু সহনৌ ভুনক্তু সহ বীৰ্যং কৰৱাৱহৈ।
তেজস্বি নাৱধীত মস্তু মা ৱিদ্বিষাহৈ॥ ওঁ শান্তিঃ শান্তি শান্তি॥"
"ব্ৰহ্মাই যেন আমাক দুয়োকে ৰক্ষা কৰে, আমাক যেন একে

লগে বাখে, আমি যেন একেলগে জ্ঞান লাভ কৰাৰ শক্তি পাওঁ, আমাৰ শিষ্যই যেন প্ৰকৃত সত্য প্ৰকাশ কৰিব পাৰে, অথবা পোহৰৰ দৰে উজ্জ্বল হৈ উঠিব পাৰে, আমাৰ মাজত যেন কেতিয়াও বিদ্বেষৰ সৃষ্টি নহয়।"

১। শিক্ষকসকলে সকলো ছাত্ৰ-ছাত্ৰীকে মৰমস্নেহ আৰু সহানুভূতিৰে শিক্ষা লাভত সহায় কৰিব আৰু জাতি, ধৰ্ম, লিংগ, সামাজিক মৰ্য্যদা, ধৰ্ম, ভাষা আৰু জন্মস্থান নিৰ্বিশেষে সকলোকে ন্যায় আৰু নিৰপেক্ষভাৱে ব্যৱহাৰ কৰিব।

২। ছাত্ৰ ছাত্ৰীৰ বৌদ্ধিক, শাৰীৰিক, সামাজিক, অনুভূতিক, নৈতিক আৰু চাৰিত্ৰিক বিকাশত সহায় কৰিব।

৩। শ্ৰমৰ প্ৰতি মৰ্য্যাদা আৰু শ্ৰমজীৱিসকলৰ প্ৰতি শ্ৰদ্ধাৰ ভাব জগাই তোলাত সহায় কৰিব।

৪। আমাৰ গৌৰৱময় সাংস্কৃতিক ঐতিহ্য আৰু অনৈক্যৰ মাজত ঐক্যৰ তাৎপৰ্য্য উপলব্ধি কৰাত সহায় কৰিব।

৫। ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিগত বৈষম্য আৰু প্ৰয়োজন আৰু আৰ্থ সামাজিক পটভূমিৰ প্ৰতি দৃষ্টি ৰাখি সেই অনুসৰি শিক্ষাদানৰ দিহা কৰিব।

৬। নিজৰ ছাত্ৰ-ছাত্ৰীক অতিৰিক্তভাৱে বা ঘৰুৱা ভাৱে পঢ়ালে কোনো পাৰিতোষিক গ্ৰহণ নকৰিব পাৰিলে মহৎ আদৰ্শ দেখুৱা হব।

৭। দেশপ্ৰেম, সাৰ্বজনীন ভাতৃত্ব, সহিষ্ণুতা আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত পাৰস্পৰিক সহযোগিতা আদি গুণৰাজিৰ বিকাশত সহায় কৰিব।

৮। শিক্ষকৰ সাজপোছাক কথাবতৰা আৰু আচাৰ ব্যৱহাৰ ছাত্ৰ-ছাত্ৰীৰ বাবে অনুকৰণীয় যাতে হয় তালৈ লক্ষ্য ৰাখিব।

## শিক্ষক অভিভাৱকৰ সম্বন্ধ

১। অভিভাৱকসকলৰ লগত সহযোগী আৰু বন্ধুত্বপূৰ্ণ সম্বন্ধ গঢ়ি তুলিবলৈ শিক্ষকে যত্ন কৰিব।

২। ঘৰ আৰু বিদ্যালয়ৰ মাজত এক মধুৰ সম্পৰ্ক গঢ়ি তুলিবলৈ শিক্ষক যত্নপৰ হব।

৩। ল'ৰা-ছোৱালীৰ বাবে প্ৰয়োজন ভিত্তিক শিক্ষা কেনে হোৱা উচিত এই সম্বন্ধে অভিভাৱকৰ মতামত আৰু পৰামৰ্শ শিক্ষকে বিবেচনা কৰিব।

৪। ল'ৰা-ছোৱালীৰ পঢ়াশুনা অগ্ৰগতি সম্পৰ্কে আৰু দোষ ত্ৰুটী আদিৰ খবৰ শিক্ষকে অভিভাৱকক অৱগত কৰাব।

৫। অভিভাৱকৰ ওপৰত থকা আস্থা ছাত্ৰ-ছাত্ৰীয়ে যাতে কোনো কাৰণতে হেৰুৱাব লগা নহয়, তাৰ প্ৰতি শিক্ষক সচেতন হব আৰু অভিভাৱকৰ প্ৰতি বিৰূপ মন্তব্য কৰা বা অভিভাৱকক ক্ষুণ্ণ কৰা কাৰ্য্যৰ পৰা শিক্ষক সদায় বিৰত থাকিব।

৬। স্কুল উন্নয়নমূলক কাৰ্য্যসূচীত অভিভাৱকক জড়িত কৰিবলৈ যত্ন কৰিব ;

৭। শিক্ষক অভিভাৱক সংস্থা গঠন কৰি সক্ৰিয় কৰি তুলিবলৈ শিক্ষকে যত্ন কৰিব। সমাজ তথা দেশৰ লগত শিক্ষকৰ সম্বন্ধ মধুৰ হোৱা কাম্য।

সমাজত সমূহ জনসাধাৰণৰ প্ৰয়োজন আৰু আশা আকাংক্ষা পূৰণৰ লগত নিজকে সমভাগী কৰি সমাজৰ মঙ্গল তথা কল্যাণৰ কাৰণে শিক্ষকে সমাজৰ বহু দায়িত্ব মূৰ পাতি লব লাগিব। যিহেতু শিক্ষক সমাজৰ আটাইতকৈ নিৰ্ভৰযোগ্য ব্যক্তি। অৱশ্যে এই নিৰ্ভৰ-যোগ্যতা বহুলাংশে নিৰ্ভৰ কৰিব শিক্ষকৰ নিজৰ কৰ্ম্ম অনুসৰি শিক্ষকে সমাজৰ প্ৰতি কৰিব লগা কামসমূহৰ ভিতৰত—

১। শিক্ষা অনুষ্ঠানসমূহক স্থানীয় সমাজ আৰু মানৱ সম্পদ বিকাশৰ কেন্দ্ৰ হিচাবে গঢ়ি তুলিবলৈ শিক্ষকে যত্ন কৰিব আৰু এই মৰ্মে নিজ নিজ এলেকাৰ বাবে প্ৰয়োজনীয় জ্ঞান বিকিৰণৰ ব্যৱস্থা কৰিব।

২। স্থানীয় অসৎ ৰাজনীতিত হস্তক্ষেপ কৰা বা অংশ গ্ৰহণ কৰাৰপৰা শিক্ষক বিৰত থাকিব।

৩। জাতীয় সংহতি, গণতন্ত্ৰ, সমাজবাদ আৰু ধৰ্মনিৰপেক্ষতা সুৰক্ষা কৰিবলৈ শিক্ষকে নেতৃত্ব দিব।

৪। শতকৰা ১০০ ভাগ ল'ৰা-ছোৱালী যথাসময়ত নাম ভৰ্তিকৰণ আৰু নিৰ্দিষ্ট পাঠ্যক্ৰম শেষ নকৰাকৈ স্কুল এৰি গুচি নোযোৱা অভিযানত ৰাইজৰ পূৰ্ণ সহযোগিতা কৰিবলৈ শিক্ষকে বিশেষ ভাবে যত্ন কৰিব।

৫। ৰাইজৰ সহযোগত মহিলা শিক্ষকক প্ৰয়োজনীয় সা-সুবিধা যোগান ধৰিবলৈ যত্ন কৰিব আৰু গ্ৰাম্য অঞ্চলত সন্মানজনক ভাবে আৰু নিৰাপত্তাৰে শিক্ষকতা কৰিবলৈ উদগনি দিব।

৬। কিছু সংখ্যক মহিলা শিক্ষকৰ প্ৰতি সমাজ তথা সহকৰ্মী-সকলৰ সমালোচনা শুনিবলৈ পোৱা যায়—সেয়ে হ'ল শীতকালৰ আৰম্ভৰপৰা স্কুলত উল গোঠা, বিভিন্ন শিক্ষাদানৰ বাহিৰৰ কাম কৰা। এই অপবাদ দূৰ কৰিবলৈ সামূহিক ভাবে প্ৰচেষ্টা চলাব লাগে আৰু তেনে কামত বিদ্যালয়ত লিপ্ত থকা মহিলা শিক্ষকসকলে নিজকে ৰাষ্ট্ৰীয় সেৱাৰ এজন সৈনিকৰূপে উপলব্ধি কৰিবলৈ শিকিব লাগে। নিজৰ সন্মান নিজেই কামৰ যোগে গঢ়ি তুলিব লাগিব।

৭। ছোৱালী আৰু সমাজৰ দুৰ্বলশ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষা লাভৰ প্ৰতি বিশেষ মনোযোগ দিব আৰু পুৰুষ মহিলাৰ মাজত সমতা স্থাপন কৰাৰ প্ৰতি সচেতনতা জগাই তোলাত শিক্ষকে সহায় কৰিব। *

* এন. চি. ই. আৰ. টিৰ মডিয়ুল ৪ ৰ সহায়ত—

# শিক্ষা আন্দোলনত শিক্ষক

"শিক্ষা জগতত দেখা দিয়া সমস্যাবোৰৰ সমাধানৰ বাবে প্ৰতি-নিধিত্ব কৰিবলৈ বিভিন্ন স্তৰত শিক্ষক সংগঠনবোৰ আছে। প্ৰতিটো শিক্ষকৰ সমস্যাসমূহ সমাধানৰ বাবে এই সংগঠনবোৰে চেষ্টা চলাব লাগিব।"

* * *

"বিদ্যালয়খনেই আটাইতকৈ আকৰ্ষণীয় স্থান হিচাবে গঢ় দিবলৈ এটা সন্মিলিত প্ৰচেষ্টা হাতত লোৱা উচিত। শিক্ষা বিভাগে ঘৰ নিৰ্মাণ কৰক, শিক্ষাৰ সা-সঁজুলি যোগান ধৰক, পাঠ্যক্ৰমৰ ব্যৱস্থা কৰক।"

অসমৰ শিক্ষা, প্ৰযুক্তি আৰু পৰিবেশ মন্ত্ৰী মহোদয়ে যোৱা ষষ্ঠ-বিংশতিতম ( ১৯৮৭ চন ) শিক্ষক দিৱসত অসমৰ শিক্ষক সংগঠন-সমূহৰ নেতৃবৃন্দক আমন্ত্ৰণ জনাই দেশত এক শৈক্ষিক আন্দোলন গঢ়ি তোলাত গুৰুত্ব আৰোপ কৰিছিল। প্ৰাথমিক শিক্ষা সঞ্চালকৰ প্ৰশাসনৰ অধীনস্থ সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ লগতে অসম প্ৰাথমি মজলীয়া শিক্ষক সমন্বয় সমিতিৰ হৈ আমি এই ব্যৱস্থাৰ প্ৰতি স্বাগত সম্ভাষণ জ্ঞাপন কৰিছিলো। মন্ত্ৰী মহোদয়ে কৈছিল যে—শিক্ষকৰ সমস্যা সমাধানৰ বাবে আন্দোলন কৰিব নালাগে—কেৱল শৈক্ষিক আন্দোলনহে কৰিব লাগে। এইষাৰ কথা যোৱা মৰিগাওঁ অধিবেশনতও পুনৰ দোহাৰে। ইয়াৰ উত্তৰত আমি জনাইছিলো যে, চৰকাৰৰ প্ৰতি আমাৰ সমৰ্থন আৰু সহযোগিতাৰ একান্ত ইচ্ছা থকা স্বত্তেও আমি বিষয়া সকলৰ অৱহেলা আৰু অমনোযোগিতাৰ বাবে বিভিন্ন সময়ত আন্দোলনৰ কাৰ্য্যসূচী ঘোষণা কৰিবলৈ বাধ্য

হৈছেহোঁক। চৰকাৰে শিক্ষক সংগঠনৰ যিবোৰ সমস্যা সহজে সমাধান কৰিব পাৰে সেইবিলাকৰ দ্ৰুত কাৰ্য্যকৰণৰ অত্যাৱশ্যক।

শিক্ষানীতিৰ নৱম ভাগৰ ৯.১ স্তৱকৰপৰা ৯.৬ স্তৱকলৈ শিক্ষকৰ শিক্ষা আৰু শিক্ষা সম্পৰ্কত গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। শিক্ষকৰ নিযুক্তি দায়বদ্ধতা, শিক্ষক নিৰ্বাচন, শিক্ষকৰ প্ৰশিক্ষণ সম্পৰ্কত স্পষ্ট নীতিৰ নিৰ্দেশনা দিয়া হৈছে। এই নিৰ্দেশনাসমূহ কেৱল ৰাজ্যিক শিক্ষা মন্ত্ৰণালয়েহে কঠোৰভাৱে পালন কৰিব পাৰিব। দলীয় ৰাজনীতিৰ মাজলৈ শিক্ষা আৰু শিক্ষকৰ বিষয়টো টানি আনিলে ভীষণ ব্যাঘাত সৃষ্টি হ'ব।

শিক্ষা জগতৰ পুনৰ নিৰ্মাণৰ বাবে শৈক্ষিক আন্দোলন গঢ়ি তুলিবলৈ শিক্ষকৰ ওপৰত গুৰুত্ব আৰোপ কৰি শিক্ষা মন্ত্ৰণালয়ে শিক্ষকৰপৰা নিম্নলিখিত কথা কেইটা বিচাৰিছে।

১। শিক্ষকসকলেই সমাজৰ পৰিবৰ্তনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আহিলা। গতিকে নতুন সমাজ গঢ়িবৰ বাবে আটাইতকৈ বেছি বৰঙণি আহিব লাগিব শিক্ষকৰপৰা।

২। নতুন সমাজ গঢ়া মানে কিছুমান নীতি নিয়ম কেৱল নহয়। নতুন আদৰ্শৰে উঠি অহা চামক গঢ় দিয়াটোহে আচল কথা। এই কাম শিক্ষকৰ বাহিৰে কোনেও কৰিব নোৱাৰে।

৩। শিক্ষকে কেৱল ছাত্ৰ কেইজনমানক গঢ় নিদিয়ে বৃহত্তৰ, সমাজখনতো এক ব্যাপক প্ৰভাৱ বিস্তাৰ কৰে শিক্ষকে।

শিক্ষকে বহু সময়ত নিজে নজনাকৈয়ে এনে প্ৰভাৱ পেলাই আহিছে। সেয়ে শিক্ষকৰ বাবে সমাজত তেওঁৰ ভাৱমূৰ্তি বৰ গুৰুত্বপূৰ্ণ। সমাজে আদৰ্শ নাগৰিক হিচাবে সদায় শিক্ষকক আঙুলিয়াই আহিছে।

৪। গুণী শিক্ষক আমাৰ সমাজত বহুত আছে। তেখেতসকলৰ বেছি ভাগেই ব্যক্তিগত ভাৱে গুণী, আনুষ্ঠানিক আৰু সামাজিক স্বীকৃতিয়ে তেখেত সকলক বহুত বেছি মৰ্য্যাদাৰ অধিকাৰী কৰিব পাৰে।

৫। সামাজিক ভাবে শিক্ষকসকলক অধিক মর্য্যাদাবে আসনত বহুৱাবলৈ শিক্ষক সংগঠন সমূহেও প্রচেষ্টা হাতত লব লাগিব।

৬। শিক্ষকসকলব সমস্যা বহুত আছে। শিক্ষা জগতত দেখা দিয়া এই সমস্যাবোৰব উপযুক্ত সমাধানৰ বাবে প্রতিনিধিত্ব কৰিবলৈ বিভিন্ন স্তৰত শিক্ষক সংগঠনবোৰ আছে। প্রতিটো স্তৰব শিক্ষকব সমস্যাসমূহ সমাধানৰ বাবে এই সংগঠনবোৰে চেষ্টা চলাব লাগিব। চৰকাৰে তেনে প্রচেষ্টাত সহাৰি জনাব্।

৭। লগতে আন এটা বৃহত্তৰ কামৰ বাবে এই সংগঠনসমূহ আগ-বাঢ়ি আহিব লাগিব। সেইটো হৈছে শিক্ষাৰ পুনৰ নির্মাণৰ বাবে এক বৃহত্তৰ আৰু ব্যাপক শৈক্ষিক আন্দোলন।

৮। বর্ত্তমান শৈক্ষিক পৰিস্থিতিৰ সম্পূর্ণ অৱসান ঘটাই এটা নতুন বাতাবৰণ—য'ত ছাত্রৰ চৰিত্র গঠনৰ ওপৰত জোৰ দিয়া হব, শিক্ষাদান য'ত অধিক কৃতকার্য্য হব, য'ত "ফেলতকৈ" "পাছৰ" সংখ্যা বেছি হব—তেনে এটা পৰিবেশ বচনাৰ বাবে আন্দোলন।

৯। ইয়াৰ বাবে আটাইবোৰ শিক্ষক সংগঠনৰ এখন সমন্বয় সমিতিও থাকিব লাগে। এই সমন্বয় সমিতিয়ে আন্দোলনৰ গুৰি ধৰিব লাগিব।

১০। ভাল আৰু গুণী শিক্ষকৰ কৃতিত্ব প্রচাৰ * আৰু বেয়া শিক্ষকৰ কর্মৰ দ্বাৰা দুর্ণাম হব পৰা পৰিস্থিতিৰ বাবেও সততে চকু ৰাখিব লাগিব শিক্ষক সমাজে।

১১। নীতিমতে নিয়মিতভাবে শ্রেণীত শিক্ষকৰ পাঠদান হোৱা নোহোৱা কার্য্যৰ প্রতি বিদ্যালয়ৰ প্রতিজন মুৰব্বীয়ে যত্ন সহকাৰে নিষ্ঠাবে সতর্ক দৃষ্টি ৰাখিব লাগিব।

১২। প্রাইভেট টিউচনৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ পৰিবর্তে

* আমাৰ শিক্ষক গ্রন্থ প্রকাশৰ সেয়ে উদ্দেশ্য—সম্পাদক

সকলো শিক্ষকে যাতে শ্ৰেণীত পাঠদানৰ কাম সুসম্পন্ন কৰিব পাৰে তাৰ বাবে আৰু বিশ্লেষণ কৰা উচিত হ'ব।

শিক্ষামন্ত্ৰী শ্ৰীবৃন্দাবন গোস্বামীদেৱে ১৯৮৬ চনৰ ২২ জানুৱাৰীত শিক্ষামন্ত্ৰী সম্মিলনত দাঙিধৰা মতামত প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰিব লগা হ'ল। তেখেতে যি উপযুক্ত আৰু প্ৰয়োজনীয় বুলি বিবেচনা কৰিছে তাক কাৰ্য্যকৰী কৰাৰ ক্ষমতা আৰু সামৰ্থ্য তেওঁৰ আছে। যিহেতু তেখেত শিক্ষা বিভাগৰ সৰ্বময় কৰ্তা। তেখেতৰ মতে, শিক্ষাৰ পুনৰ গঠন প্ৰক্ৰিয়াত দুটা বিষয়ত গুৰুত্ব দিব লাগিব।

(১) সা-সুবিধাৰ প্ৰসাৰ আৰু (২) বৰ্তমানৰ সুবিধাখিনিৰ ৰক্ষণ, আমাৰ সম্প্ৰসাৰণ আঁচনিৰ লক্ষ্য হ'ব লাগিব প্ৰতিখন গাঁৱৰবাবে একোখন বিদ্যালয়। বিদ্যালয়খনৰ এটা ঘৰ, এখন খেল পথাৰ আৰু খোৱা পানীৰ বাবে এটা নলী নাদ। প্ৰতিজন শিক্ষকৰ বাবে এযোৰ চকী-মেজ, ছাত্ৰ-ছাত্ৰীৰ বাবে ডেস্ক বেঞ্চ আৰু শিক্ষাদানৰ সা-সঁজুলিবোৰ থাকিব লাগিব। বিদ্যালয়খনেই আটাইতকৈ আকৰ্ষণীয় স্থান হিচাপে গঢ় দিবলৈ এটা সম্মিলিত প্ৰচেষ্টা হাতত লোৱা উচিত। শিক্ষা বিভাগে ঘৰ নিৰ্মাণ কৰক, শিক্ষক নিয়োগ কৰক, শিক্ষাৰ সা-সঁজুলিসমূহ যোগান ধৰক আৰু পাঠ্যক্ৰমৰ ব্যৱস্থা কৰক। জনস্বাস্থ্য বিভাগে নলীনাদৰ ব্যৱস্থা কৰক, সামাজিক বনানিকৰণ বিভাগে বিদ্যালয়ৰ চৌহদৰ ভিতৰত বিভিন্ন ফল-মূলৰ গছ-গছনি ৰোপন কৰক, ক্ৰীড়া বিভাগে খেল-ধেমালিৰ বাবে উপযুক্ত ব্যৱস্থা লওক।

মন্ত্ৰী মহোদয়ৰ পৰিকল্পনা আৰু মনোভাৱৰ প্ৰতি আমি স্বাগত সম্ভাষণ জনাইছো আৰু ইয়াৰ কাৰ্য্যকৰণৰ বাবে আবেদন জনাইছো। মন্ত্ৰীমহোদয়ৰ আহ্বানৰ সন্মানজনাই আমি ইতিমধ্যে প্ৰাথমিক, মজলীয়া শিক্ষক সমন্বয় সমিতি প্ৰতিষ্ঠা কৰিছো। এই অভাজনকে ইয়াৰ নেতৃত্বৰ ভাৰ শিক্ষক সমাজে অৰ্পণ কৰিছে। অসমৰ প্ৰাথমিক মজলীয়া পাঁচখন শিক্ষক সংস্থাৰ প্ৰায় লক্ষ্যাধিক শিক্ষক শিক্ষয়িত্ৰী এক লগ হৈ ১৯৮৮ চনৰ জানুৱাৰী মাহত একেলগে পাঁচখন পতাকা

উত্তোলন কৰি এখন মঞ্চত একত্ৰাবভোলেৰে সাঙোৰ খাইছে—বৃহত্তৰ লক্ষ্য আৰু উদ্দেশ্য আগত ৰাখি। যাৰ বাবে ৯ জানুৱাৰীত তেজপুৰত অনুষ্ঠিত সমন্বয় সমিতিৰ বাজ্যিক অভিবৰ্ত্তনত শিক্ষামন্ত্ৰীয়ে যোগদান কৰি অতিশয় আনন্দিত আৰু আশাপ্ৰদ হোৱাৰ, সন্তুষ্টি প্ৰকাশ কৰিছে।

শিক্ষক সমাজৰপৰা মন্ত্ৰী মহোদয়ে আশাকৰা দৰে সেৱা লাভ কৰিবলৈ হ'লে শিক্ষক সংগঠনসমূহক আন্দোলনৰ পথলৈ ঠেলি দিব নালাগিব। শিক্ষাবিভাগৰ কৰ্মকৰ্ত্তাসকলক অধিক চৈতন্য কৰিব লাগিব—অন্যথাই লক্ষ্য আৰু উদ্দেশ্যত উপনীত হোৱা কষ্টসাধ্য হব তথা বাঞ্ছিত ফল পোৱা নাযাব।

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ নৱম স্তৰকৰ লগত ৰজিতা খুৱাই আমাৰ পৰামৰ্শসমূহ বিবেচনাৰ ভিতৰলৈ আনিবলৈ আহ্বান জনালো।

১। গঠনমূলক আৰু সৃজনীসুলভ দিশত শিক্ষকসকলক অনুপ্ৰাণিত আৰু আগ্ৰহশীল কৰি তুলিবলৈ চৰকাৰ সক্ষম হব লাগিব।

২। সামাজিক আৰু বৃত্তিগত দায়বদ্ধতা অনুসৰি আৰু প্ৰতিভাবান ব্যক্তিক শিক্ষক বৃত্তিৰ প্ৰতি আকৰ্ষিত কৰিবলৈ শিক্ষকৰ বেতন আৰু সেৱা ব্যৱস্থা নিৰ্দ্ধাৰণ কৰা উচিত।

৩। শিক্ষক নিযুক্তি, স্থান আৰু বদলিৰ ক্ষেত্ৰত বস্তুনিষ্ঠতা সুনিশ্চিত কৰিবৰ বাবে নীতি নিৰ্দেশনা প্ৰস্তুত কৰিব লাগিব।

৪। পদোন্নতিৰ সুযোগ সুবিধা দিব লাগে। উপযুক্ত অৰ্হতাসম্পন্ন শিক্ষকক প্ৰশাসনীয় সেৱাত নিয়োগ কৰিব লাগে।

৫। শিক্ষামূলক কাৰ্য্যসূচী প্ৰস্তুতি আৰু ৰূপায়ণৰ ক্ষেত্ৰত শিক্ষকসকলক গুৰুত্বপূৰ্ণ ভূমিকা লোৱাত সুবিধা দিব লাগে।

৬। ৰাষ্ট্ৰীয় পৰ্য্যায়ত শিক্ষকসকলৰ বৃত্তিগত আচৰণ বিধি ইতিমধ্যে প্ৰস্তুত কৰি প্ৰকাশ কৰা হৈছে। গতিকে অসমৰ সকলো পৰ্য্যায়ৰ শিক্ষকৰ চাকৰিৰ সেৱা বিধি প্ৰকাশ কৰি নিৰাপত্তা আৰু নিশ্চয়তা প্ৰদান কৰিব লাগে।

৭। শিক্ষকৰ সেৱা এক অবাবিত প্ৰক্ৰিয়া। সেয়ে শিক্ষকৰ বাবে প্ৰাক্ নিযুক্তিকালীন আৰু নিযুক্তিকালীন প্ৰশিক্ষণ দুটা পৃথক উপাদান বুলি ধৰিব নালাগে। প্ৰথম পদক্ষেপ হিচাবে শিক্ষকৰ শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্তন সাধনৰ কাৰণে দ্ৰুত ব্যৱস্থা হাতত লব লাগে।

৮। প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক আৰু অনা অনুষ্ঠানিক তথা প্ৰাপ্ত বয়স্ক শিক্ষা কেন্দ্ৰত কাম কৰা ব্যক্তিসকলৰ বাবে প্ৰাক্‌নিযুক্তিকালীন প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব পৰাকৈ জিলা শিক্ষা আৰু প্ৰশিক্ষণ সংস্থা স্থাপন কৰা কাৰ্য্য খৰতকীয়া হব লাগে।

৯। শিক্ষক প্ৰশিক্ষণ অনুষ্ঠান আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ মাজত পাৰস্পৰিক যোগাযোগ আৰু সম্বন্ধ স্থাপন কৰিব লাগে।

অসমৰ শিক্ষক সমাজৰ আশা অসমৰ শিক্ষামন্ত্ৰণালয়ে অসমত শৈক্ষিক আন্দোলন গঢ়ি উঠাত এক বৈপ্লৱিক ভূমিকা গ্ৰহণ কৰিব যত শিক্ষকৰ সেৱা অবাবিত ভাৱে পাবলৈ সক্ষম হব আৰু শিক্ষামন্ত্ৰীৰ মনোভাৱক ৰূপ দিয়াত আমি লগত পূৰ্ণ সহযোগিভাবে থিয় হবলৈ শক্তি সঞ্চয় কৰিব পাৰিমইক।

## এছ্‌• ইউ• পি• ডব্লিউ•

## ( Socially Useful Productive Works. )

ভাৰতীয় সংবিধানে ভাৰতৰ সমাজতান্ত্রিক আৰু জনকল্যাণৰ আদৰ্শ ঘোষণা কৰিছে। কিন্তু সুশিক্ষা আৰু জনশিক্ষা প্রসাৰ অবিহনে অভিপ্রেত সামাজিক পৰিবৰ্ত্তন আৰু জাতীয় উন্নয়নৰ পৰিকল্পনা-বিলাক বাস্তৱত ৰূপায়ণ কৰা সম্ভৱ নহয়।

ভাৰতৰ ৰাষ্ট্রীয় আদৰ্শ আৰু সামাজিক কৃষ্টিৰ সৈতে সংগতি থকা এটা শিক্ষাব্যৱস্থাৰ অভাৱ দীৰ্ঘদিনৰ পৰা অনুভৱ কৰি অহা হৈছে। বৃটিছ চৰকাৰৰ দিনত কেৱল কেৰাণী তৈয়াৰ কৰা শিক্ষাই প্রধান্য লাভ কৰিছিল। প্রকৃত পক্ষে ভাৰত স্বাধীন হোৱাৰ পৰাহে ভাৰতৰ শিক্ষানীতি ৰচনা হৈছে।

১৯৬৪–৬৬ চনত শিক্ষাৰ সংস্কাৰ তথা ভাৰতৰ প্রয়োজন মতে শিক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ ডঃ কোঠাৰীৰ নেতৃত্বত শিক্ষা আয়োগৰ প্রতিবেদন প্রকাশ হয়। এই শিক্ষা আয়োগৰ সুপাৰিশসমূহ সম্পূৰ্ণ কাৰ্য্যকৰী নোহোৱাৰ ফলত শিক্ষাজগতত যি সুফল আশা কৰা হৈছিল সি সম্পূৰ্ণ নহ'ল। যাৰ কাৰণে ভাৰতীয় শিক্ষানীতি দেশৰ প্রয়োজনমতে গঢ়লৈ নুঠিল। দেশত নিবনুৱা সমস্যা, কাম অনুসৰি যোগ্য মানুহৰ অভাৱত ভীষণ সমস্যাই দেখা দিলে। এখন দেশৰ সাৰ্বভৌম উন্নয়নৰ কাৰণে শিক্ষা সাৰ্বজনীন উপাদানমুখী আৰু উদ্দেশ্য পূৰ্ণ হোৱা একান্ত প্রয়োজন। এই উদ্দেশ্য আগত ৰাখি ভাৰতবৰ্ষক একবিংশ শতিকাত বিপুল গৌৰৱে প্রৱেশ কৰিব পৰাকৈ ভাৰতৰ নৱজোৱান প্রধানমন্ত্রীয়ে দেশক প্রস্তুত কৰিবলৈ নতুন শিক্ষানীতি প্রচলনৰ দিহা কৰিলে। এই শিক্ষানীতি উভয় সদনত গ্রহণ কৰা হ'ল। কাৰণ—

"There is a strong feeling in the country that the mass of young people leaving schools, colleges and universities continue to regard manual activity and vocational employment as something inferior to the most routinised clerical work. In a society seeking to move into the world of modern technology this essentially fendal attitude can be a terrible handicap. Developed countries have moved for away from such inhabitions and Indias too must shed such out moded nations. This can be achived only by ensuring that on one will be able to complete his schooling without having to work usefully with his hands, and imbibing the concept of dignity of labour" —Challange of Education. বৰ্তমান বিদ্যালয়ৰ শ্ৰেণীসমূহত ভৱিষ্যত ভাৰতৰ নিৰ্মাণ হব ধৰিছে। বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ ভেটিত প্ৰতিষ্ঠিত বৰ্তমান জগতত শিক্ষাই জনসমাজৰ মঙ্গল, নিৰাপত্তা আৰু সম্পদৰ মান নিৰ্ণয় কৰে। সেয়ে এইকেই কথাৰ বিচাৰ কৰাৰ প্ৰয়োজন হৈ পৰিছে। যদি শিক্ষাই সময় উপযোগী ভূমিকা গ্ৰহণ কৰিব লাগে তেন্তে শিক্ষা পদ্ধতিত পৰিবৰ্তন আৱশ্যক, ইয়াৰ বিচাৰৰ প্ৰয়োজন আৰু সেই বিচাৰৰ ভেটিত শিক্ষাৰ বিস্তাৰ বিকাশৰ আঁচনি গ্ৰহণ কৰিব লাগিব। ইতিমধ্যে অসমৰ জাতীয় চৰকাৰৰ শিক্ষামন্ত্ৰণালয়ে নতুন শিক্ষা-ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ এক ফলপ্ৰসূ আঁচনি গ্ৰহণ কৰিছে। নতুন শিক্ষাব্যৱস্থাত কৰ্ম অভিজ্ঞতা ( work experience ) বিষয়টিও সন্নিবিষ্ট কৰিছে।

ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদে Socially

usefull Productive works নামে বিষয় এটি প্ৰবৰ্তনৰ ব্যৱস্থা কৰিছে। অসমত এই বিষয়টি কৰ্মঅভিজ্ঞতা নামকৰণে প্ৰয়োগ কৰাৰ দিহা কৰিছে। অৱশ্যে কৰ্ম অভিজ্ঞতা আৰু কৰ্ম শিক্ষা ꠸ দুয়োটাৰ মাজত মৌলিক প্ৰভেদ আছে। কৰ্মশিক্ষাৰ জৰিয়তে উৎপাদিত সামগ্ৰীসমূহ যাতে সামাজিক ভাবে লাগতিয়াল হয়। চাইকেল মেৰামতি, মটৰচাইকেল মেৰামতিও পাঠ্যক্ৰমৰ ভিতৰুৱা কৰাৰ কথা ভবা হৈছে। সামাজিক আৰু অৰ্থনৈতিক জীৱনৰ উপযোগী জ্ঞান সঞ্চয়, কৰ্মনৈপুণ্য আৰু অভিপ্ৰেত কৰ্ম প্ৰৱণতাৰ উদ্দেশ্যে হাতৰ অথবা শিল্প উপাদানৰ কামত শিক্ষাৰ্থীসকলৰ অংশ গ্ৰহণ-ভিত্তিক বিশেষ শিক্ষাপ্ৰণালীক কৰ্মশিক্ষা ( Work Education ) বোলে। সহজ কথাত কৰ্মৰ মাধ্যমত শিক্ষাৰ নাম হ'ল কৰ্মশিক্ষা ই হ'ল কৰ্মৰ সৈতে শিক্ষাৰ সমন্বয় সাধনৰ বা একত্ৰীকৰণৰ এটা বিশেষ প্ৰণালী। কৰ্মশিক্ষা আহৰণ কৰি সেই শিক্ষাৰে সমাজৰ প্ৰয়োজনীয় উৎপাদন উৎপন্ন কৰি যি অভিজ্ঞতা অৰ্জন হব, সেয়ে কৰ্ম অভিজ্ঞতাৰ শিক্ষা। কৰ্মশিক্ষাক কৰ্ম অভিজ্ঞতা নামেও অভিহিত কৰা হৈছে। শিক্ষাবিদসকলৰ মতে কৰ্ম অভিজ্ঞতাৰ দ্বাৰাই মানুহৰ মানবিক গুণৰাশিৰ বিকাশ হয়। মুঠতে কৰ্ম অভিজ্ঞতা আৰু একেই অৰ্থবোধক আৰু সকলো প্ৰকাৰৰ কৰ্ম অভিজ্ঞতাৰ সমষ্টিয়েই হ'ল প্ৰকৃত শিক্ষা।

এইখিনিতে উল্লেখ কৰিব পাৰি যে কৰ্ম অভিজ্ঞতা মানেই কৰ্ম শিক্ষা নহবও পাৰে। যি কৰ্ম অভিজ্ঞতাৰ দ্বাৰা মানুহৰ মানবিক গুণাৱলীৰ অধোগতি ঘটে ( চোৰ, বদমাচ, সমাজদ্ৰোহী, হিংসা, সন্ত্ৰাস ) এইবিলাকক কৰ্মশিক্ষা বুলি কোৱা নহয়। জন ডিউইৰ মতে—"That is a man may grow in efficiency as a bruglar, a gangstar or a corrupt politician cannot be

● শিক্ষকৰ কৰ্ম অভিজ্ঞতাৰ শিক্ষা দ্ৰষ্টব্য।

doubted. But from the stand point of growth as education and education as growth the question is whether growth in the direction promotes or retards growth in general."

উদ্দেশ্যপূৰ্ণ কোনো কাম সম্পাদন কৰা নাইবা কামত ব্যস্ত থকা কোনো লোকক দৰ্শন কৰিলেই কৰ্মশিক্ষা নহয়। যিবিলাক কৰ্ম অভিজ্ঞতাৰ দ্বাৰা ব্যক্তিৰ মানবিক গুণাৱলীৰ বিকাশ ঘটে সেই-বিলাকেই হ'ল প্ৰকৃত কৰ্মশিক্ষা।

কোনো কোনো শিক্ষাবিদৰ মতে কৰ্ম অভিজ্ঞতা আৰু কৰ্মশিক্ষা একেই অৰ্থবোধক আৰু অঙ্গাঙ্গী ভাবে জৰিত হ'লেও ইয়াৰ মাজত কিছু পাৰ্থক্য আছে। যেনে কৰ্ম শিক্ষাৰ ক্ষেত্ৰত প্ৰত্যেক শিক্ষাৰ্থীয়ে কৰ্মপ্ৰণালী পৰ্য্যবেক্ষণ কৰে।

১৯৭২ চনৰ UNESCO Report on Education ৰ মতে কেৱল শৈশৱ বা বাল্যকালতে যে মানুহে শিক্ষালাভ কৰে এনে নহয়। গোটেই জীৱন ধৰি মানুহে কামৰ মাজেদি শিক্ষালাভ কৰিব পাৰে। ইয়াৰ উপৰিও কমিচনে দুটা মৌলিক ধাৰণাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। আজীৱন শিক্ষা আৰু শিক্ষাৰত সমাজ। কৰ্ম-অভিজ্ঞতাই হ'ল প্ৰকৃত শিক্ষা।

নতুন শিক্ষানীতিত কৰ্মশিক্ষাত বিশেষ গুৰুত্ব প্ৰদান কৰা হৈছে। শিক্ষাৰ প্ৰত্যাহ্বানত কোৱা হৈছে—"বৰ্তমান ভাৰতৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি আৰ্জিত বিদ্যাতকৈ বিদ্যা আহৰণৰ ক্ষমতাৰ উৎকৰ্ষ সাধনতহে অধিক গুৰুত্ব আৰোপ কৰাৰ কথা ভবা হৈছে। আজি এনে এখন ভাৰতবৰ্ষৰ প্ৰয়োজন য'ত আমাৰ কোটি কোটি জনসাধাৰণে ব্যক্তি মৰ্য্যাদা আৰু কৰ্মক্ষেত্ৰত বিশাল শক্তি প্ৰয়োগৰ সুবিধাৰ সমতা লাভ কৰাৰ উদ্দেশ্যে সংবিধান অন্তঃভূৰ্ক্ত মহৎ সূত্ৰসমূহৰ প্ৰতি দায়বদ্ধ হব।

শিশুৰ সামাজিক, মানসিক আৰু চাৰিত্ৰিক উন্নয়ন আৰু উন্নতিৰ কাৰণে কৰ্ম শিক্ষাই তেওঁ প্ৰস্তুত কৰে। বিদ্যা অৰ্জন আৰু কৰ্মশিক্ষাৰ মাজত সঙ্গতি বিধানৰ দ্বাৰা জ্ঞানে মানুহৰ নিকট ফলপ্ৰসূ কৰি তোলা হয়। হাতে কলমে কাম কৰি যি অভিজ্ঞতা লাভ কৰা হয়, সি মানুহৰ বুদ্ধি শক্তিক উজ্জীবিত কৰে। ইয়াৰ ফলশ্ৰুতিৰূপে মানুহৰ সমাজত সূক্ষ্ম, অন্তৰ্দৃষ্টি, একাগ্ৰতা, ন্যায় পৰায়ণতা, সমস্যা সমাধানৰ অনুপ্ৰেৰণা, দ্ৰুত সিদ্ধান্ত গ্ৰহণৰ সাহস, স্বাৱলম্বন, ধৈৰ্য্য প্ৰতিকূল পৰিস্থিতিতে কৰ্ত্তব্য নিৰ্দ্ধাৰণৰ বিষয়ে স্থৈৰ্য্য প্ৰভৃতি মানৱিক গুণাৱলীৰ বিকাশ ঘটে। প্ৰচলিত শিক্ষা ব্যৱস্থাৰ দ্বাৰা পুথিগত পণ্ডিতৰ সংখ্যা বৃদ্ধি হোৱাতহে সহায় হয়। ইয়াৰ ফলত সমাজত হাতে কামে কৰিব পৰা যোগ্যবান ব্যক্তিতকৈ পুথি সৰ্বস্ব ব্যক্তিৰ সৃষ্টি হৈছে। ফলত পাণ্ডিত্যৰ উচ্চ শিখৰত মানুহ আৰোহণ কৰিও কৰ্মবিমুখ হৈ পৰিছে। W. H. Kilpatirek ৰ "True Education deals with life" নামৰ পুথিত কৈছে—"যি শিক্ষাই মানুহৰ জীৱনৰ সমস্যা সমাধানত সহায় কৰে সেয়ে হ'ল প্ৰকৃত শিক্ষা।" কৰ্মশিক্ষাৰ দ্বাৰাহে ই সম্ভৱ হব পাৰে। প্ৰচলিত শিক্ষা পদ্ধতিৰ মূলগত ত্ৰুটি-সমূহ হ'ল কৰ্মশিক্ষাৰ জৰিয়তে দূৰ কৰিব পৰা হয়। কৰ্মশিক্ষাৰ দ্বাৰা শিক্ষা জগতত এনে এটা সুস্থ হব য'ত প্ৰত্যেক শিশুৱেই মানবিক সদ-গুণৰাজি সৃজনী প্ৰতিভাৰ অধিকাৰী হৈ সু-নাগৰিকৰূপে গঢ়ি উঠিব পাৰে।

উৎপাদন আৰু জীৱন যাত্ৰাৰ মান উন্নয়নৰ জৰিয়তে জাতীয় লক্ষ্য পূৰণ কৰিবলৈ হলে কঠোৰ শ্ৰমৰ প্ৰয়োজন। গতিকে ছাত্ৰ-ছাত্ৰীৰ জীৱন আৰম্ভতে শিশুৰ অন্তৰত কৰ্মস্পৃহা আৰু কামৰ প্ৰতি ভাল পোৱা ভাব জগাই তুলিবলৈ হলে স্কুলীয়া জীৱনৰ পৰা কৰ্মশিক্ষা আৰম্ভ কৰিব লাগিব। সংঘবদ্ধ ভাবে কৰ্ম সম্পাদনৰ মাধ্যমেদি শিশুৱে সমাজতন্ত্ৰ আৰু জাতীয় সংহতিৰ যথাযথ গুৰুত্ব উপলব্ধি কৰিবলৈ সক্ষম হব। মুঠতে আমাৰ জাতীয় জীৱনত কৰ্মশিক্ষাৰ গুৰুত্ব অপৰিসীম।

কৰ্ম শিক্ষাৰ আদৰ্শ সৰ্বপ্ৰথম জনডিউইয়ে প্ৰচাৰ কৰিছিল। তেওঁৰ মতে কোনো শিশুৱে যদি তাৰ স্বাভাবিক আগ্ৰহৰ বশৱৰ্তী হৈ কোনো বস্তুৰ অনুসৰণ কৰি তাৰ পৰা অভিজ্ঞতা অৰ্জন কৰে তেনেহলে শিশুৰ সমস্ত ব্যক্তিত্বৰ সামঞ্জস্য বিকাশ ঘটে। ব্যক্তিত্ব হ'ল মানবীয় গুণাৱলী। তেওঁ পৰীক্ষামূলক বিদ্যালয় প্ৰতিস্থা কৰি নিজৰ মতবাদ প্ৰমাণ কৰি চালে। শ্ৰেণী ব্যৱস্থা বাতিল কৰি শিশু-সকলৰ চাৰিওফালে এনেকুৱা পৰিবেশৰ সৃষ্টি কৰিলে; য'ত ছাত্ৰ-ছাত্ৰীয়ে প্ৰত্যক্ষ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি জ্ঞান অৰ্জন কৰাৰ সুযোগ পায়। এইভাৱে শিক্ষা দিয়াৰ উপকাৰিতা হ'ল এয়ে যে প্ৰচলিত শ্ৰেণীকক্ষৰ মাজত শিশুসকলে নগৰবিলাকক যেনে ভাৱে প্ৰতিযোগী বা প্ৰতিদ্বন্দী বুলি ভাৱিবলৈ আৰম্ভ কৰে, তেনে অশুভ ভাব তেওঁলোকৰ মাজত গঢ়ি উঠাৰ সুযোগ নাপায। আনহাতে তেওঁলোকৰ মাজত পাৰস্পৰিক সহযোগিতাৰ মনোভাব গঢ়ি উঠিব।

কৰ্ম শিক্ষা বুনিযাদী শিক্ষা নহয। কৰ্ম শিক্ষাৰ ভাবধাৰা আৰু বুনিয়াদী শিক্ষাৰ অন্তৰ্নিহিত আদৰ্শৰ মাজত খুউব চমু সম্পৰ্ক আছে। তথাপিও বুনিয়াদী শিক্ষা আৰু কৰ্ম শিক্ষাৰ মাজত তলত উল্লেখ কৰা বিষযত প্ৰভেদ আছে।

(১) বুনিযাদী শিক্ষা কেৱল গাঁও অঞ্চলৰ সামাজিক জীৱনক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। আধুনিক বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ জৰিয়তে সৃষ্টি হোৱা শিল্পসমূহক সমাদৰ ন'কৰিছিল।

(২) কৰ্ম শিক্ষাত কুটীৰ শিল্প আৰু কাৰখানা শিল্প সকলোকে সামৰি লৈছে। ই চহৰ আৰু নগৰ দুয়ো স্থানতে সমভাবে প্ৰযোজ্য।

(৩) আধুনিক শিক্ষাত বুনিয়াদী শিক্ষা পদ্ধতিৰ সংস্কাৰ কামা। কৰ্ম শিক্ষা বুনিয়াদী শিক্ষাৰ ভেটিতে গঢ়ি উঠিলেও কৰ্ম শিক্ষা বুনিয়াদী শিক্ষাৰ উন্নত সংস্কৰণ মাত্ৰ।

শিল্পও এটা কৰ্ম। শিল্প শিক্ষা আৰু কৰ্ম শিক্ষাৰ মাজত সাদৃশ্য

আছে যদিও দুয়োটা শিক্ষাৰ পদ্ধতি আৰু উদ্দেশ্যৰ মাজত যথেষ্ট পাৰ্থক্য আছে। বুনিয়াদী শিক্ষাত যিবোৰ শিল্পক শিক্ষাৰ্থীৰ কাৰণে বাচি লোৱা হ'ল সেই বিলাকৰ শিক্ষনীয় পদ্ধতিৰ সুব্যৱস্থাৰ অস্পষ্টতা হেতু শিক্ষাৰ্থীসকলৰ আগ্ৰহ শিথিল হৈ পৰিল। বুনিয়াদী শিক্ষাৰ ক্ষেত্ৰত কৰ্মৰ কেন্দ্ৰগত প্ৰেৰণা আছিল; কৰ্তব্যবোধ আৰু শৃংখলা আনহাতে কৰ্ম শিক্ষাৰ ক্ষেত্ৰত এই বিষয়বিলাকৰ ৰূপ আন ধৰণৰ। প্ৰকল্পভিত্তিক (Project) কাম-কাজৰ পূৰ্ণৰূপ শিক্ষাৰ্থীসকলৰ স্বতঃস্ফূৰ্ত আগ্ৰহেই হ'ল কামৰ কেন্দ্ৰগত প্ৰেৰণা। শিল্প-কলা হ'ল যুক্তি নিৰ্ভৰ শিক্ষাসূচী। কিন্তু কৰ্ম শিক্ষা মনোবিজ্ঞানভিত্তিক শিক্ষাসূচী।

এখন দেশৰ, এটা জাতিৰ অৰ্থনীতি উন্নয়নত উৎপাদন অত্যাৱশ্যক। সমাজনীতি আৰু অৰ্থনীতি হিচাবে দেশক উৎপাদন মুখী কৰি তোলে। দেশৰ লক্ষ লক্ষ ছাত্ৰ-ছাত্ৰীক স্কুল কলেজত শ্ৰমকাতৰ আৰু উৎপাদন বিমুখ কৰি ৰাখি জাতীয় লক্ষ্যত উপনীত হোৱাতো সম্ভৱপৰ নহয়। শিক্ষাৰত হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীক উৎপাদন প্ৰক্ৰিয়াত অংশ গ্ৰহণ কৰাবই লাগিব। ইয়াতে শিক্ষাৰ আনন্দ বাঢ়িব আৰু ভৱিষ্যত নাগৰিকৰ মাজত উপযোগী মানৱিক গুণাৱলী গঢ়ি উঠিব।

সদায় মনত ৰখা প্ৰয়োজন হ'ল—শিক্ষাৰ উৎপাদন এই ক্ষেত্ৰত উপজাত দ্ৰব্য (by product)! কৰ্ম শিক্ষাত কৰ্ম যেনেকৈ উপেক্ষাৰ বস্তু নহয়, তেনেকৈ ইয়াক একান্ত উৎপাদনমুখী কৰি তোলাও বাঞ্ছনীয় নহয়। উভয়ৰ মাজত সমতা ৰক্ষা কৰাই হ'ল কৰ্ম শিক্ষা। কৰ্ম শিক্ষাত শিক্ষা হ'ল মুখ্য আৰু কৰ্ম হ'ল গৌণ।

মানুহক জীয়াই থাকিবলৈ তিনিটা প্ৰধান বস্তুৰ প্ৰয়োজন—ভাত, কাপোৰ আৰু থকা ঠাই। জীৱন ধাৰণৰ কাৰণে ইয়াৰ উপৰিও প্ৰয়োজন হয় স্বাস্থ্য, নিৰাপত্তা, সমাজ সংস্কৃতি এইবিলাক মানুহৰ বিশেষ প্ৰয়োজন গতিকে এইবিলাক মৌলিক চাহিদা বুলি আখ্যা

দিব পাৰি। কৰ্ম শিক্ষা যদি এই মৌলিক চাহিদাসমূহৰ লৈতে নিবিৰভাৱে সম্বন্ধপূৰ্ণ হয়, তেন্তে কামৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহ বৃদ্ধি পাব। যিবিলাক কৰ্ম অভিজ্ঞতাৰ শিক্ষা স্কুলীয়া জীৱনত অভ্যাসন কৰিলে ভৱিষ্যত জীৱনত অৰ্থ উপাৰ্জনত সহায়ক হয়, অথবা আনে উপকাৰ পোৱা দেখে তেনে শিক্ষাৰ প্ৰতি স্বভাৱতে ছাত্ৰ-ছাত্ৰীৰ আকৰ্ষণ বাঢ়ে।

নতুন শিক্ষানীতিৰ প্ৰৱৰ্তনে কৰ্ম শিক্ষাৰ প্ৰাধান্য বৃদ্ধি হোৱাৰ সম্ভাৱনাই ইয়াৰ বিশদ আলোচনাৰ প্ৰয়োজন আহি পৰিছে।

———

# সামাজিক, নৈতিক আৰু আধ্যাত্মিক শিক্ষা *

"সামাজিক, নৈতিক আৰু আধ্যাত্মিক শিক্ষাৰ কোনো ব্যৱস্থা নথকাটোৱে আমাৰ শিক্ষাৰ অন্তৰায়বোৰৰ অন্যতম আৰু এই অন্তৰায় দূৰ কৰাটো প্ৰধান কৰ্তব্য। ধৰ্মই সদায় অভিপ্ৰেৰণা যোগায় আৰু চৰিত্ৰ গঠনত প্ৰভাৱ পেলায় আৰু নৈতিক মূল্যৰ লগত ই সম্পূৰ্ণ জড়িত। জাতীয় শিক্ষা ব্যৱস্থাই এই উদ্দেশ্যাত্মক শক্তিৰ কথা বিবেচনা কৰিবই লাগিব আৰু এই মূল্যবোধৰ শিক্ষাদানৰ বাবে এক সচেতন আৰু সংঘবদ্ধ প্ৰচেষ্টা কৰিব লাগিব। এই সম্পৰ্কত শ্ৰীপ্ৰকাশ কমিটিয়ে আগবঢ়োৱা পৰামৰ্শ গ্ৰহণযোগ্য। নৈতিক আৰু আধ্যাত্মিক মূল্যৰ প্ৰত্যক্ষ শিক্ষাদানৰ বাবে দৈনিক সময় তালিকা (time table)ত এঘণ্টা বা দুঘণ্টা নিৰ্দিষ্ট কৰি দিব লাগে। যদিও প্ৰত্যক্ষ শিক্ষাদান কৰাটোৱে উদ্দেশ্য তথাপি অধিকাংশ শিক্ষাদান কাৰ্য্য পৰোক্ষ ভাবেই হ'ব।

আমি লক্ষ্য ৰখা উচিত যাতে নৈতিক শিক্ষা কেৱিকুলামৰ বাহিৰত ৰখা নহয়। প্ৰাথমিক স্তৰত প্ৰধান ধৰ্ম, ইতিহাস আৰু মহাকাব্য আদিৰপৰা লোৱা গল্পৰ সহায়ত এই বিষয়ে শিক্ষা দিব লাগে।

প্ৰধান ধৰ্মৰ উপদেশসমূহৰ নৈতিক মূল্যৰ ওপৰত যথেষ্ট প্ৰভাৱ আছে। এনেকুৱা সহ সম্বন্ধ বা সংস্পৰ্শৰ আশ্ৰয় লোৱা শিক্ষকৰ প্ৰধান কৰ্তব্য। সত্যপ্ৰিয়তা, বয়সস্থজনৰ প্ৰতি সম্মান প্ৰদৰ্শন, দয়া দাক্ষিণ্য আদি চৰিত্ৰৰ প্ৰধান গুণৰাশিৰ ওপৰত সকলো ধৰ্মই গুৰুত্ব আৰোপ কৰিছে আৰু এইবোৰ নানা ধৰণৰ গল্পত সন্নিবিষ্ট কৰা হৈছে। ইয়াৰ পৰৱৰ্তী স্তৰত বিখ্যাত ধৰ্ম প্ৰচাৰকসকলৰ জীৱনী অন্তৰ্ভুক্ত হোৱা

* শিক্ষা আয়োগৰ প্ৰতিবেদন : ডঃ সত্যনাথ শৰ্মা।

উচিত। প্ৰধান ধৰ্মসমূহৰ উপদেশৰ পৰামৰ্শ মাধ্যমিক শিক্ষাৰ শেষৰ ছুবছৰত শিকা উচিত।”

মাধ্যমিক শিক্ষাপৰিষদে মজলীয়া স্তৰৰ বিদ্যালয়ৰ নৈতিক শিক্ষাৰ পাঠ্যক্ৰম। নতুন শিক্ষানীতিৰ আগত) অন্তৰ্ভুক্তিত তলৰ কথাখিনি উল্লেখ কৰিছিল—

“Dircct moral teaching can be imparted through the telling of the right stories in the right way and teaching of the duties of the citizen and by offering of the loftiest ideals of life and conduct in the most persuasive and convincing manner In direct moral teaching will be achived by the school tone in general and by dicipline, example, true educational class teaching, physical culture and organised games.

Moral teaching should be within the power and be one of the most important duties of a specially chosen teacher, who should deliver direct moral lessons. Anecdotes and teachers own examples will appeal most. There should be at least two classes a week.”

বিদ্যালয়ত নৈতিক শিক্ষাদানৰ পাঠ্যপুথিৰ প্ৰচলনৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। “This book should contain didactic stories, poems, ideal life stories etc. as far as possible. Lesson on literature and history may occasionally be included. Precepts may sparingly be given. The volume of reading material may not exceed 200 pages.”

মজলীয়া বিদ্যালয়ৰ প্ৰথম শ্ৰেণীটোতে ছাত্ৰ-ছাত্ৰীক তেওঁলোকৰ ঘৰৰ প্ৰতি, বিদ্যালয়ৰ প্ৰতি কৰ্তব্য সম্পৰ্কে জ্ঞান প্ৰদান কৰিবলৈ নিৰ্দেশ দিয়া হৈছে। ঘৰৰ প্ৰতি দায়িত্ব বোলোতে এটা প্ৰশ্ন উদয় হব। ১০+১ বছৰীয়া এগৰাকী ছাত্ৰ বা ছাত্ৰীয়ে ঘৰৰ দায়িত্ব কি বুজিব অথবা বহনৰ কাৰণে কাম কৰিব। এই বয়সত ছাত্ৰ-ছাত্ৰীৰ এনেধৰণৰ বোধ দিবলৈ চেষ্টা কৰা হ'ব যে তেওঁলোক বৰ্তমান সক যদিও ভৱিষ্যত একোখন ঘৰৰ দায়িত্ব বহন কৰি সুচাৰুৰূপে পৰিচালনা কৰিব লাগিব। এতিয়া যেনেকৈ তেওঁলোকৰ পিতামাতাই —নিজৰ নিজৰ ঘৰৰ দায়িত্ব বহন কৰি আছে। শিক্ষকে শ্ৰেণীত পাঠদান দিওঁতে এটি কথা সততে মনত ৰখা হয় যে—দায়িত্ব সম্পৰ্কে কওঁতে কোৱাৰ ভঙ্গী আৰু শব্দ প্ৰয়োগে যাতে ছাত্ৰ-ছাত্ৰীৰ ঘৰৰ দায়িত্ব বহনত ভীতিগ্ৰস্ত নকৰি উৎসাহিত কৰে। লগতে তেওঁলোকৰ বয়সৰ ল'ৰা-ছোৱালীয়ে কৰিব পৰা কামখিনি যাতে সুচাৰুৰূপে সম্পন্ন কৰিব পাৰে—তাৰ কাৰণে উদগনি যোগাব পাৰে।

বিদ্যালয় আৰু ঘৰখনৰ মাজত আন এখন ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ কিছু দায়িত্বৰ কথা স্বভাৱতে আহি পৰে। সেয়ে হ'ল সমাজ। সমাজৰ ব্যক্তি সকলৰ প্ৰতি, ওচৰ চুবুৰীয়াৰ প্ৰতি কিছুমান দায়িত্ব পালন কৰিবলৈ সৰুকালৰেপৰা অভ্যাস গঢ়ি তুলিবলৈ যত্ন কৰা প্ৰয়োজন। সহপাঠীৰ প্ৰতি, সমবয়সীৰ প্ৰতি ছাত্ৰ ছাত্ৰীয়ে পালন কৰিব পৰা বিষয় সমূহৰ আভাস দিয়া শিক্ষকৰ পাঠদানত লক্ষ্য হোৱা প্ৰয়োজন। সৰুকালৰেপৰা সমাজৰ প্ৰতি দায়িত্ববোধৰ আভাস দিব পাৰিলে ভৱিষ্যতে বহু সংখ্যক সৎ সমাজ কৰ্মী সৃষ্টি হ'ব বুলি আশা কৰা হৈছে। অসৎ চৰিত্ৰহীন, লম্পট আৰু স্বাৰ্থান্বেষী সমাজ কৰ্মীৰ প্ৰাদুৰ্ভাৱে আজিৰ সমাজক দূষিত কৰি তুলিছে। এই সমাজ ব্যৱস্থা নিঃকুলষিত কৰিবলৈ হ'লে নতুন পুৰুষচামক সৰুৰেপৰা গঢ় দিয়া নিতান্ত প্ৰয়োজন। এই ক্ষেত্ৰত শিক্ষকৰ ভূমিকা সকলোতকৈ শ্ৰেয় বুলি গণ্য কৰা হৈছে।

সমাজৰ পিচতে বিদ্যালয়ৰ প্ৰতি দায়িত্বৰ কথা ভবা হৈছে। শৃঙ্খলা নিয়মানুবৰ্তিতা, চৰিত্ৰ গঠন এই সজ গুণবোৰ ছাত্ৰ-ছাত্ৰীয়ে আয়ত্ব কৰে দহবছৰৰপৰা চৌধ্যবছৰৰ ভিতৰত। বিদ্যালয়ত ছাত্ৰ-ছাত্ৰী কিছুমান নিয়মৰ ভিতৰুৱা হয়। নিয়মৰ মাজেদি আয়ত্ব কৰা গুণ-ৰাশিয়ে শিশুসকলক ভবিষ্যতে আদৰ্শ মানৱ হোৱাত ৰৰঙণি যোগায়। নিজৰ বিদ্যালয়খনক ছাত্ৰ-ছাত্ৰীয়ে যাতে পবিত্ৰ শিক্ষামন্দিৰ জ্ঞান কৰিব পাৰে, শিক্ষকৰ মধুৰ ব্যৱহাৰে যাতে বিদ্যালয়ৰ প্ৰতি আগ্ৰহী কৰি তোলে সেই কথালৈ শিক্ষকে চোকা দৃষ্টি ৰখা প্ৰয়োজন। বিদ্যালয়ৰ সা-সম্পত্তি, লগৰ বন্ধু বান্ধৱী সকলোলৈকে যাতে আপোন ভাব পোষণ কৰিবলৈ শিকে তাৰ ব্যৱস্থা পাঠদানৰ যোগে গঢ়ি তোলা একান্ত প্ৰয়োজন। বিদ্যালয়ৰ সম্পত্তি আমাৰ সম্পত্তি এ ভাব গঢ়ি তুলিব পাৰিলে সমস্ত ৰাজহুৱা সম্পত্তি সংৰক্ষণৰ দায়িত্ব তেওঁ-লোকে ভৱিষ্যতে মুৰপাতি লবলৈ সক্ষম হব বুলি বিশ্বাস কৰা হৈছে।

আচাৰ, ব্যৱহাৰ নম্ৰতা, বিনয়ী আদি সজগুণবোৰ গঢ়ি তোলাতো নৈতিক শিক্ষাৰ ভিতৰত সন্নিবিষ্ট কৰা হৈছে। ঘৰত, বিদ্যালয়ত, বয়সস্থ সকলৰ লগত, জ্যেষ্ঠজন আৰু শিক্ষকৰ প্ৰতি সৎ আচৰণ আৰু নম্ৰ আৰু বিনয় বচন ব্যৱহাৰ কৰিবলৈ ছাত্ৰ-ছাত্ৰীয়ে যাতে সৰুৰেপৰা শিকে সেই কথাৰ প্ৰতি লক্ষ্য ৰাখি পাঠদানত অন্তৰ্ভুক্ত কৰা হৈছে। উদাহৰণ আৰু পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে শিক্ষকে ল'ৰা-ছোৱালীৰ সজ আচৰণ গঢ়ি তোলাত মনোযোগ দিয়া একান্ত প্ৰয়োজন। শিক্ষক এনে গুণৰ অধিকাৰী হ'লেহে ছাত্ৰ-ছাত্ৰীৰ গুণবিকাশত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব। বিদ্যালয়সমূহত নৈতিক শিক্ষাৰ শ্ৰেণী বিভাজন কৰোতে অভিজ্ঞ আৰু জ্যেষ্ঠ শিক্ষকক এই দায়িত্ব অৰ্পণ কৰা প্ৰয়োজন। সৰ্বসাধাৰণ মানুহৰ এটা ধাৰণা আছে শিক্ষকতা যিকোনো মানুহেই কৰিব পাৰে। লগতে এনে এটা ধাৰণাও সমাজত গঢ় লোৱা দেখা যায় যে ক'তো একো কাম নোপোৱা সকলেই শিক্ষক হয়। এই ছুৱোটা ধাৰণাৰ কাৰণে আমি যে কম পৰিমাণৰ ক্ষতি কৰিছোঁ নহয় এনে

নহয়। ইয়াৰ ভিতৰত অধিকাংশ জগৰীয়া কৰ্তৃপক্ষ। কাৰণ যোগ্যতা আৰু গুণাগুণৰ প্ৰতি লক্ষ্য নকৰাকৈ কর্তৃপক্ষই ৰাজনৈতিক হেতুকে হওঁক অথবা বহুস্যৰ মেৰপাকতে আজি কিছুদিনৰপৰা অবাঞ্চিত বহুতো ব্যক্তিক শিক্ষকৰূপে নিয়োগ কৰি আহিছে। যাৰ কাৰণে এচাম নিস্বাৰ্থ আৰু সৎ শিক্ষক অপবাদৰ ভাগী হ'ব লগা হৈছে। শিক্ষকৰ জন্ম হয়—শিক্ষক তৈয়াৰ কৰা নহয়। আজিৰ প্ৰশাসনিক যন্ত্ৰত শিক্ষক তৈয়াৰ কৰা হৈছে। শিষ্টাচাৰ, নম্ৰতা, বিনয়ী হোৱাৰ শিক্ষা দিয়াৰ আগতে আমিওযে সেই গুণসমূহৰ অধিকাৰী হোৱা একান্ত প্ৰয়োজন সেই কথা অনুধাৱন কৰা দৰকাৰ। তেহে আমি উদ্দেশ্যত ফলৱতী হ'ব পাৰিম। নৈতিকতা বিহীন ব্যক্তিৰ শিক্ষাদানেৰে নৈতিক শিক্ষাৰ পাঠ্যক্রম বিদ্যালয়ত সন্নিবিষ্ট কৰি সময় আৰু শক্তিৰ অপচয় কৰাৰ অবিহনে আন কাম নহয়।

দয়া-মমতা অনুকম্পা আদি সদ্গুণবোৰৰ বিকাশ ঘটোৱা নৈতিক শিক্ষাৰ আন এটি উল্লেখযোগ্য দিশ। শাৰীৰিক ভাৱে বাধাগ্ৰস্ত, দুৰ্বল আৰু দুখীয়াৰ প্ৰতি যাতে সমভাব, মৰম স্নেহ, সহানুভূতি আদি স্বৰ্গীয় গুণসমূহ সকলে পৰা গঢ়লৈ উঠে তাৰ প্ৰতি শিক্ষকে বিশেষ মনযোগ দিয়া প্ৰয়োজন। বাস্তৱ উদাহৰণ, কাহিনী, স্ব-ৰচিত পৰিস্থিতিৰ যোগে ছাত্ৰ-ছাত্ৰীৰ মাজত এই মহতগুণসমূহৰ বিকাশ সাধনত সহায় কৰিব লাগে। পঞ্চমশ্ৰেণীতে ওপৰত উল্লেখিত সদ্গুণসমূহৰ অভ্যাস গঢ়ি তুলিবলৈ নৈতিক শিক্ষাৰ পাঠ্যক্রম যুগুত কৰা হৈছে। এই প্ৰস্তুতিৰে আমাৰ হাতত একোখন পাঠ্যপুথিত সন্নিবিষ্ট বিষয়বস্তুসমূহ ঠিক মতে শ্ৰেণীকক্ষত ছাত্ৰ-ছাত্ৰীক প্ৰদান কৰিব পাৰিলেই প্ৰথম পৰ্যায়ত নৈতিক শিক্ষাৰ এটা স্তৰ সম্পূৰ্ণ হব। গোটেই কামখিনিৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰিছে বিষয় বস্তুৰ উপস্থাপন আৰু পৰিবেশৰ ওপৰত। ইয়াকো কৰিব লাগিব শিক্ষকে নিজে। গতিকে শিক্ষকৰ দায়িত্ব কম নহয়।

দ্বিতীয় স্তৰত নৈতিক শিক্ষাৰ জৰিয়তে ছাত্ৰ ছাত্ৰীৰ নিজৰ দায়িত্ব

সম্পৰ্কে সচেতনতা গঢ়ি তোলা। জীৱ জন্তুৰ প্ৰতি, গছ-গছনিৰ প্ৰতি প্ৰকৃতিৰ দান সমূহৰ প্ৰতি যি কৰ্তব্য সেইবিলাকৰ আভাষ দি দায়িত্ব তথা কৰ্তব্য জ্ঞান জগাই তুলিব লাগিব। লগতে গুচৰ চুবুৰীয়াৰ প্ৰতি দায়িত্ব সচেতনতাৰ শিক্ষা দিয়াৰ নিৰ্দেশ আছে। এনে শিক্ষাই ছাত্ৰ-ছাত্ৰীক ভৱিষ্যত নিজৰ প্ৰতিবেশীৰ প্ৰতি সেৱা আগবঢ়োৱাৰ উপৰিও দেশখনৰ প্ৰতি, জাতিটোৰ প্ৰতি সেৱা কৰাৰ মনোবৃত্তি গঢ়ি উঠাৰ লগে লগে আনৰ সুখ দুখ, অভাৱ অনাটন আৰু মৰমস্নেহক সন্মান কৰিবলৈ যোগ্য হ'ব। যিখিনি গুণৰ বিকাশে মানুহক মহত মানৱলৈ ৰূপান্তৰ কৰিব। শিক্ষাৰ মূল উদ্দেশ্য এজন সম্পূৰ্ণ আৰু সুস্থ মানৱ তৈয়াৰ কৰা। যিবিলাক গুণৰ অভ্যাসতো ভৱিষ্যতে পূৰ্ণমানৱ তৈয়াৰ কৰিব –সেই গুণবোৰৰ অভ্যাস বিদ্যালয়ৰ পৰা আৰম্ভ হ'ব লাগিব। বৰ্তমান সমাজত বিভিন্ন সম্প্ৰদায়ৰ মাজত উদ্ভৱ হোৱা অসৈয়া অপ্ৰীতিসমূহ দূৰ কৰি সংহতি আৰু সম্প্ৰীতি সৃষ্টি কৰিবৰ কাৰণেই নৈতিক শিক্ষাক পাঠ্যক্ৰমৰ ভিতৰুৱা কৰা অন্যতম কাৰণ।

এই পৰ্য্যায়ত ছাত্ৰ-ছাত্ৰীৰ আচাৰ ব্যৱহাৰ শিষ্টাচাৰ আদি কিছু বহল পৰ্যায়লৈকে ধৰা হৈছে। লগতে সমভাৱ, সকসকলৰ প্ৰতি দয়া, মৰম, স্নেহ আৰু বাজহুৱা স্থানত নম্ৰ, সৎ, বিনয়ী ভাবাপন্ন আদি গুণবালীৰ বিকাশৰ কথা ভবা হৈছে। সৎগুণৰ বিকাশৰ কথা ভবা হৈছে। সৎগুণৰ বিকাশৰ কাৰণে পথৰ নিৰ্দেশনা দিব শিক্ষকসকলে। নিৰ্দিষ্ট পাঠ্যক্ৰমৰ মাজেদি এই শিক্ষা নৈতিক শিক্ষাৰ জৰিয়তে প্ৰদান কৰিব লাগিব।

মানুহৰ পাপ, পুণ্য, দয়া আৰু সত্যবাদিতা এই চাৰিটা কথাৰ বোধ থকা প্ৰয়োজন। সমাজত পাপ পুণ্যৰ বিচাৰ আৰু দৰ নাথাকিলে ব্যভিচাৰ, অন্যায় তথা অসৎ কৰ্মৰ প্ৰাদুৰ্ভাৱ হ'ব। যিবিলাকে কাৰ্য্য সংঘটিত হলে আনৰ অনিষ্ট হয় সেয়ে পাপ। গছিকে বেয়া

কাম কৰাৰ পৰা ছাত্ৰ ছাত্ৰীক আঁতৰাই নৈতিক বিবেক বিবেকোৰ ক্ৰমবিকাশত সহায় কৰিবলৈ হলে নৈতিক শিক্ষাৰ প্ৰয়োজন আগতকৈ বেছি। অসৎ কামৰ ফল যতে দুখজনক আৰু সৎকৰ্মৰ ফল যে আনন্দদায়ক এই কথা সৰুকালৰ পৰা ছাত্ৰ-ছাত্ৰীৰ মনত গভীৰ ভাৱে ৰেখাপাত কৰাত সহায় কৰিব লাগিব। আজিৰ যুগত সমাজ-বহিঃভূত কামৰ ইমান উজান উঠিছে যে যাৰ ফলত এদিন অন্যায়, অধৰ্ম বা অনীতি বোলা কোনো কাম নাথাকিব। অতীতত যিবিলাক কথা অনীতি বুলি গণ্য কৰা হৈছিল আজি সেইবোৰ নীতিত পৰিণত হৈছে। সদায় সঁচা কথা কবা বুলি ছাত্ৰ-ছাত্ৰীক স্কুল শ্ৰেণীৰ পৰা শিকোৱা আৰু লিখোৱা হয় কিন্তু মিছা কথাকে কোৱা হয় অধিক। আনৰ প্ৰতি সেৱা নৈতিক কৰ্তব্য বুলি কোৱা হয়, কিন্তু সামান্য কাম এটা আনৰ পৰা পইচা নহলে আদায় পোৱা নাযায়। চিকিৎসা সেবাক মানৱ সেৱা আখ্যা দিয়া হয়। কিন্তু মৃত্যুৰ দুৱাৰ দলিত থিয় দিয়া ৰোগীয়ে শকত পৰিমাণৰ টকা নিদিলে চিকিৎসাৰ মুখ নেদেখে। শিক্ষকতা মহৎ কাম বুলি আখ্যা দিয়া হয়—কিন্তু ছাত্ৰ এজনক পঢ়াবলৈ শিক্ষক বিশেষে অনুৰোধ কৰিলে দৰ দাম কৰে। বাইজৰ সেৱকসকলক, কাৰ্য্যালয়ৰ কৰ্মচাৰীক, দুই এজন শিক্ষা বিভাগৰ কৰ্মকৰ্তাকো ভিতৰুৱাকৈ টকা পইচা নিদিলে কাম হৈ নুঠে। বৰ্তমান চৰকাৰৰ নিকা প্ৰশাসনতো এচামে চেকালগাকৈ কাম কৰিয়েই আছে। চাওঁটা নাই—কওঁটা নাই। কওঁতাজন ৰাজনীতিৰ বলি হব লগা হয়। এই বিলাক কথা একালত দুৰ্নীতি আছিল—আজ কালি নীতিত পৰিণত হৈছে। আ॥বছৰ বংসৰ এজন প্ৰধান শিক্ষকক শিক্ষকতা কৰি সন্তুষ্টনে বুলি প্ৰশ্ন কৰোতে কৈছিল—"মই শিক্ষকৰূপে নিজকে ব্যৰ্থ বুলি ভাবো। কাৰণ আমি পঢ়োৱা যিবোৰ লৰা বৰ্তমান চৰকাৰী বিষয়া হৈছে সিহঁতৰ শতকৰা ৯০ জনেই দুৰ্নীতিগ্ৰস্ত, ঘোচখোৰ। ইয়ালৈকে আমি ত্ৰিশ টকা দৰমহাত অত্যন্ত আন্তৰিকতাৰে ল'ৰা পঢ়াইছিলোনে?

লগতে কৈছিল, আমি চাহাবৰ দিনত শিক্ষকতা কৰিছিলো অতি নিষ্ঠা আৰু আন্তৰিকতাৰে। আপোনালোক স্বাধীন দেশৰ শিক্ষক হৈ ভালকৈ পঢ়োৱা কাম নকৰে। আপোনালোকেহে নিজৰ দেশৰ ভৱিষ্যত বংশধৰসকলক আন্তৰিকতাৰে পঢ়াব লাগে। আজিকালি শিক্ষকে বহুত বেছি বেতন পায়—কিন্তু তুলনাগত ভাবে সেৱা কম কৰে।" এই বৃদ্ধ শিক্ষক জনৰ মন্তব্যক উলাই কৰিব পৰা কেইজন শিক্ষক আমাৰ সমাজত ওলাব। সংকৰ্মৰ জৰিয়তেই হয়তো তেখেতে সুদীৰ্ঘ জীৱন আৰু সু-স্বাস্থ্যৰ অধিকাৰী হৈ আশীবছৰ বয়সতো যোৰহাট নগৰৰ পথত চঞ্চল ডেকাৰ দৰে ফুৰা চকা কৰি ফুৰিছে। তেখেতৰ জীৱন জোৰা অভিজ্ঞতাৰ কথা লিখিবলৈ কোৱাত ইংৰাজী কবিতাৰ পংক্তি এটা গাই কৈছিল—"কোনেও মোক নজনাকৈয়ে মৃত্যু হোৱা কামনা কৰোঁ।"

দুৰ্নীতিগ্ৰস্ত এখন সমাজৰ বিকাশ বিপদ শঙ্কুল। গতিকে ছাত্ৰ অৱস্থাৰ পৰা ল'ৰা-ছোৱালীৰ এটা সৎ মনোভাৱ গঢ়ি তুলিবলৈ, পাপ পুণ্যৰ বিচাৰ কৰিবলৈ, উচিত অনুচিত বিচাৰ কৰি চোৱাৰ ক্ষমতা গঢ়ি উঠিবলৈ বিভিন্ন কাহিনী, উদাহৰণৰ জৰিয়তে নৈতিক শিক্ষ দিয়াৰ প্ৰয়োজন উপলব্ধি কৰা হৈছে।

শিক্ষাৰ অন্যতম লক্ষ্য হ'ল ছাত্ৰ-ছাত্ৰীক জনাৰ পৰা নজনা কথা শিকোৱা। শিশু অৱস্থাত কোনটো ভাল কোনটো বেয়া তাক বিচাৰ কৰিব পৰা ক্ষমতা ছাত্ৰ-ছাত্ৰীৰ নাথাকে। গতিকে নৈতিক শিক্ষাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীৰ সকলো সত্য আৰু সৎগুণৰ কথাই অৱতাৰণা কৰিব লাগে। ছাত্ৰ-ছাত্ৰীৰ কৰ্তব্য পৰায়ণতা, দায়িত্ববোধৰ শিক্ষা দিয়াৰ আগতে শিক্ষকজন সেই বিষয়ত নিজে পাৰদৰ্শী অথবা আদৰ্শ হোৱা একান্ত প্ৰয়োজন। কথা আৰু কামৰ সঙ্গতি বিহনে ছাত্ৰ-ছাত্ৰীৰ শ্ৰদ্ধা আদায় কৰা জটিল। ফলত সেইজন শিক্ষকে কস্মিন কালেও পাঠদানত কৃতকাৰ্য্য হব নোৱাৰে।

মজলীয়া স্তৰৰ শেষৰ স্তৰত ছাত্ৰ-ছাত্ৰীক মানৱ সমাজৰ প্ৰতি কৰ্তব্য সাধন, দেশৰ প্ৰতি কৰ্তব্য, শত্ৰুক মিত্ৰ জ্ঞান, ৰাজহুৱা সম্পত্তিৰ

আৰু ব্যক্তিগত সম্পত্তিৰক্ষণ আদিৰ শিক্ষা দানৰ নিৰ্দেশ কৰা হৈ ছ। এই জ্ঞান প্ৰদানে ছাত্ৰ ছাত্ৰীক ভৱিষ্যত এজন সু নাগৰিক আৰু সুস্থ মানৱ গঢ়ি তোলাত সহায় কৰিব। গতিকে নৈতিক শিক্ষাৰ প্ৰয়োজনীয়তা কিমান বেছি সেই কথা সহজেই অনুমেয়। একবিংশ শতিকাত তেনে ভাৰতীয়ৰ প্ৰয়োজনৰ কথা চিন্তা কৰিয়ে নতুন শিক্ষানীতি প্ৰস্তুত কৰা হৈছে।

ভাৰতবৰ্ষৰ মূলমন্ত্ৰ অহিংস পৰম ধৰ্ম। এই নীতিত ছাত্ৰ ছাত্ৰীৰ আস্থা আৰু ইয়াৰ সুফল কেৱল নৈতিক শিক্ষাৰ জৰিয়তেহে সম্ভৱ। এহাতে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ নিত্য নতুন আৱিষ্কাৰৰ কথা চিন্তা কৰা হৈছে, আনহাতে ছাত্ৰ-ছাত্ৰীৰ মনোৰাজ্যত সৎ ন্যায়, আদৰ্শ আৰু সত্য শিৱ সুন্দৰৰ আৰাধনা কৰা হৈছে। এই আঁচনি প্ৰকৃততে আদৰণীয়। চিন্তানায়ক তথা শিক্ষা বিদৰ প্ৰদত্ত আঁচনি কাৰ্য্যকৰী হৈ বাস্তৱ জগতত ৰূপ ললে সঁচাকৈয়ে এদিন ভাৰতবৰ্ষ গন্ধীজীৰ ৰামৰাজ্যত পৰিণত হব। আদৰ্শ, শান্তিপূৰ্ণ আৰু ঐশ্বৰ্যশালী ভাৰত গঢ়ি তোলাত শিক্ষক সমাজৰ দায়িত্ব আৰু কৰণীয় নিচেই কম নহয়। শিক্ষক সমাজক আনে কি বিশেষণ দিয়ে সেইয়া নিষ্প্ৰয়োজন—আহক আমি সকলোৱে আন্তৰিকতাৰে, নৈতিকতাৰে আৰু দায়িত্ববোধেৰে ভৱিষ্যত ভাৰতৰ উত্তৰ পুৰুষ তৈয়াৰ কৰাত শুদ্ধভাৱে আত্মনিয়োগ কৰো। আমি আনৰ লৰা-ছোৱালী উপযুক্ত শিক্ষাদি গঢ়ি তুলিব পাৰিলে নিজৰ ল'ৰা-ছোৱালী ভালকৈ গঢ়ি উঠিব। পৰমেশ্বৰে নিশ্চয় আমাৰ সেৱাৰ স্বীকৃতি প্ৰদান কৰিব। গীতাৰ সেই মহান বাণী স্মৰণ কৰোহঁক—

"তুমি ইন্দ্ৰিয়সমূহ সংযম কৰি আত্মনিষ্ঠ হোৱা, পৰমেশ্বৰত চিত্ত সমাহিত কৰা, নিষ্কাম কৰ্মযোগ সাধনত সিদ্ধিলাভ কৰিব পাৰিবা।" ওঁম্ গীতাঃ ওঁম্ গীতা।

# দৈনিক সময়ৰ তালিকা

ভাৰতৰ অঙ্গৰাজ্য হিচাপে অসম চৰকাৰেও নতুন শিক্ষানীতি ১৯৮৮ চনৰপৰা কাৰ্য্যকৰী কৰিবলৈ বিভিন্ন কাৰ্য্যসূচী গ্ৰহণ কৰি কামত আগবাঢ়িছে। যিহেতু কাৰ্য্যসূচী ৰূপায়ণ আৰু কৃতকাৰ্য্যতাৰ সিংহ ভাগ শিক্ষকসকলেই বহন কৰিব লাগিব, সেইহেতু ১৯৮৭ আৰু ৮৮ চনত অসমৰ ৪১ কেন্দ্ৰত প্ৰায় ১৬০০০ হাজাৰ শিক্ষক-শিক্ষয়িত্ৰীক প্ৰশিক্ষণ দি সাজু কৰি তুলিছে। প্ৰশিক্ষণৰ মূল্যায়ন যিহেতু এই প্ৰবন্ধৰ উদ্দেশ্য নহয় সেই সম্পৰ্কত আলোচনালৈ নগৈ এটা কথা যত্নসহকাৰে উপলব্ধি কৰা হয় যে শিক্ষানীতিৰ মূল লক্ষ্য, উদ্দেশ্য আৰু পাঠদানৰ উপস্থাপন সম্পৰ্কে বিস্তৃত প্ৰশিক্ষণ সন্নিবিষ্ট কৰাৰ থল আছিল।

ভাৰতীয় মাধ্যমিক শিক্ষা সংসদৰ ( Council of Board of Secondary Education চমুকৈ COBSE ) ছত্ৰছায়াত মাধ্যমিক শিক্ষাপৰিষদে মাধ্যমিক আৰু মজলীয়া পৰ্য্যায়ৰ পাঠ্যক্ৰম তলত উল্লেখ কৰাৰ দৰে ৰাষ্ট্ৰীয় শিক্ষানীতিত প্ৰৱৰ্তন কৰিবলৈ প্ৰস্তাব কৰি কাৰ্য্যক্ষেত্ৰত অগ্ৰসৰ হৈছে।

১'০১ সময় নিৰ্দ্ধাৰণ :

(ক) প্ৰতি বছৰত শিক্ষা সপ্তাহ —৩০.

(খ) পাঠদানৰ দিন প্ৰতি সপ্তাহত ৬ টাকৈ ৩০ × ৬ = ১৮০.

(গ) প্ৰতি সপ্তাহত ৪০-৪৫ মিনিটৰ পিৰিয়দ = ৪০.

(ঘ) বছৰত মুঠ পিৰিয়দ ৪০ × ৩০ = ১২০০

নতুন শিক্ষা ব্যৱস্থাত পাঠদানৰ দিন ২০০ দিনলৈ বঢ়োৱাৰ বি প্ৰস্তাব কৰা হৈছে, সেইমতে কাৰ্য্যকৰী হ'লে মোটামুটি ভাবে বছৰত ১২০০ টা পিৰিয়দৰ ব্যৱস্থা কৰিব পৰা হ'ব বুলি আশা কৰা হৈছে।

১.০২ Council of Board of Secondary Education ৰ জয়পুৰত অনুষ্ঠিত সম্মিলনে বিষয় অনুসাৰি তলৰ তালিকাখন প্ৰস্তুত কৰিছে।

| শ্ৰেণী | বিষয় | | | | | | প্ৰতি সপ্তাহত পিৰিয়ডৰ সংখ্যা |
|---|---|---|---|---|---|---|---|
| | ভাষা | গণিত | বিজ্ঞান | সমাজ অধ্যয়ন | চাৰুকলা | শৰীৰ আৰু স্বাস্থ্য শিক্ষা | কৰ্মশিক্ষা |
| ৫ম শ্ৰেণী | ১২ | ৮ | ৪ | ৪ | ৩ | ৩ | ৬ |
| ৬ষ্ঠ „ | ১২ | ৮ | ৪ | ৪ | ৩ | ৩ | ৬ |
| ৭ম „ | ১২ | ৮ | ৪ | ৪ | ৩ | ৩ | ৬ |
| ৮ম „ | ১২ | ৮ | ৪ | ৪ | ৩ | ৩ | ৬ |
| ৯ম „ | ১২ | ৬ | ৬ | ৬ | ৩ | ৩ | ৪ |
| ১০ম „ | ১২ | ৬ | ৬ | ৬ | ৩ | ৩ | ৪ |

১.০৩: চাৰুকলা, শৰীৰ আৰু স্বাস্থ্য বিজ্ঞান শিক্ষাক বাধ্যতামূলক শিক্ষণীয় বিষয়ৰূপে সন্নিবিষ্ট কৰি প্ৰৱৰ্তনৰ ব্যৱস্থা কৰা হৈছে।

কাৰ্য্যকৰণৰ সময়:

১৯৮৮ চনৰ শিক্ষাবছৰৰপৰা অসমত এই নতুন ব্যৱস্থাৰ কাৰ্য্যকৰণৰ সময় নিৰ্দ্ধাৰণ কৰা হৈছে। ১৯৮৮ চনত প্ৰথম শ্ৰেণী, তৃতীয় শ্ৰেণী আৰু ষষ্ঠ শ্ৰেণীত নতুন পাঠ্য প্ৰৱৰ্তনৰ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হৈছে। মাধ্যমিক শিক্ষা পৰিষদৰ কৰ্মকৰ্ত্তা, মাধ্যমিক শিক্ষাসঞ্চালক, প্ৰাথমিক শিক্ষাসঞ্চালক আৰু ৰাজ্যিক শিক্ষা আৰু গবেষণা পৰিষদৰ সভাই প্ৰথম শ্ৰেণীৰপৰা চতুৰ্থ শ্ৰেণীলৈ ৰাজ্যিক শিক্ষা আৰু গবেষণা পৰিষদক ৫ মৰ পৰা ১০ মলৈ মাধ্যমিক শিক্ষা পৰিষদক পাঠ্যক্ৰম প্ৰস্তুত কৰাৰ দায়িত্ব অৰ্পণ কৰিছিল আৰু পৰিষদেও সেই কাম সম্পূৰ্ণ কৰিছে। সেই আঁচনি অনুসাৰি '৮৮ চনৰপৰা ১ম, ৩য় আৰু ৬ষ্ঠ শ্ৰেণীৰ পাঠ্যপুথি প্ৰস্তুত কৰি, প্ৰকাশ কৰি বিদ্যালয়সমূহত প্ৰচলনৰ দিহা কৰিছে।

নতুন শিক্ষা ব্যৱস্থাত পাঠ্যক্রম নির্দ্ধাৰণ কৰোতে ৫ম, ৬ষ্ঠ আৰু ৭ ম শ্ৰেণীত মাতৃভাষা, ইংৰাজী আৰু সমাজ অধ্যয়নৰ পাঠ্যক্রম সংযোগ কৰাৰ লগতে চাৰুকলা, স্বাস্থ্যবিজ্ঞান আৰু কৰ্মশিক্ষাৰ পাঠ যোগ কৰাৰ প্ৰস্তাৱ কৰা হৈছে। ৮ম, ৯ম আৰু ১০ ম শ্ৰেণীটো তদ অনুৰূপে ব্যৱস্থা কৰাৰ কথা ভবা হৈছে। S. U. P. W. ক কৰ্ম অভিজ্ঞতা নামকৰণে কৰ্মশিক্ষাৰ ব্যৱস্থা সন্নিবিষ্ট হব।

নতুন পাঠ্যপুথি আৰু পাঠ্যক্রম অনুসৰি বিভিন্ন বিষয়সমূহ বিদ্যালয়ত পাঠদান দিওঁতে ছাত্ৰ ছাত্ৰীৰ গ্ৰহণৰ ক্ষমতালৈ লক্ষ্য ৰাখি আমি ভাবো দৈনিক পাঠদানৰ সময় তালিকা ( School Routine ) প্ৰস্তুত কৰোতে তলত উল্লেখ কৰা পৰামৰ্শটি বিচৰাৰ ভিতৰলৈ আনিলে ছাত্ৰ-ছাত্ৰীৰ উপকাৰ হব বুলি আশা কৰিব পাৰি।

বিদ্যালয়ৰ শিক্ষণীয় বিষয়সমূহ দুটা বৃহৎ ভাগত বিভাজন কৰিব পাৰি। এটা ভাগ "হিউমেনিটী" আৰু আনটো বিজ্ঞান। হিউমেনিটি ( মনুষ্য প্ৰকৃতি ) ৰ ভিতৰত ভাষা, সমাজ অধ্যয়ন, ভূগোল বুৰঞ্জী আদি আৰু বিজ্ঞান বিভাগত গণিত, সাধাৰণ বিজ্ঞান আৰু অনান্য প্ৰযুক্তি বিদ্যা বিষয়। এটা দিনত বিদ্যালয়ত হিউমেনিটীৰ শিক্ষাদান দিব লাগে আকৌ আনটো দিনত বিজ্ঞান বিষয়সমূহৰ পাঠদান দিব লাগে। এদিনৰ পিচত এদিনকৈ বিষয় সলনি কৰিব লাগে। উদাহৰণ স্বৰূপে সোমবাৰে ৫ ম শ্ৰেণীত হিউমেনিটী বিষয়সমূহ, ৬ষ্ঠ শ্ৰেণীত বিজ্ঞান বিষয়, ৭ ম শ্ৰেণীত হিউনিটী আৰু ৮ ম শ্ৰেণীত বিজ্ঞান বিষয়। পিচৰ দিনটো শ্ৰেণী অনুসৰি সলনি কৰিব লাগে। এই ব্যৱস্থা পৰীক্ষামূলকভাৱে বছৰৰ প্ৰথম তিনিমাহত প্ৰৱৰ্তন কৰিব লাগে। এই ব্যৱস্থাৰ জৰিয়তে যদি ছাত্ৰ-ছাত্ৰী উপকৃত হোৱা প্ৰমাণ হয় তেন্তে এনে নিৰ্দ্ধাৰিত পাঠ্যক্রমত ছাত্ৰ-ছাত্ৰীক পুৰঠ কৰি গঢ়ি তোলা। তাৰ বাবে যিকোনো বিজ্ঞানসম্মত কাৰ্য্য ব্যৱস্থা আৰু পদ্ধতি প্ৰয়োগত বিদ্যালয়সমূহৰ ব্যক্তিগত স্বাধীনতা তথা কতৃত্ব

আছে। এটি মাথো উদাহৰণেৰে প্ৰচলিত কটিনৰ ব্যৰ্থতাৰ কথা প্ৰমাণ কৰিব পাৰি।

ধৰাহঁক, ১০+ বছৰৰ ৫ ম শ্ৰেণীৰ ছাত্ৰজনক প্ৰথম পিৰিয়দত গণিত শিকোৱা হ'ল। চকিদাৰে বেল দিয়াৰ লগে লগে ইংৰাজী শিক্ষক আহি আৰম্ভ কৰিলে This is a cat. তাৰ পিচৰ পিৰিয়দত আৰম্ভ হ'ল সৌৰজগতৰ কথা। তাৰ পিচৰ পিৰিয়দত আৰম্ভ হিন্দী, তাৰ পিচৰ পিৰিয়দত বিজ্ঞান ইত্যাদি। মনস্তাত্বিক দিশৰপৰা লক্ষ্য কৰিলে প্ৰতি ৪০ মিনিটৰ মূৰে মূৰে ছাত্ৰজনৰ মগজুত সম্পৰ্কহীন এটা বিষয়ৰপৰা আনটো বিষয়লৈ মন আৰু মগজু ঘোৰাৰ দৰে দৌৰি ফুৰিব লগা হয়। ৩'২০ বজাত ভাগৰুৱা দেহমনলৈ ছাত্ৰজন ঘৰলৈ গ'ল। এই শিক্ষাদানে ছাত্ৰজনক কিমান পুৰঠ কৰিলে সিও বিবেচ্য বিষয় হোৱা প্ৰয়োজন। ইয়াত এটি মাথো উদাহৰণ দাঙি ধৰা হ'ল। এই সম্পৰ্কত বহুল আলোচনা বিলোচনাৰ থল আছে।

---

"হাতত পিন্ধা খাৰু বা কাণৰ দৰে উজ্জ্বল হাৰে বা সুন্দৰ দ্ৰব্যই মানুহৰ শোভা নবঢ়ায়। আচলতে মাৰ্জিত বচনেহে প্ৰকৃত ৰূপ দাঙি ধৰে, অলঙ্কাৰ ব্যৱহাৰত ক্ষয় যায়, কিন্তু সুবচন কেতিয়াও নক্ষয় নপমে।"

—কবি ভৰ্তৃহৰি।

# বৰ্তমানৰ বিফলতা

বৰ্তমান প্ৰচলিত শিক্ষাৰ সফলতা ক'ত? ইয়াৰ সঠিক উত্তৰ এটা দিয়াৰ ক্ষমতাখিনি সম্ভৱ শিক্ষক সমাজ শিক্ষাবিদ তথা অধ্যয়ন পুষ্ট এচাম অভিভাৱকে দিবলৈ শংকা' কৰিব লগা হৈছে। আজিৰ শিক্ষা চ'ৰাত অসমৰ ল'ৰা ছোৱালীমখাক গবেষণাগাৰৰ ভেকুলীৰ দৰে খণ্ড বিখণ্ড কৰি বছৰৰ পাছত বছৰ পৰীক্ষা-নিৰীক্ষা চলোৱাৰ উপক্ৰম হৈছে। ভৱিষ্যত দেশখনৰ কাৰণে কি কৰিব লাগে, কি লাগিব আৰু কেনেকৈ ছাত্ৰ-ছাত্ৰীক তৈয়াৰ কৰিব লাগিব ইয়াৰ স্থিৰ সিদ্ধান্ত এটাত অত কালে শিক্ষাৰ বুনিয়াদ ৰচকসকল উপনীত হব নোৱাৰিলে। নতুন শিক্ষানীতিত মাথো এটা শ্ল'গান চাৰিওফালে মুখৰিত হৈছে - একবিংশ শতিকাত বিপুল গৌৰবে ভাৰতবৰ্ষ প্ৰবেশ কৰিব পৰাকৈ শিক্ষা ব্যৱস্থা প্ৰৱৰ্তন কৰিব লাগিব।" এই বিপুল গৌৰৱ কি? কোন কোন ক্ষেত্ৰত বিপুল গৌৰৱ হব? ইয়াৰ সুস্পষ্ট উল্লেখ হোৱাও দৰকাৰ। বাতৰি কাকত, আলোচনাচক্ৰত, ৰাজহুৱা সভাত শিক্ষানীতিৰ আমূল পৰিৱৰ্তনৰ জয়ঢোল বজাই থকা হৈছে। আজিৰ ছাত্ৰ সমাজক লাগে কি অথবা ভৱিষ্যতে লাগিব কি তাৰ স্পষ্টনীতি নিৰ্দেশৰ ইঙ্গিত নাই। ই দেশৰ কাৰণে এখন দুৰ্ভাগ্যজনক ছবিকে প্ৰদৰ্শন কৰি থকা নাই লগতে হতাশাই প্ৰাধান্য লাভ কৰিছে।

শিক্ষাৰ প্ৰধান আৰু চৰম লক্ষ যদি ব্যক্তি আৰু সমাজ কল্যাণ হয়, তেন্তে ৰাষ্ট্ৰৰ শিক্ষানীতি সমাজৰ কামত অহা হব লাগিবই। শিক্ষাৰ উদ্দেশ্য, পদ্ধতি, পাঠ্যক্ৰম আৰু শিক্ষা ব্যৱস্থা সময়ৰ আহ্বান মতে গঢ়ি তোলা একান্ত বিধেয়। অসমৰ জলবায়ু, অৰ্থনীতি, সৰ্ব-ভাৰতীয় ব্যৱস্থা, সমাজ আৰু ছাত্ৰ-ছাত্ৰীৰ পৰিবেশৰ লগত খাপখুৱাই এক সাৰ্বজনীন শিক্ষানীতিৰ ভেটি তৈয়াৰ হোৱাত বিশেষ মনোযোগ

দিব লাগিব। পশ্চিমীয়া দেশৰ শিক্ষা পদ্ধতি তথা শিক্ষানীতিসমূহ কেৱল ভাঙৰ ভাঙৰ গ্ৰন্থৰ পৰা অনুবাদ কৰি অসমৰ শিক্ষা পদ্ধতিত প্ৰযোজ্য কৰাৰ চেষ্টাৰ বাহিৰে মৌলিক চিন্তাৰ সুদৃঢ় ভেটি আজিৰ শিক্ষাবিদে কি সৃষ্টি কৰিছে তাৰ ওপৰত শিক্ষক, অভিভাৱক তথা ৰাষ্ট্ৰৰ সন্দিহান হোৱাৰ থল আছে। আমেৰিকা, ইংলণ্ডৰ শিক্ষা ব্যৱস্থা আৰু পদ্ধতিসমূহক অসমৰ সাৰ্বজনীন শিক্ষাৰ ভেটি বুলি গ্ৰহণ কৰিলে তাৰ পৰা জানো সুফলতা কামনা কৰা যায়? প্ৰাথমিক পৰ্য্যায়ৰ পৰা বিশ্ব-বিদ্যালয় পৰ্য্যন্ত শিক্ষাৰ ক্ষেত্ৰত যি এশ এটা সমস্যা আৰু অথন্তৰে দেখা দিছে তাক পৰ্য্যবেক্ষণ কৰিলে এটা কথা দেখা যায়—সমাজৰ সামগ্ৰিক কল্যাণৰ প্ৰতি প্ৰয়োজনীয় দায়িত্ব সচেতনতাৰ অভাৱ, যাৰ ফলত আমাৰ শিক্ষা ব্যৱস্থাৰ সফলতাৰ অভাৱ হৈছে।

সৰ্বভাৰতীয় শিক্ষা সম্মিলনৰ সভাপতি ডাঃ কে, এল. মালীৰ মতে শিক্ষকসকলৰ নিয়ন্ত্ৰণৰ অভাৱত আজিৰ শিক্ষানীতি কাৰ্য্যক্ষম হোৱা নাই। সমাজৰ প্ৰতি থকা দায়িত্ববোধৰ ক্ষেত্ৰত আজি শিক্ষক শিক্ষাবিদ আৰু দেশনায়কৰ উদাসীনতা দূৰীভূত কৰিব পাৰিলেহে শিক্ষাৰ প্ৰকৃত উদ্দেশ্য সাধনত উল্লেখযোগ্য বৰঙণি যোগাব পাৰিব। সমস্যাবহুল অসমৰ সমস্যাপূৰ্ণ জনতাৰ সুযোগ সুবিধা আৰু গ্ৰহণযোগ্য ক্ষমতালৈ লক্ষ্য ৰাখি একশ্ৰেণীৰ সুবিধাবাদী, ধনী জনসাধাৰণৰ বিপৰীতে থকা অশিক্ষিত, অনুন্নত মানুহ মুঠিৰ মনৰ হতাশ তথা অস্থিৰ মনোভাৱ দূৰিকৰণৰ লক্ষ্য আগত ৰাখি শিক্ষানীতি ৰচনা হলেহে সফলতা আশা কৰিব পাৰি। অধিক জনসংখ্যা বুলি চিঞৰি থাকিলেই সমস্যা সমাধান নহয়। জনসংখ্যা নিয়ন্ত্ৰণ কেৱল জন্ম নিয়ন্ত্ৰণেই যথেষ্ট নহয়। বিদেশী বহিস্কৰণ আৰু প্ৰব্ৰজনৰ কাৰ্য্যকৰী নিয়ন্ত্ৰণহে অতি দৰকাৰী। বৰ্তমান জনসংখ্যা* নিয়ন্ত্ৰণমূলক পাঠ্যক্ৰম বিদ্যালয়ত প্ৰয়োগৰ ব্যৱস্থা কৰা হৈছে। অনভিজ্ঞ, অপৰিপক্ক ব্যক্তিৰ

* জনসংখ্যা শিক্ষা দ্ৰষ্টব্য

যোগে এনে শিক্ষা ছাত্ৰ-ছাত্ৰীক দি যাতে কোমল মতীয়া কিশোৰ কিশোৰীসকলক উদভ্ৰান্ত কৰা নহয় তাৰ প্ৰতি কঠোৰ দৃষ্টিৰখা প্ৰশাসক আৰু পৰিচালকৰ প্ৰয়োজন। জন্ম নিয়ন্ত্ৰণৰ অমোঘ মন্ত্ৰসমূহ পৰিয়াল কল্যাণ বিভাগৰ দ্বাৰা বৰ্তমানৰ দৰে প্ৰাইমেৰী স্কুলৰ বেৰত, নাম ঘৰৰ মুখত "ভিচপ্লে" নোহোৱা মঙ্গলজনক। অসমীয়া সমাজ আধুনিকীকৰণত বাট বুলিছে যদিও অসমীয়া সমাজখনৰ এটা আবুৰ আছে —আছে শালিনতাবোধ। প্ৰকৃততে অসমৰ জনসংখ্যা জানো প্ৰকৃত বাসিন্দা সকলৰপৰা বৃদ্ধি হৈছে? প্ৰতি বছৰে চাদুল্লা মন্ত্ৰী সভাৰ দিনৰ পৰা বৰ্তমানৰ জনপ্ৰিয় চৰকাৰটোৰ আগলৈকে বাহিৰৰ পৰা কিমান মানুহ অনা হল, অনুপ্ৰৱেশ হল তাৰ পৰিসংখ্যাৰ সত্য নিৰূপণ আজিও হোৱা নাই। ভুৱা পৰিসংখ্যাৰে বিবৃতি পাঠ কৰি থকা হোৱা নাই জানো? অসমত মানুহ কিমান? অসমৰ সম্পদৰাজি, মাটি-কালি আৰু জনসংখ্যা বিতৰণলৈ লক্ষ্য কৰিলে ই ভাৰ সাম্য হেৰুৱা অৱস্থা নহয়। অসমে লাখ লাখ বাহিৰাগতক ভাত দিছে আৰু নিজৰ মানুহ মখালৈ প্ৰচুৰ দুৰ্ভাৱনা বহন কৰি আহিছে। প্ৰয়োগৰ পাঠ পঢ়ি কাৰিকৰী বা যান্ত্ৰিক ডিগ্ৰী গ্ৰহণ কৰিলেই যথেষ্ট নহয়। বৰ্তমানৰ শিক্ষানীতিত অসমৰ সম্পদৰ কাৰ্য্যকৰী প্ৰয়োগৰ জ্ঞান বিতৰণ চৰকাৰৰ বাস্তৱনীতি, মূলধনৰ যোগান আৰু অন্যান্য সা সুবিধা আদিৰ প্ৰতি লক্ষ্য ৰখা বাঞ্ছনীয়। তোষামোদ, ভেটিলোৱা ব্যক্তিক বহিষ্কৃত কৰা প্ৰয়োজন। বৰ্তমান শিক্ষানীতিয়ে যিমান নিবনুৱা জন্ম দিছে তাৰ তুলনাত এজন প্ৰকৃত খেতিয়ক গঢ়ি তুলিব পৰা নাই। সেয়ে আজি অসমৰ প্ৰতিজন যুৱক-যুৱতীৰ শিক্ষা কালত কৰ্মশিক্ষা অপৰিহাৰ্য্য হৈ পৰিছে।

অসমৰ খেতিয়ক সকলৰ উন্নতিৰ বাবে যি দিনালৈকে চৰকাৰে হাত মেলি নিদিয়ে সেই দিন পৰ্য্যন্ত অসমৰ অৰ্থনীতিৰ বুনিয়াদ থৰক-বৰক হৈ থাকিব। নিৰক্ষৰ কৃষকসকলৰ সু-সংবদ্ধ সংস্থানৰ অভাৱত তেওঁলোক স্বাধীনতাৰ ছকুৰি বছৰৰ পিচতো অৱহেলিত আৰু পীড়িত।

একাধিক কৃষি বিশ্ববিদ্যালয় প্ৰতিষ্ঠা অৰ্থহীন যদিহে কৃষকৰ ছাত্ৰ-ছাত্ৰীয়ে বিশেষ ব্যৱস্থাৰে কৃষি বিশ্ব-বিদ্যালয়ত প্ৰৱেশ নোৱাৰে। কৃষকৰ উন্নতি, প্ৰশিক্ষণ সাঁ সঁজুলি আৰু বীজ বিতৰণত বিশ্ব-বিদ্যালয়ৰ পৰা গাঁও পঞ্চায়ত পৰ্যায়লৈকে দুৰ্নীতিয়ে অক্টোপাচৰ দৰে মেৰাই ধৰিছে। কৃষকক ঋণ দিয়াৰ নামত বেংক, একীভূত গ্ৰাম্য আঁচনি সকলো সাগৰত খেয়ালীজাল মাত্ৰ। বেংকৰ ঋণ পাবলৈ ভেটি, বিভিন্ন আঁচনি বিষয়াক মাননী তাৰোপৰি ৰাজনৈতিক ব্যক্তিৰ প্ৰভাৱ আদিয়ে প্ৰকৃত পাব লগা মানুহবোৰ সদায় বঞ্চিত। ইয়াৰ বাবে প্ৰচলিত শিক্ষা-নীতিকে জগৰীয়া কৰিব পাৰি। খেতিয়কৰ কল্যাণৰ কথা বাতৰি কাকতত প্ৰকাশ হয়।—প্ৰকৃত কল্যাণ নহয় য'ত কৃষকৰ হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লাভ কৰে সেই শিক্ষা ব্যৱস্থাত খেতিয়কৰ সন্তানে বাস্তৱ দিশ দেখা নাপায়। কেনেধৰণৰ শিক্ষা পদ্ধতি, কেনে ধৰণৰ পাঠ্যক্ৰম আৰু কি পদ্ধতিৰ পৰীক্ষা ব্যৱস্থা কৰিলে সমাজৰ বিভিন্ন স্তৰৰ বেলেগ বেলেগ ব্যক্তিৰ কল্যাণৰ লগে লগে সমাজখনৰ কল্যাণ সাধন হব সেই বিষয়ে শিক্ষাবিদসকলে চিন্তা কৰা প্ৰয়োজন। এই ক্ষেত্ৰত কেৱল বিশ্ব-বিদ্যালয় বা মহাবিদ্যালয়ৰ কেইজনমান অধ্যাপক শিক্ষকক লৈ শিক্ষানীতি ৰচনা কৰাৰ যি অবাস্তৱ পদ্ধতি চলি আহিছিল —১৯৮৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি অৱশ্যে ব্যতিক্ৰম। প্ৰকৃত স্থানৰ প্ৰকৃত কৰ্মীসকলকলৈ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰা প্ৰয়োজন। আজিৰ ছাত্ৰই শিক্ষক, শিক্ষাবিদ তথা দেশনায়ক সকলক ভিতকাৰি মৰাৰ যি প্ৰয়াস পাইছে ইয়াৰ বাবে জগৰীয়া প্ৰচলিত শিক্ষানীতি। দেশ-ৰক্ষাৰ নামত এচাম শিক্ষাৰ্থীৰ উশৃঙ্খলতা বা বেপৰুৱা মনোবৃত্তিও কাম্য নহয়। আজিৰ শিক্ষা বিভাগ, বিদ্যালয়ত যি দুৰ্নীতিৰ পোখা মেলিছে তাক আমি আত্ম বিশ্লেষণ, আত্ম উপলব্ধিৰ যোগে শুদ্ধ কৰাৰ প্ৰয়োজন হৈ পৰিছে। যিহেতু আমাৰ ক্ষমতা লোভ স্বজন প্ৰীতিত মিচাক সঁচা কৰিবলৈ যোৱা, ৰাজনৈতিকদলৰ পাওা হৈ সমৰ্থন আদায় কৰা প্ৰয়াস, অৰ্থলিপ্সা, দলাদলি আৰু স্বাৰ্থৰ কাৰণে নতুন

পুৰুষ চাম বলি হব নোৱাৰে। সেইসকলৰ অনিষ্ট সাধন কৰাৰ নৈতিক অধিকাৰৰ আমাৰ সংবিধান প্ৰদত্ত নহয় বা ভগবানৰ দান হব নোৱাৰে।

আমোলাতান্ত্ৰিক গাঠনিৰ চিতোৎসৰ্গ কৰাৰ সময় আহি পৰিছে। আজিৰ ছাত্ৰ বিদ্ৰোহ উলায় কৰিবৰ কথা নহয়, কাৰণ ইয়াৰ সংশোধনৰ বীজও বিদ্যমান। ডঃ মালীৰ মতে—ব্যৱসায়, উদ্যোগ আদিৰ লগত শিক্ষা ব্যৱস্থাৰ সম্বন্ধ বৃদ্ধি কৰি ব্যক্তিগত জীৱিকাৰ লগতে ৰাষ্ট্ৰীৰ উদ্যোগৰ উন্নতি কৰাও প্ৰয়োজনীয় কথা। অৰ্থাৎ পৰিবৰ্ত্তিত সমাজৰ অৰ্থনৈতিক গাঠনিৰ লগত খাপখোৱাকৈ বৃত্তিমুখী * শিক্ষাদানৰ প্ৰয়োজন। মাধ্যমিক স্তৰত শিক্ষাক বৃত্তিমুখী কৰিব পাৰিলেহে সমাজ কল্যাণৰ পথ মুকলি হ'ব, নহলে অপৰিকল্পিত ভাৱে শিক্ষাদানেৰে ব্যক্তিৰ ক্ষেত্ৰত কৰ্মহীনতা ফলত হতাশ আৰু তাৰ প্ৰতিক্ৰিয়াৰূপে সমাজ জীৱনত বিশৃঙ্খল অপৰিপক্ক শিক্ষাদানৰে প্ৰতিফলন মাত্ৰ।

প্ৰাথমিক স্তৰত যি পৰ্য্যায়ত বাধ্যতামূলক ভাৱে প্ৰাথমিক শিক্ষাৰ প্ৰসাৰতা হৈছে তেনেকৈ চলিলে ২০০০ চনতো শিক্ষা আঁচনি সফল নহব। আমাৰ শিক্ষা দানৰ বিভিন্ন স্তৰ আৰু পাঠ্যক্ৰমৰ এটা স্থিৰ অৱস্থা আমি এতিয়াও সৃষ্টি কৰিব পৰা নাই। আমি আশাক বুকুত বান্ধি কিমান দিন দেশৰ এটা সুস্থিৰ আৰু ফলদায়ক শিক্ষা ব্যৱস্থালৈ বাট চাব লাগিব ?

---

* বৃত্তিমুখী শিক্ষা।

# পৰিয়াল কল্যাণ শিক্ষা *

বৰ্দ্ধিত জনসংখ্যা সমগ্ৰবিশ্বতে যে এটা প্ৰধান সমস্যাৰূপে দেখা দিছে—তাক কোনেও মুই কৰিব নোৱাৰে। এই বৰ্দ্ধিত জনসংখ্যাই বিশেষকৈ ভাৰতত আৰ্থ সামাজিক আৰু জীৱন ধাৰণৰ মানদণ্ডৰ ক্ষেত্ৰত প্ৰধান অন্তৰায় হৈ পৰিছে। জনসংখ্যাৰ এই অভাৱনীয় বৃদ্ধিৰোধ কৰিব নোৱাৰিলে আমাৰ দেশৰ প্ৰগতি কেতিয়াও আশা কৰিব নোৱাৰি। জনসংখ্যা বৃদ্ধিৰ প্ৰতি জনসাধাৰণ তথা ল'ৰা-ছোৱালীৰ মনত সচেতনতা জগাই তুলিবৰ বাবে ভাৰত চৰকাৰে ১৯৮০ চনতে জনসংখ্যা শিক্ষা আঁচনি গ্ৰহণ কৰে আৰু ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ যোগেদি সমগ্ৰ ভাৰততে প্ৰৱৰ্তন কৰিবলৈ ব্যৱস্থা কৰে।"

প্ৰাথমিক পৰ্য্যায়ৰ পৰা মাধ্যমিক পৰ্য্যায়লৈকে মাতৃভাষা, গণিত বিজ্ঞান, সমাজ অধ্যয়ন আৰু ভূগোল বিষয়ৰ শিক্ষা দানৰ লগতে জনসংখ্যাৰ শিক্ষা ছাত্ৰ-ছাত্ৰীক দিয়াৰ পৰিকল্পনা প্ৰস্তুত কৰি পাঠ্যক্ৰম তৈয়াৰ কৰি পাঠ্যপুথি যুগুত কৰি প্ৰকাশ কৰা হৈছে।

মাতৃভাষাত তৃতীয় শ্ৰেণীৰ পৰা অষ্টম শ্ৰেণীলৈ; গণিতত চতুৰ্থ, ষষ্ঠ আৰু সপ্তম শ্ৰেণীত, বিজ্ঞানত তৃতীয় শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈ সমাজ অধ্যয়নত অষ্টম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈ; আৰু ভূগোলত ষষ্ঠ আৰু সপ্তম শ্ৰেণীৰ পাঠ্যক্ৰম ত, পাঠ্যপুথিত জনসংখ্যা শিক্ষা সন্নিবিষ্ট কৰা হৈছে। জনসংখ্যা শিক্ষাৰ মাতৃভাষাত শিক্ষাৰ শিক্ষণীয় উদ্দেশ্য সমূহক প্ৰধানকৈ তিনিটা ভাগত ভাগ কৰা হৈছে। (১) জ্ঞান আৰু বোধ (২) কৌশল (৩) মনোভাৱ আৰু মূল্যবোধ।

---

* জনসংখ্যা শিক্ষা'কোষঃ ৰাঃ শিঃ সন্থ

**জ্ঞান আৰু বোধ :**— স্থানীয় এলেকাত, চুবুৰীৰা অঞ্চলত, নিজ ৰাজ্য দেশ বা সমগ্ৰ পৃথিৱীখনত জনসংখ্যা বিস্ফোৰণ সমস্যা সম্পৰ্কে ছাত্ৰ-ছাত্ৰীৰ মনত সচেতনতা জগাই তোলা। নিজৰ ঘৰখনত বা চুবুৰীয়া অঞ্চলত বৰ্দ্ধিত জনসংখ্যাৰ প্ৰভাৱ সম্পৰ্কে বোধ জগাই তোলা। খোৱা বোৱা পিন্ধা উৰা, ঘৰ দুৱাৰ, শিক্ষা স্বাস্থ্য, কৰ্ম সংস্থান আমাৰ সৰ্বসাধাৰণ অৰ্থনৈতিক অৱস্থা আদিৰ ক্ষেত্ৰত বৰ্দ্ধিত জনসংখ্যাই উদ্ভৱ কৰা সমস্যা সম্পৰ্কে বুজিব পৰা। বৰ্দ্ধিত জনসংখ্যাৰ কাৰণ-সমূহ জানি উঠা, জনসংখ্যা সমস্যাৰ লগত সংগতি ৰাখি অৰ্থনৈতিক স্বাস্থ্য সম্পৰ্কীয়, সামাজিক উন্নয়ণমুখী পৰিকল্পনা বা কাৰ্য্যসূচী সম্পৰ্কে ছাত্ৰ-ছাত্ৰীক অৱগত কৰা।

**কৌশল :**— স্বাস্থ্য সম্পৰ্কীয় আৰু পাৰিপাশ্বিক, পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্পৰ্কে তথ্য আদি সগ্ৰহ কৰা, মেপ, চাৰ্ট, গ্ৰাফ আদি অংকন কৰাৰ কৌশল আদি আয়ত্ব কৰা, পৰিবেশৰ লগত খাপ খুৱাই জীৱন যাপন কৰিবলৈ শিকা।

**মনোভাৱ আৰু মূল্যবোধ :**—সৰু পৰিয়ালৰ সুবিধাৰ সম্পৰ্কে ইতিবাচক মনোভাৱ গঢ়ি তোলা, ল'ৰা আৰু ছোৱালী উভয়ৰে প্ৰতি সম মৰ্য্যদা প্ৰদান কৰা, জনসংখ্যা নিয়ন্ত্ৰণ আৰু সুস্থ জীৱন যাত্ৰাৰ ক্ষেত্ৰত পৰিষ্কাৰ-পৰিচ্ছন্নতা, পুষ্টিকৰ আহাৰ আদিৰ প্ৰয়োজনীয়তা সম্পৰ্কে লাগতীয়াল ধাৰণা আৰু দৃষ্টিভঙ্গী জগাই তোলা, সামাজিক ক্ষেত্ৰত লাগতীয়াল পৰিৱৰ্তন সাধন কৰাৰ ক্ষেত্ৰত সামূহীক প্ৰচেষ্টাৰ প্ৰয়োজনীয়তা সম্পৰ্কে উপলব্ধি কৰা জনসংখ্যা সমস্যা সম্পৰ্কে প্ৰাসঙ্গিক পুষ্টিকা আদি অধ্যয়ন কৰাৰ আগ্ৰহ জন্মোৱা।

জনসংখ্যা শিক্ষাৰ অন্তৰ্গত গণিত বিষয়ৰ শিক্ষা দানৰ উদ্দেশ্য—

১। জ্ঞান আৰু বোধ :—জনসংখ্যাৰ বিভিন্ন তথ্যৰ লগত পৰিচয় আৰু একোটা একোটা পৰিয়ালৰ জনসংখ্যা গাঁও, নগৰ মহকুমা, জিলা ৰাজ্য আৰু দেশৰ যে জনসংখ্যা বৃদ্ধি কৰে তাক বুজি পোৱা। পৰিয়ালৰ জনসংখ্যা বৃদ্ধিয়ে খৰচৰ পৰিমাণো যে বৃদ্ধি কৰে লগতে

আন আন আনুসংগিক বিভিন্ন সমস্যাৰো সৃষ্টি কৰিব পাৰে—সেই বিষয়ে বুজি পোৱা। জনসংখ্যা বৃদ্ধিৰ অনুপাতে বসতিৰ স্থান বৃদ্ধি প্ৰাপ্ত হোৱা নাই, সেই বিষয়ে অৱগত হোৱা। জনসংখ্যা বৃদ্ধিৰ অনুপাতে উৎপাদিত আৰু নিত্য ব্যৱহাৰ্য্য সামগ্ৰীৰ ভাৰ সাম্যতাৰ বিষয়ে অৱগত কৰাই জনসংখ্যা নিয়ন্ত্ৰণৰ বিষয়ে অৱগত কৰোৱা। সুস্থ আৰু প্ৰাচুৰ্য্যতাৰ জীৱন নিৰ্বাহ কৰিবলৈ হলে পৰিয়ালৰ মানুহৰ সংখ্যা যে সীমিত হব লাগিব সেই বিষয়ে অৱগত কৰোৱা।

২। কৌশল: জনসংখ্যা সম্পৰ্কীয় বিভিন্ন তথ্য ছাত্ৰ-ছাত্ৰীয়ে চিত্ৰ দণ্ডচিত্ৰ, পাইচিত্ৰ, লেখ আদি বিভিন্ন আকাৰে প্ৰকাশ কৰাৰ কৌশল আয়ত্ব কৰা। জনসংখ্যা সম্পৰ্কীয় তথ্য যুক্ত বিভিন্ন চিত্ৰ অধ্যয়ন কৰি তাৰ ব্যাখ্যা নিজস্ব ভাবে দাঙি ধৰিব পৰা।

৩। মনোভাব আৰু মূল্যবোধ: জনসংখ্যা বৃদ্ধিৰ ফলত উদ্ভব হব পৰা বিভিন্ন সমস্যাৰ ভয়াবহতাৰ প্ৰতি সচেতনতা আনি ভৱিষ্যতে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰলৈ উপযুক্ত মনোভাৱ গঢ়ি তোলা। সুস্থ আৰু উচ্চমান বিশিষ্ট জীৱন নিৰ্বাহত জনসংখ্যা বৃদ্ধিয়েহে বাধাৰ সৃষ্টি কৰে, সেই বিষয়ে উপলব্ধি কৰোৱা।

জনসংখ্যা শিক্ষাৰ অন্তৰ্গত বিজ্ঞান বিষয়ৰ শিক্ষাদানৰ উদ্দেশ্য— সাধাৰণ বিজ্ঞানৰ শিক্ষাদানত শিক্ষকে এটা কথাৰ প্ৰতি বিশেষ মন দিয়া প্ৰয়োজন হয় যাতে কিতাপত থকা আৰু শিক্ষকৰ পৰা পোৱা জ্ঞান সুবৰ কথা কেইটা জনাতে ছাত্ৰ-ছাত্ৰীৰ শিক্ষা গ্ৰহণ আৰম্ভ নাথাকে। সেই জ্ঞান বিজ্ঞানলৈ উন্নতি কৰিবলৈ হলে সেই সংক্ৰান্তত উদ্ভৱ হব পৰা কি আৰু কিয় প্ৰশ্নসমূহৰ বোধ সৃষ্টি কৰি তাৰ ভৱিষ্যতে অনুসঙ্গিক নতুন নতুন প্ৰশ্নৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহ জন্মাব লাগিব। এই খণ্ডত সন্নিবিষ্ট পাঠসমূহৰ মূল লক্ষ্য সাধিত হবলৈ হলে পাঠৰ অন্তৰ্ভুক্ত বিষয়বস্তু ছাত্ৰ-ছাত্ৰীয়ে মুখস্থ কৰা আৰু প্ৰশ্নোত্তৰ আহিত তাক কব বা লিখিবলৈ সমৰ্থ হোৱাটোকে যথেষ্ট বুলি ধৰিব নালাগিব।

প্ৰতি স্তৰত বয়স অনুপাতে ছাত্ৰ-ছাত্ৰীয়ে কেনেদৰে তাক বুজিছে আৰু গ্ৰহণ কৰিছে আৰু তাৰ পৰা মনোভাৱৰ কেনে পৰিবৰ্তন ঘটিছে তাৰ প্ৰতিও শিক্ষকে লক্ষ্য ৰখা আৰু মূল্যায়নত সেই দিশতো গুৰুত্ব দিয়াৰ প্ৰয়োজন হব। প্ৰতি পাঠদানৰ সময়ত সেই বিষয়ৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনীয় আগ্ৰহ জন্মাবৰ কাৰণে শিক্ষকে ব্যৱস্থা গ্ৰহণ কৰিব। বিভিন্ন সমল ব্যৱহাৰ, সম্ভৱ স্থলত প্ৰত্যক্ষ অভিজ্ঞতা অৰ্জ্জন সুযোগ দান এই ক্ষেত্ৰত বিশেষ প্ৰয়োজন হব।

## জনসংখ্যা শিক্ষাত সমাজ অধ্যয়ন

"Culture is that complex whole which includes knowledge, belief, art, morals, law, custom and any other capabilities acquired by a man as a member of society."—E. B. Taylor.

* * * *

"Culture is an organised body of conventional understanding manifest in art and artifact which Pesisting through tradition characterises a human group "—Robert Redfield.

জ্ঞান :—(ক) সংজ্ঞা পৰিয়ালৰ একক পৰিয়াল, যৌথ পৰিয়াল, পৰিয়ালৰ ভিতৰত পৰস্পৰ নিৰ্ভৰশীলতা, সাংস্কৃতি, প্ৰাপ্ত বয়স্ক, উদ্যোগীকৰণ, নগৰীকৰণ, কল্যাণ কামী ৰাষ্ট্ৰ।

(খ) ব্যক্তিগত আৰু সামাজিক প্ৰয়োজনীয়তাৰ সাধাৰণ কথাবোৰ।

(গ) পৰিয়াল গঠনৰ কথা আৰু পৰিয়ালৰ প্ৰয়োজনীয়তা কথাবোৰ

(ঘ) প্ৰাপ্ত বয়স্কলোকে একোজনৰ পাৰিবাৰিক দায়িত্বসমূহৰ ধাৰণা

(ঙ) কল্যাণকামী ৰাষ্ট্ৰৰ সাধাৰণ দায়িত্ববোৰ কেনেধৰণৰ হ'ব পাৰে তাৰ ইঙ্গিত।

বোধ :—(ক) পৰিয়াল শ্ৰেণীভুক্তকৰণ, পৰিয়াল পাতি থকাৰ সুবিধা সমূহ চিনাক্তকৰণ, পৰিয়ালৰ মূল উপাদানসমূহ বাছি উলিওৱা।

(খ) সীমিত ভাৱে বিভিন্ন সাংস্কৃতিৰ পাৰ্থক্য আৰু উমৈহতীয়া কথাবোৰ বাছি উলিওৱা।

(গ) জন্ম পৰিয়াল আৰু প্ৰজনন পৰিয়ালৰ পাৰ্থক্য বুজি উঠা।

(ঘ) পৰিয়াল গাঁঠনিৰ ঐতিহাসিক বিৱৰ্তন ধাৰণা বোধগম্য কৰা।

(ঙ) কৃষি ভিত্তিক পৰিয়ালৰ প্ৰাথমিক প্ৰয়োজনসমূহ বুজি উঠা।

প্ৰয়োগ : (ক) কৃষি ভিত্তিক অৰ্থনীতি আৰু জনসংখ্যা বৃদ্ধিৰ সম্পৰ্ক স্থাপন কৰা।

(খ) কল্যাণকামী ৰাষ্ট্ৰৰ আদৰ্শৰ লগত জনসাধাৰণৰ সুযোগ, সুবিধা, সুখ সমৃদ্ধিৰ সম্পৰ্ক স্থাপন কৰা।

(গ) ব্যক্তিগত ব্যৱহাৰিক জীৱনৰ বাবে সুপৰিকল্পিত ভাৱে আগ বঢ়াৰ বাট বিচাৰি পোৱা।

কৌশল : (ক) পাৰিবাৰিক আৰু সামাজিক সমস্যা সমাধান কৰাৰ বাবে বিশ্লেষণাত্মক ক্ষমতা আহৰণ কৰা।

(খ) পৰিয়াল আৰু সমাজৰ গাঁথনিৰ বিৱৰ্তনৰ আৰু বিভিন্নতাৰ ৰৈখিক চিত্ৰৰূপ আদি দিব পৰা।

মনোভাৱ : (ক) সৰু পৰিয়াল সুখী পৰিয়াল। এই ধাৰণাৰ প্ৰতি এক ইতিবাচক দৃষ্টিভঙ্গী গঢ়ি তোলা।

(খ) পৰিয়ালৰ সকলোৰে বাবে সমসুখ, সুবিধা নিশ্চিত কৰিব পাৰি—এই বাস্তৱ ধাৰণাৰ প্ৰতি ইতিবাচক মনোভাৱ গঢ়ি তোলা।

(গ) কল্যাণকামী ৰাষ্ট্ৰই নাগৰিকৰ সকলো সুখ আৰু নিৰাপত্তাৰ হকে কৰা আঁচনি আৰু কামৰ প্ৰতি সঁহাৰি জনোৱা।

## জনসংখ্যা শিক্ষাৰ অন্তৰ্গত ভূগোল শিক্ষাৰ উদ্দেশ্য

পৃথিৱীৰ সমূহ জনসংখ্যাৰ অৰ্দ্ধাংশ এচিয়া মহাদেশতই যে বাস কৰে সেই সম্পৰ্কে ছাত্ৰ-ছাত্ৰীয়ে জ্ঞান পাব লাগে। পৃথিৱীৰ আন মহাদেশৰ জন সংখ্যাৰ লগত এচিয়া মহাদেশৰ জনসংখ্যাৰ এক তুলনা মূলক ধাৰণা ( তথ্য ভিত্তিক ) এইখিনিত দিবলৈ যত্ন কৰিব।

জন বসতিৰ ঘনত্ব কি কি কথাৰ ওপৰত নিৰ্ভৰ কৰে সেই সম্পৰ্কে স্পষ্ট ধাৰণা ছাত্ৰ-ছাত্ৰীক দিবলৈ শিক্ষকে স্থল পৃষ্ঠৰ আকৃতি, জলবায়ু মাটিৰ প্ৰকাৰ, খনিজ আৰু বনজ সম্পদ আদিৰ উদাহৰণ আৰু ব্যাখ্যা দাঙি ধৰিব। আকৌ জনসংখ্যা অনুপাতে এক নিৰ্দিষ্ট পৰ্য্যায়ৰ পিছত উৎপাদনৰ মাত্ৰা যিহেতু বঢ়াব নোৱাৰি, সেয়ে আমাক অধিক সম্পদৰ প্ৰয়োজন হয় আৰু থকা সম্পদৰাজি আৰশ্যম্ভাৱী হৈ পৰে এই ধাৰণা আয়ত্ব কৰোঁতে ছাত্ৰ-ছাত্ৰীয়ে যাতে বিভিন্ন তথ্যপাতি বিশ্লেষণ কৰিবলৈ সুবিধা পায় তাৰ প্ৰতি শিক্ষক সচেতন হ'ব।

মনোভাব: দক্ষিণ, দক্ষিণপূব আৰু পূব এচিয়াত জনসংখ্যা অধিক কিন্তু সম্পদ সীমিত। সেয়ে এইবোৰ অঞ্চলত জনসংখ্যা বৃদ্ধিৰ হাৰ কমাব নোৱাৰিলে ইয়াৰ বাসিন্দাসকলে অৰ্থনৈতিক আৰু শিক্ষা দিক্ষা আদি দিশত সদায় পাছ পৰি থাকিব। জনসংখ্যা, উৎপাদন, শিক্ষিতৰ হাৰ আদি যাৱতীয় তথ্য সংগ্ৰহ কৰি ছাত্ৰ-ছাত্ৰীক জনসংখ্যা বৃদ্ধিৰ ভয়াবহতা আৰু নিম্ন পৰ্য্যায়ৰ জীৱনৰ মানদণ্ডৰ কুফল সম্বন্ধে উপলব্ধি কৰাত সহায় কৰিব। এই ক্ষেত্ৰত ছাত্ৰ ছাত্ৰীৰ মনত তথ্য ভিত্তিক সজাগতা আনিবলৈ শিক্ষক যত্নপৰ হব আৰু বিভিন্ন দিশত পৰিয়াল পৰিকল্পনা আঁচনিৰ জনপ্ৰিয়তা বৃদ্ধি হোৱাৰ প্ৰতি আগ্ৰহান্বিত হবলৈ অনুপ্ৰেৰণা যোগাব।

কৌশল আৰু প্ৰয়োগ: এচিয়া মহাদেশৰ জনসংখ্যাৰ লগত পৃথিৱীৰ আন আন মহাদেশৰ জনসংখ্যাৰ তুলনামূলক তথ্য বৈখিক চিত্ৰৰ সহায়েৰে প্ৰকাশ কৰিবলৈ ছাত্ৰ-ছাত্ৰীক শিকাব। সেইদৰে

উন্নত দেশসমূহৰ জনমূৰি আয়ৰ লগত এচিয়া মহাদেশৰ যি কেইখন দুখীয়া দেশে এই দেশকেইখনৰ জনমূৰি আয়ৰ তুলনা বৈখিক চিত্রৰ সহায়েৰে প্রকাশ কৰাৰ কৌশল ছাত্র ছাত্রীয়ে আয়ত্ব কৰিব। মেপ অংকনৰ জৰিয়তে এচিয়াৰ ঘনবসতিপূৰ্ণ অঞ্চলসমূহ বিভিন্ন ৰঙেৰে চিহ্নিত কৰিবলৈ ছাত্র-ছাত্রীক শিকাব।

এচিয়া মহাদেশৰ জনসংখ্যা বিতৰণৰ এটা থুলমূল আভাস যাতে ছাত্র-ছাত্রীয়ে দিবলৈ সক্ষম হয় তাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব। এচিয়াৰ দেশসমূহৰ অনুন্নত অৱস্থাৰ কাৰণ আৰু তাৰ সমাধানৰ উপায় উদঘাটন কৰিবলৈ ছাত্র-ছাত্রীক সুবিধা দিব।

ভাৰতৰ জনসংখ্যা বৃদ্ধিৰ সমস্যাৰ ওপৰত বিশেষ ভাবে আলোক পাত কৰা প্রয়োজন। পৃথিবীৰ ৭ খন ডাঙৰ দেশৰ (মাটি কালি) তুলনাত ভাৰতৰ মাটি কালিৰ পৰিমাণ, চীন আৰু ৰাচিয়াৰ লগত তুলনা কৰি দেখুৱাব লাগে আৰু লগে লগে সেই দুখন ডাঙৰ দেশৰ জনসংখ্যা ভাৰতত্তকৈ যে কম সেই বিষয়ে জানিবলৈ দিব। ভাৰতৰ বৰ্দ্ধিত জনসংখ্যাৰ ফলত উদ্ভৱ হোৱা সমস্যা সমাধানৰ উপায় কেনে-ধৰণৰ হব লাগে সেই বিষয়ে চিন্তা কৰিবলৈ ছাত্র-ছাত্রীক সুবিধা দিব। ভাৰতৰ উন্নয়নমূলক আঁচনি সমূহৰ প্রভাব দেশবাসীৰ ওপৰত কেনে-দৰে পৰিছে তাৰ পৰ্য্যবেক্ষণ কৰিবলৈ ছাত্র-ছাত্রীক উৎসাহ দিব লাগে। *

* কৃতজ্ঞতা শ্রী দেৱকান্ত গোহাঁই, প্রকল্প বিষয়া জনসংখ্যা শিক্ষাকোষ ৰাজ্যিক শিক্ষা সংস্থা : অসম

# শিক্ষক

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ নৱম ভাগত ৯'১ স্তবকৰ পৰা ৯'৬ স্তবকলৈ শিক্ষক সম্পৰ্কে গুৰুত্বপূৰ্ণ সিদ্ধান্ত ঘোষণা কৰিছে। সেই সম্পৰ্কে শিক্ষকৰ আচৰণ বিধি, শৈক্ষিক আন্দোলনত শিক্ষকৰ ভূমিকা, ত্ৰিবেণী সঙ্গম আদি প্ৰবন্ধত বিশদ আলোচনা কৰা হৈছে।

কোঠাৰী আযোগৰ মতে—শিক্ষক আৰু শিক্ষাৰ তাৎপৰ্য সম্পৰ্কে উল্লেখ কৰিছে—"শিক্ষাৰ উন্নতি আৰু বিকাশত উচ্চ পৰ্য্যায়ৰ বা প্ৰথম শ্ৰেণীৰ বৃত্তিক প্ৰশিক্ষণে বিশেষ তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে। শিক্ষকৰ শিক্ষা বা প্ৰশিক্ষণত অলপ ধন খটালেই শিক্ষাৰ ক্ষেত্ৰত প্ৰচুৰ লাভ হব, কাৰণ ইয়াৰ পৰা হেজাৰ হেজাৰ লোকে উন্নত পৰ্য্যায়ৰ শিক্ষা লাভ কৰিবলৈ সমৰ্থ হব। শিক্ষাদানৰ পুৰণি গতানুগতিক পদ্ধতিৰ ঠাইত নতুন, গতিশীল আৰু আধুনিকতম শিক্ষাদান পদ্ধতি প্ৰৱৰ্ত্তন কৰিব লাগে।"

প্ৰাচীন ভাৰতৰ শিক্ষক (গুৰু) আৰু বৰ্তমান ভাৰতৰ শিক্ষকৰ মাজত বহল ফাক হৈ পৰিল। বুনিয়াদী শিক্ষা পদ্ধতিত অতীত আদৰ্শ নিহিত আছে। শিক্ষকে সাংসাৰিক কাৰ্য্যৰ বাবে ছাত্ৰ-ছাত্ৰীক এতিয়াও উপযুক্ত কৰি তুলিব লাগিব। অকল আক্ষৰিক জ্ঞান দিয়াই শিক্ষকৰ কৰ্তব্য নহয়। সংসাৰত প্ৰত্যেক মানুহকে অন্ন, বস্ত্ৰ আৰু গৃহ লাগে। অন্ন বস্ত্ৰ সংগ্ৰহৰ আৰু গৃহ নিৰ্মাণৰ বাবে শিক্ষকে ছাত্ৰক উপযুক্ত কৰি তুলিব লাগিব শিক্ষকে এনে মনোবৃত্তিৰে ছাত্ৰক গঢ়ি তুলিবলৈ চৰকাৰ তথা সমাজে বিশেষ ব্যৱস্থাৰ পৰিৱেশ গঢ়ি উঠাত পূৰ্ণ পৰ্য্যায়ৰ সহায় আগবঢ়াব লাগিব।

শিক্ষকৰ থাকিব লগা অত্যাৱশ্যকীয় গুণসমূহৰ কথা শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যদেৱৰ শিক্ষক সাৰথিৰ পৰা ইয়াত সন্নিবিষ্ট কৰা হল।*

---

* কৃতজ্ঞতা শিক্ষক সাৰথি—দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

## শিক্ষকতাৰ প্ৰতি অনুৰাগ

"যিলোকৰ শিক্ষাৰ প্ৰতি আগ্ৰহ নাই, কেৱল ধনৰ প্ৰতি আগ্ৰহ তেনেলোকে শিক্ষকতা কামৰ বাবে আগবাঢ়ি আহিব নালাগে। শিক্ষকসকলে প্ৰকৃততে জাতি গঠন কৰে, সেইবাবে শিক্ষকসকলে যদি কেৱল জীৱিকা অৰ্জনৰ বাবেহে জীৱিকা অৰ্জনৰ আনপথ বিচাৰি নাপাই শিক্ষক হবলৈ আহে, শিক্ষকতাৰ কামৰ বাবে যি প্ৰেৰণা আৰু উৎসাহৰ আৱশ্যক সেই প্ৰেৰণা আৰু উৎসাহ নাপাব। প্ৰত্যেক কামৰ প্ৰতিৰাপ, আগ্ৰহ আৰু উৎসাহ আৱশ্যক। ইয়াৰ ব্যতিৰেকে কোনো কামতে সফলতা আৰ্জিব নোৱাৰে। শিক্ষকতাৰ বাবেই ই বিশেষকৈ আৱশ্যক। শিক্ষকতা কামত যথেষ্ট ধৈৰ্য্য লাগে আৰু ইয়াত যথেষ্ট আমনি পাব লাগিব। শিক্ষকে যদি নিজৰ কামত আনন্দ নাপায়, তেওঁ শিশুৰ ভিতৰত উৎসাহ বৰ্দ্ধন কৰি শিশুক শিক্ষা কাৰ্য্যত সহায় কৰিব নোৱাৰিব। শিক্ষকে যদি শিক্ষকতা কাৰ্য্যত উত্তৰোত্তৰ উন্নতিৰ যত্ন নকৰে তেতিয়া হলে তেওঁ শিশুক ক্ৰমিক পৰিবৰ্দ্ধনত আৰু ব্যক্তিত্ব অৰ্জনত সহায় কৰিব নোৱাৰিব।

## শিক্ষাৰ উদ্দেশ্যৰ প্ৰতি দৃষ্টি

নিজৰ কামটোৰ বিষয়ে শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। নিজৰ উদ্দেশ্য ভালকৈ বুজি পাব লাগিব। শিক্ষাৰ উদ্দেশ্য হৈছে শিশুৰ সৰ্বাঙ্গীন পৰিবৰ্দ্ধন, চৰিত্ৰ গঠন, গণতান্ত্ৰিক সমাজ গঠন, মাৰ্জ্জিত ৰুচিৰ উৎকৰ্ষ সাধন জ্ঞান আহৰণ আৰু পাণ্ডিত্য উপাৰ্জন। ভৱিষ্যত সমাজৰ প্ৰতি দৃষ্টি ৰাখি শিশু কেনেকুৱা সমাজৰ নাগৰিক হব লাগিব তালৈ শিক্ষকৰ দৃষ্টি থাকিব। স্কুলৰ কি কি অভিজ্ঞতাৰ মাজেদি শিশুৰ ব্যক্তিত্বৰ বিকাশ আৰু পূৰ্ণতা প্ৰাপ্তি ঘটাব পাৰি সেই বিষয়ে শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। শিক্ষাদান কাৰ্য্যত সমল আহৰণ কৰিবৰ অৰ্থে যেনেকৈ অতীতৰ প্ৰতি দৃষ্টি দিব লাগিব ঠিক

তেনেকৈ শিশুৱে শিক্ষা সাং কৰি কি লক্ষ্যত উপনীত হব তালৈকেও শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব।

## শিক্ষকৰ স্বাস্থ্য আৰু মানসিক গুণ

স্বাস্থ্য সকলো মানুহৰেই প্ৰয়োজন; বিশেষকৈ শিক্ষকৰ পক্ষে সি বেছি প্ৰয়োজন। সুন্দৰ চেহেৰা আৰু সাজপাৰ, উদাৰ মনোভাব, প্ৰফুল্ল মন, প্ৰচুৰ জীৱনী শক্তি যি শিক্ষকৰ থাকে তেওঁ বেছি ভাল শিক্ষক হব পাৰে। যি শিক্ষকৰ এইবোৰ গুণ নাই তেওঁ শিক্ষকতা কাম বিৰক্তিজনক যেন পাব আৰু ছাত্ৰৰ মাজত শৃঙ্খলা ৰাখিব নোৱাৰিব। শিক্ষক আৰু ছাত্ৰৰ মাজত মধুৰ সম্বন্ধ স্থাপন কৰিব নোৱাৰিব। আৰু অশান্তি উদ্বেগতহে শিক্ষক কাল কটাব লাগিব।

শিক্ষকৰ মনোভাব যদি উদাৰ নহয়, হৃদয়ৰ আবেগসমূহ যদি পবিত্ৰ নহয়, তেতিয়াহলে শিশুৰ অন্তৰৰ আবেগসমূহৰ বিকাশত বাধা পাব। পিতাক মাকৰ পাছতেই শিক্ষক শিশুৰ আদৰ্শ। সেইবাবে শিক্ষক গুণবান, স্বাস্থ্যবান আৰু পবিত্ৰ চৰিত্ৰ হব লাগিব।

## শিক্ষকৰ নৈতিক চৰিত্ৰ

শিশুৰ চৰিত্ৰ গঠন কৰা শিক্ষাৰ অঙ্গ। শিশুৰ আগত সেইবাবে চৰিত্ৰ গঠনৰ আৰ্হি দাঙি ধৰিব লাগিব। ন্যায়-অন্যায় সত্য অসত্যৰ বিচাৰবোধ সিহঁতৰ মনত জগাই তুলিব লাগিব। দৈনন্দিন আচাৰ-ব্যৱহাৰৰ মাজেদি চৰিত্ৰৰ এই আদৰ্শ ল'ৰা ছোৱালীৰ আগত দাঙি ধৰিব লাগিব। উপদেশতকৈ আৰ্হি বেছি কাৰ্য্যকৰী। সেইবাবে যি শিক্ষকে শিশুৰ আগত সজ আৰ্হি দাঙি ধৰিব নোৱাৰে সেই শিক্ষকে শিক্ষকতা কামত সোমাব নেলাগে। শিশুৱে বহুক্ষেত্ৰত মাক বাপে-কতকৈ শিক্ষকৰ আৰ্হি অনুকৰণ কৰে। নৈতিক চৰিত্ৰৰ বিষয়ে শিক্ষকে নিজে যি কৰে আৰু যেনে ব্যৱহাৰ কৰে সি কথাতকৈ বেছি স্পষ্ট হৈ উঠে শিশুৰ মনত।

## আচৰণ আৰু ব্যক্তিত্ব

কোনো কোনো মানুহৰ সঙ্গ আচৰণ, স্বভাৱ মৃদুতা আৰু ব্যক্তিত্ব আন মানুহৰ মনত এটা মধুৰ আত্মীয় ভাব জগাই তোলে, আকৌ কোনো কোনো মানুহৰ ব্যৱহাৰত মানুহ আঁতৰতে বিতুৰ হয়। শিক্ষকতাৰ সাফল্য নিৰ্ভৰ কৰে ভাষাৰ মধুৰতাত, শিশুৰ লগত শিক্ষকৰ মধুৰ সম্বন্ধত। শিশুৰ বিশ্বাস আৰু নিৰ্ভৰতা অৰ্জন কৰিব পাৰিলে শিক্ষকতা সফল হয়। যি শিক্ষকৰ ব্যৱহাৰ কক্ষ আৰু উদ্ধত, যি সকলে অশ্লীল বা অমাৰ্জিত ভাষা ব্যৱহাৰ কৰে, মলিয়ন পোষাক পিন্ধে আৰু অভদ্ৰোচিত আচৰণ কৰে সেই ব্যক্তি উপযুক্ত শিক্ষক হ'ব নোৱাৰে।

আমি সকলোৱে নিজৰ নিজৰ ব্যক্তিত্ব গঢ়ি লব পাৰোঁ। আমি আমাৰ আচৰণৰ উন্নতি সাধন কৰি ব্যক্তিত্ব গঢ়িব পাৰো। সেইবাবে প্ৰত্যেক শিক্ষকে অন্তৰ্দৃষ্টিৰ দ্বাৰা লক্ষ্য কৰি যাব লাগে যে নিজৰ গাত কিবা দোষ আছেনে নাই। নিজৰ ব্যক্তিত্ব অৰ্জন কৰিবলৈ শিক্ষকে কেৱল নিজৰ দোষ গুচাবলৈ যত্ন কৰিলেই নহব। তেওঁ ভাল ভাল মানুহৰ সঙ্গত ফুৰি, ব্যক্তিত্ব অৰ্জন কৰিবলৈ শিক্ষকে কেৱল নিজৰ দোষ গুচাবলৈ যত্ন কৰিলেই নহব। তেওঁ ভাল ভাল মানুহৰ সঙ্গত ফুৰি, ব্যক্তিত্ব অৰ্জন কৰিবলৈ যত্ন কৰিব। প্ৰত্যেক শিক্ষকৰ গাত তলত উল্লেখ কৰা গুণখিনি থাকিব লাগিব—

(১) সহানুভূতিবোধ (২) সুদৰ্শন চেহেৰা (৩) ৰসিকতা বোধ (৪) এক নিষ্ঠতা (৫) আশাবাদিতা (৬) উৎসাহ (৭) পাণ্ডিত্য (৮) জীৱনী শক্তি (৯) ন্যায় বিচাৰ (১০) সংযত বাক্য আৰু গৰিমা আৰু (১১) নেতৃত্বজ্ঞান।

আটাইবোৰ গুণ এজন মানুহৰ থকা সম্ভৱ নহব পাৰে, কিন্তু যিমান দূৰ সম্ভৱ এই গুণবোৰ আৰ্জিবলৈ যত্ন কৰিব লাগে।

## শিক্ষকে সদায় পঢ়িব লাগে

শিক্ষকৰ ইচ্ছা থাকিব লাগে সদায় নতুন নতুন কথা শিকিবলৈ। বিদ্যা শিক্ষা কৰা কেৱল শিশুৰ কামেই নহয়। মানুহ মাত্রেই নিতৌ নতুন কথা শিকিবৰ আগ্ৰহ থাকিব লাগে। শিক্ষকৰ পক্ষে ই অৱশ্যে কৰ্ত্তব্য।

শিক্ষক যাতে সময়ৰ সোঁতত পিছ পৰি নাথাকে তাৰ বাবে সাৱধান হব লাগিব। সময়ৰ সোঁতত নতুন নতুন শিক্ষা পদ্ধতিৰ আবিষ্কাৰ হব লাগিছে। শিক্ষকে সদায় তাক শিকিবলৈ যত্নবান হব লাগিব। সমাজৰ আদৰ্শৰ পৰিৱৰ্ত্তন হব লাগিছে—সময়ৰ লগে লগে। সমাজৰ আদৰ্শৰ লগত তাল ৰাখি চলিব নোৱাৰিলে শিশুৰ শিক্ষা দিয়াত দোষ ঘটিব। সমাজৰ আদৰ্শৰ পৰিবৰ্তনৰ লগে লগে শিক্ষাৰ লক্ষ্যৰ পৰিবৰ্তন ঘটিব, কাৰণ ভৱিষ্যত নাগৰিকত্বৰ আদৰ্শৰ পৰিৱৰ্ত্তন ঘটিব। এই আদৰ্শ পৰিৱৰ্ত্তনৰ অৰ্থেই বুনিয়াদী শিক্ষাৰ পৰিকল্পনা শিক্ষা জগতৰ এই পৰিৱৰ্তনৰ লগত শিক্ষকৰ শিক্ষা পদ্ধতিৰ পৰিৱৰ্ত্তন ঘটিব লাগিব। শিক্ষক সেইবাবে পৰিৰ্তনশীল শিক্ষা জগতৰ নীতি-বোৰ জানিবলৈ সজাগ থাকিব লাগিব। গাৱলীয়া স্কুলবোৰত এই বোৰ বিষয়ত সজাগ থাকিবলৈ অসুবিধা আছে, সঁচা, কিন্তু আজি কালি গাৱেঁ ভূঞে অনেক পুথি ভঁৰাল হৈছে। তাত কিতাপ আৰু বাতৰি কাকত আদি পঢ়ি নিজৰ জ্ঞান আৰু বিদ্যা বঢ়াবলৈ শিক্ষকে যত্ন কৰিব লাগে।

## শিক্ষকৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি স্নেহ

শিক্ষকে শিশুক মৰম আৰু দয়াৰে সৈতে ব্যৱহাৰ কৰিব লাগে। শিশুৰ নিজৰো এটি ব্যক্তিত্ব আছে। শিশুৰ এই ব্যক্তিত্বৰ প্ৰতি অনাদৰ কৰা উচিত নহয়। সেইবাবে বেতৰ ব্যৱহাৰ দোষণীয়। মিঠা মাত, মধুৰ ব্যৱহাৰ আৰু স্নেহৰ বোলেৰে শিশুক সহজতে শাসন কৰিব পাৰি। স্কুলখন শিশু কেন্দ্ৰীক কৰি তুলিবলৈ শিক্ষকে যত্ন কৰিব,

লাগিব। শিশুৰ সুখ দুখ, অভাৱ অভিযোগ সবলো কথা বুকুৰ লগত জড়িত কৰিবলৈ যত্ন কৰিব লাগে। পুৰণি পৰিবৰ্ত্তন কৰি নতুন পদ্ধতিত শিক্ষা গঢ়ি লবৰ এইটোৱেই প্ৰধান উপায়। শিশুৰ নিজৰ প্ৰয়োজনীয় বস্তু নিজে গঢ়িবলৈ এটা প্ৰবল আকাংখা হোৱা স্বাভাৱিক কথা। এই আকাংখা পূৰণৰ বাট যদি শিক্ষকে শিশুক দেখুৱাই দিব পাৰে, শিশুৰ শিক্ষা কাৰ্য্যত সফলতা সোনকালে আহিব। যিটো কামৰ দ্বাৰা আশুফল পোৱা যাব সেই কামটো কৰিবলৈ শিশুক সুবিধা দিব পাৰিলে শিক্ষাদান কাৰ্য্য সফল হব—শিশুৰ বয়স আৰু সামৰ্থ্য অনুসাৰে। বুনিয়াদী শিক্ষা পদ্ধতিৰ মূলনীতি ইয়াতে নিহিত আছে।

## শিক্ষকৰ সমাজৰ প্ৰতি সম্বাদৰ

ভাৰতবৰ্ষৰ সমাজত কৃষকৰ এটি বিশেষ স্থান আছে। স্বাধীনতাৰ পাছত কৃষক সমাজৰ প্ৰতি চৰকাৰেও দৃষ্টি দিছে। কৃষক সমাজে খাদ্যৰ যোগান ধৰিছে, সেই বুলিয়েই যে এটা বিশেষ স্থান অধিকাৰ কৰি আছে তেনে নহয়। অধিক সংখ্যক ভাৰতীয়ই কৃষিজীৱী। সেইবাবে গণতন্ত্ৰৰ দিনত কৃষকৰ স্থান সম্মানৰ এই কৃষক সমাজৰ মাজত কৃষকৰ লৰা-ছোৱালীক লৈ শিক্ষকে শিক্ষকতা কৰিব লাগিব। এই সমাজৰ উন্নতি কামনা কৰা, এই সমাজৰ কৃষ্টি আৰু সভ্যতাৰ উৎকৰ্ষ সাধন কৰা শিক্ষকৰ কৰ্তব্যৰ ভিতৰত।

আনফালে গাৱলীয়া সমাজৰ যি পৰিবেশ, সেই পৰিবেশৰ মাজত বুনিয়াদী শিক্ষা পদ্ধতি বৰ উপযোগী। এই পৰিবেশৰ মাজত গণিত, বিজ্ঞান, সমাজ বিজ্ঞান, সঙ্গীত আৰু অনান্য হাতৰ কামৰ শিক্ষা দিয়া বেছি সহজ। নাগৰিকত্বৰ শিক্ষা দিয়া গাৱলীয়া জীৱনত বা গাৱলীয়া পৰিবেশত বেছি সুবিধা। শিক্ষকে যদি গাঁৱলীয়া জীৱনৰ প্ৰতি আদৰ দেখুৱায়—শিশুৱেও গাৱলীয়া সমাজৰ প্ৰতি শ্ৰদ্ধাবান হৈ উঠিব।

## শিক্ষকৰ জ্ঞান ভাণ্ডাৰ

এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। গাঁৱলীয়া সমাজৰ মাজত এই শিক্ষকজনেই শিক্ষা আৰু সভ্যতাৰ কেন্দ্ৰ। স্কুলৰ সকলোবিলাক বিষয়ৰ জ্ঞান সেইজনৰ থাকিব লাগিব, তদুপৰি দেশ বিদেশৰ বাতৰি আৰু সমাজৰ না না সমস্যা সমাধানৰ উপায়ৰ বিষয়ে তেওঁৰ জ্ঞান থকা উচিত। গাঁৱৰ মানুহে তেওঁৰ ওচৰত না না প্ৰকাৰৰ উপদেশ বা দিহা পৰামৰ্শ বিচাৰে। সকলো বিষয়ে তেওঁ গাঁৱৰ মানুহক সহায় কৰিব নোৱাৰিলেও—তেওঁৰ জ্ঞানৰ পৰিধি যে বঢ়াব লাগে তাত কোনো সন্দেহ নাই।

## শিক্ষকৰ শিশুৰ ক্ৰমবৰ্দ্ধনৰ জ্ঞান

শিশুৱে স্বাভাৱিকতে যি পদ্ধতিত শিকে আৰু ক্ৰমে বৰ্দ্ধিত হয়—সেই বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব। শিশুৰ স্বভাৱগত প্ৰকৃতিত, স্বভাৱত ব্যক্তিগত প্ৰভেদ আৰু শিশুৰ মানসিক, শাৰীৰিক আৰু বুদ্ধিৰ পৰিবৰ্তনৰ স্বাভাৱিক গতিৰ বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব। শিশুৰ প্ৰতি শিক্ষকৰ স্বাভাৱিক মৰম চেনেহ নাথাকিলে শিশুৰ প্ৰকৃতি বুজাটো শিক্ষকৰ পক্ষে সহজ নহয়। এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। কোনোটি শিশু হয়তো ছয় বছৰত, কোনোটি হয়তো সাত বছৰত আৰু আন এটা হয়তো আঠ বছৰত স্কুললৈ আহে।

## শিক্ষক আৰু পদ্ধতি

প্ৰত্যেক শিক্ষকে বহুত নতুন কথা শিকিব লাগিব। দৈনিক কাৰ্য্যক্ৰমণিকাৰ ভিতৰত হাজিৰা লোৱা, অফিচৰ কাগজ পত্ৰ নিয়াৰিকৈ ৰখা, আবৃত্তি আদি শিকোৱা আৰু লোৱা, পৰীক্ষালোৱা ইত্যাদি বিষয়ে শিক্ষকে নতুন নতুন পদ্ধতিত কাম কৰিব। গাঁৱলীয়া স্কুলবোৰত, বিশেষকৈ শিক্ষকে মৌলিক উপায়ে নতুন নতুন পদ্ধতি আৱিষ্কাৰ কৰিব লাগিব। যেনে—

(১) সকলো ছাত্ৰকে একত্ৰিত কৰি সামূহিক আলোচনা কৰিব। শিক্ষকে ছাত্ৰসকলৰ লগত যোগদান কৰি ছাত্ৰৰ প্ৰশ্নবোৰৰ আৰু সমস্যাসমূহৰ সমাধান কৰি দিব। ক্ৰমশঃ শিক্ষকে এইদৰে শিক্ষাদান কৌশল উন্নত কৰি লব।

(২) ছাত্ৰসকলে অকলে অকলে নিজে নিজে যাতে পঢ়িব পাৰে তাৰ অভ্যাস কৰাব। শিক্ষকৰ তত্বাৱধান নোহোৱাকৈও যাতে ল'ৰা-ছোৱালীয়ে নিজে নিজেও পঢ়িব পাৰে তাৰ অভ্যাস কৰাব।

(৩) সমনীয়া ল'ৰা-ছোৱালীক একে লগ লগাই কিছুমান কাম কৰাবলৈ অভ্যাস কৰাব।

(৪) সমূহীয়া ভাবে উপদেশ দিলে যেতিয়া কোনে কোনো ছাত্ৰই বুজিব নোৱাৰে তেতিয়া গাইগুটীয়া হিচাবে উপদেশ দিব বা হাতৰ কাম কৰাব।"

=+=

# ভাল শিক্ষক

"ভাল শিক্ষকে উপদেশ কম দিয়ে
আদৰ্শ বেছি দেখুৱায়।" *

## প্ৰাচীন ভাৰতৰ শিক্ষকৰ আহি

"চিত্ৰং বটতৰোৰ্মূলে বৃদ্ধাঃ শিষ্যাঃ গুৰুৰ্যুবা।
গুৰোস্তু মৌনং ব্যখ্যানং শিষ্যাস্তু ছিন্নসংশয়াঃ।"

—বট গছৰ তলত পাঠশালা। শিষ্যবিলাক বৃদ্ধ কিন্তু গুৰুজন যুবা। গুৰুৱে মৌনহৈ থাকি শাস্ত্ৰ ব্যাখ্যা কৰে আৰু শিষ্যবিলাকৰ সকলো সংশয় ছিন্ন হৈ যায় "

ভাল শিক্ষক হবলৈ শিক্ষকে নিজৰ শিক্ষকতা কামৰ বিষয়ে ভালদৰে পঢ়িশুনি বুজি লব লাগে। কাইলৈ কি শিক্ষা দিয়া হব সেই কথাৰ লক্ষ্য ৰাখি আজিৰ শিক্ষা দিব লাগিব। তলৰ শ্ৰেণীত যি শিক্ষা দিয়া হয় সেই শিক্ষাই ওপৰ শ্ৰেণীত সহায়ক হব লাগিব। সেইৰাবে কি শিকোৱা উচিত আৰু পাছত কি শিকোৱা উচিত সেই বিষয় শিক্ষকে নিজে ভালদৰে ভাবিচিন্তি লব লাগে। পূৰ্বৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা নিদিলে শিক্ষাৰ ধাৰাবাহিক ক্ৰম ভঙ্গ হয় আৰু ল'ৰা-ছোৱালীয়ে কোনো কথা স্পষ্টকৈ বুজিব নোৱাৰে। শিক্ষকে যি বিষয়ে শিক্ষা দিব সেই বিষয়ে নিজে পঢ়ি শুনি নিজৰ জ্ঞান সম্পূৰ্ণ আৰু নিৰ্ভুল কৰি লব লাগে। নহ'লে ভালদৰে শিকাব নোৱাৰে। জ্ঞান থাকিলেহে জ্ঞান বিতৰণ কৰিব পাৰে। বিষয়-বস্তুৰ সম্পূৰ্ণ জ্ঞান যদি শিক্ষকৰ নাথাকে, শিক্ষকে কেতিয়াও পৰি-পাটিকৈ শিকাব নোৱাৰে। নজনাটো দোষৰ কথা নহয়, কিন্তু কোনো

* শিক্ষক সাৰথি—দেবেন্দ্ৰনাথ ভট্টাচাৰ্য।

বিষয় নজনাকৈ শিকোৱাটোহে দোষৰ কথা ; নাজানিলে পঢ়িশুনি জানি লব লাগে। জনা মানুহেও পুনঃ পুনঃ পঢ়ি শিকোৱা দেখা যায়।

নিজকে ভাল শক্ষক বুলি ভাবি থাকিলে শিক্ষকতাৰ অভিজ্ঞতাৰ গুণ শিক্ষা কাৰ্য্যত প্ৰতিফলিত হব নোৱাৰে। সেযে যিমান ভাল শিক্ষক নহওক, আৰু কিমান ভালকৈ, সহজকৈ আৰু কিমান কম সময়ৰ ভিতৰত ল'ৰাক শিকাব পৰা যায় এই বিষয়ে শিক্ষকে সদায় চিন্তা কৰিব লাগে। শিক্ষকে শিক্ষা দিওতে ল'ৰাই নুবুজিলে শিক্ষকৰ খং উঠিব নালাগে আৰু ল'ৰাক কটুকথা কব নালাগে। ল'ৰাই নুবুজিলে বুজিব লাগিব যে শিক্ষকে বুজাব পৰা নাই। বুজাব নোৱাৰিলে হতাশ হব নালাগে। কেনেকৈ বুজাব পাৰি তাৰ উপায় চিন্তা কৰিব লাগে। বেছি বক্তিতা দিলে বিষযবস্তু বেছি জটিল হয়। কম কথাতে কি উপায়েৰে বুজাব পাৰি তাৰ কৌশল উলিয়াব লাগে।

যি শিক্ষকে শিক্ষা পদ্ধতি বা শিকোৱা প্ৰণালী পৰিবৰ্ত্তন কৰি থাকে. সেই শিক্ষকে নিজৰ অভিজ্ঞতাৰ মূল্য বুজে। শিক্ষা দিওঁতে যি অভিজ্ঞতা অৰ্জন কৰে, সেই অভিজ্ঞতাৰ সহায়ত শিক্ষা প্ৰণালী পৰিৰ্বতন কৰাৰ অৰ্থ আৰু উদ্দেশ্য হৈছে উন্নতৰ শিক্ষা প্ৰণালী গ্ৰহণ কৰা। কিন্তু শিক্ষানীতিৰ ওপৰত শিক্ষা প্ৰণালী বা পদ্ধতি নিৰ্ভৰ কৰে।

পূৰ্ণ শিক্ষা বহুমুখী। সৰ্বশাস্ত্ৰ বিশাৰদ হৈ অগাধ পণ্ডিত হ'লেও শিক্ষা সম্পূৰ্ণ নহয়। সাংসাৰিক জীৱনত সমাজৰ মাজত এজন সুসভ্য সামাজিক লোক হব লাগিলে না না গুণৰ অধিকাৰী হব লাগিব। সংসাৰ ক্ষেত্ৰত জটিল সমস্যা সমাধানৰ বিচক্ষণ বুদ্ধি থাকিব লাগিব। ন্যায়-অন্যায় বিচাৰ বুদ্ধি থাকিব লাগিব ; নৈতিক চৰিত্ৰ সংযত আৰু উন্নত হব লাগিব। অন্যায় প্ৰলোভনৰ হাতৰ পৰা দূৰৈত থাকিবৰ বাবে মনৰ বল থাকিব লাগিব। লঘু-গুৰু জ্ঞান ৰক্ষা কৰি সদাচৰণৰ দ্বাৰা ওচৰচুবুৰীয়াৰ প্ৰতি যথাযোগ্য কৰ্ত্তব্য

কৰিবৰ ইচ্ছা থাকিব লাগিব। বিপন্নক উদ্ধাৰ কৰিবৰ ইচ্ছা থাকিব লাগিব। আত্ম সম্ভ্ৰমৰ গৰিমা ৰক্ষা কৰি অহঙ্কাৰৰ হাত সাৰি নিজৰ নিজৰ পৰিয়ালৰ, দহৰ আৰু দেশৰ উপকাৰ কৰিবৰ ইচ্ছা থাকিব লাগিব।

ছাত্ৰক এইবোৰ গুণৰ অধিকাৰী কৰি তুলিব লাগিলে স্কুলৰ শিক্ষণীয় বিষয়বোৰৰ প্ৰতি সমান মূল্য দি যিবোৰ বিষয়ৰ দ্বাৰা যেনে গুণ শিক্ষা দিব পাৰি সেই সেই বিষয়বোৰৰ প্ৰতি ছাত্ৰৰ মন আকৃষ্ট কৰিব লাগিব। সেইবাবে শিক্ষকে কোনো বিষয়ৰ শিক্ষাকেই অৱহেলা কৰিব নোৱাৰে। শিকিবৰ কাৰণে ছাত্ৰৰ মনত আগ্ৰহ জন্মোৱাটো শিক্ষকৰ কৰ্তব্য; আগ্ৰহ বা জানিবৰ কৌতূহল জন্মিলেহে ছাত্ৰই শিকিব পাৰে।

ছাত্ৰই শিক্ষকক অনাহকত ভয় কৰিব লগা পৰিস্থিতি উদ্ভৱ হব নালাগে। শিক্ষকৰ শাসন ভয় লগা নহলে আৰু নীতিৰ ওপৰত প্ৰতিষ্ঠিত হ'লে সেই শাসনৰ ফল—চৰিত্ৰ গঠনত প্ৰতিফলিত হয়। যেতিয়া শিক্ষকৰ প্ৰতি ভয়ৰ কাৰণে শাসন নচলে, শিক্ষকে প্ৰৱৰ্তন কৰা নীতি ৰক্ষাৰ বাবেহে শাসন চলে, তেতিয়া শাসনৰ নীতি ছাত্ৰৰ স্বভাবগত হৈ যায়। শিক্ষকৰ অনুপস্থিতিতো সেই নীতিয়ে উপযুক্ত শাসন বা শৃঙ্খলা আনি দিয়ে। সেই শাসনহে স্থায়ী হয়।

ল'ৰা ছোৱালীয়ে যদি অন্যায় কাম কৰে প্ৰথমতে সি দোষৰ কথা নহয়। অন্যায় কাম কৰিলে সজ কাম কৰিবলৈ শিক্ষা দিব পাৰি। অন্যায় কৰ্মৰ অভিজ্ঞতাৰ মাজেদি ন্যায় কথা বুজিলে ল'ৰা-ছোৱালী অন্যায় পথৰপৰা আপোনা আপুনি আঁতৰি থাকিব। শিক্ষক আৰু অভিভাৱক সকলৰ দায়িত্ব আৰু উপযুক্ত দৃষ্টিৰ ওপৰত এই নীতি বিশেষকৈ নিৰ্ভৰ কৰে।

শিক্ষক ছাত্ৰ-ছাত্ৰীৰ নেতাহে, চালক নহয়। ল'ৰা-ছোৱালীক শাৰীৰিক আৰু মানসিক বাঢ়নত সহায় কৰা শিক্ষকৰ কাম। শিক্ষক বা অভিভাৱকৰ ইচ্ছামতে ল'ৰা-ছোৱালীক পৰিচালনা কৰিলে শিক্ষক

চালকত পৰিণত হয়। ল'ৰা-ছোৱালীৰ দৈনিক বাঢ়নৰ বাবে আৰু স্বাভাৱিক মনোবৃত্তিসমূহৰ উন্মেষৰ বাবে পৰিবেশ সৃষ্টি কৰিব পাৰিলে শিক্ষক ছাত্ৰ-ছাত্ৰীৰ নেতা হয়, চালক নহয়।

ল'ৰা ছোৱালীয়ে স্বাধীনভাবে কাম কৰিবৰ বাবে যদি ইচ্ছুক হয় আৰু সমৰ্থ হয় আৰু যদি স্বাধীনভাবে চিন্তা কৰিব পাৰে, লাহে লাহে ল'ৰা ছোৱালীয়ে শিক্ষকৰ প্ৰয়োজনীয়তা পাহৰি যায়। পঢ়া-শুনা বিষয়ত যেতিয়া ল'ৰা-ছোৱালীয়ে নিজৰ সমস্যা সমাধান কৰিবৰ উপায় বিচাৰি পায় আৰু কি কি বিতাপ পঢ়িলে নিজৰ জ্ঞানৰ স্পৃহা মিটিব পাৰে এই কথা বুজি পায়, তেতিয়া শিক্ষকৰ প্ৰয়োজনীয়তা ল'ৰাৰ মনত নাথাকে।

অনেক শিক্ষকে, বিশেষকৈ ঘৰত পঢ়োৱা শিক্ষকে ছাত্ৰই কৰিব লগা কামখিনি নিজে কৰি দিয়ে। তাৰ দ্বাৰা ছাত্ৰৰ একো লাভ নহয়। অভ্যাস নকৰিলে শিক্ষা নহয়। অভ্যাস বা পুনঃ পুঃ চেষ্টা কৰিলেহে সুশিক্ষা হয়। ল'ৰা-ছোৱালীক পুনঃ পুনঃ যত্ন কৰিবলৈ উদগনি দিব লাগিব। ভাল শিক্ষকে সাধাৰণতে ছাত্ৰৰ কাম নিজে কৰি নিদিয়ে।

ভাল শিক্ষকে ল'ৰাক কম প্ৰশ্নসোধে আৰু ল'ৰা ছোৱালীয়ে যাতে বহুত প্ৰশ্ন সোধে তাৰ বাবে প্ৰসঙ্গ উত্থাপন কৰে। ল'ৰা-ছোৱালীয়ে যদি শিক্ষকক প্ৰশ্ন সোধে তেন্তে বুজা যায় যে সিহঁতৰ শিকিবলৈ আগ্ৰহ জন্মিছে। শিক্ষকে সেই প্ৰশ্নবোৰৰ যথাযথ উত্তৰ দি সিহঁতক সহায় কৰা কৰ্তব্য। লগে লগে আনুষঙ্গিক নানা খবৰ দিব লাগে আৰু প্ৰশ্ন সম্পৰ্কিত আন তুলি ল'ৰা-ছোৱালীৰ জ্ঞান আৰু আগ্ৰহ জন্মাব লাগে। যি ল'ৰাৰ কামত যেনে স্পৃহা দেখা যায়, তেনেকামৰ মাজেদি ছাত্ৰজনক শিক্ষণীয় বিষয় শিকাব লাগে। কোনো এটা বিষয়ক কেন্দ্ৰ কৰি যাতে আন আন বিষয়বো জ্ঞান লাভ হয় তালৈ শিক্ষকৰ দৃষ্টি সদায় থাকিব লাগে। ল'ৰা-ছোৱালীৰ অভ্যাস

আৰু কাৰ্য্য পদ্ধতিবোৰ এনেদৰে পৰিচালনা কৰিব লাগে যাতে সেইবোৰ বিদ্যালয়ৰ শিক্ষাজীৱনৰ পৰৱৰ্ত্তী জীৱনত কাৰ্য্যকৰী হয়। বিদ্যালয়ত আচৰণ কৰা অভ্যাস আৰু কাৰ্য্য পদ্ধতিৰ দ্বাৰা ভৱিষ্যত জীৱন গঢ়ি উঠে। শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব যে ল'ৰা-ছোৱালীয়ে যি কৰে তাৰ সুফল যেন পৰৱৰ্ত্তী জীৱন সিহঁতে ভোগ কৰে। বিদ্যালয়ৰ কাৰ্য্য পদ্ধতিৰ দ্বাৰা ভৱিষ্যত জীৱন সফল হব লাগিব। যি কাৰ্য্যৰ দ্বাৰা ভৱিষ্যত জীৱন নষ্ট হব পাৰে তেনে কাৰ্য্য কৰিবলৈ দিব নালাগে।

ভাল শিক্ষকে বিৰক্তিকৰ হলেও যি কাম তেওঁৰ কৰ্ত্তব্য কাম আগবঢ়াই দিয়ে, তাক কেতিয়াও নকৰাকৈ নাথাকে। কাম কৰি থকাৰ লগে লগে ল'ৰা-ছোৱালীক যদি তাৰ প্ৰয়োজনীয়তা বুজাই দিয়ে তেন্তে সিহঁতে তাক আগ্ৰহেৰে গ্ৰহণ কৰিব।

"ভাল শিক্ষকে উপদেশ কম দিয়ে,
আদৰ্শ বেছি দেখুৱায়।"

# মহান শিক্ষক

## ডঃ সৰ্বপল্লি ৰাধাকৃষ্ণান *

সভ্যজগতৰ ইমূৰৰ পৰা সিমূৰলৈ ৰাধাকৃষ্ণনৰ নাম শুনা যায়। বিভিন্ন দেশৰ চিন্তানায়ক আৰু শিক্ষাবিদ সকলে এইজনা মনীষীৰ প্ৰতিভাৰ বিষয়ে শ্ৰদ্ধাৰে উল্লেখ কৰে।

১৮৮৮ খৃষ্টাব্দৰ ৫ চেপ্তেম্বৰ তাৰিখে মাদ্ৰাজ নগৰৰ প্ৰায় চল্লিশ মাইল দূৰৰ তিৰুতানি নামে এখন সৰু ঠাইত ৰাধাকৃষ্ণানৰ জন্ম হয়। আজি ১৯৮৮ চনৰ ৫ চেপ্তেম্বৰত তেখেতৰ জন্ম শতবাৰ্ষিকি। ৰাধাকৃষ্ণানৰ দেউতাক মধ্যবৃত্ত শ্ৰেণীৰ লোক। ৰাধাকৃষ্ণানে নিজেই কৈছে যে তেখেতে ঐশ্বৰ্য্য বিভূতি নাইবা শ্ৰেষ্ঠ বংশ মৰ্য্যদাৰ উত্তৰাধিকাৰী হৈ জন্ম লোৱা নাই। তেখেতৰ দেশ বিদেশৰ শিক্ষাও নাই। ক্ষুদ্ৰ তিৰুতানিৰ বৈশিষ্টহীন এটা সাধাৰণ মধ্যবৃত্ত পৰিয়ালত উপজিও নিজৰ প্ৰতিভা আৰু সাধনাৰ বলত ৰাধাকৃষ্ণান আজি পৃথিৱী বিখ্যাত হব পাৰিছে।

ৰাধাকৃষ্ণানৰ জন্ম ঠাই তিৰুতানি হিন্দুসকলৰ এখন তীৰ্থ ঠাই। ইয়াত ধুনীয়া ধুনীয়া মঠ মন্দিৰ আছে, বহুত দূৰ দূৰণিৰ পৰা তীৰ্থ যাত্ৰী ইয়ালৈ আহে। ৰাধাকৃষ্ণানৰ ল'ৰা কালৰ শিক্ষাৰ ঠাই তিৰুপতি। ইও আন এখন তীৰ্থক্ষেত্ৰ। তিৰুপতিৰ বিতোপন কাৰু-কাৰ্য মণ্ডিত মন্দিৰ বিলাকলৈ সদায় অগণন তীৰ্থ যাত্ৰীৰ সমাগম হয়। এইবিলাক দেখি শুনি ৰাধাকৃষ্ণানৰ মনত ধৰ্মৰ এটা গভীৰ চাপ ভেটিয়াই ৰহিছিল। সৰুকালত তেখেতৰ মনত ধৰ্মৰ যি প্ৰভাৱ

---

* আৰদুছ ছাত্তাৰ

পৰিছিল, পিছৰ জীৱনত ৰূপান্তৰিত হৈ সিয়েই তেওঁৰ দাৰ্শনিক চিন্তা ধাৰাৰ বিকাশত সহায় কৰিছে।

ৰাধাকৃষ্ণান বৰ লাজকুৰীয়া স্বভাৱৰ ল'ৰা আছিল। অতি আপোন বন্ধু-বান্ধৱৰ বাহিৰে আনৰ আনৰ লগত কথা বতৰা পতাও তেখেতৰ পক্ষে টান আছিল। খেল ভাল পাইছিল যদিও লাজকুৰীয়া স্বভাৱৰ বাবেই তেখেতে খেল ধেমালিত আনন্দ নাপাইছিল। সৰহ ভাগ সময় অকলশৰে কিতাপ পঢ়ি আৰু পঢ়া বিষয়ৰ চিন্তা কৰিয়েই কটাইছিল।

১৯০৩ খৃষ্টাব্দত মাদ্ৰাজ বিশ্ব বিদ্যালয়ৰত প্ৰবেশিকাত যোগ্যতাৰে উত্তীৰ্ণ হৈ ৰাধাকৃষ্ণান মাদ্ৰাজৰ খৃষ্টান কলেজত পঢ়িবলৈ যায়। কলেজত পঢ়োতেও তেখেতে সকলো পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয় আৰু এম. এ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে।

এম. এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত ৰাধাকৃষ্ণান মাদ্ৰাজ প্ৰেচিডেন্সি কলেজৰ অধ্যাপক নিযুক্ত হয়। অধ্যাপকৰূপে তেখেতৰ খ্যাতি অলপ দিনৰ ভিতৰতে বৈ বৈ যাবলৈ ধৰিলে। তেখেতৰ দৰ্শন শাস্ত্ৰৰ পাণ্ডিত্য আৰু ইংৰাজী ভাষাৰ দক্ষতাই ছাত্ৰ সমাজক আকৰ্ষণ কৰি তুলিছিল।

ৰাধাকৃষ্ণান সকলে পৰাই অধ্যয়নশীল আছিল। বিবিধ বিষয়ৰ গ্ৰন্থৰাজি কেৱল পঢ়িয়েই তেখেত সন্তুষ্ট নাছিল, পঢ়াৰ বিষয়ে গভীৰ ভাৱে চিন্তা কৰি চাইছিল। ৰাধাকৃষ্ণান কলেজৰ ছাত্ৰ অৱস্থাতে স্বামী বিবেকানন্দৰ ৰচনাৱলী পঢ়ি সেই ভাৱত আকৃষ্ট হয়। কলেজৰ অধ্যাপক অৱস্থাতে এদিন তেখেতে বিশ্ব কবি ৰবীন্দ্ৰনাথৰ ৰচনাৱলী পঢ়িবলৈ আৰম্ভ কৰিলে। পঢ়াৰ লগে লগে তেখেতে যেন এখন নতুন ভাৱ ৰাজ্যতহে প্ৰৱেশ কৰিলে তেখেতৰ তেনে লাগিল।

বিশ্ব কবিৰ কবিতাৰ ভাৱ আৰু দৰ্শনে ৰাধাকৃষ্ণানক ইমান মুগ্ধ কৰিছিল যে তেখেতে ৰবীন্দ্ৰনাথৰ দাৰ্শনিক তথ্যপূৰ্ণ এখন বহুমূলীয়া গ্ৰন্থ লিখে। গ্ৰন্থৰ আলোচনা, বিশ্লেষণ, প্ৰকাশ-ভঙ্গী আৰু বৰ্ণনাৰ

কালৰ পৰা ইমান সৌষ্ঠৱপূৰ্ণ হ'ল যে অলপ দিনৰ ভিতৰতে ৰাধাকৃষ্ণানৰ প্ৰতিভা ভাৰতৰ সীমা পাৰ হৈ সাগৰৰ সিপাৰ পায়গৈ। এই সময়ৰ পৰা তেখেতৰ প্ৰতিভা ইউৰোপ আৰু আমেৰিকাত প্ৰচাৰ হয়।

স্বদেশতো ৰাধাকৃষ্ণনৰ গুণাৱলী বিস্তাৰ হয়। মহীশূৰ বিশ্ব-বিদ্যালয়ে তেখেতক অধ্যাপক পদত বৰণ কৰে। কলিকতা বিশ্ব-বিদ্যালয়ৰ গুণগ্ৰাহী ভাইচ্ চেন্সেলৰ চাৰ ৺আশুতোষ মুখোপাধ্যায়ে ইয়াৰ কিছুদিনৰ পিছত তেখেতক কলিকতা বিশ্ব-বিদ্যালয়লৈ আহ্বান জনায়। ৰাধাকৃষ্ণানে সেই পদ গ্ৰহণ কৰি কলিকতালৈ আহে।

ৰাধাকৃষ্ণান কলিকতা বিশ্ব-বিদ্যালয়ৰ অধ্যাপক হৈ থকা কালতে ইংলণ্ডত বৃটিছ সাম্ৰাজ্যৰ বিশ্ব-বিদ্যালয় সমূহৰ প্ৰতিনিধিমূলক এখন সভা হয়। কলিকতা বিশ্ব-বিদ্যালয়ে ৰাধাকৃষ্ণানক প্ৰতিনিধি স্বৰূপে এই সভাত যোগ দিবলৈ পঠায়। যেতিয়া তেখেতে প্ৰথমবাৰৰ বাবে ইংলণ্ডত পদাৰ্পন কৰিলে, বহুত অনুষ্ঠানত ৰাধাকৃষ্ণনৰ বক্তিতা শুনিবলৈ মানুহ ঠাহখাই পৰিল। কেইবাটাও অনুষ্ঠানৰপৰা তেখেতলৈ নিমন্ত্ৰণ আহিল।

সেই সময়তে অক্সফোৰ্ড বিশ্ব-বিদ্যালয়ত দিয়া তেখেতৰ বক্তিতা ইমান মনোগ্ৰাহী হৈছিল যে ইংলণ্ডত বাতৰি কাগজবোৰে একেমুখে বক্তাৰ গুণ গান কৰিছিল। সেই ঠাইৰ কেইজনমান শ্ৰেষ্ঠ পণ্ডিতে মুক্ত কণ্ঠে তেখেতৰ প্ৰশংসা কৰি কৈছিল যে তেওঁলোকে ইয়াৰ আগেয়ে কেতিয়াও এনে বক্তিতা শুনা নাছিল।

ইয়াৰ অলপ দিনৰ পিছতে অক্সফোৰ্ড বিশ্ব-বিদ্যালয়ত তুলনামূলক ধৰ্মৰ অধ্যাপকৰ আসন ৰাধাকৃষ্ণানক দিয়া হয়। এই পদত কেই বছৰ-মান থাকি ১৯৩০ চনত তেখেত ভাৰতবৰ্ষলৈ ঘূৰি আহে।

ৰাধাকৃষ্ণানৰ খ্যাতি কেৱল বক্তাৰূপেই নাইবা প্ৰতিভা কেৱল দৰ্শন শাস্ত্ৰৰ অধ্যাপনাতে সীমাবদ্ধ নহয়; শিক্ষা বিষয়ত গঠনমূলক কামতো তেখেতৰ দান অপৰিসীম। ৰাধাকৃষ্ণানৰ নিজৰ ৰাজ্য অন্ধ্ৰত

যেতিয়া স্বকীয়া "অন্ধ্র-বিশ্ববিদ্যালয়" স্থাপন হয়, তেতিয়া সকলোৱে তেখেতকেই তাৰ গুৰিয়াল পাতিবলৈ মন কৰে। ৰাধাকৃষ্ণান বিলাতৰ পৰা ঘুৰি আহি ১৯৬১ চনত অন্ধ্র বিশ্ব-বিদ্যালয়ৰ উপচাৰ্য্য হয় আৰু পাঁচ বছৰ এই পদত থাকি বিশ্ব-বিদ্যালয়ৰ সৰ্বাঙ্গীন উন্নতি কৰে। তেখেতৰ যত্ন আৰু কৰ্ম-পটুতাৰ বাবেই অতি অলপ দিনৰ ভিতৰতে অন্ধ্র বিশ্ব-বিদ্যালয়, ভাৰতৰ বিশ্ববিদ্যালয়সমূহৰ ভিতৰত উল্লেখযোগ্য হৈ পৰে।

কাশী হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰতিস্থাতা পণ্ডিত মদন মোহন মালব্যাই নিজৰ বাৰ্দ্ধক্য জনিত কাৰণত বিশ্ব-বিদ্যালয়ৰ কাৰ্য্য পৰিচালনা কৰিবলৈ অক্ষম হৈ ৰাধাকৃষ্ণানক সেই ভাৰ অৰ্পণ কৰে। হিন্দু বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্যৰূপে তেখেতৰ কাৰ্য্য দক্ষতা, জনপ্ৰিয়তা আৰু দুৰ দৰ্শিতাই ছাত্ৰ-শিক্ষক সকলোৰে পৰা সমানে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল।

ভাৰতৰ প্ৰায় সকলোবোৰ বিশ্ব বিদ্যালয়ৰ উৎসৱত আৰু অনান্য শিক্ষানুষ্ঠানত দিয়া ভাষণত ৰাধাকৃষ্ণানে শিক্ষা, সংস্কৃতি আৰু বিজ্ঞানৰ বিষয়ে বিশদ ভাৱে বেলেগ বেলেগ দৃষ্টি ভঙ্গীৰ পৰা আলোচনা কৰিছে। এই ভাষণসমূহ একে লগে "স্বাধীনতা আৰু সংস্কৃতি "নাম দি প্ৰকাশ কৰা হৈছে। ৰাধাকৃষ্ণানৰ ভাষণত ভাৰতীয় সংস্কৃতিৰ স্বৰূপৰ সৈতে সাক্ষাৎ ঘটে।

ভাৰতীয় স্বাধীনতাৰ প্ৰাৰম্ভণিত গঠিত হোৱা গণ পৰিষদলৈ ৰাধাকৃষ্ণান সদস্য নিৰ্বাচিত হয়। গণ পৰিষদত তেখেতৰ অসাধাৰণ ব্যক্তিত্ব আৰু ৰাজনীতি জ্ঞানৰ দুৰদৰ্শিতাই সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। ৰাজনীতিৰ জটিল সমস্যা সমাধানতো তেখেতৰ বুদ্ধি সমানে প্ৰখৰ আছিল। পৃথিৱীৰ ৰাজনীতিৰ যুগান্তৰ অগ্ৰদেশ চোভিয়েত ৰুচিয়াত ভাৰতৰ ৰাষ্ট্ৰদূত ৰূপে নিযুক্ত হৈ ৰাধাকৃষ্ণানে ভাৰতৰ গৌৰৱ বৃদ্ধি কৰিছিল। এখেত ভাৰতৰ দ্বিতীয় ৰাষ্ট্ৰপতি আছিল। সুখ্যাতিৰে এই গুৰু দায়িত্ব পালন কৰাৰ পিছত অৱসৰ জীৱন যাপন কৰিছিল।

ৰাধাকৃষ্ণণৰ মনীষা আৰু ব্যক্তিত্বৰ তুলনা কেৱল মহাত্মাগান্ধী আৰু বিশ্বকবি ৰবীন্দ্ৰনাথৰ লগতহে দিব পাৰি। শিক্ষকৰ মতে, "মহাত্মা গান্ধী ভাৰতৰ বিবেক, ৰবীন্দ্ৰনাথ মগজু আৰু ৰাধাকৃষ্ণান অন্তঃকৰণ।"

তেখেত আছিল ভাৰতৰ এজন মহান শিক্ষক। সেয়ে তেখেতৰ জন্ম তাৰিখ ৫ চেপ্তেম্বৰ শিক্ষক দিৱস ৰূপে পালন কৰিবলৈ ভাৰত চৰকাৰে সিদ্ধান্ত কৰিছিল। তেখেত ৰাষ্ট্ৰপতি আছিল যাবেই জন্ম দিনটো শিক্ষক দিৱস ৰূপে পালন কৰা হোৱা নাই প্ৰাচীন ভাৰতৰ ঋষিমুণি সকলে ভাৰতীয় শিক্ষা সংস্কৃতিৰ যি পৰম্পৰা বহন কৰি আহিছিল সেই পৰম্পৰা ৰাধাকৃষ্ণানে আধুনিক ভাৰতলৈ বহন কৰিছিল।

আজি ভাৰতৰ এই মহান মনীষা গৰাকীৰ জন্ম শতবাৰ্ষিকী।* শিক্ষক দিৱসৰ পৱিত্ৰ দিনত মহান মনীষা গৰাকীক শ্ৰদ্ধাৰে সোঁৱৰণ কৰাৰ লগতে সশ্ৰদ্ধ প্ৰণিপাত আগবঢ়ালো—আৰু তেখেতৰ প্ৰভাৱ তথা আদৰ্শই আমাৰ শিক্ষক সমাজক উদ্বুদ্ধ কৰক। এয়ে প্ৰাৰ্থনা।

বিশ্ব-বিশ্ৰুত দাৰ্শনিক প্ৰাক্তন ভাৰতৰ ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লি ৰাধাকৃষ্ণনে ১৯২৯ চনত মান চেষ্টাৰ বিশ্ব বিদ্যালয়ত দিয়া "হিবাৰ্ট বক্তৃতা মালা"ৰ লগত অনান্য ঠাইত দিয়া সমধৰ্মী বক্তিতাৰ "An Idealist New of life." নামৰ গ্ৰন্থ প্ৰকাশ হয়। এই মহান পণ্ডিতজনাৰ উক্ত গ্ৰন্থৰ অধ্যাপক মহেশ চন্দ্ৰ দেৱ গোস্বামীদেৱে কৰা ভাঙনিৰ পাত পৰা জীৱনৰ আদৰ্শবাদ সম্পৰ্কে কিছু উল্লেখ কৰা হ'ল।

## আদৰ্শবাদ কি?

"ভাৱবাদ বা আদৰ্শবাদ শব্দটোৱেই অনিশ্চিতাৰ্থত্মক আৰু ইয়াক বিভিন্নমত বুজাবলৈ ব্যৱহাৰ কৰা হৈছে। তাৰ'ক প্ৰত্যেক ব্যক্তিৰ নিজা বিশেষ মানসিক প্ৰতিবিম্ব বুলি ধৰি লোৱা হয়।

* ৫।৯।১৯৮৮ চন ++ জীৱনৰ আদৰ্শবাদ : প্ৰকাশন পৰিষদ।

বৌদ্ধ বিজ্ঞানবাদ আৰু ইংৰাজী অভিজ্ঞতাবাদে সকলো জ্ঞানকে ভাৱৰ এই অৰ্থত প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছে। এই জগতত যিটোকেই আমি প্ৰকৃত বুলি কব খোজো সিযেই 'ভাৱ' সমূহৰ সমষ্টি মাথোন। এই ভাৱ বা ছাযাসমূহক আত্ম পূৰ্ত্তম্পিত বিশেষ বুলি অনুমান কৰা হয়। জগতখন যে সিইঁতকৈও বেছি ভাৱ প্ৰধান আৰু বাস্তব সেই কথাটো উপলব্ধি কৰাবা পথ হিচাবে ইযাক ব্যবহাৰ কৰা নহয়। যি বিশ্বজনীন ভাৱটো থিক ইযাতে আৰু এই সময়ত নাই, অথচ যাৰ গুণৰ অংশ সকলো স্থিতিবাচক বস্তুৰ মাজত থাকিব পাৰে আৰু অন্য মনেও তাক জানিব পাৰে, তাক বুজাবলৈ এই 'ভাৱ' পদ ব্যৱহাৰ কৰা হয। বাৰ্কলিৰ প্ৰথম প্ৰথম নিবুক্তিৰ মতে স্থিতিৰ অৰ্থ হ'ল অনুভূত হোৱা বা ইন্দ্ৰিয় গ্ৰাহ্য হোৱা, এই অৰ্থত ই মনোবাদৰ ওচৰ চপা, কিন্তু তেওঁৰ পৰিবৰ্ত্তিত মতত জোৰ দিযা হয় মনো কল্পনাত আৰু সেই দেখি ইযাক দ্বিতীয পৰ্য্যাযত ধৰিব পাৰি। কাণ্টৰ মতে জ্ঞান হ'ল ইন্দ্ৰিয গ্ৰাহ্যবোধ সমূহক মনন ৰীতিৰূপৰা বিস্তাৰিত কৰাটো। জগতখন অকল দৃশ্যমান বস্তুসমূহেই নহয, ই তাৰ সীমা পাৰহৈ যায। অসীম মনৰ আগতো ই প্ৰকাশ হয়, এই মনন ৰীতিৰ দ্বাৰা, কাণ্টে এই মনন ৰীতিক মুখ্যভাবে দেখুৱাবৰ চেষ্টা কৰিছে যদিও এই মনন ৰীতি সমূহক আত্মমুখী আৰু ভাৱ বিশেষ মাত্ৰ। যি জগত আমাৰ অতি নিকট সান্নিধ্যত, সেই জগত সত্তা শ্ৰেণীৰ দ্বাৰা বিভাজিত নহয় বা ভাৱ সমষ্টিও নহয। এই বিভিন্ন দৃষ্টিসমূহ পিচৰ ভাৱধাৰাত বহলোৱা হৈছে। হেগেল আৰু তেওঁৰ পন্থীয সকলে "ৰিয়েলিটি" বা সত্তাক চিন্তাৰ সম্বন্ধ সমূহৰ দ্বাৰা গঠিত বুলি ভাবে, আধুনিক বাস্তববাদী সকলে ইন্দ্ৰিয় গ্ৰাহিতাৰ ওপৰতে বেচি জোৰ দিয়ে। হেগলীয় ভাৱবাদী সকলৰ মতে ৰিয়েলিটি বা সত্তা হ'ল ভাৱৰ দ্বন্দবিশেষ, কিন্তু কোনো আধুনিক দাৰ্শনিকে অভিজ্ঞতাপূৰ্ণ জগতখনক অকল ভাৱৰ সমষ্টি বুলি বিশ্বাস কৰিব নোখোজে। কাৰণ ক্ৰোচেৰ সত্তা হ'ল মানসিক কাৰ্য্য বিশেষ,

আনকি যি ধাৰণা সমূহ বাহ্যিক, যান্ত্ৰিক আৰু স্বাভাৱিক তাকো মনেহে নিজক যোগান ধৰে। জ্ঞাতব্য সকলো অভিজ্ঞতাৰ মাজতে মন সক্ৰিয়ভাৱে নিহিত থাকে, ই জ্ঞানক বিষয়গত বা স্বাধাৰ নিষ্ঠ (objective) ৰূপ দিয়ে। যি বাহ্যবস্তুক ই নিষ্ক্ৰিয়ভাবে চিন্তা কৰে, তাৰ লগত ইয়াৰ ইন্দ্ৰিয়াতীত সম্বন্ধ নেথাকে। আৰু এটা তৃতীয় অৰ্থত 'ভাৱ' পদ ব্যৱহৃত হয়। আমি যেতিয়াই কোনো বস্তু বা কাৰ্য্যৰ বিষয়ে সোধো যে 'ভাৱটো' কি। আমি অৰ্থ কৰোঁ যে ইয়াত কি নীতি নিহিত আছে, বা ইয়াৰ বা ইয়াৰ স্থিতিৰ উদ্দেশ্য বা অৰ্থ কি বা এই কাৰ্যৰ লক্ষ্য বা উদ্দেশ্য কি? ই কিহলৈ পোনাইছে? ভাৱটো বা মূল্যটো হ'ল এটি ক্ৰিয়াশীল শক্তি, জগতৰ চলন্তিকা ক্ষমতা বিশেষ। জগতখন বুজিব পাৰি চৰম পৰিণতি সমূহৰ এটি ক্ৰম হিচাবেহে। বস্তু এটা অকল এটি বিশেষ ছাঁয়া বা পতিমূৰ্তি নে সাধাৰণ সম্বন্ধ বিশেষ। এই সমস্যালৈ এই মতবাদে মূৰ নঘমায়। জ্ঞাতা আৰু জ্ঞেয়ৰ পাৰস্পৰিক স্বতন্ত্ৰতাৰ কথাও ইয়াত খাপ নাখায়। জগতখন অকল মনেৰে গঠিত, অসীম মন বা মনৰ সমাজেৰে গঠিত, তেনে মতবাদৰ লগতো ই কোনো সম্বন্ধই ৰাখিব নোখোজে। জ্ঞাতা মনৰ লগত যি সম্বন্ধই নহওক উল্লেখিত অৰ্থত আদৰ্শবাদে মাথোন সত্তাৰ মৌলিক প্ৰকৃতি সম্বন্ধহে বিচাৰ কৰে। ভাৱৰ সমস্যা কি, ইয়াৰ অৰ্থ আৰু উদ্দেশ্যসমূহ কি, ইয়াৰ উত্তৰতেই ই আবদ্ধ। বস্তুসত্তা অযুক্তি সঙ্গত অন্ধ হেপাহ বা শুধৰাব নোৱাৰা দুৰ্ভাগ্যজনক ভুল বুলি কোৱা মতবাদৰ লগতো ইয়াৰ কোনো সামঞ্জস্য নাই। ইয়াৰ মতে মাথোন জীৱন অৰ্থপূৰ্ণ আৰু উদ্দেশ্যপূৰ্ণ। এই মানুহক এনে এটি দৈৱ বা ভাগ্যৰ সন্ধান দিয়ে যিটো এই ইন্দ্ৰিয় গ্ৰাহ্য জগতৰ মাজতে মাথোন সীমাবদ্ধ নহয়। আত্মচিন্তা আৰু তত্ত্বদৰ্শী বিচাৰণাৰ ভাৱ আছেনে? যি নিৰাকাৰ সত্তাই মানুহৰ প্ৰকৃত বাসস্থান, তাক জানিবৰ কাৰণে আপোনাৰ মনৰ আগ্ৰহ আছেনে? নাইবা আপুনি বেপাৰ বণিজ,

খেলা ধূলা, ৰাজনীতি আদিক লৈ সন্তুষ্ট হৈ থকা চিন্তা চৰ্চা বিহীন দলভুক্ত যাৰ জীৱন আদৰ্শবাদৰ অভাৱত নীৰস গদ্য মাথোন? দৰ্শন হ'ল এটা প্ৰজ্ঞা, চিন্তা আৰু অন্তৰদৃষ্টি ; যে তয়ালৈকে জগতৰ সকলো বস্তু আৰু মানুহৰ এটি সামগ্ৰিক দৃষ্টি বা দৃশ্যপট লাভ কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁ শান্তি নেপায, কিযনো এই সামগ্ৰিক দৃশ্য লাভৰহে তেওঁ জগতৰ বহুধা অভিজ্ঞতাৰ অৰ্থ বিচাৰি উলিয়াব পাৰিব বা চমু কথাত তাৰ এটি উদ্দেশ্য উৎঘাটন কৰিব পাৰিব।

জীৱনৰ আদৰ্শবাদক কোনো এটা ধৰা বন্ধা মতবাদেৰে বুজাব নোৱাৰি। ইয়াৰ ৰং বহুত, আকাৰো বিভিন্ন, অথচ এই বিভিন্নতা আৰু বিৰোধিতাৰ মাজতো এনে কিছুমান বিশেষ সাধাৰণ মূল কথা নিহিতহৈ আছে যে এই সকলো একেটি সত্তাৰে সৃষ্ট বুলি ধৰিব পাৰি। প্ৰাচ্য পাশ্চাত্য উভযতে ইয়াৰ লেঠেৰি নিছিগা দীঘলীযা বুৰঞ্জী আছে। প্ৰাচ্যত উপনিষদকে ধৰি বেদসমূহৰ উৎসই আৰু প্ৰাশ্চ্যতত চক্ৰেটিচ আৰু প্লেটোৱে বিস্তৃত আৰু শিথিল ভাষাত, একে মতবাদকে যেন দাঙি ধৰি থৈ গৈছে। ন্যায়, বৈশেষিক সাংখ্য আৰু যোগ আদি হিন্দুধৰ্মৰ বিভিন্ন বাস্তববাদী দৰ্শনসমূহে উপনিষদৰ আদৰ্শবাদী মত পৰম্পৰাৰ মূল তাৎপৰ্য্যৰ লগত বিশেষ অমত হোৱা নাই। ইয়াৰ মূল তাৎপৰ্য্য হ'ল প্ৰকৃত সত্যৰ লগত পৰম মূল্যৰ বিভেদ হ'ব নোৱাৰে। পৰম পুৰুষেই সত্তা, চৈতন্য আৰু মুক্তি (স্বতন্ত্ৰতা) সৎ-চিৎ-আনন্দ, পছিমত চক্ৰেটিচ আৰু প্লেটোৰপৰা ব্ৰেডলি আৰু আলেক্‌জেণ্ডাৰলৈকে মূল্য আৰু সত্তাৰ মৌলিক সম্বন্ধৰ আদৰ্শবাদী দৃষ্টি ভঙ্গী এটি ৰক্ষা কৰি চলিছে। কিয়নো প্লেটোৰ মতে জগতৰ অৰ্থ হ'ল শ্ৰেয়স লাভ। জগত বৰ্তি আছে সেই উদ্দেশ্য সিদ্ধিৰ হকে।

হেগলে কোৱা মতে এটা অৰ্থত সকলো দৰ্শনেই আদৰ্শবাদী। সত্তা আৰু প্ৰতিভাষিক ৰূপ, ঘটনা আৰু সত্য, পৰিদৃশ্যমান জগতৰ অতীত এখন আদৰ্শবাদী জগত স্বীকাৰ কৰি লবলগীয়া হয়। অসংস্কৃত হলেও পৰম বস্তুবাদকো আদৰ্শবাদ বুলিব পাৰি ; কাৰণ গোটেই

স্থিতিকে যি বস্তুলৈ ৰূপান্তৰিত কৰা হয় সি প্ৰকৃততে বস্তু নহয়; মনৰ ভাব বিশেষ মাত্ৰ। আধুনিক পদাৰ্থ বিদ্যাই আমাৰ অভিজ্ঞতাৰ জগতখনক কিছুমান ছাঁ আৰু প্ৰতীকৰ সমষ্টি বুলিহে দেখুৱাইছে। আয়ন ইলেকট্ৰন, ইত্যাদি এই বিলাক দৃশ্যমান বস্তু নহয়। তথাপি চিন্তাৰ ক্ষেত্ৰত ইযেই উদ্দেশ্য সাধন কৰে, যেতিয়া ইয়াকেই সৎ বা বাস্তৱ বুলি ধৰি লোৱা হৈছে। আমি যিমানেই তাক বাস্তৱ ৰূপত পাবলৈ বিচাৰোঁ সিমানেই সত্তা বা সতক (real) বস্তুলৈ ৰূপান্তৰিত কৰাটো বেচি টানহৈ পৰে। ভাৱবোৰ সত্তাৰ এটি আৱশ্যকীয় অংশ বিশেষ কাৰণে সিহঁত আমাৰ মাজত আছেই। তাৰ তাক যদি আমি আদৰ্শ বা শ্ৰেয়ঃ বুলি ধৰোঁ, তেন্তে তাৰ ফলস্বৰূপে পাওঁ জীৱনৰ আদৰ্শবাদী দৃষ্টিভঙ্গী এটা। দাৰ্শনিক মতবাদসমূহৰ বিৰোধৰ স্থলস্থলত আমি নিজকে পাহৰি নগৈ তাক গঠন কৰা অন্তঃ প্ৰৱাহিত ধাৰা সমূহ নিৰীক্ষণ কৰি চালে ঁ ম। বাদী অন্তদৃষ্টি এটাত গুৰুত্ব দিওঁ দৃষ্টিভঙ্গী এটা যেন ধৰিব পাৰোঁ। অৱশ্যে তাৰ ভাষা আৰু প্ৰকাশ ভঙ্গী বেলেগ।

আমাৰ সমস্যা সমূহৰ লগতো আদৰ্শবাদ খাপ খ'ব লাগিব আৰু তাক সমাধান কৰোতে ই সহায়হে কৰিব লাগিব। সেই দেখি আদৰ্শ বাদৰ নতুন ব্যাখ্যা এটিৰ কাৰণে সময় উপস্থিত হৈছে যেন অনুমান হয়।

আজিৰ পৰিবৰ্তনশীল জগতখনেও আমাৰ সন্মুখত উপস্থাপিত কৰা সংশয় আৰু অসঙ্গতি সমূহৰ গূঢ়াৰ্থ লৈ যি সকল যাব নোখোজে, তেওঁলোকৰ কাৰণে অৱশ্যে আদৰ্শৱাদৰ এই নতুন ব্যাখ্যাৰো কোনো অৰ্থ নাই যদিও এইবোৰ আমাৰ সন্মুখত তেনেই স্পষ্ট তথাপি কেতিয়াবা স্পষ্ট কথাবোৰতহে অলপ জোৰ দিবলগীয়া হয়। সমস্যা এটাৰ সমাধান জনাটো যেনে আৱশ্যকীয় সমস্যাটো ভালকৈ জনাটোও তেনেই। এপিনে চাবলৈ গ'লে দৰ্শনে আমাক সমস্যাটোৰ বিষয়ে সচেতন কৰি দি তাক সমাধান কৰাত সহায়হে কৰে।

# বুদ্ধি আৰু স্বজ্ঞা (সজ্ঞানৰ) *

চক্রেটিচ আৰু ভাৰতীয় দাৰ্শনিকৰ মাজত হোৱা বুলি কোৱা কথোপকথনৰপৰা এই সংকেত পাব পাৰি যে সমগ্ৰ প্ৰাশ্চাত্য পৰম্পৰাতে মানুহক প্ৰধানতে যুক্তি বিজ্ঞান সম্মতভাবে চিন্তা কৰা আৰু উপযোগিতা অনুযায়ী কাৰ্য্যকৰী জ্ঞানশক্তি সম্পন্ন জীৱ বুলি গ্ৰহণ কৰে। পাশ্চাত্য মনে বিজ্ঞান, তৰ্কবিজ্ঞান আৰু মানৱতাবাদৰ ওপৰত আৰু অধিক গুৰুত্ব আৰোপ কৰে। সকলো হিন্দু চিন্তাশীল-লোকে দৃঢ়তাৰে স্বীকাৰ কৰে যে বোধতকৈ অধিক গভীৰ কিবা এটা শক্তি আমাৰ আছে, আৰু তাৰ দ্বাৰা আমি আমাৰ অত্যন্ত ব্যক্তিগত সত্বাৰ সম্বন্ধে সচেতন হব পাৰোঁ আৰু তাৰ অকল উপকৰা বা দৃষ্টি গোচৰীভূত ফালটোকেই জানি সন্তুষ্ট নহওঁ। হিন্দুসকলৰ মতে দৰ্শন এবিধ অন্তৰ্জ্ঞান, দৰ্শন। ই সত্যৰ দৰ্শন, যুক্তি, তৰ্ক আৰু প্ৰমাণৰ বিষয় মাত্ৰ নহয়। হিন্দুৰ দাৰ্শনিক সকলে বিশ্বাস কৰে যে ক্ৰমাগত প্ৰশিক্ষণৰ ফলত আমাৰ মনক চিন্তাশীল বোধ আৰু অতীতৰ ছাপ সমূহৰ প্ৰভাৱৰপৰা মুক্ত কৰিব পাৰি আৰু তেতিয়া যি বিষয়বস্তুৰ প্ৰকৃতি সম্পূৰ্ণ আৰু বিকশিত হৈ উঠে তাৰ লগত মনৰ আপোনা আপুনি সংযোগ স্থাপন হৈ পৰে। তেওঁলোকে ভাবে যে সত্যৰ শক্তিৰ দ্বাৰাই আমি আমাৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পাৰোঁ। জ্ঞানেই শক্তি; এই জ্ঞানৰ অভাৱেই সকলো আপদৰ মূল। বিদ্যাই মোক্ষ, অবিদ্যাই সংসাৰ। স্বজ্ঞাত উপলব্ধিয়েই মুক্তিৰ উপায় যি জানে, তেওঁ প্ৰত্যক্ষ আৰু অব্যৱহিত ভাৱে সেই জ্ঞানৰ দ্বাৰাই মুক্তি লাভ কৰে। প্ৰজ্ঞা স্বতন্ত্ৰতাৰ সৈতে একে। "যি জনেই 'ময়েই ব্ৰহ্ম' বুলি জানে, তেৱেঁই এই সকলো হয়। যি জনে সেই পৰম ব্ৰহ্মক জানে তেওঁৱেই সেই ব্ৰহ্ম হৈ পৰে। আমি স্ৰোতয়ালৈকে ব্ৰহ্মৰ সৈতে এক হৈ নাযাও, ইয়াৰ সৰ্বত্তা গ্ৰহণ নকৰোঁ,

---

* কৃতজ্ঞত—শ্ৰীমহেশ চন্দ্ৰদেব গোস্বামী: জীৱনৰ আদৰ্শবাদ।

তেতিয়াহলৈকে ব্ৰহ্মক সম্পূৰ্ণ আৰু সত্য ভাৱে জানিব নোৱাৰো। ঈশ্বৰক জনা মানে আমাৰ সংশয় আৰু দুঃখ ওপজাব পৰা সকলো বাহ্যিক বন্ধনৰ প্ৰভাৱৰ পৰা মুক্ত হৈ দেৱত্ব লাভ কৰা। ব্ৰহ্মা পৰমাত্মণৰ প্ৰতীক, ইয়াৰ অৰ্থপূত জ্ঞান, স্বজ্ঞাত প্ৰজ্ঞাত। এই স্বজ্ঞাত প্ৰজ্ঞাই এই জগত সৃষ্টিৰ প্ৰথম মূলতত্ত্বৰ ৰূপ গ্ৰহণ কৰে। যি এই জ্ঞান লাভ কৰে তেওঁ এই বিশ্ব সৃষ্টিৰ সাৰৱত্তা জানে। বিভিন্ন হিন্দু দৰ্শনে বেদৰ কতৃত্ব স্বীকাৰ কৰাৰ অৰ্থ হ'ল যে দুৰ্বোধ্য দাৰ্শনিক সমস্যা ক্ষেত্ৰত প্ৰৱেশৰ কাৰণে তৰ্কজ্ঞাত বোধতকৈ স্বজ্ঞাত অন্তদৃষ্টি অধিক দীপ্তিময়। উদাহৰণ স্বৰূপে শঙ্কৰে অনুভৱ বা আত্মস্থ সংবেদনক জ্ঞান লাভৰ চৰম উপায় বুলি কৈছে। ই বৰ স্পষ্ট আৰু বিশিষ্ট নহ'ব পাৰে কিন্তু ই নিশ্চিত আৰু জাজ্বল্যমান। বুদ্ধই বুদ্ধি বা বিজ্ঞানৰ মূল্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। সূক্ষ্ম তত্ত্বজ্ঞান সম্পৰ্কে তেওঁৰ অনুৎসাহ সকলোৰে জনাজাত। তেওঁৰ মতে বৌদ্ধিক জ্ঞান চৰ্চা উচ্চ জীৱন লাভৰ অন্তৰায়। অধ্যাত্মিক প্ৰযত্নৰ দ্বাৰাহে সত্যৰ জ্ঞান লাভ কৰিব পাৰি। মানুহে চিন্তাৰ দ্বাৰা সত্যলৈ যোৱাৰ পথ উলিয়াব নোৱাৰে; পাৰে তালৈ জীৱন যাত্ৰা কৰিহে। বৌদ্ধ ধৰ্মৰ প্ৰথম ছোৱাত প্ৰজ্ঞা বা স্বজ্ঞাত অন্ত দৃষ্টিকেই মানৱ মনৰ চূড়ান্ত ক্ৰিয়া বুলি অভিহিত কৰা হৈছিল। বৌদ্ধ আৰু হিন্দু দৰ্শনৰ সাধাৰণ ভাৱ হ'ল উচ্চ জীৱন লাভৰ পিছত মানৱাত্মাৰ আকাঙ্খাৰ বিষয়ে অৱগতি লাভ কৰা আৰু ইয়াকে বিশ্বসৃষ্টিৰ ব্যাখ্যাৰ উপায় বুলি ধৰি লোৱা সকলো যুক্তিবাদী দৰ্শনেই ইয়াক গ্ৰহণ কৰিছিল।"

## বৰ্তমানৰ আৱশ্যকতা

এইটো নিশ্চিত যে বৰ্তমানৰ অশান্তিৰ বাবে নৈতিক অকাৰ্য্যকাৰিতা আৰু প্ৰকৃত জীৱন যাপন কৰিবৰ কাৰণে মানুহক উদ্বুদ্ধ কৰাত ধৰ্মৰ অক্ষমতা যেনে দায়ী, পৰম্পৰাগত বিশ্বাস সমূহৰ ওপৰত আধুনিক জ্ঞানৰ অবিৰাম হেঁচাও তাৰ বাবে কম দায়ী নহয়। কিছুমান পণ্ডিত

বোলা এনে কিছুমান লোক আছে যি ধৰ্মক ইতিকিং কৰাটোকে পাণ্ডিত্য বুলি ভাবে। ধৰ্মলৈ ভয় কৰাটো যেন পুৰণিকলীয়া কথা; ইয়াক সমালোচনা কৰাটোহে যেন অগ্ৰগতিৰ চিনাকি। আজিৰ তথা কথিত পঢ়া-শুনা কৰা জনতাই বিৰল ভাবে শিক্ষিত হোৱা হেতুকে ভাৱে যে পুৰণি সকলো শাসন একেবাৰে নাশ কৰি পেলোৱাটোৱেই কৰ্তব্য, কাৰণ তেওঁলোক ইয়াৰ মূল্যৰ গুৰুত্ব উপলব্ধি কৰিব নোৱাৰে। সন্দেহবাদত আমাৰ কোনো খৰছ নহয়। আজি কালি ধৰ্মবিশ্বাসৰ কাৰণেহে সাহ লাগে। এই সন্দেহবাদী সকলৰ উপৰিও আৰু বহুত আছে যি ধৰ্ম বিশ্বাসো দেৱাই গৈছে গৈ, কিন্তু তাৰ ধৰ্মধ্বজসকলৰ ভয়ত মান ভাঙি আহিব পৰা নাই। আমাৰ অৱশ্যে কথা হৈছে ইচ্ছা থকা অথচ বিশ্বাস কৰিবলৈ টান পোৱা সকলৰ বিষয়েহে। তেওঁলোকৰ আত্ম অতিশয় অনুভূতিশীল হৈ উঠিছে, সেই কাৰণে তেওঁলোকৰ বাধা অসুবিধা হৈ পৰিছে বহু গভীৰ আৰু তেওঁলোকৰ প্ৰশ্ন জাগিছে ওপৰাওপৰিকৈ তেওঁলোকৰ সন্দেহো ধৰ্ম ভাবেৰে অভি ব্যক্তি আৰু প্ৰতিবাদো ভক্তিনিষ্ঠাৰে পৰিচয় মাথোন। আমাৰ আত্মাৰ অতি গভীৰ স্থলত এনে কিবা আছে—যাক আমি সত্যৰ অন্বেষণ বুলি, ন্যায়ৰ দাবী বুলি, সততাৰ প্ৰতি আগ্ৰহ বুলি বিবেচনা কৰোঁ। সত্য আৰু ন্যায়ৰ বাবে আমাৰ এই অহৰহ সন্ধান আমাৰ জীৱনৰ আত আৱশ্যকীয় কথা। আমাক এৰিষ্টটল আহি কবহি নালাগে যে, জ্ঞানৰ অন্বেষণেই আমাৰ চৰম কৰ্তব্য আৰু অতিচাৰ যদি ক'ৰবাত অনুমোদন কৰিব পাৰি তেনেহ'লে তাক এই জ্ঞানৰ ক্ষেত্ৰতে পাৰি বুলি আমাৰ এই মানসিক আলোড়ণৰ কাৰণে যি গণ্ডগোলৰ সৃষ্টি হয় সি মানৱ প্ৰাণৰ এই বন্ধনতকৈ উত্তম। জগতৰ বুৰঞ্জীত এই বাবেই প্ৰথমে আমাৰ এই যুগটো সংক্ৰান্তিৰ যুগ বুলি আৰু যুক্তিৰ ভিত্তিত ধৰ্মক অপ্ৰতিপাদনীয় বুলি কোৱা হোৱা নাই। যদিও সত্যাসত্যৰ কোনো দায়িত্ব লব নোৱাৰো তথাপি কোৱা শুনিছো যে ইডেন উদ্যানৰ পৰা বাহিৰ ওলাই আহিয়েই আদামে বোলে ইভক

কৈছিল, "আমি পৰিৱৰ্তনৰ কালত বাস কৰিছোঁ।" প্ৰত্যেক যুগেই পৰিৱৰ্তনৰ যুগ। বিৰোধ আৰু গণ্ডগোলৰ মাজেৰেই আহে উন্নতি। নিম্ন মানব স্তৰত ঘটনা ঘটে; মানৱস্তৰত ই সঞ্চালিত হয়। মানৱ-ৰাজ্যাই গতিপথ সলাই দিব পাৰে। কোনো এক মুহূৰ্ত্তৰ কাৰণে আৱিষ্কাৰ কৰা ব্যৱস্থাই আমাক সেই পৰিবেশৰ লগত খাপখুৱাই চলি যোৱাত সহায় কৰে, পৰিবৰ্তিত পৰিবেশত এই ব্যৱস্থাও পৰি-বৰ্তন কৰি লবৰ কাৰণে উপযুক্ত সময় হয়। যি কালত মানবে কতৃত্বৰ অনুশাসনৰ পৰা মুক্ত হৈ এটা সুন্দৰ আত্ম নিদ্ধাৰণৰ সম্ভাৱনাৰ অৱস্থালৈ উঠিবৰ কাৰণে চেষ্টা কৰিছে, তেতিয়া আমাৰ আৱশ্যক হৈছে সৃজনক্ষম মনৰ সহায় সহযোগিতা। আমাৰ বৰ্তমান যুগৰ পথভ্ৰষ্ট মানুহবোৰক গোটপিত খুৱাই এটি লক্ষ্য স্থান নিৰ্ণয় কৰাত সহায় কৰিবৰ কাৰণে আজি আৱশ্যক মহাত্মা পুৰুষৰ, পুৰোহিত মনৰ নহয়, তত্বদৰ্শী মানুহৰ, পুৰণি আচৰণকে অন্ধ অনুকৰণ কৰি থকা যন্ত্ৰ স্বৰূপ লোকৰ নহয়। ধৰ্ম উপদেশ অন্ত দৃষ্টি, ই দৰ্শন। সি হ'ল অভিজ্ঞতাক প্ৰৱেশ কৰিব পৰা ক্ষমতা। ভৱিষ্যতক নিৰূপণ কৰিব পৰাকৈ বৰ্তমানক পৰিপাটীকৈ নিৰীক্ষণ কৰাই হ'ল ধৰ্মৰ দৈৱবাণী।

## মানৱতাবাদ

"মানৱতা" বোলা মতবাদ এটাই বেচি সুনিশ্চিত দৃষ্টিভঙ্গী গ্ৰহণ কৰা যেন লাগে। ইয়াৰ মতে আমি যদি হক কামটো কৰিবলৈ সদায় সাজু থাকোঁ তেনেহ'লে সত্তা বা বস্তুৰ পৰম প্ৰকৃতি কি তালৈ ভ্ৰূক্ষেপ নকৰিলেও হব। ধৰ্মৰ মতবোৰ মাথোন মনৰ কল্পনাহে। কোনটো সঁচা বা সঁচাকৈয়ে কিবা আছেনে নাই, সেই বিষয়ে আমি নিঃসন্দেহ হব নোৱাৰোঁ। কিন্তু আমাৰ জীৱন হলে নিশ্চিত আৰু নিঃসন্দেহ; সেই কাৰণে আমি জীৱনৰ উন্নতিত মনোনিৱেশ কৰাই যুগুত। মানৱতাবাদ হল এফালে প্ৰকৃতিবাদ বা স্বভাৱবাদৰ আৰু আনফালে ধৰ্ম বিৰোধী মতবাদ। মানুহৰ আত্মা প্ৰকৃতিৰ বস্তু নহয়, ই ঈশ্বৰৰ

সন্তানো নহয়। মানুহ যদি প্ৰকৃততে প্ৰকৃতিৰ সৃষ্ট বস্তু হ'লহেঁতেন তেন্তে হ'লে আমি জীৱনৰ মূল্যৰ প্ৰতি অনুৰক্ত হৈ থকাৰ অৰ্থ উলিওৱা টান হ'লহেঁতেন। ধৰ্মৰ বিপৰীতে মানৱতা ভাৱে যে এই জগতখনেই আমাৰ প্ৰধান উপলক্ষ্য আৰু আমাৰ একমাত্ৰ আদৰ্শ হ'ল মানৱতাক পৰিপূৰ্ণ কৰাটো। ৰঙচে কোৱাৰ দৰে এই বিৰাট জাতীটোৰ প্ৰতি অনুগত হৈ থকাটোৱেই আমাৰ প্ৰধান কৰ্তব্য। ধৰ্মৰ যিবিলাক কু-সংস্কাৰে আমাৰ শিৰা উপশিৰাৰ পৰা তেজকে উলিয়াই পেলাই দিব খোজে তাৰ প্ৰতি মানৱতাবাদৰ কোনো সহানুভূতি নাই। নৈতিকতা মাথোন আত্ম খৰ্বকাৰী কথা এটা নহয়; ধৰ্মই বৈৰাগ্যৰ অতিশয্য পোষকতা কৰে, কিন্তু মানৱতাই বিশ্বাস কৰে ভাৱ ভাৱসাম্য আৰু সমতা ৰক্ষা কৰাত। গ্ৰীক মতবাদৰ অন্তঃসমন্বয় আৰু ৰোমাণসকলৰ শিষ্টাচাৰী ভাৱৰ ওপৰতে ই প্ৰতিষ্ঠিত।

যি মতবাদক কেতিয়াবা সুখৰ দিনৰ বাণী বুলি কোৱা হয়, তাৰ লগত মানৱতাবাদক একে বুলি ভুল কৰিব নালাগে। সকলো চিন্তা প্ৰণালী আৰু ক্ৰিয়াৰে স্থিতি আছে বুলিয়েই সি প্ৰমাণিত বুলি এই মতবাদে স্বীকাৰ নকৰে। আমাৰ এই আত্ম বিভিন্ন প্ৰকাৰৰ বস্তুৰ এটি অস্থিৰ সংগ্ৰহ বিশেষ আৰু আমি ইয়াক সম্পূৰ্ণাঙ্গ সমাক গোট এটালৈ ৰূপান্তৰিত কৰিব লাগিব। বস্তুৰ স্বভাৱ এনেকুৱা আমি যদি আমাৰ কিছুমান প্ৰকৃতিৰ সম্পূৰ্ণ আত্মগামী হবলৈ এৰি দিওঁ, তেনেহলে সিহঁতে এনে কিছুমান অৱস্থাৰ সৃষ্টি কৰিব যে আত্ম প্ৰকাশৰ স্বতন্ত্ৰতা খৰ্ব হৈ যাব। তাৰ উপৰি মানুহ এটা সামাজিক পৰিবেশত ৰোপিত হয় আৰু সেইবাবেই জীৱনত তাৰ কিছুমান বাধা নিষেধ আহি পৰে। ইয়াৰ বিনিময়ত শান্তি আৰু সন্তুষ্টিৰ ভাব এটা লাভ কৰাৰ কাৰণে এইবোৰক মানুহে বাধা নিষেধ বুলি অনুভৱ নকৰে। হাৰ্বাৰ্ট বিশ্ব-বিদ্যালয়ৰ আভিং বেবী আমেৰিকান মানৱতাবাদৰ এজন মুখ্য প্ৰতিনিধি; তেওঁ ৰুছো আৰু ৰোমাণ্টিছিজিম (১৯১৯) বোলা কিতাপত স্বীকাৰ কৰিছে: মানুহৰ সমাজ আৰু তাৰ উন্নতি

নিৰ্ভৰ কৰিছে মানুহে নিজৰ ইচ্ছাৰ দ্বাৰা স্বাভাৱিক মানৱ প্ৰবৃত্তিসমূহৰ ওপৰত কেনে নিয়ন্ত্ৰণ কৰিব পাৰিছে তাৰ ওপৰত। অন্তৰ সংযমৰ দ্বাৰেই তেওঁ উপলব্ধি কৰিছে এবিধ অন্তৰৰ নিৰোধ। ধৰ্মৰ লগত তেওঁৰ বিৰোধ এই বুলি যে ধৰ্মই সংযমৰ চাবি-কাঠী থয় মানুহৰ বাহিৰত কিন্তু মানৱতাই ৰাখে অন্তৰত। আমি কোনো অলৌকিক শক্তিৰ অৱতাৰণা নকৰাকৈয়ে অকল অন্তৰৰ সংযমৰ দ্বাৰাই মানৱৰ আদৰ্শত উপনীত হব পাৰোঁ।

মানৱতাবাদক ব্যৱহাৰিক ধৰ্ম যেন লাগে। স্বাভাৱিক মানুহজনৰ আত্মনিষ্ঠা আৰু মানৱ মূল্যই যে জগতৰ একমাত্ৰ কাৰ্যাৱলী মূল্য এই বিশ্বাসেই হ'ল মানৱতাবাদীসকলৰ কেন্দ্ৰস্থ ভাব। এই বিশ্বাস প্লেটো আৰু এৰিষ্টটলৰ দ্বাৰা অনুপ্ৰাণিত হৈছে, আৰু তেওঁলোকে স্পষ্টভাৱে অনুভৱ কৰিছে যে মানৱ আত্মাৰ গভীৰ আকাঙ্খাসমূহ উপলব্ধি কৰিব লাগিব। আমি যদি সসীম আৰু বোধগম্যজনৰ অতীত কিবা এটাৰ লগত আমাৰ সম্বন্ধ অনুভৱ কৰিব নোৱাৰোঁ তেনেহলে আমি প্ৰকৃততে মানৱেই নহয়। আমি অকল জগতৰ উন্নতি হোৱা-টোকেই নিবিচাৰোঁ, আমি বিচাৰোঁ জগতৰ এক আদৰ্শ অৱস্থান্তৰ। মানৱতাবাদীসকলে যদি ব্যক্তিত্বৰ নৈতিক জীৱনৰ প্ৰধান লক্ষ্য বুলি ভাৱে তেনেহ'লে আমাৰ এই ব্যক্তিত্বক অকল শৰীৰধাৰী মানুহ এটা বা অৰ্থনৈতিক স্বচ্ছতা বা শিক্ষিত মন এটা বা অনুভূতিশীল বিবেক মাত্ৰ বুলি গণ্য কৰিলেই নহব। আমি আমাৰ গভীৰতম সম্পদৰাশীক উলিয়াই নোলোৱাকৈ আমাৰ এই সম্ভাব্য ব্যক্তিত্বৰ পৰম পূৰ্ণতা লাভ কৰিব নোৱাৰোঁ। মানৱ সত্তাৰ মূল নিহিত আছে অদৃশ্য আৰু শাশ্বত জনত আৰু মানুহৰ ভাগ্য এই পৃথিৱীত থকা কালছোৱাতেই সীমাবদ্ধ নহয়। মানৱতাবাদ প্ৰকৃততে হেতুবাদী আৰু জীৱনৰ যিবোৰ কথা জ্ঞানবোধৰ দ্বাৰা বুজাব নোৱাৰি তাক ই আওহেলা কৰি যায়। ভাৰতীয় দাৰ্শনিক এজনে ছক্ৰেটিছক দৰ্শন কৰিবলৈ যোৱা সাধু এটা আছে। এৰিষ্টক্সেনিচে লিখিছে যে যেতিয়া ছক্ৰেটিছে

ভাৰতীয় অভ্যাগতজনক কলে যে তেওঁ কেৱল মানুহৰ এই জীৱন লৈয়েহে অণ্বেষণ কৰি আছে, তেতিয়া ভাৰতীয়জনে মিচিকিয়াই হাঁহি এটা মাৰি ক'লে যে যি মানুহে ঐশ্বৰিক কথা বুজিব নোৱাৰে তেওঁ মানৱীয় কথা কি বুজি পাব ?

মানৱতাবাদে বিচাৰে এটা সংযমিত জীৱন. আৰু জীৱনৰ সমগ্ৰতা আৰু সমণ্বয় ; কিন্তু ই মানুহৰ স্বাভাৱিক আৰু নৈতিক অৱস্থাসমূহো সম্পূৰ্ণ পৃথক কৰি ৰাখে। মানুহৰ স্বাভাৱিক আৱেগ আৰু আকাঙ্খা সমূহৰ বিমুক্ত স্ফুৰণত বাধা দিয়াই হ'ল নৈতিক সঙ্কল্পৰ will) প্ৰধান সাৰ কথা। মানুহ, আৰু প্ৰকৃতিৰ মাজত দ্বৈতবাদ মূলগত হলে সমণ্বয়ৰ আদৰ্শ কেতিয়াও উপলব্ধি কৰিব নোৱাৰি ; তাৰ বাহিৰেও এই নিযমক সংকল্প বা ইচ্ছাটোৰ কেৱল মাথোন নঞাৰ্থক বাধাহে আছেনে সদৰ্থক অস্তিত্বও আছে। যদি প্ৰথমটো হয়, ইয়াৰ পূৰক বস্তু একো নাই ; যদি দ্বিতীয়টো হয় ইয়াৰ এই পূৰকখিনি আহিল ক'ৰ পৰা ?' মানুহৰ ভিতৰত থকা উচ্চ সংকল্প বা ইচ্ছা মানুহৰ ভিতৰৰ আত্মাৰ লৈতে একীভূত হৈ পৰে। এনে এটি পৰমাৰ্থিক কেন্দ্ৰক বুজিব পাৰিলে মানৱ প্ৰকৃতিত থকা বিৰোধী অংশ সমূহ একত্ৰ কৰাত সহায়ক হব ; আৰু যদি সেয়ে নহয় তেনেহলে আমাৰ জীৱনৰ কোনো পূৰ্ণতা নাথাকিব।

## জ্ঞানলাভৰ উপায়

সকলো প্ৰকাৰৰ বৌদ্ধিক অভিজ্ঞতাৰ ফল হল সত্তা সম্বন্ধীয় জ্ঞান, ই তিনি প্ৰকাৰে উপপত্তি হয় ; ইন্দ্ৰিয় সংবেদন, বিচাৰ সাপেক্ষে যুক্তি আৰু স্বজ্ঞাতবোধ। ইন্দ্ৰিয় সংবেদনৰ দ্বাৰা আমি বহিৰ্জগতৰ বাহ্যিক লক্ষণসমূহ জানিব পাৰোঁ। ইয়াৰ দ্বাৰা বস্তুৰ ইন্দ্ৰিয় সংবেদনৰ দ্বাৰা আমি বহিৰ্জগতৰ বাহ্যিক লক্ষণ সমূহ জানিব পাৰোঁ। ইয়াৰ দ্বাৰা বস্তুৰ ইন্দ্ৰিয় গ্ৰাহ্য গুণৰ লগত আমাৰ পৰিচয় ঘটে। ইয়াৰ

দত্ত বস্তু প্ৰাকৃতিক বিজ্ঞানৰ বিষয় বস্তু আৰু তাক বুজাবৰ কাৰণে তাৰেই কিছুমান প্ৰত্যয়ী সংস্থান গঠিত হয়।

তৰ্ক সাপেক্ষ জ্ঞান বিশ্লেষণ আৰু সংশ্লেষণ প্ৰক্ৰিয়াৰ দ্বাৰা লাভ হয়। প্ৰত্যক্ষৰ দ্বাৰা সংগৃহীত দত্ত বস্তুসমূহ বিশ্লেষণ কৰা হয় আৰু এই বিশ্লেষণৰ ফলস্বৰূপে প্ৰত্যক্ষবস্তু সম্বন্ধে সু সংবদ্ধ জ্ঞান লাভ হয়। এই বিচাৰ সিদ্ধ বা প্ৰত্যয়মূলক জ্ঞানৰ লক্ষণ পৰোক্ষ আৰু প্ৰতীকমূলক। ই আমাক বিষয় বস্তুটো আৰু তাৰ ক্ৰিয়াসমূহ পৰিচালনা কৰা আৰু নিয়ন্ত্ৰণ কৰাত সহায় কৰে। অভিজ্ঞতা আৰু বিশ্লেষণৰ উৎকৰ্ষ সাধনৰ লগে লগে এই প্ৰত্যয় বাচক ব্যাখ্যাবো সাল সলনি হয়। এইবোৰ নিৰ্ভৰ কৰে আমাৰ প্ৰত্যক্ষ, আমাৰ ৰাপ আৰু সামৰ্থ্যৰ ওপৰত। ইন্দ্ৰিয়লব্ধ জ্ঞান আৰু তৰ্কলব্ধ জ্ঞান, এই দুয়োটা উপায়কেই আমি আমাৰ ব্যৱহাৰিক জীৱনত পৰিবেশ নিয়ন্ত্ৰণৰ কাৰণে জ্ঞান আহৰণ কৰোঁ।

যি সত্যক উপলব্ধি কৰিবৰ কাৰণে চেষ্টা কৰা হৈছে তাৰ কাৰণে এই দুয়ো প্ৰকাৰৰ জ্ঞানেই যথোপযুক্ত নহয় বুলি স্বীকৃত। প্লেটোৱে নিত্যৰূপৰ জগতখনক ইন্দ্ৰিয় সংবেদনৰ অনিত্য ৰূপতকৈ বেলেগ বুলিছে। আগৰটো হ'ল সত্য পিছৰটো অসত্য জ্ঞান হ'ল আগৰটোৰ বিষয়ে, আৰু পিছৰটোৰ বিষয়ে মতামত মাত্ৰ হয়। তৰ্ক যুক্তিজনিত জ্ঞানৰ দ্বাৰা লব্ধবস্তু আমাৰ দৃশ্য বা প্ৰত্যক্ষ বস্তু যে নহয় ইও ঠিক। এই কথাৰ পৰা এনে যুক্তিও কেতিয়াবা দৰ্শোৱা হয় যে প্ৰত্যক্ষ বস্তুটো কল্পিত বা প্ৰত্যয়ী বস্তুতকৈ অধিক সত্য। আমি যি বস্তুক ইন্দ্ৰিয় সংবেদনৰ দ্বাৰা অব্যৱহিত ভাবে পাওঁ তাক এই বৌদ্ধিক ক্ৰিয়াই মধ্যস্থতা কৰাৰ ফলত তাৰ তৎকালিনতা নোহোৱা হয়। আমি যিমান ৰকমেই প্ৰত্যয় সংশ্লেষণ কৰি প্ৰত্যক্ষ বস্তুটোৰ প্ৰথমতে লাভ কৰা সাৰ্বিকৰূপটো পুনৰ উত্থাপনৰ কাৰণে চেষ্টা নকৰোঁ, আমি কৃতকাৰ্য্য হব নোৱাৰোঁ। ব্ৰেডলি আৰু বাৰ্গচঁই বুদ্ধিলব্ধ জ্ঞানৰ প্ৰতীক লক্ষণৰ ওপৰত গুৰুত্ব আৰোপ কৰে। বস্তুটো পদাৰ্থ বা অপদাৰ্থ

ভুৰগৈ বিপথগামী হব নোৱাৰে। নৈতিকতাৰ ভেটিত গঢ় লোৱা জনক সাধাৰণ পাৰ্থিব বস্তুৱে আকৰ্ষণ কৰিব নোৱাৰে বা ন্যায় আৰু সত্যৰ পথৰ পৰা আঁতৰাই নিব নোৱাৰে। সাধুতা আত্মত্যাগ, নৈতিকতা আৰু সেৱা আদি সাধু আদৰ্শ দাঙি ধৰি তেনে এজন লোক পিছৰ জীৱনত হব পাৰে আদৰ্শ স্থানীয় গৃহস্থ আৰু পৰোপকাৰী সামাজিক ব্যক্তি। এটা সময়ত এনে এজন শিষ্যই হয়গৈ সমাজৰ শিৰোমণি, জাতিৰ ধৰণী আৰু মানব জগতৰ আদৰ্শপুৰুষ।

## অধ্যাপক শ্ৰীআনন্দ চন্দ্ৰ গোস্বামী এম, এ, বি, টি

অধ্যক্ষ লক্ষীমপুৰ প্ৰশিক্ষণ মহাবিদ্যালয়।



মাজুলী গড়মূৰ সত্ৰৰ সংস্কৃতটোলৰ অধ্যক্ষ আৰু সত্ৰৰ ভাগৱতৰ ব্যাখ্যা কাৰক স্বৰ্গীয় উমাকান্ত গোস্বামীৰ উপযুক্ত পিতৃৰ সুযোগ্য পুত্ৰ, দক্ষ আৰু গুণগত অৰ্হতা সম্পন্ন শিক্ষক শ্ৰীআনন্দ চন্দ্ৰ গোস্বামীদেৱ। গোস্বামীদেৱ ১৯২৫ চনত গোলাঘাট জিলাৰ দেৰগাঁৱৰ প্ৰখ্যাত কন্দলী সত্ৰত চেপ্তেম্বৰ মাহত জন্ম গ্ৰহণ কৰে। সৰুৰে পৰা জীৱনটোক প্ৰত্যাহ্বান ৰূপত গ্ৰহণ কৰা গোস্বামী আছিল অতি মেধাবী ছাত্ৰ। ১৯৩৬ চনত গড়মূৰ সত্ৰৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তি লাভ কৰি দেৰগাঁও হাইস্কুলত মাধ্যমিক শিক্ষা আহৰণ কৰে। স্কুলীয়া জীৱনতে (১৯৪১ চনত) সংসাৰত পিতৃক হেৰুৱাই ছাত্ৰ গোস্বামীয়ে পাৰিবাৰীক সমস্ত বোজা মূৰ পাতি লব লগা হয়। যিহেতু তেখেতৰ জন্ম এটি নিম্ন মধ্যবৃত্ত পৰিয়ালত।

জীৱন সংগ্ৰামৰ কোৱাল সোঁত জীৱন তৰি টুলংভুটুং কৰিলেও গুৰিবঠা ব্ৰজমুঠিত ধৰি ১৯৪১ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰি

যোৰহাট জগন্নাথ বৰুৱা মহা-বিদ্যালয়ত নাম ভৰ্তি কৰে। ১৯৪৬ চনত আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষকৰূপে যোগদান দিয়ে আৰু ঘৰতে স্নাতক পৰীক্ষাৰ বাবে সাজু কৰিবলৈ অধ্যয়নত মন দিয়ে। ১৯৪৯ চনত শিক্ষক পৰীক্ষাৰ্থীৰূপে স্নাতক ডিগ্ৰী লাভ কৰি যোৰহাট পলিটেকনিক হাইস্কুলত শিক্ষকতা পদত যোগদান কৰে। ১৯৫০ চনৰ পৰা ১৯৫৪ চনলৈ উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুল, নগাঁও হাইস্কুল আৰু শিৱসাগৰ হাইস্কুলত শিক্ষকতা কৰে। ১৯৫৮ ৫৯ চনত বানাৰস হিন্দু বিশ্ব-বিদ্যালয়ৰ পৰা শিক্ষক পৰীক্ষাৰ্থীৰূপে ৰাজনীতি বিজ্ঞানত এম. এ. ডিগ্ৰী লাভ কৰে। ১৯৬০ চনত বি. টি. পৰীক্ষাত উত্তীৰ্ণ হৈ গোলাঘাট বেজবৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বিষয় শিক্ষকৰূপে যোগদান দিয়ে।

১৯৬২ চনৰপৰা ৮৬ চনলৈ কলেজীয়া শিক্ষাৰ শিক্ষকৰূপে গোস্বামী দেৱৰ জীৱন আৰম্ভ হয়। ১৯৬০ চনত যোৰহাট বি. টি. কলেজৰ পৰত্তা ১৯৭৪ চনত গোৱালপাৰা বি. টি. কলেজত অধ্যাপক, পুনৰ ১৯৭৭ চনত যোৰহাট বি. টি. কলেজলৈ বদলি হৈ আহে। ১৯৮৪ চনৰ চেপ্তেম্বৰ মাহত ( যিটো মাহত জন্ম গ্ৰহণ কৰিছিল যিটো মাহত ভাৰতৰ মহান শিক্ষক জনৰ জন্ম হৈছিল ) অৱসৰ গ্ৰহণ কৰে।

১৯৮৫ চনত শ্ৰীযুত গোস্বামীদেৱে ভাৰতৰ ৰাষ্ট্ৰীয় শিক্ষা আৰু গবেষণা পৰিষদে অসমৰ অনানুষ্ঠানিক শিক্ষাৰ মূল্যায়ন প্ৰকল্পত সমন্বয়ৰক্ষী বিষয়া হিচাবে দায়িত্ব বহন কৰি মূল্যায়নৰ প্ৰতিবেদন দাখিল কৰে। ১৯৮৬ চনৰ চেপ্তেম্বৰ মাহত লক্ষীমপুৰৰ স্নাতকোত্তৰ প্ৰশিক্ষণ বিদ্যালয়ত অধ্যক্ষৰূপে যোগদান দি অত্ত পৰিমিত সেৱা আগবঢ়াই আহিছে।

## শিক্ষকতাৰ পটভূমি

শ্ৰীগোস্বামীদেৱক ১৯৫৬ চনত আনুষ্ঠানিক শিক্ষা আধৰুৱা কৰি জীৱন সংগ্ৰামৰ সোঁতে উটুৱাই নি শিক্ষকতা বৃত্তিত সুমাই দিলেহি।

এই বৃত্তিৰ প্ৰতি আকৰ্ষণ যে নাছিল এনে নহয়। কিন্তু এই বৃত্তিকে লোৱাৰ কোনো পূৰ্ব প্ৰতিশ্ৰুতি নাছিল। ঈশ্বৰে যি কৰে ভালকে কৰে। এই বৃত্তিত ইচ্ছা থাকিলে এখোজ আগবঢ়াৰ দুটা কথা শিকাৰ অপৰ্য্যাপ্ত সুবিধা। লাগে মাত্ৰ এটা অনুসন্ধিৎসু মন। শিকা কথাটো কিছু পৰিমাণে হলেও প্ৰয়োগ কৰিবলৈ হাততে ক্ষেত্ৰখন। কামত সোমোৱাৰ পিচৰে পৰা তেখেতে শিক্ষণত সোৱাদ পালে। নিজে সোৱাদ পোৱা বস্তুকনৰ সোৱাদ আনকো বিলাবলৈ ধৰিলে। বৃত্তি-মূলক উৎকৰ্ষ সাধন, কামৰ সন্তুষ্টি ছাত্ৰ-ছাত্ৰীৰ আস্থা ভাজন হোৱা ইত্যাদি ভালেমান কথা নিৰ্ভৰ কৰে শিক্ষকজনে বিষয়বোৰ কিমান ভাল পায় তাৰ ওপৰত বিভিন্ন স্থান আৰু স্তৰৰ অনুষ্ঠান সমূহত শিক্ষকতা কৰাৰ কালছোৱাত ছাত্ৰ ছাত্ৰীৰ লগত যথাসম্ভৱ এটা আধ্যাত্মিক সম্বন্ধ স্থাপন কৰিবলৈ তেখেতে সদায় চেষ্টা কৰি আহিছে তাৰ প্ৰমাণ তেখেতৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি ব্যৱহাৰ, সম্বন্ধ আৰু যোগাযোগে প্ৰমাণ দি আহিছে। ইয়াৰ পৰা জীৱনত পাইছে অপৰিসীম সুখ আৰু আনন্দ।

## জীৱনৰ মূল্যায়ণ

তেখেতৰ মতে—জীৱনৰ মূল্যায়ণ জটিল কথা আত্ম মূল্যায়ণ ততোধিক। সেয়ে কেইটামান দিশ ঠিককৰি নললে মূল্যায়ণ তেনেই বিষয় নিষ্ঠ হৈ ইয়াৰ নিৰ্ভৰ যোগ্যতা হেৰাই যোৱাৰ আশংকা। প্ৰথম কথা হল—জীৱনত বিভিন্ন দিশৰ আহৰণ কৰিবলগীয়া শিক্ষাৰ পাঠ্যক্ৰম কিমান আয়ত্ব কৰিলো? দ্বীতিয়তে আয়ত্ব কৰা শিক্ষা-দিক্ষাৰে সমাজক কি দিলো? তৃতীয়তে সমাজে মোক কি দিলে? গতানুগতিক শিক্ষাৰ তথা কথিত ডিগ্ৰী, ডিপ্লোমা, ওপৰ পৰ্য্যায়লৈকে কেইটামান লোৱা হ'ল যদিও সামগ্ৰীক শিক্ষাৰ যেনে সাংস্কৃতিক আধ্যাত্মিক নন্দন তাত্বিক, সামাজিক শিক্ষাৰ প্ৰাৰম্ভিক শিক্ষাখিনিকে লাভ কৰিব নোৱাৰিলোঁ। এই উপলব্ধি বৰ পলমকৈ আহিল। সমাজক কি দিলো? এই ক্ষেত্ৰত শিক্ষা অনুষ্ঠানৰ গণ্ডীৰ ভিতৰতে

পঢ়োৱা বিষয়বস্তুসমূহৰ কিছু শিক্ষা দিবলৈ আন্তৰিক চেষ্টা কৰিছিলো। কিন্তু মানবীয় মূল্যবোধৰ আপ্লুত কৰি শিক্ষাৰ্থীৰ সামাজিক, নৈতিক বা আধ্যাত্মিক ভেটি গঢ়াত কিবা সফল কাম হৈছো বুলি মনে নধৰে। সেই দিশৰ চিন্তা ধাৰাও পলমকৈ আহিছে। শিক্ষানুষ্ঠানৰ বাহিৰত সমাজখনৰ উন্নতি কল্পে শিক্ষক হিচাবে যি কিছু অৰিহণা দিয়া প্ৰয়োজন সেই দিশত নিশ্চয় কৃপনালী কৰা হ'ল। সমাজৰ পৰা কি পালো? এই ক্ষেত্ৰত দুই ধৰণৰ প্ৰাপ্তিৰ কথা আহি পৰে—আৰ্থিক আৰু সমাদৰ। ভাৰতীয় সমাজখনৰ আৰ্থিক অৱস্থাৰ পৰিপেক্ষিতত মই লাভ কৰা পৰিতোষিকখিনি কম বুলিবৰ থল পোৱা নাই। কেতিয়াবা মনলৈ আহে মোৰ সামান্য অৱদানৰ তুলনাত বহুত বেছি পাইছোঁ। মোৰ দৃঢ় বিশ্বাস সমগ্ৰ ছাত্ৰ ছাত্ৰীৰ ভাগ্য গঢ়িব পাৰিলেহে আমাৰ ভাগ্য গঢ়ি উঠিব। শিক্ষক হিচাবে সমাজৰ সমাদৰ, আস্থা, শুভেচ্ছাই কেতিয়াবা মোক অভিভূত কৰে—ভাব হয় ইয়াৰ বিনিময়ত মই দিছো কি?

শিক্ষকতা কালত প্ৰচলিত ব্যৱস্থা আৰু মনোভাবৰ—ওপৰত শ্ৰীগোস্বামীদেৱৰ মতামত এনে ধৰণৰ—ভাৰতৰ প্ৰাক্ স্বাধীনতা কালতে শিক্ষকতা বৃত্তি অৱলম্বন কৰি স্বাধীনোত্তৰ কালৰ এই চাৰিটা দশক সেই বৃত্তিতে আছো। বহু কালৰ পৰা সীমিত পৰিস্থিতিত শিক্ষা ব্যৱস্থাৰ শৃংখলা, অনুশাসন, নিয়মানুবৰ্তিতা কৰ্তব্য নিষ্ঠা শিক্ষক ছাত্ৰ উভয়ৰে বহু পৰিমাণে আশাপ্ৰদ পাইছিলোঁ। সীমিত অৱস্থাৰ পৰা সাৰ্বজনীন পৰ্য্যায়লৈ যিমানেই উত্তৰণ হৈছে; পূৰ্বৰ মূল্যবোধবোৰৰ ক্ৰমান্বয়ে স্খলন আহি পৰিছে। সাৰ্বজনীন শিক্ষাৰ অপৰিহাৰ্য্যতা মানি লবই লাগিব। ইয়াৰ নিমিত্তে নীতি, প্ৰস্তুতি, পৰিচালনা, নিৰ্দেশনা আৰু সাহাৰ্য্য সেই পৰিমাণে ব্যাপক আৰু বাস্তৱমুখী হব লাগিব।

বৰ্তমান শিক্ষা ব্যৱস্থা কেনে হব লাগে এই সন্দৰ্ভত তেখেতৰ মনোভাব তলত উল্লেখ কৰা হ'ল। গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰ দেশখনত শিক্ষাৰ যিখিনি পৰিৱৰ্তন ক্ৰমান্বয়ে অনা হৈছে সেই খিনি খুউব

মন্থৰ গতিৰে হৈছে। বিভিন্ন দিশত সময় নিৰ্দ্ধাৰিত কাৰ্য্যসূচীৰে দ্ৰুত পৰিৱৰ্তনৰ ব্যৱস্থা লাগে। প্ৰশাসক, পৰিদৰ্শক, শিক্ষক প্ৰত্যেকৰ নিমিত্তে বিস্তৃত কৰ্তব্য ৰাজি নিৰ্দ্ধাৰণ কৰি লিপিবদ্ধ কৰিব লাগে আৰু ইয়াৰ ভিত্তিত প্ৰতিজনৰে নিৰন্তৰ মূল্যায়ণ কৰি পুৰস্কাৰ বা দণ্ডৰ বিধান লাগে। মানৱ সম্পদ নিয়োজনৰ ভিত্তিত শিক্ষা পৰিকল্পনা তৈয়াৰ হব লাগে।

বৰ্তমান শিক্ষকলৈ পৰামৰ্শ আগবঢ়ায় তেখেতে কয় যে -

(১) দেব শিশুখিনিক সেই ভাৱেই গণ্য কৰি তেওঁলোকৰ সেৱাৰ যোগে সমাজ সেৱা তথা ভগবানক সেৱাৰ মনোভাব গ্ৰহণ কৰক।

(২) মানুহ সৃষ্টি কৰা মহান গৌৰৱেৰে শিক্ষকতা বৃত্তিৰ গৌৰৱ অনুভৱ কৰিবলৈ চেষ্টা কৰক।

(৩) মাহেকত অন্ততঃ এখন শিক্ষামূলক কিতাপ কিনি জ্ঞানৰ বন্তি উদ্ভাসিত কৰি ৰাখক।

আজি কালি ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি যি অনিহা পৰিলক্ষিত হৈছে - সেই সম্পৰ্কত তেখেতৰ মতামত এনে ধৰণৰ—মানুহৰ কোনো কথা বা কামৰ প্ৰতি আগ্ৰহ বা অনিহা নিৰ্ভৰ কৰে, সেই কথা কাৰ্য্য তেওঁৰ জীৱনৰ কিমান সহায়ক হব বা নহব তাৰ ওপৰত। একেবাৰেই তলৰ শ্ৰেণীবোৰৰ ক্ষেত্ৰত ছাত্ৰৰ হেঁপাহ বা বৃত্তিঞ্চা অৰণ্যে সুখ দুখ তত্ত্বই নিৰ্দ্ধাৰণ কৰে। গতিকে তেওঁলোকৰ অনিহা আঁতৰ কৰিবলৈ তলত উল্লেখ কৰা ধৰণেৰে চেষ্টা কৰিব পাৰি।

(ক) তলৰ শ্ৰেণী সমূহত শিশুৱে ভাল পোৱা কামৰ মাধ্যমত সাধু গীতপদ, নৃত্যখেলা—সাধু কোৱা ইত্যাদিৰে যিমান পৰা যায় বিভিন্ন বিষয়ৰ শিক্ষাদান কৰা।

(খ) ওপৰ শ্ৰেণীসমূহৰ সকলো বিষয়ত আলোচনা বিলোচনা যথা সম্ভৱ বাস্তৱ জীৱনৰ লগত সম্পৰ্ক ৰাখি কৰা, সক সক গোটৰ আলোচনা কৰিবলৈ দিয়া।

(গ) ভৱিষ্যত জীৱনৰ বৃত্তিৰ সম্পৰ্কত নিৰ্দ্দেশনা দি ছাত্ৰই নিজে নিজে স্থিৰ কৰিবলৈ উদগনি দিয়া।

(ঘ) কৰ্ম অভিজ্ঞতা, বৃত্তিমূলক শিক্ষা, সহ পাঠ্যক্ৰমৰ কাৰ্য্যাৱলী এইখিনিৰ গুৰুত্ব বৃদ্ধি কৰা।

(ঙ) শিক্ষক শিক্ষয়িত্ৰীসকল নিজে আগ্ৰহী হোৱা।

(চ) শিক্ষক শিক্ষয়িত্ৰীসকলে নিজকে কল্যাণকামী এখন ৰাষ্ট্ৰৰ এজন দায়িত্বপূৰ্ণ ব্যক্তি বুলি ভাব পোষণ কৰা।

# স্বৰ্গীয় সোমেশ্বৰ পূজাৰী

## ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত শিক্ষক



যোৰহাট নগৰৰ পশ্চিমত পুলিবৰ ব্ৰাহ্মণ গাৱঁত ১৮৪২ শকৰ ১ লা মাঘ, শুক্ল পক্ষ শুক্ৰবাৰে ইংৰাজী ১৯২০ চনত মোৰ জন্ম হয়।

ছাত্ৰ জীৱন—স্থানীয় ১৪৪ নং পৰ্বতীয়া প্ৰাইমেৰী স্কুলত ৭ বছৰ (সাত) বয়সত নাম ভৰ্তি কৰি ১২ বছৰ বয়সত অৰ্থাৎ ১৯৩১ চনত সেই স্কুলৰপৰা প্ৰাথমিক শিক্ষা শেষ কৰা হয়।

১৯৩৩ চনৰ জেঠ মাহত অৰ্থাৎ ইংৰাজী মে' মাহত মাতৃৰ অকাল বিযোগ হোৱাত আৰু লগতে নিজেও টান নৰিয়াত পৰাত সেই বছৰটো শিক্ষা লাভৰপৰা বঞ্চিত হব লগা হয়।

১৯৩৪ চনত যোৰহাট বেজবৰুৱা উচ্চ ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰি ১৯৩৮ চনত ৭ম (সপ্তম) মান শ্ৰেণীলৈ উৰ্ত্তীন হওঁ। আৰ্থিক অনাটনৰ হেতু ১৯৩৯ চনত ৩ নং নৰ্মাল প্ৰেক্টিচিং স্কুলত (এম. ভি. স্কুলত) ষষ্ঠ মান শ্ৰেণীত নাম ভৰ্তি কৰি সেই একে বছৰতেই সুখ্যাতিৰে ২ য় বিভাগত মজলীয়া স্কুলৰ শেষ পৰীক্ষাত উৰ্ত্তীন হওঁ। ১৯৪০ চনৰ ঘোষিত ফলাফলত।

১৯৪০ চনত পুনৰ পূৰ্বে অধ্যয়ন কৰা হাইস্কুলত একে শ্ৰেণীতে অৰ্থাৎ ৭ম মান শ্ৰেণীত নাম ভৰ্তি কৰি লোৱা হয়। ১৯৪১ চনত ৮ম মান (অষ্টম) শ্ৰেণীলৈ উত্তীৰ্ন হৈ ৯ মাহ ন) কাল পঢ়াৰ পাচত ঘৰুৱা অসুবিধাৰ কাৰণে ইচ্ছা থাকিও সিমানতে উচ্চ শিক্ষাৰ সামৰ্বাণ মৰা হয়। ইয়াৰ মাজতেই ৰাষ্ট্ৰ ভাষা প্ৰচাৰ সমিতিৰ দ্বাৰা অনুষ্ঠিত প্ৰাৰম্ভিক পৰীক্ষাত উত্তীৰ্ন হোৱা হয়।

চাকৰি জীৱন আৰু ভাৰ যোগেদি পোৱা শিক্ষা সুবিধা আদি - ১৯৪৩ চনত অৰ্থাৎ ২য় মহাসমৰত ৰ-বৈয়া বিমান কোঠ নিৰ্মাণ কাৰ্যাত কিছু সংখ্যক বনুৱা সংগ্ৰহ কৰি সামৰিক বিমান কোঠ নিৰ্মাণ কাৰ্যাত নিয়োজিত হওঁ। সেই চনৰ আগষ্ট মাহত ট্ৰেইন দুৰ্ঘটনা সংঘটিত হৈ ভাসমান যাত্ৰী বাহী ডবাত জুই লাগি বহুতো আমেৰিকান সৈন্যৰ মৃত্যু হোৱাৰ পাছতেই সেই কাম ইস্তফা দিয়া হয়। যুদ্ধৰ কাম ইস্তফা দিয়াৰ পাছত ১৯৪৪ চনৰ ১৬ চেপ্তেম্বৰত (১৬।৯।৪৪) ১৫.০০ টকা (পোন্ধৰ টকা) বেতন নিৰিখত তৰাজান মিউনিচিপেল প্ৰাইমেৰী স্কুলত চতুৰ্থ সহকাৰী শিক্ষকতা পদত নিয়োগ হওঁ। ১০।১০ ৪৪ তাৰিখে স্থায়ী নিযুক্তি পাওঁ।

শিক্ষকতা কামত নিয়োগ হোৱাৰ ৯ দিনৰ দিনা অৰ্থাৎ ১৯৪৪ চনৰ ২৫ চেপ্তেম্বৰ তাৰিখে শকত নৰিয়াত পৰি পিতৃদেৱৰ বিয়োগ হয়।

১৯৫০ চনত ( যিটো চনত বৰ ভূমিকম্প হৈছিল ) ৬ বছৰ কাল শিক্ষকতা কৰাৰ পাছত যোৰহাট নৰ্মাল স্কুলত গুৰু ট্ৰেইনিং শিক্ষা লাভ কৰি Primary teacher training অৰ শেষ পৰীক্ষাত অসমৰ ভিতৰত ৫ ম (পঞ্চম) স্থান লাভ কৰি Distingtion লৈ সুখ্যাতিৰে উত্তীৰ্ন হওঁ। সেই সময়ত বেতন আছিল এলাউঞ্চ সহ ৮২.০০ টকা ( বিৰাশী টকা )।

১৯৫৬ চনত প্ৰধান শিক্ষকৰ পদলৈ পদোন্নতি হৈ বজা মৈদামত অৱস্থিত কল্যাণ সংঘ প্ৰাইমেৰী স্কুললৈ স্থানান্তৰ হওঁ। উক্ত

বিদ্যালয়ত প্ৰায় ৮ বছৰ সুখ্যাতিৰে প্ৰধান শিক্ষকতা কৰাৰ পাছত ১৯৫৮ চনত পুনৰ একে পদতে পূৰ্বে কাম কৰি থকা তৰাজান নিম্ন বুনিয়াদী বিদ্যালয়লৈ বদলি হওঁ। সেই সময়ত বেতন আছিল এলাউঞ্চ সহ ৯০'০০ টকা ( নব্বৈ টকা )।

১৯৫৬ চনৰপৰা ১৯৮১ চনলৈকে মোৰ প্ৰধান শিক্ষকতা কালত ৫৭ জন বৃত্তি পৰীক্ষাৰ্থীয়ে বৃত্তি লাভ কৰিছে। বিদ্যালয়ৰ বাৰ্ষিক পৰীক্ষাৰ গড় উত্তীৰ্ন হাৰ প্ৰতিবছৰতেই ৯০% কম হোৱা নাই।

আমাৰ পিতৃ ৺ কাশীনাথ পূজাৰী আৰু মাতৃ ৺ সিদ্ধেশ্বৰী দেৱী। মোৰ বৈবাহিক জীৱন আৰম্ভ হয় ১৯৪৩ চনৰ জুন মাহত। পত্নীৰ নাম শ্ৰীমতী লীলাৱতী পূজাৰী আৰু পৰিয়ালটি হ'ল।

সোমেশ্বৰ পূজাৰী
শ্ৰীলীলাৱতী দেৱী (পত্নী



| ↓ | ↓ | ↓ | ↓ | ↓ | ↓ |
|---|---|---|---|---|---|
| ৺স্বৰ্ণ দেৱী (জীঃ) | জীতেন পূঃ (পুত্ৰ) | বীৰেন পূঃ (পুত্ৰ) | অৰুণা পূঃ (জীঃ) | কণীমা পূঃ (জীঃ) | মিনা পূঃ (জীঃ) |

প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক ৰূপে সমাজৰ শ, শ ল'ৰা-ছোৱালীৰ জীৱন গঢ় দিয়াৰ লগে লগে নিজৰ ল'ৰা ছোৱালী কেইটাক সু-শিক্ষিত কৰি তুলিবলৈ অশেষ চেষ্টা কৰিছিলো। আন নহ'লেও মোৰ দুটি পুত্ৰ সন্তানক শিক্ষক ৰূপে গঢ় দিবলৈ সমৰ্থ হৈছিলো।

পাঠ্যপুথি প্ৰণয়ন—নৱৰূপ আদৰ্শ লিপি ১, ২, ৩, ৪ আৰু ৫ নং খণ্ড। ২য় মান শ্ৰেণীৰ প্ৰাথমিক ভূগোল পৰিচয় আৰু প্ৰাথমিক বিজ্ঞান পৰিচয় বৰ্তমান বিদ্যালয়ত চলি আছে। তাৰ উপৰিও শিশু আলোচনী "জিলমিলত" প্ৰৱন্ধ প্ৰকাশ হৈছিল।

১৮.৫৬ তাৰিখৰপৰা ১৯৭৫ চনলৈকে কেন্দ্ৰ আৰু শাখা সভাৰ সম্পাদক, ১৯৫৯ চনৰপৰা ১৯৬১ চনলৈকে যোৰহাট মহকুমা পৰীক্ষা

বৰ্ডৰ সহকাৰী সম্পাদক, ২৬।৯।৬১ তাৰিখে অনুষ্ঠিত সদৌ অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সন্মিলনৰ কাৰ্য্য- নিৰ্বাহক সভাৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক। ২৫।৯।৬১ তাৰিখৰপৰা ২৮।৯।৬১ তাৰিখলৈকে গুৱাহাটীৰ হেদায়েৎ পুৰত বহা সদৌ অসম ৰাজ্যিক নগৰ প্ৰাথমিক শিক্ষক সন্মিলনীৰ প্ৰতিনিধি ২৭।১০।৬১ তাৰিখৰপৰা ৩০।১০।৬১ তাৰিখলৈ গুৱাহাটীত অনুষ্ঠিত সৰ্বভাৰতীয় শিক্ষক সন্মিলনৰ দৰ্শক প্ৰতিনিধি হিচাবে থকা হয়।

১৯৭১ চনৰ ২৯ আৰু ৩০ জুনত অনুষ্ঠিত হোৱা অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সন্মিলনৰ অষ্টাদশ অধিবেশনৰ সোঁৱৰণী পুথি সমিতিৰ সম্পাদকৰ দায়িত্ব ভাৰ লোৱা হয়।

১।১।৭২ তাৰিখত চিলেকচ্যান গ্ৰেড (selection grade) পোৱা হয়।

১৩।৩।৬১ তাৰিখে গুৱাহাটীত অনুষ্ঠিত সদৌ অসম ৰচনা প্ৰতি যোগীতাত তৃতীয় স্থান লাভ কৰি ৰাজ্যিক শিক্ষা সন্থাৰপৰা মান পত্ৰ লাভ কৰা হয়।

ৰাজ্যিক পুৰস্কাৰ লাভ—১৯৭৪-৭৫ চনৰ অসমৰ কৃতী শিক্ষক হিচাবে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহ ৫।৯।৭৬ তাৰিখে শিক্ষক দিৱসত গুৱাহাটী জিলা পুথি ভৰালত অনুষ্ঠিত ৰাজহুৱা সভাত ৭৫০.০০ টকা নগদ পুৰস্কাৰৰ লগতে এখনি মান পত্ৰ প্ৰদান কৰে।

ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ ৫।৯।৭৬ তাৰিখে ঘোষিত ১৯৭৬ চনৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰে সেই সময়ৰ ভাৰতৰ কাৰ্যবাহী ৰাষ্ট্ৰপতি মহামান্য বি. ডি. জাট্টিয়ে। ২৭।৪।৭৭ তাৰিখে নতুন দিল্লী অভিমুখে পৰিবাৰ সহ যাত্ৰা কৰা হয়। ৩০।৪।৭৭ তাৰিখে নতুন দিল্লীত থাকি ১।৫।৭৭ তাৰিখৰপৰা ৫।৫।৭৭ তাৰিখলৈকে ৰাজঘাট গান্ধী একজি বিউশ্যন গ্ৰাউণ্ডৰ কেম্পত থকা হয়। ৪।৫।৭৭ তাৰিখে বিজ্ঞান ভৱনত অনুষ্ঠিত অনুষ্ঠানত ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰে।

উক্ত পুৰস্কাৰ স্বৰূপে ইংৰাজী আৰু হিন্দী ভাষাত লিখা ২ খন মান পত্ৰৰ উপৰিও নগদ পুৰস্কাৰ ০০০.০০ টকা (এহেজাৰ) আৰু এটি ৰূপৰ পদক প্ৰদান কৰে। তদুপৰি ভ্ৰমণ সংক্ৰান্তত ১৮০০.০০ টকা দিয়াৰ উপৰিও দিল্লীৰ ঐতিহাসিক মঠ মন্দিৰ সমূহ ভাৰত চৰকাৰৰ উদ্যোগত দেখুৱা হয়।

ৰাষ্ট্ৰীয় পুৰস্কাৰ গ্ৰহণ কৰাৰ পাছত ৯।৫।৭৭ তাৰিখলৈকে নতুন দিল্লীৰ ভিনাচ হোটেলত থাকি চৰকাৰী টুৰিষ্ট বাচেৰে উত্তৰ প্ৰদেশলৈ যোৱা হয়। উক্ত ভ্ৰমণত আগ্ৰাৰ তাজমহল, ছাহজাহান বাদ, আকবৰ চাম্ব মথুৰা, বৃন্দাবনৰ উপৰিও মোগল যুগৰ ঐতিহাসিক মন্দিৰ আদি পৰিদৰ্শন কৰা হয়।

১৯৬৭ চনত প্ৰতিষ্ঠিত যোৰহাট নগৰ প্ৰাথমিক শিক্ষকসন্থাৰ ১৯৭৭ চনলৈকে সাধাৰণ সম্পাদক আৰু তাৰ পাছত ১৯৮৪ চনলৈকে সভাপতি হিচাপে কাৰ্য্য নিৰ্বাহ কৰা হয়। ৩১।৮৩ তাৰিখত অৱসৰ গ্ৰহণ কৰা হয় যদিও সন্থাৰ অনুৰোধ ক্ৰমে এবছৰ কাল পৰীক্ষা-বোৰ্ড আৰু সন্থাৰ সভাপতি হিচাপে অতিৰিক্ত কাৰ্য্য নিৰ্বাহ কৰা হয়।

জ্যেষ্ঠা কন্যাৰ মৃত্যু—১৯৭৮ চনৰ ১ জুন শুক্ৰবাৰে পুৱা ৬ বজাত জ্যেষ্ঠা কন্যা শ্ৰীমতী সুবৰ্ণৰ কৰুণ মৃত্যু হয়। এই দিন আমাৰ জীৱনৰ কাৰণে অতি বেদনাদায়ক আৰু দুখজনক। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল ৩ বছৰ। কন্যাৰ শোকে আমাৰ পৰিয়ালক ম্ৰিয়মান কৰি তুলিছিল যদিও নিজৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰি গৈছিলো।

শিক্ষামূলক আলোচনা চক্ৰ—কামৰূপ জিলাৰ গুৱাহাটী, নগাওঁ জিলাৰ ৰহা, শিৱসাগৰ জিলাৰ জয়সাগৰ আৰু দেৰগাওঁ প্ৰশিক্ষণ কেন্দ্ৰত অনুষ্ঠিত সকলো বিলাক শিক্ষা আলোচনা চক্ৰত যোগদান কৰা হয়। তদুপৰি ৰাজ্যিক শিক্ষা সন্থাৰ দ্বাৰা অনুষ্ঠিত পাঠ্য পুথি

প্ৰস্তুত সমিতি আৰু কেৰিকুলাম প্ৰস্তুত সমিতিসমূহত যোগদান কৰা হয়।

১৯৮৩ চনৰ ৩১।১।৮৩ তাৰিখে চাকৰি কাল হিচাবে ৫৮ বছৰ পূৰ হোৱাৰ হেতু চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰা হয়। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছতো ব্যক্তিগত ভাবে ছাত্ৰ-ছাত্ৰীক শিক্ষাদান দিয়াত নিজকে ব্যস্ত ৰাখিছিলো।

অৱসৰ কালিন দিন অতিবাহিত কৰোতে হঠাতে ৰোগাগ্ৰস্ত হৈ শৰ্য্যা গ্ৰহণ কৰিব লগা হয় আৰু তেতিয়াৰপৰা সাংসাৰিক দায়িত্ব পুত্ৰ পৰিবাৰক গতাই দিন অতিবাহিত কৰো।

টোকা :—১৯৮৩ চনৰ ৫ আগষ্ট তাৰিখে এই কৃতি শিক্ষক গৰাকীৰ জীৱন অস্ত পৰে।

## এঙ্গি নবদ্বীপ সিংহ

প্রধান শিক্ষক : বাশকান্দি এম. ই. স্কুল



১। (ক) নাম··· ··· শ্রীএঙ্গি, নবদ্বীপ সিংহ।

(খ) পিতাৰ নাম··· এঙ্গি ৺কান্ত সিংহ।

(গ) মাতাৰ নাম ·· এঙ্গি ৺ৰূপবতী দেবী।

(ঘ) জন্ম· · ১৯০২ ইং চনৰ ১ লা অক্টোবৰ।

(ঙ) ঠিকনা · ··· ৰাণীপুৰ পোঃ মণিপুৰ পাৰ্ট নং ১।

ভায়া : বাঁশকান্দি ৭৮৮১০১।

কাছাড় : অসম।

(চ) পৰিয়াল··· স্ত্ৰী—শ্ৰীমতী এঙ্গি, সনাহনবী দেবী।

ছোৱালী—৪ জনী।

লৰা—২ জন।

(ছ) শিক্ষাগত যোগ্যতা···

(১) বি. এ. পাছ গুৱাহাটী বিশ্ব-বিদ্যালয়।

(২' চৰ্চিয়েল ট্ৰেনিং প্ৰশিক্ষণ প্ৰাপ্ত।

(৩) সমবায়ৰ প্ৰশিক্ষণ প্ৰাপ্ত।

(৪) এন. চি. চি প্ৰশিক্ষণ প্ৰাপ্ত।

(জ) জাতি : ভাৰতীয় মণিপুৰী আৰ্য জাতি।

২। শিক্ষকতাৰ পটভূমি : বাঁশকান্দি মাজলীয়া ইংৰাজী বিদ্যালয়ত যোৱা তাং ১৩-৪-৫৬ ইং চনত চেকেণ্ড মাষ্টাৰ হিচাপে যোগদান কৰি প্ৰথম শিক্ষকতা কামত নিযুক্ত হওঁ। তেতিয়াৰ পৰা অতি দক্ষতাৰে কাম কৰি আহিছো। যোৱা ১৯৮০ ইং চনৰ ১ লা ডিচেম্বৰ তাৰিখত উক্ত বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে পদোন্নতি হয় প্ৰাক্তন প্ৰধান শিক্ষক মহোদয়ৰ মৃত্যুৰ পাছত আৰু অদ্যাৱধি প্ৰধান শিক্ষকৰূপে অতি নিষ্ঠাৰে কৰ্তব্য সম্পাদন কৰি আহিছো।

৩। জীৱনীৰ মূল্যায়ণ : (ক) উক্ত বিদ্যালয়ত যোগদানৰ পৰা বিদ্যালয়ৰ আভ্যন্তৰীণ কাম কাজত সংহত্ৰীয় অংশ গ্ৰহণ কৰি চলি আহিছো সাংস্কৃতিক দিশত আৰু খেলা ধূলাৰ দায়িত্বৰ ইনচাৰ্জ হিচাপে আৰু স্কুল সমবায় সমিতিৰ সম্পাদকৰূপে বিদ্যালয়ৰ সাৰ্বিক উন্নতিকল্পে ১৯৮০ চনলৈকে কাম কৰি আহিছো।

(খ) সামাজিক অনুষ্ঠান আৰু প্ৰতিষ্ঠানত সক্ৰিয় অংশ গ্ৰহণৰ তথ্য —

খঃ ১, প্ৰাক্তন সদস্য মণিপুৰী সাহিত্য পৰিষদ ইম্ফল কাছাড় শাখা (১৯৬১-৬৮)।

খঃ ২, প্ৰাক্তন সহকাৰী সম্পাদক- অসম মণিপুৰী সাহিত্য পৰিষদ ঝাফিৰবন্দ (১৯৭০-৭৪)।

খঃ ৩, প্ৰাক্তন সাধাৰণ সম্পাদক—মণিপুৰী সাহিত্য পৰিষদ আৰু বৰ্তমান সদস্য আসাম, চিলচৰ। (৮২ ৮৩)

খঃ ৪, প্ৰাক্তন সম্পাদক আসাম মণিপুৰী কলা একাদেমী চিলচৰ (১৯৭৩-৭৫) আৰু ৰাজৰ্ষি ভাগ্যচন্দ্ৰ কলা তীৰ্থ চিলচৰ (১৯৭৩-৭৫)।

খঃ ৫, প্ৰাক্তণ অধ্যক্ষ আসাম মণিপুৰী কলা একাদেমী চিলচৰ (১৯৮২-৮৭ আৰু ৰাজৰ্ষি ভাগ্যচন্দ্ৰ কলা তীৰ্থ চিলচৰ (১৯৮২ ৮৭) সঙ্গীত মহাবিদ্যালয়, বৰ্তমান সদস্য।

খঃ ৬, সভাপতি—মণিপুৰী চেংগুৱাৰী স্কুল টিচৰস এচোচিয়েচন চিলচৰ ( ১৯৮০ ইং চনৰ পৰা আজিলৈকে )।

খঃ ৭, উপ সভাপতি—চিলচৰ জিলা মাজলীয়া শিক্ষক সংস্থা (১৯৮৭ ইং চনৰ পৰা আজিলৈকে )

খঃ ৮, সহকাৰী সম্পাদক—চিলচৰ জিলা কৰ্মচাৰী পৰিষদ (১৯৮৬ ইং চনৰ পৰা আজিলৈকে )।

গঃ প্ৰকাশিত গ্ৰন্থ

গঃ ১. কবিতাকুঞ্জ মণিপুৰী কবিতাৰ কিতাপ প্ৰকাশিত হয় ১৯৬৯ ইং চনত।

গঃ ২. ৱাৰং হিৰেণ—ক্লাচ IX আৰু X ৰ মণিপুৰী ফাৰ্ষ্ট ৰীডাৰ পদ্য সংকলন প্ৰকাশিত হয় ১৯৭৪ ইং চনত অসম ৰাজ্যিক পাঠ্যপুথি নিগমৰ যোগেগি এখিৱায়ালৈকে চলি আছে।

গঃ ৩. কাব্য কুঞ্জদা—মণিপুৰী কবিতাৰ পুঁথি তোৰোগী মীনোক প্ৰকাশিত হয় ১৯৮৮ ইং চনত।

গঃ ৪. পি-থাদোই—উপ-সম্পাদক, আসাম মণিপুৰী সাহিত্য পৰিষদৰ মুখ পত্ৰ, প্ৰকাশিত হয় ১৯৭৪ ইং চনত।

গঃ ৫. সাহিত্য বীণা—সম্পাদক, ১৯৮১ ইং চনত প্ৰথম প্ৰকাশিত হোৱা তিনিমাহিক মণিপুৰী জৰ্ণেল, আজিলৈকে প্ৰকাশিত হৈ চলি আছিছে।

ঘ. অপ্ৰকাশিত গ্ৰন্থ

ভিন ভিন্ বিষয়ত লিখা ১১ খন গ্ৰন্থৰ পাণ্ডুলিপি হাতত বৰ্তমান আছে।

৪: শিক্ষকত্তা কালৰ প্ৰচলিত ব্যৱস্থা আৰু মনোভাব—বৰ্তমান শিক্ষা ব্যৱস্থা ত্ৰুটিপূৰ্ণ দেশৰ বিৰাট সংখ্যক নিবনুৱাৰ সৃষ্টি আমাৰ শিক্ষা ব্যৱস্থাই দায়ী থাকিব। দেশোপযোগী শিক্ষা প্ৰণালী আৰু পদ্ধতি প্ৰবৰ্তন কৰিব লাগিব শিক্ষা ক্ষেত্ৰত যি নৈৰাজ্যতা সৃষ্টি হৈছে তাক দূৰীকৰণ একান্ত বাঞ্ছণীয় হৈ পৰিছে।

৫. শিক্ষা ব্যৱস্থা কেনে হোৱাতো মই বিচাৰো—শিক্ষা ক্ষেত্ৰত গোটেই আমাৰ দেশত এক প্ৰণালী আৰু পদ্ধতিৰে প্ৰৱৰ্তন হোৱাতো অতিকৈ দৰকাৰী। শিক্ষাটো শিশু কেন্দ্ৰীক হব লাগিব, সময়োপযোগী জাতীয় শিক্ষানীতি পূৰ্ণ বিন্যাস কৰি বাধ্যতামূলক শিক্ষা ব্যাপক হাৰত প্ৰবৰ্তন আৰু প্ৰচলন কৰিব লাগিব, ইয়াৰ বাবে আমাৰ শিক্ষক সমাজৰ গুৰু দায়িত্ব আছে লগতে সমাজৰ শিক্ষানুৰাগী আৰু শিক্ষাবিদ আৰু চৰকাৰৰ তৰফৰ পৰা মনোবিজ্ঞানিক আৰু আৰ্থ-সামাজিক দিশ তথা বিদ্যাৰ্থীৰ সুপ্ত প্ৰতিভা বিকাশ সাধন কৰি দেশৰ ভবিষ্যত নাগৰিক আৰু জাতিৰ মেৰুদণ্ডৰূপে গঢ় দিবলৈ ব্যৱস্থা কৰিব লাগিব যি ক্ষেত্ৰত শিক্ষাৰ ব্যাপক অৰ্থ Education starts not only from the cradle to grave but also starts from the womb to tomb টো বাস্তবায়িত কৰিব লগীয়া হৈছে

৬: বৰ্তমান শিক্ষকলৈ আপোনাৰ পৰামৰ্শ কি ?—যিহেতু শিক্ষা জগতত বিদ্যাৰ্থীৰ সাৰ্বিক উন্নয়নৰ বিকাশ সাধনটো গোটেই দিশত হোৱাটো কৰি দিব লাগিব ইয়াৰ বাবে শিক্ষকৰ দায়িত্ব আৰু কৰ্তব্য অপৰিসীম আৰু অপৰিহাৰ্য্য কিন্তু আমাৰ দেশত শিক্ষক সকলৰ ভিতৰত নিষ্ক্ৰিয়তা আৰু নৈৰাসত্তা উদাসীনতা পৰিলক্ষিত হৈছে সেইটো দূৰ কৰিব লাগিব। শিক্ষকসকলে অতি নিষ্ঠা পৱিত্ৰ মনেৰে নিজক Resourceful parsonality সম্পন্ন শিক্ষকৰূপে গঢ়ি তুলি নিজ কৰ্তব্য পালন কৰি শিক্ষাদান কামটো পৰিচালনা কৰিবলৈ আগবাঢ়িব লাগিব, লগতে বিদ্যাৰ্থীৰ অন্তৰ নিহিত জ্ঞান বুদ্ধি শক্তি সামৰ্থ প্ৰেৰণা ইচ্ছা আকাঙ্ক্ষা উদ্দীপনাদি ওলাই অহাৰ ব্যৱস্থা কৰি এক সুস্থ

পৰিৱেশ বিদ্যালয়ৰ ভিতৰত সৃষ্টি কৰিব লাগিব তেনেহলে শিক্ষাদান কাৰ্য্য সাৰ্থক হব।

৭: ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি অনিহা হোৱাত মোৰ মতামত— ছাত্ৰ-ছাত্ৰীসকলে শিক্ষাৰ প্ৰতি অনিহা হোৱাৰ কাৰণ বৰ্ত্তমান দেশৰ শিক্ষা ব্যৱস্থাই দায়ী থাকিব। স্কুলৰ দৈনন্দিন কাম কাজৰ দিন লিপি বা দিনপঞ্জী স্কুলত দৈনিক উপস্থিতি শ্ৰেণী কমত পাঠদানত সক্ৰিয় অংশ গ্ৰহণৰ মূল্যায়ন আৰু co-curricular activities ৰ দৈনন্দিন মূল্যাঙ্গণ লিপিবদ্ধ কৰি পুঞ্জীয়ন কৰি শিক্ষাদান কাৰ্য্য সজীৱ কৰি পৰম সহৃদয়তাৰ মাধ্যমেৰে শিক্ষাদান কাৰ্য্য সম্পাদন কৰি ছাত্ৰ-ছাত্ৰীহঁতক নৈতিক চৰিত্ৰ তথা বুদ্ধি মত্তাৰ বিকাশ সাধনৰ ক্ষেত্ৰত সিহঁতক উদ্বুদ্ধ কৰি আত্ম প্ৰতিষ্ঠাৰ প্ৰত্যয় সাধনত বছেৰেকীয়া কাৰ্য্যকলাপৰ মান (Evaluation) পৰ্য্যবেক্ষণ আৰু নিৰীক্ষা কৰি যোগ্যতাৰ চাই কৰি প্ৰগতিৰ তথ্য উলিয়াই প্ৰমাণ পত্ৰ দিব পাৰি তেনেহলে ছাত্ৰ ছাত্ৰীহঁতক পৰীক্ষা ক্ষেত্ৰত যি দুৰ্নীতি গ্ৰস্ত হৈ পৰিছে তাক নিমূল কৰিবলৈ সমৰ্থ হব। শিক্ষাৰ মুখ্য উদ্দেশ্য হল, মানুহক প্ৰকৃতি মানুহ হবলৈ উদ্বুদ্ধ কৰি জীৱনত মুক্তি পাবলৈ আগ্ৰহান্বিত কৰি গঢ়ি তুলিব লাগিব তেনেহলে শিক্ষাৰ মৌলিক উদ্দেশ্য সিদ্ধি হব।

মোৰ জীৱনৰ অভিজ্ঞতা, তথ্য তথা পৰামৰ্শই যদি দেশৰ নবীন শিক্ষক সকলক উৎসাহ দিব পাৰে তেন্তে ইয়েই মোৰ বাবে হব শ্ৰেষ্ঠ সফলতা। বৰঠাকুৰৰ প্ৰচেষ্টাত অভিনন্দন জনালো।

শ্রীগুণেশ্বৰ দত্ত এম, এ, স্নাতকোত্ত শিক্ষক
বাঙ্গালী উচ্চতৰ মাধ্যমিক বিদ্যালয় গুৱাহাটী



১। সংক্ষিপ্ত জীৱনী

মোৰ ল'ৰালিত এজন বৈষ্ণৱীয়ে মাজে সময়ে আমাৰ চোতালত ৰহি মন্দিৰা বজাই অশুদ্ধ অথচ গভীৰ ভাব-সহযোগে এটি গীত গাই মোৰ ককাদেউতাকৰ মন হৰণ কৰিছিল। গীতৰ কথা আছিল :

পঞ্চপুত্ৰ সঙ্গে নাচে ৰায় ভৱানন্দ.
তিনপুত্ৰ সঙ্গে নাচে সেন শিৱানন্দ,
( জয় ) জয় শ্ৰীচৈতন্য মহাপ্ৰভু নিত্যানন্দ।

গীতৰ তালে তালে ককাদেউতা মূৰ জোকাৰি যেন তন্ময় হৈ গৈছিল। পিছে গভীৰ ভক্তিসহ হাত জোৰ কৰি কাক যেন তিনিবাৰ মান নমস্কাৰ কৰা দেখা পাওঁ। বৈষ্ণৱী গুচি যোৱাৰ পিছত এদিন মই তেওঁক সুধিছিলো যে তেখেতে কোন-কোন দেৱতাক তেতিয়া প্ৰণাম কৰিছিলে। মোৰ বিষ্ণুভক্ত ককাদেউতা গগনচন্দ্ৰ দত্ত (এতিয়া স্বৰ্গগত) কৈছিলে "দেৱতাক নহয় মহাপ্ৰভু শ্ৰীচৈতন্য আৰু নিত্যানন্দৰ লগতে আমাৰ পূৰ্ব্বপুৰুষ ভৱানন্দ ৰায় ( দত্ত ) ক প্ৰণাম কৰিছিলো।

শ্ৰীচৈতন্য অনুগামী সেই ভৱানন্দ দত্তৰ আনুমাণিক চতুৰ্দ্দশ উত্তৰ-পুৰুষ মোৰ ঘৰত মতা নাম শ্যামল।

১৯৪৮ চনৰ ১৬ জুনত নগাওঁ জিলাৰ লঙ্কা থানাৰ অন্তৰ্গত বংমহলা গাওঁত এক স্বল্পবিত্ত কায়স্থ পৰিয়ালত মোৰ জন্ম। পিতৃদেৱ স্বৰ্গীয় গিৰীন্দ্ৰ কুমাৰ দত্ত আছিল হোমিও প্যাথিক চিকিৎসক। মাতৃ প্ৰভাসিনী দেৱী। মই মা দেউতাৰ দ্বিতীয় সন্তান।

বংমলাৰ অংশ দূৰত ভালুকমাৰী তিনি আলিৰ ওচৰত অধুনা-লুপ্ত এখন প্ৰাথমিক বিদ্যালয়ত মোৰ শিক্ষা জীৱনৰ আৰম্ভ হৈছিল। যিমানখিনি মনত পৰে, সেই বিদ্যালয়ৰ শিক্ষক গৰাকী আছিলে নেপালী সম্প্ৰদায়ৰ। তিনি দিন মাত্ৰ সেই বিদ্যালয়লৈ গৈছিলো। ছাত্ৰ-ছাত্ৰীৰ ওপৰত নিৰ্মম বেত্ৰাঘাতৰ দৃশ্য চাই তৃতীয় দিনতেই পলাই আহি সেই বিদ্যালয়মুখী আৰু বেতিয়াও হোৱা নাই। পিছে বংমহল এল পি. স্কুলত মোৰ আনুষ্ঠানিক শিক্ষা আৰম্ভ হয়। প্ৰবেশিকা পাচ কৰালৈকে মই কেবাখনো বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰিছিলো। এইবোৰ হ'ল- শ্ৰীযুত গিৰিন্দ্ৰ কুমাৰ চক্ৰবৰ্ত্তী প্ৰতিষ্ঠিত লঙ্কেশ্বৰী বিদ্যালয়, লঙ্কাৰ বাস্তু হাৰা বিদ্যালয়, নেতাজী বিদ্যানিকেতন, পাবলিক হাইস্কুল আৰু মৰিয়ণীৰ বেলৱে হাইস্কুল। প্ৰায় প্ৰতিটো শ্ৰেণীৰ পৰীক্ষাত মই প্ৰথম স্থান অধিকাৰ কৰি পাচ কৰিছিলো; কিন্তু এটি নাইবা দুটা বছৰৰ অন্তত স্কুলখনত মামৰ লাগি যায় যেন লাগিছিল। পুণি চোলা এবাৰ দৰে এটিৰ পিছত আৰু এটি বিদ্যালয় মই এৰি আহিছিলো। কলেজৰ দুটা শ্ৰেণীও মই দুখন কলেজতে পঢ়িছিলো। চিলঙৰ st. Edmund's college-ত প্ৰাক্-বিশ্ববিদ্যালয় আৰু গুৱাহাটী পাণ্ডু কলেজত তিনি বছৰীয়া স্নাতক শ্ৰেণীৰ পাঠ লৈছিলো। প্ৰাক্-বিশ্ববিদ্যালয়ত মই বিজ্ঞান শাখাত পাচ কৰি স্নাতকৰ কলা বিভাগত ভৰ্ত্তি হলো সাম্মানিক বাংলা আৰু গণিত বিষয়লৈ। বিশেষ উল্লেখ কৰিবলগীয়া যে সাম্মানিক স্নাতক পৰীক্ষাত মই ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত দ্বিতীয় স্থান অধিকাৰ কৰিছিলো। মোৰ জ্ঞান

বিশ্বাস মতে ভাষা আৰু সাহিত্যত সম্মানিক (honours)-ৰ সৈতে ঐচ্ছিক বিষয় হিচাপে গণিত লই স্নাতকৰ পৰীক্ষাত উত্তীৰ্ন হোৱা বোধকৰো মইয়েই প্ৰথম। মোৰ দুৰ্ভাগ্য যে স্নাতকোত্তৰ পৰীক্ষাত মই প্ৰথমৰ পৰা তৃতীয় কোনো স্থান অধিকাৰ কৰিব পৰা নাই।

ল'ৰালিতে মই বৰ চঞ্চল আৰু জেদী আছিলো। গুৰুজনৰ অন্যায শাসনৰ বিৰুদ্ধে কেতিয়াবা প্ৰতিবাদো কৰিছিলো। সেই জেদী স্বভাবটো এতিয়াও আছে। ডাং-গুলি, কাবাডি, ফটবল, মাজে সময়ে মাৰ্বেল আদি খেল, সাঁতোৰ, ব্যায়াম আৰু গছৰ ওপৰত উঠা আছিল মোৰ প্ৰিয়।

নিজা কথা কবলৈ যাওঁতে কিছুমান কথা আহি পৰে, ইয়াৰে ঘটনাৱোৰ মহা উপন্যাসৰ আকাৰ হব যেন পাওঁ। সময় আৰু সুযোগ পালে যিখিনি কথা লিখিম বুলি আশা আছে। সংক্ষিপ্তভাবে কেইটা-মান কথা কই থওঁ,—মই মোৰ মাক-দেউতাকৰ মধ্যম সন্তান। পাৰিবাৰিক ক্ষেত্ৰত মধ্যমৰ জ্বালা বৰ বেছি। ছাগলীৰ তিনি নম্বৰ পোৱালিটোৰ দৰে সংসাৰত সঁচাকৈয়ে মই মধ্যম আছিলো। কেবা-বাৰো মই খঙত ঘৰৰ পৰা নিৰুদ্দেশ হৈছিলো। মাক-দেউতা জীৱিত থকা সত্ত্বেও মই পলাই পলাই বেলেগৰ ঘৰত কাম-কাজ কৰি, কেতিয়াবা দহটা-বাৰোটা কেঁচুৱাক ঘৰতে পঢ়াই মই মোৰ আনুষ্ঠানিক শিক্ষা চলাই গৈছিলো। পিছে কোনোবাই গ'ম পাই কাৰণতেও মই মাজে-সময়ে স্থান-পৰিবৰ্ত্তন তথা বিদ্যালয় পৰিবৰ্তন কৰিছিলো।

২। শিক্ষকতাৰ পটভূমি

১৯৭৩ চনৰ এপ্ৰিল মাহৰ পৰাই মই গুৱাহাটী বেঙ্গলী হাইস্কুলৰ চেকেণ্ডাৰী স্কুলত বিষয় শিক্ষক হিচাপে মোৰ সেৱা আগবঢ়াই আহিছো। আনুষ্ঠানিকভাৱে যদিও এইখন বিদ্যালয় মোৰ কৰ্ম জীৱনৰ পাতনি মেলিছিলো তথাপি এইটো কথা কোৱা যায় যে অন্তত ১২/১৩ বছৰ আগৰে পৰাই শিক্ষকতাৰ তালিম লৈছিলো যেতিয়া মই ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। দুৰ্ভাগ্যবশতঃ মই এনে কেইখনমান বিদ্যালয়ত শিক্ষা

গ্রহণ কৰিছিলো য'ত শিক্ষকৰ যথেষ্ট অভাৱ আছিল। কোনো কোনো শিক্ষকে একেলগে দুটা শ্ৰেণীত পাঠদান কৰিবলগীয়া হৈছিলে। ইয়াৰ উপৰি আকস্মিক ছুটীতো আছেই। এনে অৱস্থাত প্ৰধান শিক্ষকে মোক মোতকৈ তলৰ শ্ৰেণীবোৰত পাঠদান কৰাৰ কাৰণে প্ৰায় সদায়েই পঠাইছিলে আৰু তেতিয়াৰ পৰাই শিক্ষক ৰূপে গঢ় লবলৈ অনুপ্ৰেৰণা যোগাইছিলে। বি. এ. পাচ কৰাৰ লগে লগে অস্থায়ীভাবে কেইমাহমান আমিনগাওঁ হাইস্কুলত বিজ্ঞান শাখাত জ্যেষ্ঠ শিক্ষক হিচাপে কাম কৰিছিলো। এম. এ. পাচ কৰালৈকে ঘৰুৱা শিক্ষকতা কৰি মই মোৰ খোৱা বোৱা যোগাৰ কৰিছিলো।

৩। জীৱনীৰ মূল্যাঙ্কণ

আমাৰ ঘৰৰ ওচৰে-পাজৰে ভালেমান নেপালী ভাষাভাষি মানুহ বসবাস কৰিছিলে। মোৰ বাল্যকালৰ বন্ধুত আছিল কেইজন মান নেপালী লৰা। এই সুযোগতে মই তেতিয়াৰ পৰাই নেপালী কথ্য ভাষাটো মোটামুটি ভালদৰে আয়ত্ত কৰিছিলো। আৰু এই ভাষা জ্ঞানৰ জৰিয়তে আনুষ্ঠানিক শিক্ষকতাৰ প্ৰাক-মূহূৰ্তত দুটা নেপালী ভাই-ভনীক ঘৰুৱা শিক্ষাদান কৰি শিক্ষকতাৰ স্বীকৃতি স্বৰূপে সাত অনা ওজনৰ এটি সোণৰ আঙঠি মাহিলি পাৰিশ্ৰমিকৰ উপৰি গুৰুদক্ষিণা হিচাপে পাইছিলো। ছাত্ৰ-ছাত্ৰী দুগৰাকীৰ পাঠৰ মাধ্যম আছিল হিন্দী, তাকেই নেপালী ভাষাত বুজাই দিব লগা হৈছিল। এইখিনিতে এটি কথা কই থওঁ যে, শিক্ষক হিচাপে বিদ্যালয়ত যোগদান কৰাৰ পিছত এতিয়ালৈকে মই প্ৰাইভেট টিউছন কৰা নাই।

অৱশ্যে ছাত্ৰ-ছাত্ৰীৰ পাঠ্য বিষয়ক প্ৰয়োজনত মোৰ দুৱাৰখন সদায়েই মুকলি। ক্ষেত্ৰ বিশেষে ছাত্ৰ-ছাত্ৰীৰ ঘৰলৈ গৈয়ো মই শিক্ষা-দান কৰি আহিছো (বিনা পৰিশ্ৰমিকত। তাৰেই এটি মাত্ৰ দৃষ্টান্ত উল্লেখ কৰিব বিচাৰিছো। ১৯৭৫/৭৬ চনৰ ঘটনা। কামৰূপ জিলাৰ তৎকালীন অতিৰিক্ত উপায়ুক্ত তথা অসমৰ প্ৰথম মহিলা আই. এ. এচ.

বিষয়া পাকল দেৱী দাস বিভাগীয় পৰীক্ষাৰ কাৰণে বাংলা ভাষা শিক্ষাৰ এজন শিক্ষকৰ অনুসন্ধান কৰি পৰিশেষত মোকেই নির্বাচিত কৰি মাত্তি পঠায়। মোৰ 'বছ'-ৰ 'বছ'-ৰো 'বছ' আই. এ. এচ. গাভৰুজনীক ঘৰুৱা শিক্ষাদান কৰিবলৈ যাওঁতে প্ৰথম দিনত মোৰ আঁঠু কঁপিছিলে। কিন্তু গুৱাহাটী আৱৰ্ত ভৱনত সেই বিষয়া-গৰাকীক ভাষা শিক্ষাত সহায় কৰা সময়ত মই তেওঁৰ অমায়িক আৰু সশ্ৰদ্ধ ব্যৱহাৰত মুগ্ধ হৈছিলো। মাজে-মাজেই মোক sir! sir! বুলি মৌ-ৱৰষীয়া মাতেৰে সম্বোধন কৰাত মই অভিভূত হৈছিলো— জ্ঞান ভাৱে মানুহক নিৰহঙ্কাৰী কৰি সদায়েই বিনয়ী আৰু নম্র কৰে। বিষয়াগৰাকী আজি আমাৰ মাজত নাই, অকাল ব্যাধিযে অকালতেই তেওঁক গ্রাস কৰিলে। মোৰ জীৱন স্মৃতিৰ মণি কোঠালিত তেওঁৰ অৱস্থান চিৰ অম্লান হৈ থাকিব।

পৰীক্ষা সংক্রান্ত কেতবোৰ কামত মই অসম মাধ্যমিক শিক্ষা পৰিষদত ( ১৯৭৫ চনৰ পৰা ), অসম উচ্চতৰ মাধ্যমিক শিক্ষা পৰিষদত ( ইয়াৰ জন্মলগ্নৰ পৰা ) আৰু কেন্দ্রীয় মাধ্যমিক শিক্ষা পৰিষদত (এই বছৰৰ পৰা ) নিযুক্ত আছো। উচ্চতৰ মাধ্যমিক শিক্ষা পৰিষদৰ দ্বাৰা প্ৰকাশিত একাদশ-দ্বাদশ শ্রেণীৰ বাংলা প্রথম ভাষা আৰু ঐচ্ছিক (Elective) বাংলাৰ আদর্শ প্রশ্নকাকত (Model Questions) প্ৰণেতাৰো অন্যতম সদস্য। মাধ্যমিক শিক্ষা পৰিষদৰ অধীনত জাতীয় শিক্ষানীতি (১৯৮৬) ভিত্তিক নতুন পাঠ্যক্রম (৫ন আৰু ৭মৰ পৰা ১০ম মানলৈকে ) প্ৰস্তুতকৰণ কমিটিৰ সদস্য, আৰু নিগম কর্তৃক প্রকাশিতব্য নবম-দশম মান শ্ৰেণীৰ বাংলা প্ৰথম ভাষাৰ পাঠ্যপুথি সংকলনৰ দায়িত্ব মই সুচাৰুৰূপে পালন কৰিছো, যুগ্মভাৱে।

ইতিমধ্যে, চৰকাৰী সাহার্য্যপ্রাপ্ত কলেজৰ প্ৰবক্তাৰ কাৰণে যি দুবাৰ বাছনি হৈছিলে সেই দুবাৰেই মই নির্বাচিত হৈছিলো। ৰঙিয়া কলেজৰ পৰা নিয়োগ পত্ৰও পাইছিলো। কিন্তু বিদ্যালয় পৰিবেষ্টনীৰ ভিতৰত শিক্ষাদান কৰি যি আনন্দ আৰু পৰিতৃপ্তি পোৱা যায় অন্যত্র

সেয়া সুযোগ কম বিবেচনা কৰি কলেজৰ চাকৰিৰ মোহ পৰিত্যাগ কৰিলো। শিক্ষকতাৰ বাহিৰে বেলেগ কোনো ধৰণৰ চাকৰিৰ চেষ্টা মই কেতিয়াও কৰা নাই। মাজে-সময়ে প্ৰমোচনৰ ইচ্ছা যে নাছিল, তেনে নহয়। কিছুমান দিন আগতে বিদ্যালয় সমূহৰ পৰিদৰ্শক/শিক্ষা বিষয়া আদিৰ কাৰণে অসম লোকসেৱা আয়োগে সাক্ষাৎকাৰ ভিত্তিত যি যোগ্যতাৰ যাচাই কৰিছিলে তাত মই কৃতকাৰ্য্য হব পৰা নাই। মোৰ জীৱনত ব্যৰ্থতাৰ (?) এইটো এটি দৃষ্টান্ত। পিছে শুনিছিলো লোকসেৱা আয়োগৰ পেনেলৰ বিৰুদ্ধে কিছুমান অভিযোগ উঠাত সেই-খন এতিয়ালৈকে অকাৰ্য্যকৰী হৈ আছে। ঘটনাৰ সত্যতা মই যাচাই কৰা নাই।

শিক্ষকতাৰ কালছোৱাত জাতীয় সংহতিমূলক কাৰ্য্যসূচীতো মই আত্মনিয়োগ কৰিছিলো। ভাৰতৰ উত্তৰ পূৰ্ব্বাঞ্চলৰ বিভিন্ন ভাষা-গোষ্ঠীৰ সাহিত্য, শিল্প আৰু সংস্কৃতিৰ সমন্বয় সাধনৰ উদ্দেশ্যে 'কিন্নৰকণ্ঠ' নামেৰে এখন অভিনৱ তিনি মাহিলি বাংলা কাকত প্ৰকাশ কৰিছিলো ১৯৭৮ চনত। এতদঞ্চলৰ বিশিষ্ট শিল্পী লিখক আৰু কবি সকলে তেখেতসকলৰ মৌলিক চিন্তাভাৱনা আৰু তথ্যাদি সম্বলিত ৰচনাৰে 'কিন্নৰকণ্ঠ'-ৰ যি সুৰ-লোক সৃষ্টি কৰিলে সেয়া আছিল অমূল্য সম্পদ। এই অঞ্চলৰ প্ৰতিটো ভাষিক জনগোষ্ঠীৰ সংস্কৃতিৰ ওপৰত প্ৰবন্ধাদি প্ৰকাশ কৰাৰ ইচ্ছাও আছিল; সঁহাৰি পাইছিলো চাৰিওফালৰ পৰা। গুৱাহাটী আৰু ছিলিগুড়ি অনাতাৰ কেন্দ্ৰই কাকতখন ৰিভিউও কৰিছিল। কিন্তু লিটিল ম্যাগাজিনৰ অনিবাৰ্য্য পৰিণতি স্বৰূপ ছটা মাত্ৰ সংখ্যা প্ৰকাশিত হোৱাৰ পিছত এতিয়ালৈকে ইয়াৰ কণ্ঠৰোধ হৈ আছে। কিছুমান গল্প-প্ৰবন্ধৰ অনুবাদক সম্পাদক নিজেই। ইয়াৰ উপৰি স্বনামত, ছদ্মনামত কিছুমান মৌলিক সাহিত্য কৰ্মও মোৰ আছে। আজি ৩/৪ বছৰ ধৰি কামৰূপ জিলা ভিত্তিক শিক্ষক দিৱস উপলক্ষে সম্বৰ্ধিত শিক্ষক শিক্ষয়িত্ৰীসকলৰ কাৰণে উৎসৰ্গ কৰা মানপত্ৰৰ অধিকাংশ মোৰেই ৰচনা।

'কিন্নৰকণ্ঠ'-ৰ ব্যানাৰত মই কেবাখনো সাহিত্য-সম্মিলন অনুষ্ঠিত কৰাইছিলো য'ত এতদঞ্চলৰ অসমীয়া বঙ্গালী হিন্দী উৰ্দু নেপালী কবি-সাহিত্যিকে অংশ গ্ৰহণ কৰিছিলে। এইবোৰ সন্মিলনীৰ ধাৰা বিবৰণী গুৱাহাটী অনাতাৰ কেন্দ্ৰই প্ৰচাৰো কৰিছিলে।

শিক্ষাদানৰ উপৰি বিদ্যালয়ৰ কেতবোৰ গুৰুত্বপূৰ্ণ কাম-কাজৰ উপৰিও চাৰিবছৰ মান এই গুৱাহাটী সীনে ক্লাবৰ মালিগাওঁ শাখাৰ দায়িত্বত আছিলো, ৰাজহুৱা বিভিন্ন অনুষ্ঠানতো সদাই সক্ৰিয় সহ-যোগিত কৰি আহিছো ; কিন্তু এইবোৰ এতিয়া বোধকৰো প্ৰকাশিত হোৱা ঠিক নহয়। সমুখত দীৰ্ঘ কৰ্মময় জীৱন পৰি আছে, জীৱনৰ স্মৃতিত গাথি লোৱাৰ কাৰণে বৰণীয় বহুতো আছে।

৪। শিক্ষকতাৰ কালত প্ৰচলিত ব্যৱস্থা আৰু মনোভাব

প্ৰস্তাৱিত চাৰিৰ পৰা সাত-সংখ্যক বিষয়াৰ ওপৰত আলোচনা কৰোতে এটা বিষয়ৰ ওপৰতেই বিস্তৃত আলোচনা হব পাৰে। কিন্তু সিমান সুযোগ ইয়াত নাই। সংক্ষেপে এইটো বিষয়ে মই কব পাৰো যে, প্ৰচলিত শিক্ষা ব্যৱস্থা বাস্তৱ সন্মত নহয় ; এইটো পুৰণি ব্যৱস্থাৰেই চৰ্বিত চৰ্বন। চৰকাৰ নিযুক্তি যি কেইটা কমিছন বা আয়োগে এই বিষয়তে মতামত দাঙি ধৰিছে সিটোও বৃহত্তৰ শিক্ষা-ক্ষেত্ৰৰ বাবে পৰ্য্যাপ্ত নহয়। এই নীতিত শিক্ষাৰ্থীয়ে অকল পোছাকী (ornamental শিক্ষায়েই গ্ৰহণ কৰে, সামাজিক কোনো সমস্যা সম্পৰ্কে সিহঁতৰ নিশ্চিত কোনো ধাৰণা নজন্মে। ব্যাকৰণ, নীতিশিক্ষা আৰু ফৰ্মুলাৰ আৱেষ্ঠনীত পৰি ভাষা বা বিজ্ঞান শিক্ষাৰ বাস্তৱ জ্ঞানৰ পৰিৱৰ্তে অকল পাচ নম্বৰ পোৱাকৈয়েই জ্ঞান আহৰণ কৰে। ফলত সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত পিছ পৰি দেশৰ নিবনুৱা সমস্যাই বঢ়াই আছে। যি কেইটা ভাল ছাত্ৰ-ছাত্ৰী আছে, উপযুক্ত কৰ্ম সংস্থানৰ অভাৱত তাৰেই ভালেসংখ্যক বিদেশলৈ গৈ আছে। এই শিক্ষা ব্যৱস্থাই অকল আমাৰ জাতি দম্ভই বঢ়াই আছে—'আমাৰ

ইটো আছিল', 'আমাৰ সিটো আছিল', কি নাছিল!' কিন্তু অতীতৰ সেই ভাবধাৰা বা পদ্ধতি আজিৰ মহাকাশ যুদ্ধৰ যুগত কিমান গ্ৰহণীয় সেই কথা বিচাৰ কৰিবৰ সময় আহিছে। আমাৰ সাংস্কৃতিক অৱক্ষয়ক কিদৰে ৰোধ কৰা যাব তাৰ পন্থা নিৰ্ণয় কৰাৰ প্ৰয়োজন একান্ত হৈ পৰিছে।

অৰ্থনৈতিক কাৰণত নাইবা কিছুমান অভিভাৱকৰ অনুৰোধত ছাত্ৰ-ছাত্ৰীৰ এটি বৃহত্তৰ অংশক পাচ কৰি দিয়াৰ চুক্তিত (?) কিছুমান শিক্ষকে শিক্ষাৰ্থীৰ ব্যক্তিত্বৰ বিকাশৰ অন্তৰায় স্বৰূপ ঘকৰা শিক্ষাদান কৰিবলৈ বাধ্য হয়। কিছুমানে suggestion কিতাপ লিখি অধঃপতন হোৱাৰ বাটটো আৰু বহল কৰে। বিষয় ভিত্তিক শিক্ষাৰ পৰিৱৰ্তে নোট বহিবোৰ মুখস্থ কৰি শিক্ষাৰ্থীয়ে পৰীক্ষাৰ বহিখন ভৰ্তি কৰি পেলায় আৰু মোটামুটি এটি নম্বৰ পাই পাচ কৰি লাখ লাখ তথাকথিত শিক্ষিত নিবনুৱাৰ দলত গৈ ইয়াৰ সংখ্যাটো আৰু বৃদ্ধি কৰে। যি সমাজত আজি সমস্যাৰ সমাধান উলিয়াব লাগে, প্ৰচলিত শিক্ষাব্যৱস্থাই ইয়াৰ সমাধানৰ পৰিৱৰ্তে সমস্যা আৰু বঢ়ায়েই আছে।

আনফালে, প্ৰচলিত শিক্ষা ব্যৱস্থাত শিক্ষক সকলৰ ঘূৰ-ফুৰণিৰ উপকৰণ এটি হ'ল বিদ্যালয় প্ৰধানৰ নামত উপ প্ৰধানৰ অনুৰোধৰ বহি তথা প্ৰোভিশ্যনাল (Provision.l) ৰুটিন। ভালে সংখ্যক বিদ্যালয়ত দেখা গৈছে নতুনকৈ সহা আৰু প্ৰতিবাদ নকৰা শিক্ষক-শিক্ষিকাই ইয়াৰ প্ৰধান চিকাৰ। এনেও বহুতো বিদ্যালয়ত প্ৰয়োজনতকৈ কম শিক্ষক আছে, অসুস্থতাৰ কাৰণে নাইবা আকস্মিকতাৰ কাৰণে ছুটীতো আছেই; ইয়াৰ উপৰি কেইগৰাকী শিক্ষক জ্ঞাত-অজ্ঞাত কাৰণত মাজে-সময়েই on duty ত থাকে। ইয়াৰ ফলত নিতৌ প্ৰোভিশ্যনাল ৰুটিন এখনৰ প্ৰয়োজন হৈ পৰে। কিন্তু আজিলৈকে কোনো বিদ্যালয়ত বোধকৰো ইয়াৰ সাৰ্থক ব্যৱহাৰ হোৱা নাই। দিনৰ বিশ্ৰামৰ সময়ত অবাঞ্ছিত কৰ্মত নিযুক্ত হ'লে কাৰনো ভাল লাগে! অথচ ইয়াকে সাৰ্থকভাৱে প্ৰয়োগ কৰাও

কিন্তু তেনে টান কাম নহয়। অনুপস্থিত শিক্ষকগৰাকীৰ ক্লাচবোৰ যিকোনো প্ৰকাৰতে শেষৰ ঘণ্টাত স্থানান্তৰিত কৰি পুনৰ্বিন্যাস কৰিব পাৰিলে প্ৰতিটো শিক্ষকৰ দিনৰ কৰ্ম ভাৰত সমতা ৰক্ষা কৰা সম্ভৱ হয়; ছাত্ৰ-ছাত্ৰীও শেষৰ ঘণ্টাত কৰ্ম অভিজ্ঞতাৰ অঙ্গ স্বৰূপ সাফাই আদি কামত নিযুক্ত হৈ নাইবা খেল ধেমালি কৰি নাইবা বিদ্যালয় গ্ৰন্থাগাৰত গৈ নিজেই বিভিন্ন গ্ৰন্থ পাঠ কৰিব পাৰে। কোনো এখন বিদ্যালয়ত এইদৰে বিন্যাস কোনো ক্ৰমেই কৰিব নোৱাৰিলে বিদ্যালয় প্ৰধান নাইবা উপ-প্ৰধানে সেয়া ক্লাছবোৰ লব লাগে। মোৰ দৃঢ় বিশ্বাস আছিলেকে কোনো বিদ্যালয়ত যথাৰ্থ প্ৰোভিশ্যন্যাল ৰুটিন ব্যৱহাৰ কৰা হোৱা নাই; সেই নামতে যিখন চলি আছে সিখন আচলতে Provisionally Additional Routine. সেয়ে এইখনক কোনোবাই যমখাতা, কোনোবাই অনুৰোধৰ আসৰ বুলি ব্যঙ্গ কৰে; আৰু অনিচ্ছাসত্বেও এইবোৰ ক্লাছত যাব লগা হ'লে পৰবৰ্তী নিজ্ঞা ক্লাছত গৈ ক্লান্তিবশতঃ অমনোযোগী হৈ পৰে।

৫। শিক্ষা ব্যৱস্থা কেনে হোৱাতো বিচাৰে

এইটো বিষয়ে সকলোৱে বোধকৰো একমত হব যে শিক্ষা ব্যৱস্থা হোৱা উচিত উদ্দেশ্যপূৰ্ণ, বাস্তৱসন্মত আৰু উৎপাদনমুখী তথা কৰ্মমুখী। অযথা পাঠ্যক্ৰমৰ বিচিত্ৰ ভাব ছাত্ৰ-ছাত্ৰীৰ ওপৰত জাপি দিব নালাগে। ৰুচি আৰু মেধাৰ ভিত্তিত প্ৰতিভা বিকাশৰ সুযোগ দি অৰ্থোপাৰ্জ্জনৰ উপযোগী বৃত্তিমূলক শিক্ষাৰ প্ৰচলন কৰিব লাগে। নতুন জাতীয় শিক্ষানীতিত (১৯৮৬) এনেধৰণৰ ভালে সংখ্যক আঁচনি গ্ৰহণ কৰা হৈছে। বৰ্তমান শিক্ষাবৰ্ষৰ (১৯৮৮) পৰায়েই অসমত এই আঁচনিৰ ভিত্তিত নতুন পাঠ্যক্ৰম চালু কৰা হৈছে কেতবো' শ্ৰেণীত ১৯৯০ চনৰ ভিতৰত প্ৰাথমিকৰপৰা উচ্চ মাধ্যমিক স্তৰলৈকে আটাইবোৰ শ্ৰেণীত এই নীতিভিত্তিক পাঠ্যক্ৰম প্ৰৱৰ্তন কৰা হব আৰু ইয়াৰ ফলত শিক্ষাব্যৱস্থাত আমূল পৰিবৰ্তন সাধিত হব বুলি কোৱা হৈছে।

কিন্তু এই প্ৰসঙ্গত এটি বিষয়ৰ প্ৰতি জোৰ দিয়া একান্ত আৱশ্যক, সিটো হ'ল শিক্ষক-প্ৰশিক্ষণক সাৰ্বজনীন কৰা। বিদ্যালয়ৰ শতকৰা ৮/১০ জন শিক্ষকক মাত্ৰি প্ৰশিক্ষণৰ নামতে লাখ লাখ টকা খৰচ কৰিলেই নতুন নীতি প্ৰচাৰ সাৰ্থক আৰু ফলপ্ৰসূ নহয়। ইয়াৰ কাৰণে দৰকাৰ শিক্ষকৰ বিফ্ৰেচাৰ কোৰ্চ প্ৰচলন কৰা; অঞ্চল, জিলা ৰাজ্যিক আৰু জাতীয় ভিত্তিত চেমিনাৰ আদি পতা; কৰ্মৰ ক্ষেত্ৰ বহল কৰা আৰু লগতে শিক্ষক নিয়োগকো পক্ষপাতহীন কৰা। এইবোৰ হ'ল 'হোৱা উচিত' 'কৰিব লাগে' আদি ভাল ভাল কথাৰ কৰিবলগীয়া প্ৰাথমিক অৱস্থা ইয়াৰ বাহিৰে, আঁতৰ কৰিবলগীয়া প্ৰতিবন্ধকতা বহুতো আছে।

সংক্ষেপে ক'ব পাৰো - শিক্ষা ব্যৱস্থাটো এনে হোৱা উচিত যি ব্যৱস্থাই মানুহৰূপী এটি জীৱ শিশুৰ অন্তৰত শিৱৰ সমন্বয় ঘটিব পাৰে আৰু সংসাৰৰূপ সমৰক্ষেত্ৰত সেই শিশু উপযুক্ত যুঁজাৰুৰূপে গঢ় লই উঠিব পাৰে

৬। বৰ্তমান শিক্ষকলৈ পৰামৰ্শ

নিজে শিক্ষক হৈ চৰকাৰী যন্ত্ৰৰ পুতলা শিক্ষক সমাজলৈ পৰামৰ্শ দিয়াটো বোধকৰো যুক্তিযুক্ত নহয়। তথাপি নিজৰ প্ৰতিয়েই কেতবোৰ পৰামৰ্শ হ'ল, ছাত্ৰ ছাত্ৰীৰ মনোজগতত যিহেতু শিক্ষকৰ ভাবমূৰ্ত্তি সদাই উজ্জ্বল হৈ থাকে সেইহেতু শিক্ষকক অৱশ্যেই আদৰ্শ স্থানীয় হব লাগে। এগৰাকী শিক্ষকক ভালপোৱা আৰু শ্ৰদ্ধা কৰাৰ লৈতে সেইজন শিক্ষকে পাঠদান কৰা বিষয়টোৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহও সেইদৰে থাকে। কোনো এগৰাকী শিক্ষকক কোনো কাৰণতে ছাত্ৰ ছাত্ৰীয়ে আন্তৰিকভাৱে গ্ৰহণ নকৰিলে সেই শিক্ষক গৰাকীৰ শিক্ষাদান কৰা বিষয়টোও ছাত্ৰ-ছাত্ৰীৰ অপ্ৰিয় হৈ থাকে আজীৱন। সেয়ে শিক্ষাদান কাৰ্য্যত নিযুক্ত ব্যক্তিবৰ্গক অৱশ্যেই 'শিক্ষক' হব লাগে।

'শতং বদ মা লিখ' নীতি বাক্যটোৰ প্ৰতি যথেষ্ট সন্মান প্ৰদৰ্শন

কৰিও এই প্ৰসঙ্গত মই এটা বিষয় উল্লেখ নকৰি নোৱাৰিলো যিটো অপ্ৰিয় অথচ বাস্তৱ। কিছুমান বিদ্যালয়ৰ মুৰব্বী তথা উপ মুৰব্বীয়েই নিজকে কিবা এটি বুলি ভাৱে। কোনোবাই নিজকে শিক্ষামন্ত্ৰী তথা গৃহমন্ত্ৰী আনকি মুখ্যমন্ত্ৰীৰ বিশিষ্ট পৰিচিত নাইবা বন্ধু স্থানীয় বুলি প্ৰচাৰ কৰাতো পিছপৰাও নহয়। কিছুমানে আকৌ নিজকে শিক্ষা বিভাগীয় মুৰব্বী বুলিও ভাবে, আৰু শান্ত নিৰীহ আদৰ্শবাদী শিক্ষকক মাজে মাজে ভয় দেখুৱায়, হাৰাশাস্তি কৰে। এনে এটি ঘটনা যিটো আমাৰ বিদ্যালয়তে সংঘটিত হৈছিলে তাকে উল্লেখ কৰাৰপৰা বিৰত হলো।

৭। শিক্ষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ অনিহা কিয় ?

শিক্ষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ অনিহা অকল অসমতেই নহয়, গোটেই বিশ্ব জুৰি এই সমস্যা প্ৰবল হৈ দেখা দিছে। পাশ্চাত্যৰ তথাকথিত সভ্য ৰাষ্ট্ৰবিলাকো আজি এই সমস্যাত মুহ্যমান হৈ পৰিছে। যি কেইটা উপকৰণে এই সমস্যাত উদগনি যোগাইছে ভাৱেই প্ৰধান কেইটা হ'ল সমাজে তথা ৰাষ্ট্ৰীয় পৰিবেশ, শিক্ষক আৰু ছাত্ৰৰ যান্ত্ৰিক সম্পৰ্ক অভিভাৱকৰ নিৰ্লিপ্ততা, পাঠ্যক্ৰমৰ অনাৱশ্যক আধিক্য আৰু কৰ্ম সংস্থানৰ অনিশ্চয়তা আদি।

১৯৬৭ চনতে বিহাৰ বিশ্ববিদ্যালয় সংক্ৰান্ত চৰকাৰী তদন্তৰ বক্তব্য আছিল, "...things are really unspeakably bad in Bihar University. The rot has run deep, very deep·· It is no longer a University". এখন বিশ্ববিদ্যালয় সম্পৰ্কে চৰকাৰী তদন্তৰ বক্তব্য যদি এনে ধৰণৰ হয়, তেনেহলে শিক্ষাৰ পৰিবেশ কিমানখিনি কলুষিত হৈছে অনুমান কৰা কষ্ট নহয়। বিশ্বখ্যাত সমাজ বিজ্ঞানী কাৰ্ল ম্যানহাইমে বৰ্তমান শিক্ষা ব্যৱস্থাক কৈছিল specialist Education যাৰ লগত সংস্কৃতিগত শিক্ষাৰ সম্পৰ্ক নাইবা সম্বন্ধ নাই। এই শিক্ষাৰ জৰিয়তে বিদ্যালয়ৰ কাৰখানাত নাট, বল্টু, স্ক্ৰু, হুইল, পিষ্টন আদি তৈয়াৰী হয়, মানুহ তৈয়াৰী নহয়। ইয়াৰ

ফলত বিদ্বান আৰু বুদ্ধিমানৰ যন্ত্ৰবোধ বৃদ্ধি পায় ঠিকেই কিন্তু সমাজ-চেতনা আৰু মানৱতাবোধৰ অবলুপ্তি ঘটে। এনে ধৰণৰ শিক্ষাত শিক্ষক-ছাত্ৰৰ সম্পৰ্ক হয় যান্ত্ৰিক য'ত শ্ৰদ্ধা আৰু প্ৰীতিৰ সম্পৰ্ক নাথাকে। ফলত শিক্ষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ অনিহা হোৱাটো স্বাভাৱিক। এই অনীহাত ভালে সংখ্যক অভিভাৱকেও উদগনি যোগাইছে। কৰ্মব্যস্ততাৰ কাৰণে আপোন সন্তানৰ প্ৰতি যথাযথ মনোযোগ দিয়াৰ পৰিৱৰ্তে কোনো এজন শিক্ষকৰ ঘৰুৱা টোলত নাম ভৰ্তি কৰিয়েই তেখেতসকল নিৰ্লিপ্ত হৈ থাকে। ছাত্ৰ-ছাত্ৰীৰ সৰহভাগো আজি ঘৰুৱা শিক্ষকৰ V. V. imp মাৰ্ক দিয়া প্ৰশ্ন-বোৰৰ উত্তৰ মুখস্থ কৰি Supplimentary নাইবা consider তো যেনে তেনে পাচ কৰি চাৰ্টিফিকেট এখন পোৱাৰ বাবে আপ্ৰাণ চেষ্টা কৰি আছে। এই চাৰ্টিফিকেটৰ কল্যাণত দৈবধন নাইবা লটাৰি পোৱাৰ দৰে চাকৰি এটি পালে—চাকৰিয়াল দৰা এটি পালে, সংসাৰত আৰু কিনো লাগে!

বৰ্তমানৰ সামাজিক পৰিবেশও ছাত্ৰ-ছাত্ৰীক অন্যমনস্ক কৰি পেলাইছে। বোলছবি, দূৰদৰ্শন, উত্তেজক প্ৰাচীৰ পত্ৰ আৰু ৰাজ-নৈতিক হস্তক্ষেপে সামাজিক পৰিবেশ কলুষিত হৈ পৰিছে। বিখ্যাত খেলুৱৈ, চুপাৰ ষ্টাৰ আৰু কোটিপতি ব্যৱসায়ীৰ প্ৰভুত্ব কোমলমতি ছাত্ৰ ছাত্ৰীক আনমনা কৰি অলীক স্বপ্নলোকলৈ লৈ গৈছে।

নতুন জাতীয় শিক্ষানীতিত পৰীক্ষা পদ্ধতি পৰিৱৰ্তন কৰি কৰ্মমুখী শিক্ষাদানৰ কথা কোৱা হৈছে, নিৰক্ষৰতা দূৰীকৰণ কৰি সাৰ্বজনীন শিক্ষাৰ ব্যাপক প্ৰসাৰ ক্ষেত্ৰত প্ৰতিবন্ধকতা কিদৰে আঁতৰ কৰা যায় তাৰো ইঙ্গিত দিয়া হৈছে। শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰ অনাতাঁৰ, দূৰদৰ্শন আদি ব্যৱহাৰ কৰি পৰৱৰ্তী পৰ্য্যায়ত computer প্ৰথা প্ৰবৰ্তন কৰা হ'ব বুলিও ঘোষণা কৰা হৈছে।

কিন্তু কৰ্মসংস্থানৰ ক্ষেত্ৰ নো ক'ত? যি ব্যৱস্থাৰ উন্নতি সাধনৰ উদ্দেশ্যে বোধকৰো তেনেধৰণৰ ব্যাপক আঁচনি গ্ৰহণ কৰা হোৱা

নাই। গ্ৰামনির্ভৰ ভাৰতৰ কেইখন গাওঁতে আজিলৈকে আধুনিক কৃষি ব্যৱস্থা চালু কৰা হৈছে? লাখ লাখ নিবনুৱাৰ কথা বাদেই দিলো, যি সমাজ ব্যৱস্থাত চৰকাৰী-বে-চৰকাৰী প্ৰতিষ্ঠানবোৰত আজি কৰ্মশক্তি এনেতেই উদ্বৃত্ত, সেই ক্ষেত্ৰত computer প্ৰথা চালু কৰিলে এই অতিৰিক্ত বনুৱাই কোনটো গ্ৰহলৈকে যাব? আজিৰ ছাত্ৰসমাজ এনেতেই হৈ পৰিছে informative, চিন্তাশক্তিৰ গভীৰতাৰ পৰিৱৰ্তে readymade কিছুমান information আয়ত্ত বা মুখস্থ কৰে। বিদ্যালয়ে বিদ্যালয়ে ৰেডিঅ', টেলিভিচন আদিৰ যোগান ধৰিলে সেই readymade information ৰয়েই জয় জয়কাৰ হ'ব। আৰু একবিংশ শতাব্দীলৈ আমাৰ ৰাষ্ট্ৰই পদাৰ্পণ কৰাৰ সূচনা হিচাপে শিক্ষাক্ষেত্ৰত computer প্ৰথা চালু কৰিলে শিক্ষকৰো প্ৰয়োজন নাইকিয়া হৈ পৰিব। চুইচ টিপিলেই গাণিতিক সিদ্ধান্তৰ ফলাফলৰ দৰে যদি কালিদাস, হোমাৰ, শঙ্কৰদেৱ, ৰবীন্দ্ৰনাথ চেক্সপিয়াৰ, পিথাগোৰাচ প্ৰমুখ্যে ওলাই আহি পৰে তেনেহ'লে শিক্ষকৰ নো কি দৰকাৰ!

সেয়ে ব্যক্তিত্বৰ বিকাশৰ অন্তৰায় স্বৰূপ যান্ত্ৰিক শিক্ষাপদ্ধতিৰ পৰিৱৰ্তে সুস্থ পৰিবেশত পাঠ্যক্ৰমৰ আধিক্য কমাই আৰু ইয়াকে মনোগ্ৰাহী আৰু কৰ্মসংস্থানৰ যথাৰ্থ ক্ষেত্ৰ বহল নকৰালৈকে শিক্ষাৰ প্ৰতি ছাত্ৰ ছাত্ৰীৰ অনীহা আঁতৰ কৰা নাযায়। এই প্ৰসঙ্গত ৰাষ্ট্ৰজুৰি ব্যাপক আলোচনা আৰু হোৱা দৰকাৰ।

=+=

## শিক্ষক শ্ৰীঅক্ষয় কুমাৰ দাস

প্ৰধান শিক্ষক মাজ-জাখিলী মধ্য ইংৰাজী বিদ্যালয়

গোৱালপাৰা : দহেলা



জীৱনীত জীৱনীকাৰৰ বেয়া ফাল, দোষ আদি ব্যক্ত নোহোৱা বুলি ভবা হয়। আত্ম জীৱনীত এই বিষয়ে আকৌ বোছকৈহে ভবা হয়। আচলতে এই ভাৱনা একেবাৰে অসত্য নহয়। জীৱনীত জীৱনীকাৰৰ ভাল-বেয়া, দোষ-গুণ, সুখ-দুখ আদি যি থাকে সি ব্যক্ত হব লাগে। এই ধাৰণাতেই মই মোৰ জীৱনৰ দুবহু ছবি এখন সংক্ষিপ্তভাবে দাঙি ধৰিবলৈ ওলাইছোঁ। যদিও জীৱনী সংগ্ৰাহকে এটা নিৰ্দিষ্ট গণ্ডী বান্ধি দিছে। গোৱালপাৰা জিলাৰ দলগোমা গাওঁৰ এটি সাধাৰণ পৰিয়ালত মোৰ জন্ম হয়। স্বৰ্গীয় অৰবিন্দ লোচন দাস মোৰ পিতৃদেৱ আৰু শ্ৰীমতী গকুলী বালা দাস মোৰ মাতৃ। পিতাই পান-তামোলৰ বেপাৰ কৰি আৰু অলপ-অচৰপ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। মোৰ সৰু ভাই এজন আৰু সৰু ভনী পাঁচ জনীৰে সৈতে এঘাৰ জনীয়া পৰিয়ালটোক পিতাই কষ্টৰে ভৰণ-পোষণ দিছিল। গাওঁৰে দলগোমা প্ৰাথমিক

বিদ্যালয়খনত মোক সময়মতে নাম ভৰ্তি কৰি দিয়ে। স্কুলৰ প্ৰধান শিক্ষক ৺ভবেন্দ্ৰ চন্দ্ৰ নাথৰ যত্ন আৰু চেষ্টাৰ ফলত স্কুলৰ শেষৰ বছৰ ৩য় শ্ৰেণীৰ বৃত্তি পৰীক্ষাত গোৱালপাৰা মহকুমাৰ প্ৰথম বৃত্তিটো লাভ কৰোঁ। তেখেতৰ শিক্ষাদানৰ পদ্ধতি, শৃঙ্খলাবোধ, সময়নিষ্ঠা, নৈতিকতা, চাল-চলন আদিয়ে মোক আকৰ্ষণ কৰিছিল। তেখেত ইহ জগতত নাই যদিও তেখেতৰ স্মৃতি মনলৈ আহিলে এতিয়াও তেখেতৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাই যায়। প্ৰাথমিক বিদ্যালয় পাছ কৰাৰ পিছত গাওঁৰে এম, ই, স্কুলখনত ভৰ্তি হৈ ইং ১৯৫৭ চনত ইয়াৰ শেষান্ত পৰীক্ষাত ১ম বিভাগত উত্তীৰ্ণ হওঁ। গাওঁৰ হাই স্কুলখনৰপৰা ইং ১৯৬২ চনত প্ৰবেশিকা পৰীক্ষাত ২য় বিভাগত উত্তীৰ্ণ হওঁ। প্ৰাথমিক বিদ্যালয়ৰ খ শ্ৰেণীৰপৰা হাই স্কুলৰ দশম শ্ৰেণীলৈকে শ্ৰেণীত প্ৰথমৰ বাহিৰে দ্বিতীয় হৈ পোৱা নাছিলো। প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত গোৱালপাৰা কলেজত প্ৰাক্-বিশ্ব-বিদ্যালয় (কলা) শ্ৰেণীত ভৰ্তি হওঁ আৰু ইং ১৯৬৩ চনত প্ৰাক্-বিশ্ব-বিদ্যালয় পৰীক্ষা পাছ কৰোঁ। আৰ্থিক দুৰৱস্থাৰ বাবে মোৰ শিক্ষা জীৱন ইমানতে অন্ত হৈছিল যদিও ইং ১৯৬৯ চনত প্ৰাইভেট গোৱালপাৰা কলেজৰপৰা বি, এ, পাছ কৰিছিলোঁ। এটা সময়ত এম, এ, পৰীক্ষা দিয়াৰ ইচ্ছাত ইংৰাজী বিষয়ৰ ভালে কেইখন কিতাপ কিনি পঢ়া-শুনা কৰিছিলোঁ। আৰু প্ৰাইভেটে এম, এ, প্ৰিভিয়াছ পৰীক্ষা দিবলৈ প্ৰায় সাজু হৈছিলোঁৱেই; কিন্তু শেষত নানা অসুবিধাবশতঃ পৰীক্ষা দিয়া নহ'ল। এতিয়া মোৰ সেই ইচ্ছা সমূলি নাই।

যি পটভূমিত মই শিক্ষকতা কৰিবলৈ ললোঁ তাৰ আভাষ দাঙি ধৰিলোঁ। প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীত পঢ়ি থকা কালত সহপাঠীৰ বন্ধুবৰ শ্ৰীপৰেশ নাথৰ দিহা-পৰামৰ্শ মতে গোৱালপাৰা মহকুমাৰ উপ-পৰিদৰ্শক মহোদয়ৰ গুচৰত তেওঁৰ অধীনস্থ বিদ্যালয়ৰ যি কোনো শিক্ষকৰ খালী পদ এটাত নিযুক্তি দিবলৈ আবেদন কৰিছিলোঁ।

সেই আবেদন পত্রৰ ভিত্তিত উপৰভোলা চিনিয়ৰ বেচিক স্কুলৰ সহকাৰী শিক্ষয়িত্রী শ্রীমতী অৰলা বালা দাসৰ এক মাহৰ ছুটীৰ পদত মোক নিযুক্তি দি নিযুক্তি পত্রখন ডাক-যোগে মোলৈ পঠাইছিল। প্রাক্ বিশ্ববিদ্যালয় পৰীক্ষা দি ঘৰলৈ অহাৰ কিছুদিন পিছতে এই নিযুক্তি পত্রখন পাই মনত ৰং লাগিছিল। নিযুক্তি পত্রখন পলমকৈ পাইছিলো যদিও দুজন বিশিষ্ট শিক্ষকৰ পৰামর্শ মতে উপ-পৰিদর্শক মহোদয়ৰ নিযুক্তি পত্রখনক সন্মান জনাবলৈ বুলি মই উক্ত পদত যোগদান কৰিছিলোঁ। মাত্র কেইদিন মান চাকৰি কৰিছিলোঁ যদিও ইয়ে মোৰ মনত অসীম তৃপ্তি যোগাইছিল ইতিমধ্যে মোৰ পৰীক্ষাৰ ফলাফল ওলাইছিল আৰু মই পৰীক্ষাত উত্তীর্ণ হৈছিলোঁ। অর্থৰ অভাৱৰ বাবে পিতাই মোক বি, এ, শ্রেণীত ভর্তি কৰি দিব নোৱাৰাত মই ঘৰতে থাকিবলগীয়া হ'লো। শেষত বি, এ, শ্রেণীত ভর্তি হোৱাৰ ক্ষীণ আশাও নেদেখি মই চাকৰিৰ ধাওা কৰিবলৈ ধৰিলো। কেই দিনমানৰ পিছতে বাকাইটাৰী এম, ই, স্কুলৰ এজন শিক্ষকৰ চাৰি মাহৰ চিকিৎসা ছুটীৰ পদত মই নিযুক্তি পালোঁ। বাকাইটাৰী এম, ই, স্কুলৰ চাকৰি শেষ হোৱা এক মাহ নৌহওঁতেই মাটিয়া গাওঁৰ বাইজৰ কেইজনমান বিশিষ্ট লোক এদিন আমাৰ ঘৰলৈ আহি তেওঁ লোকে নতুনকৈ খুলিবলৈ লোৱা এম, ই, স্কুলখনৰ প্রধান শিক্ষকৰ পদত মোৰ অনিচ্ছা সত্বেও জোৰকৈ নিযুক্ত দিয়াত মই উক্ত পদত যোগদান কৰিলো। এই স্কুলত এক বছৰ চাৰিমাহ কাম কৰাৰ পিছত ঘাটি মঞ্জুৰী প্রাপ্ত মাজ-জাখিলী মধ্য ইংৰাজী বিদ্যালয়ত সহকাৰী শিক্ষকৰ এটা পদ পাই মই তালৈ যাওঁ। তাত দুই বছৰ তিনিমাহ কাল সহকাৰী শিক্ষকৰ পদত থকাৰ পিছত প্রধান শিক্ষকৰ পদত নিযুক্তি পাওঁ। তেতিয়াৰে পৰা মই মাজ-জাখিলী মধ্য ইংৰাজী বিদ্যালয়ত প্রধান শিক্ষকৰ পদত কাম কৰি আছো। মোৰ বাবে শিক্ষকৰ চাকৰি সহজলভ্য হোৱাত আৰু সমাজত শিক্ষকৰ সন্মান থকাত অৱশেষত শিক্ষকতাকেই পেষা হিচাপে বৰণ কৰিলো। আজি

কালিৰ দৰে শিক্ষকতা চাকৰিৰ বাবেও দৰ দাম আৰু তোষামোদ কৰিবলগা হোৱা হ'লে আৰু মোৰ অযথা ধনৰ আক্ৰোশ থকা হ'লে হয়তো বেলেগ চাকৰি লবলৈ মন ধাবিত হ'লহেতেন।

ছাত্ৰ অৱস্থাত পঢ়া শুনাৰ প্ৰতি মোৰ ধাউতি থকা বাবে স্কুললৈ নোযোৱাকৈ ঘৰতে থকাটো মোৰ বাবে মানসিক যন্ত্ৰণা আছিল। হাইস্কুলীয়া ছাত্ৰ অৱস্থাতো কিবা ঘৰুৱা কামৰ বাবে পিতাই স্কুললৈ যাবলৈ বাধা দিয়ে। স্কুললৈ যাবলৈ বাধা দিয়াৰ বাবে আইৰ পিন্ধা কাপোৰৰ আঁচলত ধৰি কান্দিছিলো। অধ্যয়ন মোৰ চখ ( ভাল পোৱা বস্তু Hobby বাবে পৰিয়ালৰ কোনোৱে মোৰ পঢ়া-শুনাত তত্ত্বাৱধান নোলোৱা আৰু ঘৰত পঢ়াৰ সুস্থ পৰিবেশ নথকা সত্বেও পঢ়াৰ প্ৰতি মোৰ যি আগ্ৰহ আৰু নিচা আছিল আৰু আছে সি মোৰ অন্তৰ্নিহিত সুপ্ত গুণ ( Potentiality ) বুলি কব পৰা যায়। আজি সমাজত যি সামান্য মৰ্য্যদা আহৰণ কৰিবলৈ সমৰ্থ হৈছো তাৰ কৃতিত্বও নিশ্চয় মোৰ নিজৰেই প্ৰাপ্য হ'ব। মোৰ চিন্তা, কথা আৰু কামত মানবতাবোধ পৰিস্ফুট হোৱাটো অইনৰ পৰিলক্ষিত হয়। সংস্কৃতি, শিক্ষা, অৰ্থ আদিৰ বিকাশ মোৰ চিৰ কাম্য। সমাজবাদী চিন্তা ধাৰাত মই আকৰ্ষিত হওঁ। মোৰ সততা আৰু নৈতিকতাৰ উমান মোক জনাসকলে পায়। সত্যতা মোৰ জীৱনৰ পণ যদিও উপায়হীন হৈ কেতিয়াবা কেতিয়াবা হঠাৎ আওপাকে হলেও কিছু মিছাৰ আশ্ৰয় লব লগাত পৰোঁ—যাক ব্যক্ত নকৰিলে সত্যৰ অপলাপ কৰা হ ব বুলি ভাবোঁ। সমাজ সেৱা কিছু হে কৰিব পাৰোঁ আৰু অধিক কৰাৰ ইচ্ছা আছে যদিও নিয়-মিয়াকৈ কিতাপ আলোচনী অধ্যয়ন; বাতৰি কাকত আলোচনীত প্ৰবন্ধ-পাতি লেখা; দুই এখন কিতাপ পত্ৰ লেখা, সাহিত্য আলোচনা শিবিৰ, সভা আদিত যোগদান কৰাৰ উপৰিও ঘৰুৱা কিছু কাম বন আৰু চাকৰিৰ কৰ্তব্যত ব্যস্ত থকা বাবে সময়ৰ অভাৱত কৰিব পৰা নাই। তদুপৰি গোৱালপাৰা জিলা মধ্য ইংৰাজী শিক্ষক সংস্থাই

একাদিক্ৰমে তিনিটা কাৰ্য্যকাল (Tenure) ত অৰ্পণ কৰা সংস্থাৰ আলোচনী (মুখপত্ৰ) 'শিক্ষা বিকাশ'ৰ সম্পাদকৰ দায়িত্ব বহন কৰি আছোঁ। যি হওঁক, আত্মজীৱনী লেখকে নিজৰ গুণ-যশ কীৰ্তন কৰা সমীচীন নহয় যদিও মোৰ জীৱনীৰ মূল্যাঙ্কন ব্যাখ্যা কৰিবলগা হোৱাত লিখিব লগাত পৰিলোঁ। পাঠক সমাজে লেখকে নিজক জাহিৰ কৰা বা বঢ়াই কোৱা বুলি নাভাবে যেন।

মোৰ শিক্ষকতা কালৰ প্ৰথম ছোৱাত শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত নিযুক্তিকৰ্তাসকলৰ কিছু নিৰপেক্ষ আৰু নিস্বাৰ্থ মনোভাৱ পৰিলক্ষিত হৈছিল। কিন্তু আজি-কালি তেওঁলোকৰ সেই মনোভাৱ নাই। অৱশ্যে তেতিয়াৰ তুলনাত এতিয়া গাঁৱে-ভূঁয়ে, নগৰে চহৰে শিক্ষিত লোকৰ সংখ্যা বৃদ্ধি হোৱাত চাকৰিৰ সঙ্কট দেখা দিছে যাৰ পৰিণতি স্বৰূপে চাকৰিত দৰ-দাম আহি পৰিছে। সেয়ে হ'লেও যি মানুহৰ নৈতিকতাবোধ আৰু আদৰ্শ ঠিক আছে তেওঁ কেতিয়াও অবাঞ্ছিত স্বাৰ্থপৰ হ'ব নোৱাৰে। ৰাইজে স্কুল স্থাপন কৰি শিক্ষক, ছাত্ৰ আৰু অভিভাৱকে ৭।৮ বছৰ কষ্ট ভোগাৰ পিছত শিক্ষক আৰু অইন কৰ্মচাৰী বেইজনক প্ৰাদেশীকৰণ বা চৰকাৰীকৰণ কৰাৰ যি ব্যৱস্থা আছে তাক বদ কৰি চৰকাৰে প্ৰয়োজন সাপেক্ষে স্কুল–কলেজ আদি পাতি লগে লগে শিক্ষক কৰ্মচাৰী সকলক চৰকাৰী হাৰৰ দৰমহা দিয়া আদি স্কুল-কলেজৰ যাৱতীয় ব্যৱস্থা চৰকাৰৰ হাতত লব লাগে। এনে শিক্ষানুষ্ঠানলৈ গৃহ, আচবাব আদিৰ বাবে যি অৰ্থ মঞ্জুৰীৰ ব্যৱস্থা আছে তাত মন্ত্ৰী বিধায়কৰ পক্ষ পাতিত্ব, বিষয়াসকলৰ স্বাৰ্থপৰতা নথকা বুলি কব নোৱাৰি এই কাৰণেই যে প্ৰয়োজন থকা বিদ্যালয় কলেজতকৈ প্ৰয়োজন নথকা বা কম প্ৰয়োজনৰ বিদ্যালয় কলেজলৈ এই মঞ্জুৰী দিয়া হয়। শিক্ষানুষ্ঠানসমূহ যদি সুযোগ্য নাগৰিক গঢ়াৰ কাৰখানা বুলি ভবা হ'লহেঁতেন তেনে'হলে এই অনুষ্ঠানসমূহৰ সকলো ধৰণৰ অসুবিধা আঁতৰ কৰি সুবিধাজনক আৰু সৰ্বাঙ্গসুন্দৰ কৰি ইবোৰক সজাই তোলা হ'লহেঁতেন। ৰাতি পুৱালেই অন্ন মুঠিৰ বাবে

চিন্তা কৰিবলগীয়া হোৱা অভিভাৱকসকলৰ ল'ৰা ছোৱালীয়ে অৰ্থাভাৱৰ বাবে যথোচিত শিক্ষা লব নোৱাৰে। চৰকাৰে এনে ল'ৰা-ছোৱালীবোৰক দেশৰ প্ৰগতিৰ বাবে উপযুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে।

শিক্ষা ব্যৱস্থা স্থবিৰ নহয়, ই গতিশীল। কোনো এটা শিক্ষা ব্যৱস্থাৰ আয়ুস সমাজৰ প্ৰয়োজন সাপেক্ষ কোনো এটা নিৰ্দিষ্ট কালৰ বাবেহে। আমাৰ দেশৰ প্ৰচলিত শিক্ষা ব্যৱস্থাই সমাজৰ প্ৰয়োজনৰ চাহিদা পূৰণ কৰিব পৰা নাই। গতিকে ইয়াৰ আয়ুস টুটিল। বৰ্তমান ভাৰত চৰকাৰে আমাৰ দেশৰ শিক্ষাত প্ৰত্যাহ্বান আনিব বিচাৰিছে। চৰকাৰৰ শিক্ষাৰ এই আঁচনি কাৰ্য্যকৰী হ'লে আমাৰ প্ৰয়োজনসমূহ হ'ল: কলা সংস্কৃতিৰ বিকাশ ঘটোৱা; বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা জ্ঞানৰ প্ৰসাৰ ঘটোৱা, প্ৰতিজন যোগ্য নাগৰিকক কৰ্ম সংস্থান দিয়া; জাতি, ধৰ্ম, ভাষাৰ ভেদাভেদ আৰু বিদ্বেষ পৰিহাৰ কৰা, নাগৰিক সকলৰ মাজত শান্তি সম্প্ৰীতি অটুট থকা দেশত ঐক্য সংহতি বজাই ৰাখিবলৈ নাগৰিকসকলৰ মাজত বুজাবুজি আৰু চেতনা ওপোজোৱা, নাগৰিকসকলৰ মনত নৈতিকতাবোধ আৰু মানৱতাবোধৰ সঞ্চাৰ হোৱা আদি। আমাৰ শিক্ষাব্যৱস্থাৰ মাজেদি এই বিষয়সমূহৰ ৰূপদান হ'ব লাগিব। আমি মনত ৰাখিব লাগিব যে প্ৰতিজন শিক্ষাৰ্থীক অকল কৰ্ম-সংস্থান যোগোৱা শিক্ষাব্যৱস্থাত মানুহৰ পূৰ্ণ বিকাশ নঘটে।

সেৱাৰ ভিতৰত চিকিৎসা সেৱা আৰু শিক্ষকৰ সেৱাৰ দায়িত্ব আৰু গুৰুত্ব অধিক। এটা জাতিৰ বৰ্তমান আৰু ভৱিষ্যত নিৰ্ভৰ কৰে শিক্ষকসকলৰ সেৱাৰ ওপৰত। দেশৰ সুবোধ আৰু অবোধ সকলো ল'ৰা ছোৱালীকে সু শিক্ষা দি সু-নাগৰিক কৰি গঢ়ি তোলাৰ দায়িত্ব শিক্ষক শিক্ষয়িত্ৰী সকলৰ। তেওঁলোকে ল'ৰা-ছোৱালীবোৰক নৈতিক, কৰ্তব্য পৰায়ণ; জাতি-ধৰ্ম-ভাষাৰ গোষ্ঠীগত চিন্তাৰ বিদ্বেষী, জাতীয়তাবোধ আৰু স্বদেশ প্ৰেমত মতলীয়া; দেশৰ ঐক্য সংহতি, শান্তি-সম্প্ৰীতি সমৰ্থনকাৰী; নিস্বাৰ্থ আৰু পৰোপকাৰী আদি কৰি গঢ় দিব

পাৰিলে দেশৰ জয়জয় ময়ময় সুনিশ্চিত। তেওঁলোকে সিইঁতক এনে ধৰণে গঢ় দিবলৈ অসমৰ্থ হ'লে দেশ সকলো দিশতে অধঃ পতিত হয়। গতিকে এনে মহান দায়িত্ব বহন কৰা শিক্ষক শিক্ষয়িত্ৰীসকল কিমান ত্যাগী আৰু কৰ্তব্যপৰায়ণ হ'ব লাগে তাক তেওঁলোকে বুজিব লাগে। এই সন্দৰ্ভতেই কেৱল শিক্ষাগত অৰ্হতা আৰু পৰীক্ষাৰ ফলাফলৰ প্ৰতিভা নিশ্চয় শিক্ষক নিযুক্তিৰ মূল ভিত্তি হ'ব নোৱাৰে। যিসকলৰ নিজৰ কিছু স্বাৰ্থ ত্যাগ কৰি শিক্ষৰ গধুৰ দায়িত্ব বহন কৰাৰ আগ্ৰহ আৰু মানসিকতা আছে তেনে লোককহে শিক্ষকৰ পদত নিয়োগ কৰিব লাগে। মেধাবী হ'লেও পুলিচ বিভাগৰ মেজাজী লোক শিক্ষক পদৰ যোগ্য হ'ব নোৱাৰে। বিদ্যালয়, আচবাব, শিক্ষাৰ সা-সঁজুলি আদিৰ হীনতা বা অভাৱৰ বাবে শিক্ষা দানৰ পৰিবেশ নাথাকিলেও, ছাত্ৰ ছাত্ৰীৰ অভিভাৱক অভিভাৱিকা সকল দায়িত্বশীল আৰু সচেতন নহ'লেও; বিভাগীয় বিষয়া কৰ্মচাৰীৰ পৰা দৰ্মহা আ'দ লোৱাত অসুবিধা আদি পালেও আৰু নিজে আৰ্থিক দুৰৱস্থাৰ মাজত থাকিলেও শিক্ষক শিক্ষয়িত্ৰীয়ে নিজৰ পবিত্ৰ কৰ্তব্য দেশ আৰু জাতিৰ মঙ্গলৰ বাবে নিয়াৰিকৈ সম্পাদন কৰিবই লাগিব। যি কোনো অসুবিধাৰ অজুহাতত তেওঁলোকৰ কৰ্মৰ তিলমানো গাফিলতি বা হানি হ'লে দেশৰ অপূৰণীয় ক্ষতি হ'ব।

নিজে শিক্ষক হিচাপে শিক্ষাৰ প্ৰতি ছাত্ৰ ছাত্ৰীৰ অনীহা অহাটোৰ ওপৰত মতামত দাঙি ধৰাটো সমীচীন হ'ব। ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি অনীহাৰ যথেষ্ট কাৰণ আছে। তাৰ ভিতৰত প্ৰথম কাৰণ হিচাপে পৰিবেশ আৰু পাৰিপাৰ্শ্বিকতাক আঙুলিয়াব পাৰি। সাধাৰণতে পৰিবেশ আৰু পাৰিপাৰ্শ্বিকতাই প্ৰাথমিক আৰু মজলীয়া অবুজ বা কম বুজন ছাত্ৰ-ছাত্ৰীৰ ওপৰত ক্ৰিয়া কৰে, হাইস্কুলৰ পৰা বিশ্ববিদ্যালয়লৈকে বুজন হোৱা ছাত্ৰ ছাত্ৰীক ইয়ে কম ক্ৰিয়া কৰে বা একেবাৰে নকৰে। স্কুলত নপঢ়া ল'ৰা-ছোৱালী সকলক ৰাতিপুৱা গধূলি গাওঁ বা চহৰৰ ইফালে সিফালে অনাই বনাই ঘূৰি

ফুৰা দেখা পাই অবুজন ছাত্ৰ ছাত্ৰী সকলেও নিজৰ পঢ়া-শুনা বাদ দি সিহঁতৰ লগত ঘূৰি ফুৰে। ছাত্ৰ-ছাত্ৰীৰ এনে কাৰ্য্য চহৰকৈ গাওঁত বেছি। শিক্ষাৰ মোল বুজা বা শিক্ষিত পৰিয়ালত পৰিয়ালৰ লোকে নিয়মিতভাৱে পঢ়া শুনা কৰে। এনে পৰিয়ালৰ লোকসকলৰ মাজত মাজে সময়ে শিক্ষাৰ গুণগত দিশৰ ওপৰত আলোচনা বিলোচনা হয়। তাকে দেখি-শুনি তেনে পৰিয়ালৰ ল'ৰা-ছোৱালীও শিক্ষাৰ প্ৰতি অতি আগ্ৰহী হয়। সৰু অৱস্থাৰপৰাই লিখা-পঢ়াক নিচাত পৰিণত কৰাত অভিভাৱক-অভিভাৱিকা সকলৰ সচেতনতা আৰু তৎপৰতাৰ অভাৱৰ বাবেও ল'ৰা-ছোৱালী শিক্ষাৰ প্ৰতি অনাগ্ৰহী হৈ পৰে। দ্বিতীয়তে, আমাৰ শিক্ষাই (Education) জীৱনক কি দিব পাৰিছে তাক উপলব্ধি আৰু বিচাৰ কৰিব পৰা হোৱা ছাত্ৰ-ছাত্ৰীবোৰে আমাৰ তথাকথিত শিক্ষকৰপৰা জীৱনৰ প্ৰয়োজনীয় খিনি নেপাই তাক আগ্ৰহেৰে গ্ৰহণ কৰিবলৈ অনিচ্ছুক হৈ পৰিছে। তৃতীয়তে, আমাৰ দেশত প্ৰচলিত অন্যায়, অনিয়ম, দুৰ্নীতি আদিৰ বিৰুদ্ধে যুঁজ দিবলৈ সচেতন ছাত্ৰ-ছাত্ৰীসকলে আগবাঢ়ি যাব লগা হোৱাত সিহঁতে আন্দোলনৰ সন্মুখীন হ'ব লগা হয়। শিক্ষা বিভাগৰ বিষয়া-কৰ্মচাৰীৰ বিৰুদ্ধেও মাজে-সময়ে সিহঁতে আন্দোলন কৰিবলগা হয়। এই আন্দোলনৰ ফলতেই শিক্ষা বিভাগ আৰু শিক্ষাৰ প্ৰতি অলক্ষিতে আন্দোলনকাৰী ছাত্ৰ ছাত্ৰী সকলৰ ঘৃণা আৰু বিতৃষ্ণা ওপজে আৰু তাৰেই পৰিণতি স্বৰূপে শিক্ষাৰ প্ৰতি সিহঁতৰ অনীহা অহাটো স্বাভাৱিক। ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি অনীহাৰ ততোধিক কাৰণ আছে যদিও মোৰ দৰে কম বিদ্যা-বুদ্ধিৰ সাধাৰণ—শিক্ষক এজনৰ লেখনিৰ তৰল ভাৱ ভাষাত পাঠকে সোৱাদ নেপাব বাবে অযথা লেখনি দীঘলীয়া কৰি পাঠক সমাজক আমনি দিব খোজা নাই। মোৰ লেখনিৰপৰা কাৰোবাৰ সামান্যও লাভ হ'লেও মোৰ শিক্ষকতাৰ সাৰ্থক হ'ব।

# শ্ৰীহলধৰ চৌধুৰী ঃ অধ্যক্ষ

## চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়



সংক্ষিপ্ত জীৱনী ঃ

মোৰ জন্ম কামৰূপ ( বৰ্তমান নলবাৰী ) জিলাৰ চামতা গাওঁত। জন্মৰ তাৰিখ ( প্ৰকৃত ) ১৯৩২ চনৰ ২০ ফেব্ৰুৱাৰী ( চৰকাৰী হিচাপত ১৯৩৬ চনৰ ১ লা মাৰ্চ )। পিতৃৰ নাম ৺ ৰণীধৰ চৌধুৰী। তেখেত প্ৰাচীন ধৰ্মপুৰ মৌজাৰ ( বৰ্তমান দুখনত বিভক্ত—ধৰ্মপুৰ আৰু ক্ষেত্ৰী ধৰ্মপুৰ ) মৌজাদাৰ আছিল। মাতৃদেৱীৰ নাম আছিল ৺সুন্দৰী প্ৰিয়া চৌধুৰী এগৰাকী ধৰ্ম প্ৰাণ মহিলা। ভাই-ভনীখিনি মুঠতে ১১ গৰাকী আছিল।

শৈশৱ আৰু কৈশোৰ চামতা গাওঁতে অতিবাহিত হয়। প্ৰাথমিক শিক্ষা শেষ হোৱাৰ পাছত ১৯৪৪ চনত চামতা হাইস্কুলত ( বৰ্তমান উচ্চতৰ মাধ্যমিক ) মাধ্যমিক শিক্ষাৰ বাবে ভৰ্ত্তি হৈ ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হওঁ। সেই বছৰতে উচ্চ শিক্ষাৰ বাবে গুৱাহাটীৰ কটন কলেজত I. Sc. শাখাত

ভৰ্ত্তি হৈ ১৯৫৪ চনত I. Sc. আৰু সেই কলেজৰ পৰাই ১৯৫৭ চনত B. Sc. ডিগ্ৰী লাভ কৰোঁ। ২য় মহাসমৰৰ বাবত অৰ্থ নৈতিক অৱস্থাৰ দুৰবস্থা হেতু পুনৰ ঘৰুৱা আৰ্থিক অৱস্থাৰ কাৰণে স্নাতকোত্তৰ ডিগ্ৰীৰ কাৰণে চেষ্টা কৰিব নোৱাৰিলোঁ— ।

সৰুৰে পৰাই শিক্ষকতাৰ প্ৰতি ঢাউতি আছিল। আৰু তাৰেই প্ৰতিফলন ঘটিল ১৯৫৭ চনৰ ১০ চেপ্তেম্বৰত মোৰ জীৱনত। B.Sc. শিক্ষকৰ সেই সময়ত বৰ অভাৱ হেতু চামতা হাইস্কুলৰ কতৃপক্ষৰ পৰা দাক পৰিল স্কুলৰ খালি হোৱা পদটি পূৰণ কৰাৰ বাবে। সেই দিনা মাত্ৰ ১১০·০০ (অন্তত কৈ ১০·০০ বেছি হাৰত) মাহিলী দৰমহাত অসমৰ প্ৰধান আৰু সু-খ্যাতি থকা বিদ্যালয়খনত চাকৰিত সোমাও— । তেতিয়াৰ পৰাই এই বিদ্যালয়তে আজিলৈ সেৱা আগ-বঢ়াই আহিছোঁ। কৃতী শিক্ষক হোৱা প্ৰকৃততে দুৰহ কাম। কিন্তু অইনে মোৰ সেৱাৰ কি ধৰণে মূল্যায়ণ কৰিছে সেইটো নেজানো; কিন্তু মই যিখিনি মোৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে কৰিছোঁ সেইখিনি নিষ্ঠাৰে কৰিছোঁ বুলি মোৰ আত্ম বিশ্বাস আছে। ১৯৭৯ চনত উপাধ্যক্ষ হোৱাৰ পাছত চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত যোৱা ১৯৮৭ চনৰ পৰা অধ্যক্ষ হিচাপে কাৰ্য্যনিৰ্ধি কৰিছোঁ।

শিক্ষকতা জীৱনৰ মাজেদিয়েই মই ১৯৬৪ চনৰ পৰা ১৯৮২ চনলৈ ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনীৰ নৌ শাখা বিষয়া হিচাপে সেৱা আগবঢ়োৱাৰ সুবিধা পাইছিলোঁ। ফলত এখন বহল সমাজৰ লগত পৰিচয় ঘটাৰ সুযোগ আহিছিল। প্ৰশিক্ষণৰ বাবে দক্ষিণৰ সুদুৰ কেৰেলা, গোৱা প্ৰভৃতি ৰাজ্যৰ জন সমাজৰ জীৱন ধাৰণ, তেওঁলোকৰ শৈক্ষিক দিশৰ উন্নতি দেখি তবধ মানিছিলোঁ— ।

১৯৬৭-৬৮ চনৰ পৰাই নলবাৰী জিলা সন্থাৰ জৰিয়তে মই পোন প্ৰথমবাৰৰ বাবে শিক্ষক—কৰ্মচাৰী সকলৰ মুখ্য সংগঠন তেতিয়াৰ অসম সাহাযা প্ৰাপ্ত হাইস্কুল শিক্ষক সন্থাৰ নলবাৰী জিলা গোটৰ সদস্য, আৰু তাৰ পাচত জিলা সন্থাৰ সম্পাদক হিচাপে কাম কৰাৰ সুবিধা

পাওঁ। ইয়াৰ পাচত ১৯৭৩ চনৰ নবেম্বৰ মাহত শিৱসাগৰত অনুষ্ঠিত সন্থাৰ বাৰ্ষিক সভাত প্ৰথমবাৰৰ বাজ্যিৰ সন্থাটোৰ সাধাৰণ সম্পাদকৰ পদলৈ নিৰ্বাচিত হওঁ। তেতিয়াৰ পৰা একেৰাহে ৯ বছৰ কাল (১৯৮২ চনলৈ) মই সন্থাৰ সাধাৰণ সম্পাদক হিচাপে কাৰ্য্য নিৰ্বাহ কৰোঁ। মোৰ এই সময় ছোৱাৰ গুৰুত্বপূৰ্ণ আৰু স্মৰণীয় ঘটনা হ'ল সামগ্ৰীকভাবে ঘাটি মঞ্জুৰী প্ৰাপ্ত মাধ্যমিক স্তৰৰ বিদ্যালয় সমূহৰ শিক্ষক কৰ্মচাৰী সকলৰ চাকৰি প্ৰাদেশীকৰণ। ইয়াৰ ফলত আইন প্ৰণয়ন আৰু বিধি আদি প্ৰস্তুত হোৱাৰ বাবে শিক্ষক-কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা আহি পৰাৰ লগতে দা-দৰ্মহাৰ সুবিধা তৎকালেই ভোগ কৰাৰ স্থিৰতা আহে আৰু অবসৰৰ পাচত চৰকাৰী নিয়মত মাহিলী পেঞ্চন, পৰিয়াল পেঞ্চন আৰু অৱসৰ কালীণ ভাট্টা আদি শিক্ষক কৰ্মচাৰী সকলে পাব পৰা হৈছে। ফলত এতিয়া হাজাৰ হাজাৰ শিক্ষক কৰ্মচাৰী অৱসৰৰ পাচত দুৰ্দশাগ্ৰস্ত হব লগীয়া হোৱা নাই। ১৯৮২ চনৰ পৰা এতিয়ালৈ (১৯৮৮) মই উক্ত সন্থাটোৰ (বৰ্তমান অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থা) সভাপতিৰ দায়িত্বত আছোঁ। ১৯৭৩ চনৰ পৰা ১৯৮৮ চনলৈ একেৰাহে এই সন্থাৰ গুৰু দায়িত্ব বহন কৰাৰ সময়ত তিতা-কেহা সোৱাদ মাজে মাজে পাইছিলোঁ। যদিও মই সততে সকলোৰে সৈতে সু-সম্পৰ্ক বজাই ৰাখি আহিছোঁ। ফলত অসমৰ শিক্ষক-কমচাৰী সকলৰ ভবিষ্যৎ সুৰক্ষা দিয়াত কৃত-কাৰ্য্যতা লাভ কৰাৰ বাবেই কিজানি তেখেত সকলে এতিয়াও সেই-ভালপোৱাৰ এনাজৰীৰে বান্ধি ৰাখিছে।

সন্থাৰ সাধাৰণ সম্পাদক তথা সভাপতি হোৱাৰ সূত্ৰে মই অসম মাধ্যমিক পৰিষদ (SEBA)ৰ সদস্য হিচাপে ১৯৭৩ চনৰ পৰাই একেৰাহে আজি ১৫ বছৰে ৰাজ্যভাৰ মাধ্যমিক স্তৰৰ শিক্ষাৰ প্ৰসাৰ তথা উন্নতিকল্পে কাম কৰি আহিছোঁ। কিন্তু সেয়ে হলেও মই সুখী হোৱা নাই। পৰিষদৰ মজিয়াত স্পষ্ট ভাষাত শৈক্ষিক অবনতিৰ দিশলৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি আহিছোঁ? যদিও সৰ্বস্তৰৰ

বিভিন্ন সংশ্লিষ্ট ব্যক্তিৰ অমনোযোগিতা হেতু আজি পৰ্য্যন্ত আশানুৰূপ ফল দেখা নাই। মোৰ মনত খেদ হয় যে শিক্ষকসকলৰ মাজতো প্ৰকৃতাৰ্থত নিষ্ঠাবান শিক্ষকৰ অভাৱ হোৱা হেতুকে। ছাত্ৰ-ছাত্ৰী, সমাজ অভিভাৱক আৰু চৰকাৰৰ বিভিন্ন দপ্তৰৰ উদাসীনতা থকা সত্তেও নিষ্ঠাবান শিক্ষকে শিক্ষাৰ ক্ষেত্ৰত বৈপ্লৱিক পৰিবৰ্তন আনিব পাৰে।

২। ওপৰত উল্লেখ কৰা মোৰ সংক্ষিপ্ত জীৱনীৰ মাজত আপুনি বিছৰা প্ৰশ্ন সমূহৰ ব' উল্লিখিত বিষয় সমূহৰ উত্তৰ বা মোৰ বক্তব্যৰ ইঙ্গিত আছে। মাত্ৰ দুটা গুৰুত্বপূৰ্ণ বিষয়ত—(৫) শিক্ষা ব্যৱস্থা কেনে হোৱাটো বিছাৰো আৰু (৭) ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি অনিহা হোৱাত মোৰ মতামত কি—এই দুটা বিষয়ে মোৰ বক্তব্য বা ধাৰণা তলত দিয়া ধৰণে দাঙ্গি ধৰিব বিছাৰোঁ।

উপনিষদ, তন্ত্ৰ আদি শাস্ত্ৰত এষাৰ কথা আছে বিদ্যাৰ ক্ষেত্ৰত। কথাষাৰ হ'ল—"সা বিদ্যা যা বিমুক্তয়ে।" অৰ্থাৎ সমস্যা জৰ্জৰিত আমাক যিয়ে মুক্তি দিব পাৰে, তেনে অৰ্থকৰী বিদ্যা আমাক লাগে। কিন্তু ভাৰতীয় দৰ্শনৰ মূল সুতিৰ পৰা আমি আতৰি গৈ পাশ্চাত্য ভাব-ধাৰাৰে প্ৰভাবান্বিত হৈ আমি এনে বিদ্যা বা শিক্ষাৰ ব্যৱস্থা কৰিছোঁ যাৰ দ্বাৰা প্ৰকৃতাৰ্থত আমি মুক্তি নেপাও বা আমাৰ আৰ্থ-সামাজিক বা আধ্যাত্মিক দিশৰ উৎকৰ্ষ সাধন নহয়। ফলত অৰ্থকৰী শিক্ষাৰ অভাৱত আমাৰ যুৱক-যুৱতীসকল হতাশাগ্ৰস্ততাত ভুগিছে। আৰু এই হতাশা গ্ৰস্ততাই আনি দিয়ে শিক্ষাৰ প্ৰতি অনিহা। ইয়াৰ বাবে বৰ্তমানৰ সামাজিক প্ৰক্ৰিয়াটোই দায়ী। লগতে শিক্ষাৰ নীতি নিৰ্দ্ধাৰণ কৰোতা সকলে দায়ী। কিয়নো ছাত্ৰ-ছাত্ৰীৰ অভাৱৰ প্ৰতি তেওঁলোক ভালদৰে সজাগ নহয়। যিসকলে সাধাৰণৰ কাৰণে শিক্ষা-নীতি ৰচনা কৰে, সেই সকলৰ লৰা ছোৱালীক কণভেণ্ট পাবলিক স্কুলত পঢ়িবলৈ দিব বিছাৰে। সাধাৰণবোৰৰ বৃহত্তৰ অংশই— গাওঁৰ বোকা পানীৰ মাজত হে শিক্ষা লাভ কৰে। সেয়ে সকলোৰে কি শিক্ষা ব্যৱস্থা হব লাগে তাৰ মূল্যায়ণ স্বাধীনোত্তৰ কালত ভাৰত-

বৰ্দ্ধিত আজি পৰ্য্যন্ত হৈ উঠা নাই যেন লাগে। নিজৰ আইক, নিজৰ মাতৃভূমিক নিজৰ সংস্কৃতিক নিজৰ দেশক ভাল পাবলৈ শিকাব বা.বেহে শিক্ষা ব্যৱস্থা লাগে। তেনে ব্যৱস্থাইহে সু-নাগৰিক গঢ়িব পাৰে অন্যথাই হব নোৱাৰে। সু নাগৰিক হলে দুৰ্নীতি আতৰিব আৰু তেতিয়াই প্ৰকৃত গুণৰাশিৰ বিকাশ হব। সমাজ তথা ৰাষ্ট্ৰই এই বিষয়ত চিন্তা কৰক।

# শ্ৰীডালিম পাঠক

দেবগাওঁ উচ্চতৰ মাধ্যমিক বিদ্যালয়



বৰপেটা জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ আমুখোৱা গাৱঁৰ এটি দুখীয়া খেতিয়ক পৰিয়ালত মোৰ জন্ম হয় ১৯৩৫ চনৰ ১১ জানুৱাৰী সোমবাৰৰ দিনা। মোৰ পিতা আছিল ৺পৰশুৰাম পাঠক আৰু মাতৃ শ্ৰীযুতা ঠগেশ্বৰী পাঠক। আমাৰ সাতজন ভাই ভনী আছিল। ১৯৬৩ চনৰ বহাগ মাহত লাছিমা গাঁৱৰ শ্ৰীমতী নীলিমা ডেকা এম এৰ লগত মোৰ বৈবাহিক সম্বন্ধ স্থাপন হয়। আমাৰ পাঁচোটি ল'ৰা ছোৱালীৰে এখন সংসাৰ আৰু বৰ্তমান দেবগাওঁৰ বাসিন্দা।

১৯৪৬ চনত ১ নং আমুখোৱা প্ৰাথমিক বিদ্যালয়ত শিক্ষা জীৱন আৰম্ভ কৰি ১৯৫০ চনত আমুখোৱা এম ই স্কুল, ১৯৫৪ চনত হাইস্কুল, ১৯৫৬ চনত নলবাৰী কলেজৰ পৰা আই. এ, ১৯৫৯ চনত বি. এ, ১৯৬৫ চনত এম. এ পাছ কৰো। আইন কলেজতো পঢ়া আৰম্ভ কৰিছিলোঁ।

ঘৰত শিক্ষা লাভৰ পৰিবেশৰ অভাৱ আছিল যদিও পিতা-মাতাৰ আৰু পৰিয়ালৰ লোকসকলৰ বিদ্যাৰ প্ৰতি উৎসাহ আৰু মোৰ তৃষ্ণাই

আজি এই স্তৰত উপনীত কৰাইছেহি। মোৰ জীৱনৰ হিতাকাংখী আৰু পৰামৰ্শদাতা আমৃখোৱা হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক ৺প্ৰাণহৰিদেৱ গোস্বামীক চিৰদিন শ্ৰদ্ধাৰে সোঁৱৰণ কৰিবলৈ বাধ্য হৈছো। মোৰ কাৰণে শিক্ষাগুৰু আছিল দ্বিতীয় স্থানত। "গুৰু দেবো ভবঃ" আমি বিদ্যালয়ৰ পৰা বিদায় কালত শিক্ষকৰ চৰণ চুই প্ৰণাম জনাই অশ্ৰুশিক্ত জলে বিদায় মাগিছিলো।

নিজে অতি মেধাসম্পন্ন ছাত্ৰ নহলেও মোৰ জ্ঞানতৃষ্ণা আছিল অত্যন্ত বেছি। সকৰেপৰা কীৰ্তন ঘোষা, মহাভাৰত বাৰে বাৰে পঢ়িছিলো। সেই সময়ত আমাৰ মহাভাৰত, ৰামায়ণ পঢ়া নিয়মিত ব্যৱস্থা আছিল। পঢ়া-শুনা আৰু খেতিপথাৰৰ কাম আমি সমস্তৰাল ভাৱে কৰিব লগা হৈছিল। উচ্চ শিক্ষাৰ লোৱাৰ ইচ্ছা নাছিল যদিও প্ৰৱেশিকা পাছ কৰাৰ অন্তঃত পিতা-মাতাৰ উদগণিত কলেজত নাম ভৰ্ত্তী কৰি এম. এ. পৰ্য্যন্ত পাছ কৰিবলৈ সমৰ্থ হওঁ। মোৰ উচ্চ শিক্ষা লাভ কৰাত অৰ্থনীতিৰ অধ্যাপক শ্ৰীদেৱ কুমাৰ বানাৰ্জী আৰু অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ অৱদান, উৎসাহ আৰু সহায় উল্লেখযোগ্য। স্নাতকোত্তৰ শ্ৰেণীত মই আছিলো ফিলোছফিকেল ফোৰামৰ সম্পাদক।

## শিক্ষকতাৰ পটভূমি

১৯৫৮ চনত আমৃখোৱা হাইস্কুলত শিক্ষকতা পদত ভৰ্ত্তি হোৱাৰ পৰাই মোৰ শিক্ষকতাৰ জীৱন আৰম্ভ হয়। ১৯৫৯ চনত স্নাতক শিক্ষকৰূপে সৰুক্ষেত্ৰী হাইস্কুলত যোগদান দিওঁ। তাত এবছৰৰ কাম কৰাৰ অন্তঃত এম. এ. পঢ়িবলৈ আহো। এম. এ. পাছ কৰি ১৯৬৩ চনৰ পাঁচ অক্টোবৰৰ পৰা দেৱগাওঁ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত তৰ্ক-বিদ্যাৰ শিক্ষকৰূপে যোগদান কৰি অদ্যপৰিমিত সেইদৰে কাম কৰি আছিছো। মই জীৱনত শিক্ষকতা পদৰ বাহিৰে কোনো চাকৰি বিচৰা নাই—কাৰণ শিক্ষকৰ পদটো মোৰ কাৰণে অতি পবিত্ৰ আৰু আদৰ্শ কাম।

## জীৱনৰ মূল্যায়ণ

নিজেই নিজৰ জীৱনৰ মূল্যায়ণ কৰা অতি সহজ কথা নহয়। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল—"আমাৰে যেন না কৰি প্ৰচাৰ আমাৰ আপোন কাজে, তোমাৰি উচ্চা কৰোহে পূৰ্ণ আমাৰা জীৱন মাজে।"—ইয়াকে মনত ৰাখি ধৰ্ম, কলা-সংস্কৃতি, সাহিত্য, শিক্ষা আৰু সমাজৰ লগত জড়িত থকা কেইটামান কথা উল্লেখ কৰিলো। ছাত্ৰ অৱস্থাৰ পৰাই মই সামাজিক কামত নিজকে জড়িত কৰি আহিছো। ৺ৰাজেন্দ্ৰনাথ ডেকাচাৰে "আমৃখোৱা চিনাকি" পুথিৰ পাতনিত লিখিছে—"শ্ৰীমান পাঠক বোপা আমাৰ নিজগাওঁ আমৃ-খোৱাৰ এজন উচ্চ শিক্ষিত, উচ্চভিলাষী, সমাজসেবী সহজ সৰল, ধৰ্মপ্ৰাণ যুৱক। ছাত্ৰ অৱস্থাৰ পৰাই সমাজকল্যাণ কামত ব্ৰতী। আমৃখোৱাত এনে এটি অনুষ্ঠান নাই য'ত তেওঁ জড়িত নহয়।"

গাৱঁলীয়া দুখীয়া ছাত্ৰসকল নগৰৰ কলেজত পঢ়াটো কি বিৰম্বনা সেই কথা ভুক্তভোগীসকলেহে জানে। এই তিক্ত অভিজ্ঞতাই মোক এম. এ. পঢ়ি থকা অৱস্থাতে সকক্ষেত্ৰীত এখন কলেজ প্ৰতিস্থাৰ বাবে মনত খেলা কৰিবলৈ ধৰে। দেৰগাওঁৰ পৰাই অঞ্চলটোৰ নেতৃস্থানীয় সকললৈ চিঠি লিখি কলেজ এখন খোলাত আগভাগ গ্ৰহণ কৰো। কলেজৰ বাবে ১৯৬৪ চনত কুৰিবিঘা মাটি কিনি দিয়াৰ প্ৰতিশ্ৰুতি দিও আৰু যথা সময়ত মাটিৰ মূল্য আদায় দি কলেজ কতৃপক্ষক মাটি চমজাই দিয়া হয়। ইয়াৰ উপৰিও আমৃখোৱা হাইস্কুলত সৰ্বোচ্চ নম্বৰ পোৱাৰ বাবে ৺কাহিৰাম সোঁৱৰণী বঁটা, দেৰগাওঁ উচ্চ মাধ্যমিক পৰীক্ষা কেন্দ্ৰত অসমীয়াত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰীক "ভাবা ওজা হেমচন্দ্ৰ বৰুৱা সোঁৱৰণী বঁটা (১৯৬৩) গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া এম. এ ত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰীক "শঙ্কৰদেৱ বটা, ১৯৭০ চনত এম. এ. দৰ্শনত "ডঃ সৰ্ব্বপল্লি ৰাধাকৃষ্ণন বঁটা ১৯৭৩ চনত এম. এ. ৰাজনীতি বিজ্ঞানৰ বাবে "আব্ৰাহাম লিংকন বঁটাৰ যাৱতীয় খৰছৰ বাবে পুঁজিৰ যোগান ধৰা হয়। যিখিনি পুজি দান কৰা হৈছে

ইয়াৰ পৰা লাভ কৰা সুদেৰে যিসকল মহান পুৰুষে জনসাধাৰণক জীৱনত পোহৰ বিলাই গৈছে, তেওঁলোকৰ গুণ আৰু আদৰ্শৰে অনুপ্ৰাণীত হৈ ছাত্ৰ-ছাত্ৰীসকল উৎসাহিত হওঁক এয়ে আমাৰ কাম্য।

বিদ্যালয়ৰ অধ্যক্ষ শ্ৰীযুত ইন্দ্ৰেশ্বৰ শৰ্মা ডাঙৰীয়াই এটি পৰিচয় শীৰ্ষক প্ৰবন্ধত লিখিছিল--"শ্ৰীপাঠকে আৰম্ভৰপৰা বৰ্তমানলৈকে বিদ্যালয়ৰ সামূহিক উন্নতিৰ বাবে বিভিন্ন দিশত অবিহণা যোগাই আহিছে। মনকৰিবলগীয়া কথা যে জগতত বহুশ্ৰেণীৰ লোক আছে—যি সকলৰ এচামে সমাজৰ কাৰণে সামান্য আগবঢ়াই ক্ষান্ত থাকে আৰু এচামে আকৌ নীৰবে আজীৱন সামাজিক কামত আত্ম নিয়োগ কৰি তৃপ্তি লাভ কৰে। শ্ৰীপাঠকদেৱ পিছৰ চামৰ লোক।"

দেৰগাওঁ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত যোগদান কৰাৰে পৰা সদৌ অসম উচ্চ মাধ্যমিক বিদ্যালয় শিক্ষক সংস্থাৰ লগত সক্ৰিয়ভাৱে জৰিত হৈ পৰোঁ। প্ৰায় চাৰিবছৰ গোলাঘাট জিলা শিক্ষক সন্থাৰ শিক্ষা শাখা সমিতিৰ সম্পাদক আছিলোঁ। ইয়াৰ জৰিয়তে শিক্ষাচক্ৰ আলোচনা চক্ৰৰ আয়োজন কৰিছিলোঁ। ১৯৮৬-৮৭ চনত ৰাজ্যিক সন্থাৰ উপ-সভাপতি আৰু বৰ্তমান শিৱসাগৰ জিলা উচ্চতৰ মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সংস্থাৰ সম্পাদকৰূপে কাম চলাই আহিছোঁ।

১৯৭৯ চনত সন্থাৰ অধিবেশনৰ সৰ্বসন্মত প্ৰস্তাৱ অনুসৰি উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত ক'লা, বিজ্ঞান আৰু বাণিজ্য শাখাত যি কেইজন ছাত্ৰ ছাত্ৰীয়ে প্ৰথম স্থান লাভ কৰে তেওঁলোকক পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰা হয়। সেই উদ্দেশ্যে "উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষা পুৰস্কাৰ নিধি" নামে ন্যাস খুলি সম্পাদকৰ ভাৰ বহন কৰিব লগা হয়।

অসমীয়া ভাষা সাহিত্যৰ উন্নতি কল্পে মোৰ সাধ্যানুসৰি অবিহণা আগবঢ়াই আহিছোঁ। ১৯৬৬ চনৰ পৰা বিভিন্ন আলোচনী, বাতৰি কাকত, স্মৃতিগ্ৰন্থত মোৰ লিখনি প্ৰকাশ হৈছে। United Schools Organisation সম্পৰ্কতও লিখা মেলা কৰিছোঁ। বৰ্তমান মই অসম

সাহিত্য সভাৰ আজীৱন সদস্য। বৰ্তমানলৈকে মোৰ প্ৰকাশিত পুথি সমূহ হ'ল দেৱগাওঁৰ চমু পৰিচয় (১৯৭০), আমুখোৱাৰ চিনাকি (১৯৭৪) দয়ালু পাঠকৰ বংশাৱলী (১৯৮৩), শিক্ষা আৰু জীৱন (১৯৮৪) আৰু ধ্বনি আৰু প্ৰতিধ্বনি (১৯৮৮)

## প্ৰচলিত শিক্ষাব্যৱস্থাৰ প্ৰতি মনোভাৱ

শিক্ষাৰ প্ৰচলিত ব্যৱস্থা আৰু মোৰ মনোভাৱ বিভিন্ন আলোচনী, বাতৰি কাকতত লিখা প্ৰবন্ধ, চিঠি পত্ৰৰ জৰিয়তে প্ৰকাশ কৰি আহিছো। মই ভাবোঁ আমাৰ শিক্ষা পদ্ধতিত ইংৰাজে এৰি থৈ যোৱা চহৰমুখী কেৰেণী সংস্কৃতিৰ শিক্ষা পদ্ধতিকে চলাই থকা হৈছে। ফলত দেশত শিক্ষিত নিবনুৱাৰ সংখ্যা বৃদ্ধি হৈ আহিছে। এই সমস্যা সমূহৰ কথা সদায় কোৱা হৈছে—কিন্তু সমাধানৰ ব্যৱস্থা কোনো আয়োগে কৰা নাই। শিক্ষা পদ্ধতিয়ে গঢ়ি তোলা নাগৰিকসকলৰ আত্ম নিৰ্ভৰশীল মনোভাৱ, এটা সংস্কৃত জীৱন গঢ়ি তোলাৰ মনোভাৱ নৈতিক চৰিত্ৰ গঠন আদি মনোভাৱ সৃষ্টি কৰাত ব্যৰ্থ হৈছে। যি কোনো সজ কৰ্মইযে জীৱন নিৰ্বাহৰ বাবে লক্ষ্মীস্বৰূপ তেনে মনোভাৱ আমাৰ শিক্ষিতসকলৰ মনৰপৰা সম্পূৰ্ণ আঁতৰি গৈছে। ইয়াক ঘূৰাই অনাটো নিতান্ত প্ৰয়োজন হৈ পৰিছে। মানুহক কৰ্মৰ কাৰণে সৃষ্টি কৰা হৈছে, কৰ্মহীন জীৱন ধাৰণৰ বাবে নহয়।

শিক্ষকৰ ছাত্ৰৰ প্ৰতি দয়া আৰু ছাত্ৰৰ শিক্ষকৰ প্ৰতি ভক্তি - আমাৰ শিক্ষাৰ এই মুল সূত্ৰটো একেবাৰেই অপ্ৰচলিত হৈ পৰিছে। বিত্যালয়ৰ ঘৰ-দুৱাৰ শিক্ষাৰ বাবে সিমান গুৰুত্বপূৰ্ণ নহয়, যিমান গুৰুত্বপূৰ্ণ শিক্ষক ছাত্ৰৰ সম্বন্ধ, গুৰুত্বপূৰ্ণ শিক্ষকসকলৰ অধ্যাপনাৰ প্ৰতি আগ্ৰহ আৰু ছাত্ৰসকলৰ জ্ঞান লাভৰ বাবে তৃষ্ণা। আমি ঘৰ-দুৱাৰ, আচবাবত যিমান গুৰুত্ব দিব খুজিছোঁ, জ্ঞানৰ দিয়া-লোৱা ব্যৱসায়ত সিমান গুৰুত্ব দিব খোজা নাই কিয়? এইটোৱেই হৈ পৰিছে প্ৰশ্ন। ছাত্ৰ-ছাত্ৰীসকলেও সমাজত চলি থকা অন্যায় অনীতিবোৰ

দেখি শুনি তেনেধৰণৰ মনোবৃত্তি গঢ়ি তুলিব খুজিছে। অভিভাৱক শিক্ষা বিষয়া অথবা সমাজৰ নেতৃবৃন্দ যদি দুৰ্নীতি পৰায়ণ হয়, ল'ৰা ছোৱালীৰ নৈতিক চৰিত্ৰ ভাল হোৱাৰ আশা কেনেকৈ কৰিব পাৰি?

নিৰক্ষতা দূৰীকৰণ কথাটো এটা প্ৰসঙ্গতহে পৰিণত হৈছে। দেশ স্বাধীন হোৱাৰ ৪১ বছৰৰ পিছটো আমাৰ দেশৰ নিৰক্ষতাৰ সংখ্যা শতকৰা ৬৪ ভাগ। গণতান্ত্ৰিক দেশ এখনত শতকৰা ৬৪ জন নাগৰিকে যদি বিভিন্ন ৰাজনৈতিক দলৰ নিৰ্বাচনী ইস্তাহাৰ নপঢ়াকৈ ছবি চাই ভোটাধিকাৰ সাব্যস্ত কৰে, তেন্তে দেশৰ প্ৰশাসন কেনে হ'ব তাক সহজেই অনুমান কৰিব পাৰি।

যি শিক্ষাই ছাত্ৰ-ছাত্ৰীৰ মনৰ বিকাশ সাধন কৰি হাঁহিমুখে সংসাৰত জীৱন যাপন কৰাৰ উদগনি দিব লাগে – সেই শিক্ষাই আজি ছাত্ৰ-ছাত্ৰীসকলক ভবিষ্যতৰ এখন ভয়াবহ ছবি প্ৰদৰ্শনৰ সংকেত প্ৰদান কৰিছে। এই ছবিত আছে ভয়, শঙ্কা আৰু নৈৰাশ্য। আজিৰ সমাজত ব্যক্তি কেন্দ্ৰীক মনোভাৱ উদ্ভৱ হৈ সেই ভাব মনোবৃত্তিত পৰিণত হৈ পৰিছে। সমাজত গা কৰি উঠা ব্যক্তিকেন্দ্ৰীক মনোভাব দয়া, মৰম, সহানুভূতি, সহযোগিতা বদান্যতা, মহানুভৱতা ইত্যাদি মানবীয় গুণবোৰৰ বিনাশ ঘটাব ধৰিছে। মানুহৰ এই সৎ গুণবোৰ নহলে সমাজ কিমান দিন জীয়াই থাকিব? এই সদগুণবোৰ ল'ৰা-ছোৱালীৰ কোমল বয়সতে বিকাশ সাধি ব্যক্তি কেন্দ্ৰীক মনোভাৱৰ পৰিৱৰ্তে সমাজকেন্দ্ৰীক মনোভাব গঢ়ি তোলাটো শিক্ষাৰ গুৰু দায়িত্ব। আমি অকলে জীয়াই থাকিব নোৱাৰোঁ, লগে ভাগেহে জীয়াই থাকিব লাগিব—এই ভাবেৰে ছাত্ৰ-ছাত্ৰীক গঢ়ি তুলিবলৈ চেষ্টা কৰা হোৱা নাই। কিন্তু এইটো কৰাটো অপৰিহাৰ্য্য। মুঠতে বৰ্তমান শিক্ষা ব্যৱস্থাই আমাক কোন পিনে নিবলৈ ওলাইছে আমি ধাৰব পৰা নাই।

## কেনে শিক্ষা কাম্য

মোৰ আদৰ্শ নাগৰিক ৰজা জনক। কিয়নো, জনকে প্ৰজাবৎসল ৰজা হিচাপে দেশ শাসন কৰিছিল, এজন শ্ৰমিক হিচাবে পথাৰত হাল

যাই লখিমী চপাইছিল আৰু ব্ৰহ্মজ্ঞান লাভ কৰি ৰাজৰ্ষি হব পাৰিছিল। ৰজা জনকৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক তিনিও প্ৰকাৰৰ শক্তিৰ বিকাশ পাইছিল মোৰ মতে আমাৰ শিক্ষাব্যৱস্থাত ৰজা জনকৰ দৰে নাগৰিক গঢ়ি তুলিব পৰা শিক্ষানুষ্ঠান গঢ়ি তুলিব লাগে। শিক্ষানুষ্ঠানত জ্ঞান আৰু কৰ্মৰ সমন্বয় ঘটাব লাগিব যিটো প্ৰাচীন ভাৰতৰ শিক্ষা ব্যৱস্থাত আছিল। তাৰ প্ৰমাণ শ্ৰীকৃষ্ণ দামোদৰ, আৰুণি আদি কাহিনীত আছে।

বৰ্ত্তমান শিক্ষা পদ্ধতিত কেৱল স্মৃতি শক্তি ওপৰতে বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। পৰীক্ষা বিলাকত ছাত্ৰ-ছাত্ৰীৰ স্মৃতি শক্তিহে পৰীক্ষা কৰা হৈছে। সমস্যা সমাধানৰ বাবে বুদ্ধিৰ বিকাশত কম গুৰুত্ব দিয়া হৈছে। জীৱনৰ আৱশ্যকীয় সা সামগ্ৰীখিনি নিজে গঢ়ি লৈ চলিব পৰাকৈ যুগোপযোগী বিষয়বোৰৰ অনুশীলন কৰাব লাগিব। অভিভাৱক সকলো বাজহুৱা ভাবে সচেতন হোৱা উচিত যে—ল'ৰা ছোৱালী-বোৰ শিক্ষকৰ নহয়, নিজৰহে। শিক্ষকক গঢ়িবলৈ দিয়া হৈছে। গঢ় দিওতে নিজেও ছোৱা দৰকাৰ।

প্ৰাথমিক আৰু মাধ্যমিক বিদ্যালয়বোৰ জধে মধে গঢ়ি উঠাত বাধা দিব লাগে। সকলো সা-সুবিধাৰে স্কুলৰ সংখ্যা কম হওঁক কিন্তু উপযুক্ত শিক্ষকৰ তত্বাৱধানত শিক্ষাদান ভাল হওঁক। নিজৰ ল'ৰা-ছোৱালী ভাল হোৱা সকলোৰে কাম্য। পাঠ্যপুথিৰ বিষয়বস্তু নিৰ্বাচন, নিৰ্ভুল ভাষা আৰু বৰ্ণ শুদ্ধিৰ কথা বিশেষভাবে লক্ষ্য ৰাখিব লাগিব। মাধ্যমিক শিক্ষা স্তৰত জীৱনত লাগতীয়াল দুটা বিষয় পাঠ্যক্ৰমৰ অন্তভূক্ত হোৱাতো মোৰ কাম্য। প্ৰাথমিক চিকিৎসা বিজ্ঞান আৰু কৃষি। দুয়োটা বাস্তবিক দৃষ্টি ভঙ্গীৰে পাঠদানৰ ব্যৱস্থা কৰিব লাগে। চহৰ মুখী কেৰেণী সংস্কৃতিৰ মনোভাব সলনি কৰি কৃষিমুখী সংস্কৃতি মনোভাব গঢ়ি তুলিব লাগিব। তেতিয়া নিবনুৱা সমস্যাৰ কিয়দংশ সমাধান হব আৰু দেশৰ উৎপাদন বাঢ়িব। অসমত কাম কৰা, উপাৰ্জন কৰাৰ থল আছে—লাজৰোধে ইয়াক অৱনতি কৰিছে।

অসমত ১৯৬১ চনত হাইস্কুলত উচ্চতৰ মাধ্যমিক স্তৰটো জাপি নিদি মাধ্যমিক আৰু উচ্চ শিক্ষাৰ মাজতে এটি দুবছৰীয়া স্তৰৰ শিক্ষা প্ৰৱৰ্তন কৰি তাত দুটা শাখাৰ ব্যৱস্থা ৰখা হলে উত্তম ব্যৱস্থা হব বুলি আশা কৰিব পাৰিলোহেঁতেন। এটা বৃত্তিমুখী শিক্ষা আনটো উচ্চ শাখাৰ শাখা। তেনেহলে মজলীয়া বিধৰ ছাত্ৰ-ছাত্ৰীসকলে বৃত্তিমুখী জ্ঞান লাভ কৰি নিজকে আত্ম নিৰ্ভৰশীল কৰি গঢ়ি তোলাৰ সুবিধা পালেহেঁতেন, আনটো শাখাৰ ছাত্ৰসকলে উচ্চ শিক্ষা লাভৰ পিনে যাব পাৰিলেহেঁতেন।

## শিক্ষকলৈ পৰামৰ্শ

শিক্ষকলৈ এটি মাত্ৰ পৰামৰ্শ আমি নিজকে আত্মসমালোচনা কৰাৰ সময় আহি পৰিছে। এই গুৰু দায়িত্ব পালন কৰিব লাগিলে শিক্ষকতাৰ ব্ৰত লোৱা প্ৰতিজন নাগৰিকে নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি সচেতন হোৱা প্ৰয়োজন হৈ পৰে। দায়িত্ব সম্পন্ন কৰিব পাৰিলেহে নিজকে শিক্ষক বুলি দাবী কৰাৰ অধিকাৰ আছে। কিন্তু মযো এজন শিক্ষক চিন্তা সেইখিনিতে। কাৰণ নিজে শিক্ষক হৈ মই কি কৰিব পাৰিছোঁ। ছক্ৰেটিচে কৈছে– "know thyself" নিজকে জানা। শিক্ষকৰ অন্ত দৃষ্টি আৰু বহিদৃষ্টি সমানে থাকিব লাগে। ছাত্ৰ-ছাত্ৰীৰ প্ৰতি দয়াশীল হোৱাটো শিক্ষকৰ প্ৰধান আৰু প্ৰথম গুণ। যিসকলে শিক্ষকতাক ব্ৰতৰূপে গ্ৰহণ নকৰি ব্যৱসায়ৰূপে গ্ৰহণ কৰা হৈছে—সেইসকলৰ মনত তেনে ভাবৰ উদয় হয়নে নহয় নাজানোঁ। শিক্ষকতা ব্ৰতৰূপে গ্ৰহণ কৰাটো মই কামনা কৰো।

শিক্ষকক আচাৰ্য্য বুলিও কোৱা হয়। কাৰণ শিক্ষকৰ আচাৰ আৰু আচৰণ "কেৱল ছাত্ৰ সকলে নহয়, সমাজৰো আদৰ্শ। সেয়ে শিক্ষকৰ আচাৰ আৰু আচৰণ আদৰ্শনীয়ৰূপে মাৰ্জিত আৰু নিয়ন্ত্ৰিত হোৱা দৰকাৰ। বৰ্তমান আমাৰ সমাজত একাংশ শিক্ষকৰ আচৰণ অমাৰ্জিতৰূপ কাকতে পত্ৰে প্ৰকাশ পোৱাতো দুঃভাগ্যজনক। শিক্ষক

ছাত্ৰৰ সম্বন্ধ গুৰু শিষ্যৰ সম্বন্ধ। বন্ধুত্বৰ নহয় ছাত্ৰৰ শিক্ষকৰ প্ৰতি শ্ৰদ্ধা নহলে বিদ্যালাভ অসম্ভব। সেই শ্ৰদ্ধাৰ আসনত থাকিবলৈ শিক্ষকৰো সাধনতা থকা প্ৰয়োজন "শ্ৰদ্ধাবান লভতে জ্ঞানম্"

মোৰ ধাৰণা এজন শিক্ষকৰ বিচাৰক কোনো ওপৰৱলা নহয়— শিক্ষকৰ বিচাৰক কেৱল ছাত্ৰহে। শিক্ষকজন যদি সকলো প্ৰকাৰে ছাত্ৰসকলৰ প্ৰিয় আৰু শ্ৰদ্ধেয় হয় সেইজন শিক্ষক সুশিক্ষক বুলি কব পাৰি। নিজে যিটো কথাত বা বিষয়ত দক্ষতা আৰ্জন কৰিব নোৱাৰে তেনে কথা বা বিষয় ভুলকৈ ছাত্ৰক শিকোৱা উচিত নহয়। আজিৰ ছাত্ৰ কালিলৈ বিজ্ঞব্যক্তি হব। আজিৰ শিক্ষকৰ ভুলশিক্ষাৰ কথা যেতিয়া কালিলৈ তেওঁ জানিব সেই দিনা শিক্ষক তেওঁৰ ওচৰত পুতৌ তথা অৱজ্ঞাৰ পাত্ৰ হৈ পৰিব। গতিকে নিজৰ সন্মান চিৰ দিন অটুত ৰাখিবলৈ আজিৰপৰা শিক্ষক সাজু থাকিব লাগিব।

ৰাজনীতি আজি সকলো নীতিৰ লগত একেকাৰ হৈ পৰিছে। ৰাজনীতিৰ ক্ষমতাৰ মোহে শিক্ষক ছাত্ৰক গ্ৰাস কৰিব খুজিছে। কিছুমান শিক্ষক আৰু ছাত্ৰ জাহগৈছে। "ন হি জ্ঞানেন্ সদৃশং পবিত্ৰ মিহ বিদ্যতে" বোলা কথাষাৰৰ মূল্য আজি নাইকিয়া হব ধৰিছে যেন লাগে শিক্ষকতা কৰি দলীয় ৰাজনীতিত সোমোৱাটো শিক্ষকৰ বাবে অনিষ্টকৰ কথা। ৰাজনীতিৰ নেতা হিচাবে ক্ষমতা, আত্ম প্ৰতিষ্ঠা, আত্মপ্ৰকাশ কৰিব বিচাৰিলে শিক্ষকতা ত্যাগ কৰাই ভাল।

## শিক্ষাৰ প্ৰতি অনিহা

বৰ্তমান আমাৰ সমাজখন বৰ জটিল আৰু প্ৰতিযোগিতামূলক হৈ পৰিছে। ফলত বহুত পৰিয়াল জীয়াই থকাত সন্দিহান হৈ পৰিছে। শিক্ষাৰ ক্ষেত্ৰটো এই ব্যৱস্থাটোৱে দেখা দিছে। পঢ়া-শুনা কৰি কোনোমতে পাচ কৰি চাকৰি পোৱাৰ নৈৰাশ্য আৰু প্ৰখৰ বুদ্ধিৰ ছাত্ৰ-ছাত্ৰীসকলৰ লগত তুলনামূলকভাৱে নিজৰ দুৰ্বলতাৰ প্ৰতি লজ্জা-

গতা নিয় আৰু মধ্যবৃত্ত ছাত্র-ছাত্রীৰ মনত শিপাই নিৰুৎসাহ কৰিবলৈ ধৰিছে। ছাত্র-ছাত্রীয়ে পঢ়া-শুনাতকৈ কিবা এটি ধন উপাৰ্জনৰ পথ বিচাৰিহে ধ্যান ধাৰণা ৰাখে। ছাত্র ছাত্রীয়ে আত্ম বিশ্বাস, ধৈৰ্য্য আৰু সংযম হেকৰাই আত্ম সংৰক্ষণ আৰু বংশ সংৰক্ষৰ এই দুয়োটা মূল প্ৰবৃত্তিতে প্ৰতিহত হোৱা যেন অনুভৱ কৰি হতাশাগ্ৰস্ত হৈ পৰিব ধৰিছে - সেয়ে শিক্ষা প্ৰতি অনিহা আহিব ধৰিছে।

কিছুমান পৰিয়ালৰ ছাত্র ছাত্রীৰ পঢ়া শুনাৰ প্ৰতি অনিহা অহাটো স্বভাবজাত। পৰিয়ালত শিক্ষাৰ পৰিবেশৰ অভাব। কিছুমান ছাত্র-ছাত্রীৰ পঢ়াত একাগ্ৰতা থাকিলেও ঘৰুৱা আৰ্থিক অৱস্থাই পঢ়া-শুনাত বাধা দিয়ে আৰু অৱস্থাৰ তাড়নাত স্কুল এৰি জীৱন নিৰ্বাহৰ বাবে ধন উপাৰ্জনত ব্ৰতী হয়।

দেশত স্ত্রী শিক্ষাৰ প্ৰসাৰতা সুখৰ কথা। বৰ্তমান ছোৱালীৰ বিয়াৰ সমস্যাটোও কম ডাঙৰ সমস্যা নহয়। উপযুক্ত পাত্ৰ পালে শিক্ষা আধৰুৱা কৈয়ে অভিভাৱকে বিয়াদি দায় সাৰে আৰু কিছু-মানক বিয়া দিব নোৱাৰাৰ কাৰণে শিক্ষালয়লৈ পঠাই থাকে। আচলতে পঠাওটা আৰু পঢ়োতা কাৰো আগ্ৰহ নাথাকে। বিদ্যালয়ৰ অতিমাত্ৰা বন্ধ/হাফ আদিয়ে ছাত্র-ছাত্রীৰ পঢ়াৰ প্ৰতি আগ্ৰহ কমায়। পৰীক্ষাত দুৰ্নীতিয়ে গা-কৰি উঠাত ল'ৰা ছোৱালীয়ে নপঢ়াকৈ পৰীক্ষা পাছ কৰাৰ সপোন দেখে। মাফতে এচাম পাছ কৰি সৎ মেধা ছাত্র পৰীক্ষাত ফেইল হোৱা উদাহৰণে ছাত্র-ছাত্রীৰ পঢ়া-শুনাত প্ৰতিক্ৰিয়া সৃষ্টি কৰিছে।

জনশিক্ষা আৰু জনসংযোগৰ মাধ্যমৰূপে ব্যৱহাৰ কৰিবলৈ লোৱা চিনেমা, টেলিভিছন, ভিডিঅ' আদিয়েও ল'ৰা-ছোৱালীৰ পঢ়া-শুনাত কম অনিষ্ট কৰা নাই। সমাজত ক্ৰমাত বাঢ়ি অহা উৎসৱ পাৰ্বন আদিয়েও ল'ৰা ছোৱালীৰ পঢ়াত অনিহাৰ সৃষ্টি কৰিছে।

সকলো ৰাজনৈতিক দলেই আৰু নেতাই ছাত্র ছাত্রীসকলক ৰাজনীতিৰ হাতিয়াৰৰূপে ব্যৱহাৰ কৰাত, প্ৰলোভনৰ আশাত বন্দী

হৈ পঢ়া-শুনাতকৈ বাজে কামত অধিক সময় ব্যয় কৰাত শিক্ষাত অনিষ্ট আহিছে।

দেশৰ প্ৰশাসক, ৰাজনীতিবিদ, সমাজৰ কৰ্ণধাৰ সকলোৱে ভবা উচিত দলীয় স্বাৰ্থতকৈ ছাত্ৰ-ছাত্ৰীসকলৰ শিক্ষাৰ স্বাৰ্থ উৰ্দ্ধত ৰখা উচিত। সোণ ৰূপে দেশ নগঢ়ে, দেশ গঢ়িব উঠি অহা ল'ৰা-ছোৱালীবোৰহে।

সেয়ে আজিৰ শিশু, ভৱিষ্যত দেশৰ সম্পদ।

— × —

## শ্ৰীধৰ্মেশ্বৰ বৰঠাকুৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক

**নৰ্মাল অভ্যাসন বিদ্যালয়।**



যোৰহাট জিলাৰ সকচৰাই মৌজাৰ ৰবাগীবাৰী অঞ্চলত ১৮৪২ শকৰ ( ১৯২০ চনত ) কাতি মাহৰ ২৪ তাৰিখে প্ৰখ্যাত বামজু পৰিয়ালত জন্মগ্ৰহণ কৰো। মোৰ পিতৃদেৱ ৺ কমল বৰঠাকুৰ আৰু মাতৃদেৱী ডালিমী দেৱী। মোৰ পৰিয়াল এনেধৰণৰ—

পিতা কমল বৰঠাকুৰ

মাতৃ ডালিমী দেৱী




মোৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় ৪৮ নং পৰ্বতীয়া প্ৰাথমিক বিদ্যালয়ত। এই বিদ্যালয়ত শিক্ষা সাং কৰি যোৰহাট নৰ্মাল স্কুলত শিক্ষা লাভ কৰো। নৰ্মাল স্কুলৰ শিক্ষা আছিল শিক্ষকৰ শিক্ষা।

শিক্ষাই মোক শিক্ষকৰ বৃত্তিগ্ৰহণ কৰিবলৈ বাধ্য কৰাইছিল। আনহাতে সেই সময়ত শিক্ষকৰ বৃত্তিটোৱেই আছিল সমাজৰ সন্মানীয় পদ আৰু সেই বাবেই হয়তো শিক্ষকতা পদে মোক আকৰ্ষণ কৰিছিল। মধ্যবৃত্তি পৰিয়ালত জন্ম গ্ৰহণে, আৰ্থিক অৱস্থাইও চাকৰি গ্ৰহণ কৰাত বৰঙণি যোগাইছিল। ১৬ বছৰ বয়সৰপৰা প্ৰথমতে অস্থায়ীভাবে কাটনী ঢেকীয়া জুলীত চাকৰি কৰিছিলো। ১৯৪১ চনৰ ১৬ জানুৱাৰীৰ পৰা ১৯৫০ চনলৈ যোৰহাট মকতব প্ৰাইমেৰী স্কুলত শিক্ষকতাৰ পদত যোগদান কৰো। ১৯৫০-৫১ চনলৈ যোৰহাট নৰ্মাল স্কুলত চৰকাৰী ভাবে গুৰুট্ৰেইনিং পঢ়িবলৈ যাব লগা হয়। ইয়াৰ শেষান্ত পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰাত চৰকাৰে '৫১ চনৰ জুনৰপৰা '৫২ চনৰ আগষ্টলৈকে প্ৰেকটিচিং স্কুলৰ প্ৰাইমেৰী শাখাৰ প্ৰধান শিক্ষক ৰূপে কাৰ্য্যনিৰ্বাহ কৰো। ১৯৫২ চনৰ চেপ্টেম্বৰ মাহৰ পৰা ১৯৭৪ চনলৈকে অভ্যাসন মজলীয়া স্কুলৰ সহকাৰী শিক্ষক ৰূপে শিক্ষকতা কৰো। ১৯৭৪ চনৰপৰা ১৯৮২ চনলৈকে উক্ত স্কুলৰ প্ৰধান শিক্ষকৰূপে সুখ্যাতিৰে সেৱা আগবঢ়াই অবসৰ গ্ৰহণ কৰো।

টিয়কৰ নিবাসী ৺ বিশ্বৰব পূজাৰীৰ প্ৰথমা কন্যাৰ লগত বৈবাহিক সম্বন্ধ কৰিছিলো যদিও পত্নীৰ অকাল মৃত্যুত, কিছুবছৰৰ পিছত মাতৃ আৰু জ্যেষ্ঠ ভাতৃৰ তাৰণাত পৰি পুনৰ বালিগাঁৱৰ শ্ৰীদুৰ্গেশ্বৰ শৰ্মাৰ ভগ্নী শ্ৰীউমাদেবীৰ লগত দ্বিতীয়বাৰৰ বাবে বৈবাহিক সূত্ৰত আবদ্ধ হওঁ।

চৰকাৰী চাকৰি নিষ্ঠা, একাগ্ৰতা আৰু নিয়মানুবৰ্ত্তিতাৰে পালন কৰিও মই ১৯৫২ চনৰপৰা পৰ্বতীয়া মধ্য ইংৰাজী বিদ্যালয়ৰ অবৈতনিক প্ৰতিষ্ঠাপক শিক্ষক ৰূপে সুদীৰ্ঘ দিন গণিতৰ শিক্ষকৰূপে সেৱা আগবঢ়াইছিলো। শীত কালতো ঠেতুৰৈৰে ধৰা জাৰত কঁপি কপিগৈ স্কুলত ছাত্ৰ ছাত্ৰীক নিয়মিত ভাবে শিক্ষাদি ঘৰে ঘৰে ল'ৰা-ছোৱালী খুজি আনি স্কুল পাতিছিলোহঁক। মোৰ লগত অক্লান্ত শ্ৰম কৰা লোকসকলৰ ভালেকেইজনৰ ভিতৰত আজি মনত পৰিছে—

৺তীৰ্থবৰুৱা, ৺বেণুধৰ গগৈ, ৺পূৰ্ণ পূজাৰী, ৺ৰাপুৰাম বৰুৱা, সৰ্বশ্ৰী প্ৰসন্নকুমাৰ গোস্বামী, নগেন বৰুৱা, বীনা বৰুৱা, চন্দ্ৰপ্ৰভা বৰদলৈ আদিলৈ। ১৯৫২ চনৰ পৰা পৰ্বতীয়া মধ্য ইংৰাজী বিদ্যালয়ৰ সংগঠক যুতীযা সম্পাদক, কাৰ্য্যকৰী কমিটিৰ সভ্য আৰু আভ্যন্তৰীণ হিচাব পৰীক্ষকৰূপে মই সেৱা আগবঢাই আহিছিলো। ১৯৬০ চনৰ পৰা বৃকাদৰ শইকীয়া উচ্চ ইংৰাজী বিদ্যালযৰ কাৰ্য্যকৰী সভাৰ সভ্য আৰু হিচাব পৰীক্ষক আছিলো। ১৯৭৪ চনত ভাতেমৰা বালিকা মধ্য ইংৰাজী বিদ্যালযৰ সভাপতিৰূপে দাযিত্বভাৰ বহন কৰি বিদ্যালযখনৰ স্বীকৃতি আৰু প্ৰাদেশিক কৰণ কৰাত অৰিহণা আগ বঢাও আৰু সম্পুৰ্ণ ব্যক্তিগত প্ৰচেষ্টাত সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ সভাপতি শ্ৰীমান দুলাল চন্দ্ৰ বৰঠাকুৰৰ সহায়ত দহহেজাৰ টকাৰ গৃহ অনুদান আনি বিদ্যালযখনৰ স্থাযী কোঠা নিৰ্মাণ সম্পুৰ্ণ কৰো। এই বিদ্যালযখন গঢি উঠাত শ্ৰীমান নগেন শইকীযা, বিৰেণ গোহাই, ফুলেশ্বৰ শইকীযা, গোলাপ কাকতি, হৰিসপ্ৰাদ পূজাৰী আৰু গাঁওখনৰ কেইজনমান আগশাৰীৰ ব্যক্তিৰ অবদান নুই কৰিব নোৱাৰি। অবসৰৰ অন্তত জোনাকী সংঘত শিক্ষকতাৰ বাবে আমন্ত্ৰণ পাইযো স্বাস্থ্যজনিত কাৰণত যাব নোৱাৰিলো। নিষ্ঠা, একাগ্ৰতাৰে বিদ্যালযত শিক্ষকতা কৰাৰ উপৰিও আৰ্থিক অৱস্থা টনকিযাল নোহোৱাত দিনৰ ৪ বজাৰ পৰা ৰাতি ৮ বজালৈ ঘৰুৱা শিক্ষকৰূপে শিক্ষকতা কৰি জীৱন নিৰ্বাহ কৰিব লগা হৈছিল। মোৰ কেইজনমান কৃতী ছাত্ৰৰ নাম আজি মনত পৰিছে। সেই সকলৰ ভিতৰত সৰ্বশ্ৰী অভিজিৎ শৰ্মা ( ৰাজ্যিক স্বাস্থ্য মন্ত্ৰী ), মদন বেজবৰুৱা ( গৃহ সচিব ), শঙ্কৰ বৰুৱা, হেৰম্ব শৰ্মা ( অভিযান্তা ), তপন দত্ত আৰু তপন ( উকিল ), লীনা বেজবৰা ( অনাতাৰ শিল্পী, ৰোহিনী বৰুৱা, ৰীতা বৰা ( অধ্যাপক ) আদি। ১৯৩৬ চনৰ পৰা ১৯৪২ চনলৈ মোৰ জ্যেষ্ঠ ভাতৃ ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ লগত বৰচৈকটা বাগিছাত আৰু যোৰহাট নগৰত দোকান দিছিলো। শিক্ষকতা

কালত যোৰহাট নৰ্মাল স্কুল, আৰু বি. টি কলেজত একাধিকবাৰ আদৰ্শ পাঠদান দি প্ৰশিক্ষণাৰ্থী আৰু অধ্যাপক সকলৰ প্ৰশংসা লাভ কৰিছিলো। শিক্ষকৰ বঁটাৰ বাবে একাধিকবাৰ বিভাগীয় কতৃপক্ষই নিৰ্বাচন কৰাৰ কথা শুনিছিলো—কিন্তু কৃত্তি শিক্ষকৰ পুৰস্কাৰ মোৰ হাতলৈ কোনো দিন অহা নাছিল। ইয়াৰ ৰহস্য কি আৰু ক'ত জনা নাছিলো। তাৰবাবে আক্ষেপো নাছিল। চাকৰিৰ কালত নিযমানুবৰ্ত্তিতা সম্পৰ্কে ইযাকে উল্লেখ কৰিলো – সুদীৰ্ঘ চাকৰি কালত মাত্র তিনিদিন কেজুৱেল লিভ লৈছিলো—পিতৃৰ বাৰ্ষিক শ্ৰাদ্ধৰ বাবে আৰু এদিন চাইকেল ফুটাৰ বাবে ১০ বাজি ৩০ মিনিট যোৰাত স্কুলত উপস্থিত হৈছিলো।

## প্ৰচলিত শিক্ষাব্যৱস্থা

প্ৰচলিত শিক্ষাব্যৱস্থাক শিক্ষক, শিক্ষাবিদ আৰু সমাজৰ নাযক সকলে সদায সমালোচনা কৰি আহিছে। কিন্তু সেই শিক্ষা-ব্যৱস্থাতে শিক্ষাদান কৰি আহিছে। শিক্ষাসংস্কাৰৰ বাবে স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত বহুতো শিক্ষা আযোগ গঠন কৰা হ'ল, শিক্ষা আযোগৰ অনুমোদণাৱলী চৰকাৰে গ্ৰহণ কৰিলে। কিন্তু আয়োৰগ আশা কৰা মতে সুফল লাভ কৰা দেখা নগল। শিক্ষা প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে শিক্ষকৰ বেতন বঢ়াই দিলেই সমস্যা সমাধান নহয়। বিদ্যালয়, শিক্ষাদান, শিক্ষকৰ সেৱা আদি বহুতো প্ৰাসঙ্গিক কথা আহি পৰে। সচেতন নাগৰিকসকলৰ দায়িত্বও কম নহয়। দেশৰ নাগৰিক গঢ়ি তুলিব খোজা অনুষ্ঠান কেনেকৈ পৰিচালিত হৈছে—ছাত্ৰ-ছাত্ৰীক শিক্ষকে কেনেভাবে পাঠদান কৰিছে এই সকলো বিলাক কথা শিক্ষা কত্তৃপক্ষই ক্ৰতভাবে, সজাগ দৃষ্টিৰে অনুসন্ধান কৰা প্ৰযোজন। আমি প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক। শিক্ষাবিদ, ডাঙৰ ডাঙৰ পণ্ডিত বিষয়ববীয়াই

পাঠ্যক্ৰম, পাঠ্যপুথি ৰচনা কৰি আমাক পাঠদান দিয়াৰ ভাৰ দিছে। -আমি ল'ৰা-ছোৱালীক সেইমতে পঢ়াই গৈছো। তাৰ পৰা বহুত ভাল ভাল ছাত্ৰ-ছাত্ৰী সমাজলৈ ওলাই আহিছে। কিছুমান বেযাও হৈছে। তাৰবাবে মই শিক্ষকক জগৰীয়া বুলিব নোৱাৰো। মোৰ মতে শিক্ষাৰ ধৰণী ধৰাসকলে নিষ্ঠা যত্ন আৰু গভীৰ ভাবে চিন্তাকৰি ব্যৱস্থা গ্ৰহণ কৰক আৰু শিক্ষকক সেইমতে কাম কৰিবলৈ বাধ্য কৰক। দেশৰ কাৰণে প্ৰয়োজনীয় শিক্ষাৰ দিহা কৰক। বৃটিছৰ আমোলৰ মনোভাব ত্যাগ কৰাৰ সময় কেতিযাবাই অন্ত হ'ল। সৌভাগ্য নতুন শিক্ষা নীতি ৰচনা হৈছে নতুন ভাৰতৰ প্ৰয়োজনৰ বাবে। ইযাৰ সুফল কামনা কৰাৰ বাহিৰে এই বৃদ্ধকালত ৰোগশয্যাত পৰি আমি অৰিহণা দিযাৰ ক্ষমতা নাই।

## শিক্ষকৰ প্ৰতি পৰামৰ্শ

দেশৰ নবীন শিক্ষকসকললৈ আমাৰ বিনম্ৰ অনুৰোধ এয়ে যে —শিক্ষকতা কৰিবলৈ কাকো মাতি অনা নাই। আগ্ৰহেৰে আৰু বিচাৰি এই পদ গ্ৰহণ কৰিছে যেতিয়া নিষ্ঠাৰে সেৱা আগবঢ়োৱা একান্ত প্ৰয়োজন। আজিৰ প্ৰতি গৰাকী শিক্ষক-শিক্ষয়িত্ৰীয়ে নিজক নিজক কল্যাণ কামী ৰাষ্ট্ৰৰ একোজন সেৱক বুলি ভাবি লওঁক আৰু নিজৰ দায়িত্ব পালন কৰক। প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক-শিক্ষয়িত্ৰী মৰমীয়াল, দয়ায়ু আৰু কাম আৰু কথাৰ মাজত সঙ্গতি ৰাখি সেৱা কৰক। এটা কথা সদায় মনত ৰাখিলেই যথেষ্ট হব—নিজৰ ল'ৰা-ছোৱালী আন স্কুলত, আন শিক্ষকে ভালকৈ পঢ়োৱাতো সদায় যেনেকৈ আশা কৰা হয় তেনেকৈ আনৰ ল'ৰা-ছোৱালীক ভালদৰে পঢ়োৱাতো কাম্য।

আজি কালি ল'ৰা-ছোৱালীয়ে মনযোগেৰে পঢ়া শুনা নকৰা হল।

ই ভালৰ লক্ষণ নহয়। ওপৰ শ্ৰেণীত পঢ়া লৰা-ছোৱালীৰ চালচলন, আচাৰ ব্যৱহাৰ ৰোৰ শিক্ষকৰ লগতে মাক-বাপেকেও কিছু চকু ৰখা দৰকাৰ হৈ পৰিছে।

শিক্ষক, অভিভাৱক, প্ৰশাসক সকলোৰে উমৈহতীয়া প্ৰচেষ্টা হলেহে দেশৰ শিক্ষাই অগ্ৰগতি লাভ কৰিব। ১৯৮৬ চনৰ ফেব্ৰুৱাৰী মাহত একাঙ্গীৰোগে আক্ৰমণ কৰি শৰীৰ পঙ্গু কৰি পেলোৱাত ঘৰত বহি বহি অতীতৰ স্মৃতি ৰোমন্থন কৰাৰ বাহিৰে সমাজক কিবা দিয়াৰ শক্তি আমাৰ অন্তৰ্পৰি আহিছে।

পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা দেশৰ শিক্ষকসকলে ছাত্ৰ-ছাত্ৰীক সুশিক্ষা দিবলৈ শক্তি দিয়ক, সুস্বাস্থ্যৰ অধিকাৰী কৰক।

ওঁম্ শান্তি ঃ ওঁম্ শান্তি।

## শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা

### প্ৰাক্তন প্ৰধান শিক্ষক : পৰ্বতীয়া মধ্য ইংৰাজী বিদ্যালয়



মৰমৰ দুলাল,

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ নিৰ্দেশনা অনুসৰি প্ৰবীণ আৰু নবীন শিক্ষক-সকলৰ জীৱনজোৰা অভিজ্ঞতা, আদৰ্শ তথা গুণগত দিশসমূহ নবীন-শিক্ষক সকলৰ মাজত প্ৰচাৰ কৰি সেইসকলক পটু, দক্ষ আৰু স্কুলত কাম কৰাত অনুৰাগী কৰিবলৈ তুমি যি ব্যৱস্থা হাতত লৈছা তাত মই অত্যন্ত সুখী হৈছো। ইযাকো নকৈ নোৱাৰো যে তোমাৰদৰে এজন শিক্ষকহে এনেকাম কৰাৰ উপযুক্ত ব্যক্তি। তোমাৰ চিঠিখন পঢ়ি তুমি যে এতিয়াও মোক স্মৰণ কৰা সেইকথা ভাবি মই অভিভূত হৈছোঁ। "The light of other Days" (Thomas Moore) কবিতাটোলৈ হঠাৎ মনত পৰি গ'ল।

"When I remember all
The friends so linked together,
I've seen around me all

Live leaves in wintry weather
I feel like alone
Some banquet hall deserted
Whose lights are fled
whose garlands dead
And all but he deparated,"

তুমি বিচৰাৰ দৰেই তথ্যসমূহ দিবলৈ যত্ন কৰিছোঁ। মোৰ জন্মস্থান গোলাঘাট মহকুমাৰ হাতীখুলি চাহ বাগিছা। আমাৰ পিতৃদেৱ ৺দুৰ্গাধৰ বৰুৱা সেই বাগিছাৰ কৰ্মচাৰী আছিল। মোৰ জন্ম ১৯২০ চনৰ মাৰ্চ মাহত। সেইকালত চাহ বাগিচা বিলাকত আজি কালিৰদৰে পঢ়া-শুনাৰ ব্যৱস্থা নাছিল। গতিকে আমাৰ পৰিয়ালৰ ল'ৰাছোৱালী পঢ়াশুনাৰ কাৰণে গোলাঘাটৰ ৰৰদিহিঙ্গীয়া গাৱঁত ঘৰদুৱাৰ সাজি মোক আৰু লগতে মোৰ দুজন ভাইক বুধবাৰী এল. পি. স্কুলত নাম লগাই দিছিল। মোৰ মনত পৰে সেইস্কুলৰ তেতিয়াৰ প্ৰধান শিক্ষক ৺আশাধৰদত্তৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতিলোৱা যত্নৰ কথা আৰু সেই স্মৃতিয়েই মোৰ পৰৱৰ্ত্তী জীৱনত প্ৰাইমেৰী বিদ্যালয়ৰ শিক্ষক সকলৰ প্ৰতি সদায় এটা বিশেষ শ্ৰদ্ধা থাকি যোৱাৰ মূল কাৰণ। সেইদিনত সেই অঞ্চলটোৰ দেৰগাঁৱতহে ইংৰাজী শিক্ষাৰ ব্যৱস্থা আছিল। গতিকে মোক দেৰগাঁও হাইস্কুলত ভৰ্ত্তিকৰোৱা হৈছিল, তাত পঞ্চমমান শ্ৰেণীলৈকে পঢ়ি পিচত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰাই প্ৰবেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ কলিকতাত কলেজীয়া জীৱন আৰম্ভ কৰোঁ। দ্বিতীয় মহাসমৰৰ সময়ত প্ৰায়-বিলাক অসমীয়া ছাত্ৰ-ছাত্ৰী গুচি অহাত ময়ো পৰীক্ষাকেন্দ্ৰ পৰিবৰ্ত্তন কৰি অসমলৈ গুচি আহোঁ।

৪২ চনৰ স্বাধীনতা সংগ্ৰাম গণ আন্দোলনত পৰিণত হৈছিল। ময়ো সেই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি ছাত্ৰ আন্দোলনৰ

নেতৃত্ব গ্ৰহণ কৰে। ৺যোগেন শইকীয়াকে ধৰি বহুত কৰ্মী জেলত বন্দী হোৱাত আমি কিছুমানে দেশনেতা ৺শঙ্কৰ বৰুৱাৰ নেতৃত্বত কাৰাবৰণ নকৰি গন আন্দোলন চলাই থকাৰ সিদ্ধান্ত লওঁ। মহত্মা-গান্ধীয়ে তেনে আন্দোলনে হিংসাত্মক ৰূপ লৈছে বুলি বিৰূপ মনোভাব প্ৰকাশ কৰাত তেনে আন্দোলন বন্ধ হৈ গৈছিল বুলি কব পাৰি। আমি কিছুমানে জীৱিকা নিৰ্বাহৰ বাবে চৰকাৰী চাকৰিত নোসোমাই আন চাকৰি কৰাহে মনস্থ কৰিলো। যাতে দেশৰ সংগঠনমূলক কামত আত্মানয়োগ কৰি থাকিব পাৰি। ১৯৪৫ চনত মই বেংকৰ চাকৰিত সোমাওঁ আৰু সেই সময়তে চৰাইবাহী মৌজাৰ পকিমূৰি হাবিগাঁৱত স্থায়ী ভাবে থকাৰ ব্যৱস্থা কৰোঁ। ১৯৪৯ চনত মই কংগ্ৰেছ ত্যাগ কৰি ছ'ছিয়েলিষ্ট পাৰ্টিত যোগ দিওঁ। ৰাজনৈতিক কাৰণত বেংকৰ চাকৰিৰ পৰা পদত্যাগ কৰিব লগা হৈছিল।

## শিক্ষকতাৰ পটভূমি

মই শিক্ষকতা কাৰম বুলি কেতিয়াও ভবা নাছিলোঁ। সংগঠনৰ কামত যোৰহাট নগৰৰ পশ্চিম অঞ্চলত ভ্ৰমণ কৰি থকা অৱস্থাত যোৰহাট নগৰৰ পৰা কাকডোঙালৈকে সেই গোটেই অঞ্চল শিক্ষা, দিক্ষা, যাতায়ত আদিত ইমান পিচপৰা দেখা পাইছিলোঁ যে সেই অঞ্চলৰ ৰাইজক সংগঠিত কৰি এটা আন্দোলনমূলক মনোভাব গঢ়ি তোলা এজন স্বাধীনতা সংগ্ৰামীলোক হিচাবে মোৰ প্ৰধান কৰ্তব্য বুলি ভাব হৈছিল। প্ৰথমতে মই সেই অঞ্চলৰ পুথিভঁৰাল সমূহ সুসংগঠন কৰাত মনোনিবেশ কৰিছিলো। এই পুথিভঁৰাল-সমূহৰ সদস্যসকলক জনকল্যাণমূলক কামত আত্মনিয়োগ কৰিবলৈ উদগনি দিছিলোঁ। অসমীয়া জাতীয়কৃষ্টি বিকাশ কৰা প্ৰয়োজনীয় বুলি ভাবি তোলাৰ চেষ্টা কৰিছিলো। সেই অঞ্চলত স্কুল নিৰ্মাণ, যাতায়তৰ সুব্যৱস্থা কৰা আদি কামত লাগোতেই মোৰ স্বৰ্গীয়

৺তীৰ্থেশ্বৰ বৰুৱাৰ আৰু ৺ভগৰচন্দ্ৰ বৰাৰ কথা সদায় মনত পৰে। যাতায়তৰ ব্যৱস্থা উন্নত কৰাৰ লগে লগে সেই অঞ্চলৰ প্ৰাথমিক স্কুলসমূহ পুনৰ নিৰ্মাণ কৰা আৰু দুই এখন নতুন স্কুল প্ৰতিস্থা কৰাৰ কাম হাতত লোৱা হৈছিল। মোৰ কামো লাহে ভাতেমৰা, পৰ্বতীয়া, সাহপুৰীয়া, চাৰিঙীয়া, পানীচকুৱা পৰ্য্যন্ত বিস্তৃত হৈ পৰিছিল। সেই গোটেই এলেকাৰ প্ৰায় সকলো বিদ্যালয়ত মোক সভাপতি বা সম্পাদকৰূপে মনোনীত কৰিছিল। অঞ্চলটোৰ সমূহ ৰাইজ, নেতৃস্থানীয় ব্যক্তি আৰু যুৱক যুৱতীৰ অকুণ্ঠ সমৰ্থন মই লাভ কৰিছিলো।

যোৰহাটৰ পৰা দহোটীয়ালৈকে ইংৰাজী শিক্ষাৰ ব্যবস্থা নথকাত শ্ৰীধৰ্মেশ্বৰ বৰঠাকুৰ, শ্ৰীপ্ৰসন্ন গোস্বামী আৰু ৺পূৰ্ণ পুজাৰীৰ নেতৃত্বত এখন মধ্য ইংৰাজী স্কুল স্থাপন হৈছিল। সেই সময়ত গোটেই অঞ্চলত শিক্ষিতলোক বুলি কবলৈ নকওঁ আক্ষৰিক জ্ঞান থকা লোকৰ সংখ্যা আঙুলীমূৰত লিখিব পৰা আছিল। তেনে হোৱাৰ প্ৰধান কাৰণ আছিল আৱশ্যক অনুসৰি স্কুলৰ অভাৱ। গতিকে মধ্যইংৰাজী স্কুল স্থাপনৰ কামত সকলো ৰাইজৰ অনুমোদন পোৱা হল।

এদিন আবেলি ফুটবল খেল চাই থাকোঁতে মোৰ পিচফালে থিয় হৈ থকা শ্ৰীধৰ্মেশ্বৰ বৰঠাকুৰ আৰু ভাতৃ প্ৰতীম শ্ৰীপ্ৰসন্ন গোস্বামীয়ে মোক কথা আছে বুলিকৈ তাৰ পৰা মাতি আনিছিল। আলোচনাত জনালে যে ইতিমধ্যে প্ৰতিস্থা কৰা এম. ই. স্কুলখন পূৰ্ণাঙ্গ কৰাত মোৰ সহায়ৰ আৱশ্যক। মযো তপতে তপতে কোনো-দিন নভবাকথা এটাত সন্মতি প্ৰকাশ কৰিলো। তেখেত সকলৰ আন্তৰিকতাত মই মুগ্ধ হৈ নতুন কৰ্মক্ষেত্ৰৰ সুযোগ গ্ৰহণ কৰিবলৈ পাই আনন্দ অনুভব কৰিলোঁ। মই মাষ্টৰ হৈ গৈছিলো যদিও Mass Education তহে ব্ৰতী হৈছিলোঁ। সেই অঞ্চলৰ বিশেষ অৱস্থাই মোক শিক্ষকত পৰিণত কৰিলে। মই শিক্ষক হলো।

মোৰ শিক্ষকতাৰ কোনো অভিজ্ঞতা নাছিল। কিন্তু ছাত্র-ছাত্রীক উপযুক্ত শিক্ষা দিবই লাগিব বুলি ভাবিছিলো আৰু সেই কাৰণে শিক্ষাদান সম্পৰ্কীয় শিক্ষা মই ৺পূৰ্ণ পূজাৰী, শ্ৰীধৰ্মেশ্বৰ বৰঠাকুৰ আৰু ৺বেণু গগৈৰ পৰা লৈছিলোঁ। মই যি কামকে কৰিছিলোঁ-একাগ্ৰতাৰে কৰিবলৈ যত্ন কৰিছিলোঁ—আৰু সেই কাৰণেই বোধ হয় ছাত্ৰছাত্ৰী আৰু অভিভাৱকৰ পৰা যথেষ্ট সহযোগ পাইছিলোঁ। মই দৃঢ়ভাৱে কব পাৰো যে পৰ্বতীয়া মধ্যইংৰাজী বিদ্যালয় প্ৰতিষ্ঠা নোহোৱা হলে সেই স্কুলৰ জৰিয়তে উচ্চশিক্ষা লাভ কৰা বহুত ল'ৰা-ছোৱালী উচ্চশিক্ষা লাভ কৰাৰ পৰা বঞ্চিত হলহেঁতেন। মই দৃঢ়ভাৱে এইবাবেই কব পাৰিছো যে মই পঢ়োৱা বহুতো ছাত্ৰ-ছাত্ৰীয়ে মোক গুৱাহাটীৰ ঘৰত লগ কৰিছেহি। এম. ই. স্কুলত শিক্ষকতা কৰি থাকোঁতেই মোৰ অভিজ্ঞতা হল যে সেই সময়ত অসম চৰকাৰে মধ্যইংৰাজী স্কুল সমূহক বিশেষকৈ এনে স্কুলৰ শিক্ষক-সকলক অত্যন্ত অৱহেলা কৰিছিল। মই আগতেই কৈছো যে শিক্ষকতা কৰা মোৰ কোনোদিনেই উদ্দেশ্য নাছিল। সংগঠিত শক্তিক বিচাৰ কৰিছিলোঁ আৰু সেই কাৰণে এম. ই. স্কুলৰ শিক্ষক হৈয়ে ভাতৃ প্ৰতীম বৰভেটা এম. ই. স্কুলৰ প্ৰধান শিক্ষক শ্ৰীমাখন বৰাক অসমৰ সকলো ঠাইলৈ পঠিয়াই এম. ই. স্কুল শিক্ষক সংস্থা সংগঠিত কৰিবলৈ চেষ্টা কৰিছিলো। মোক সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থাৰ সভাপতি নিৰ্বাচিত কৰিছিল। মই সংস্থাৰ নিজহাতে তৈয়াৰ কৰা কৰ্মী শ্ৰীজীৱন গোস্বামী বাজ্যিকৰ সভাপতি আৰু শ্ৰীতুলাল বৰঠাকুৰ আজিও ৰাজ্যিক সংস্থাৰ সভাপতিৰ আসন গ্ৰহণ কৰি আছে। মোৰ শিকনীৰে নিজক গঢ়ি তোলা শ্ৰীমান বৰঠাকুৰে আজি অসমৰ পাঁচখন সংস্থাৰ প্ৰায় লক্ষ্যাধিক শিক্ষকৰ সংগঠনক নেতৃত্ব দিবলৈ সক্ষম হৈছে। যোৰহাটত প্ৰথম এম. ই. সংস্থাৰ জন্ম দি, গোৱালপাৰাৰ ৺উপেন মহন্তৰ লগত হাত মিলাই এই সংগঠনৰ যি ভেটি বান্ধিছিলো সি আজি পূৰ্ণযৌৱন প্ৰাপ্ত হৈ অসম তথা সৰ্ব-

ভাৰতীয় পৰ্য্যায়ত ইয়াৰ মৰ্য্যাদা অক্ষুন্ন ৰাখিছে, মই আজি এই সংগঠনৰ বাবে আনন্দিত আৰু গৌৰৱান্বিত। সেই সময়ত মোৰ নেতৃত্বত এটা সংগ্ৰাতিদলে শ্বিলং চৰকাৰৰ ওচৰত এম. ই. স্কুলৰ শিক্ষকৰো হাইস্কুলৰ শিক্ষকৰদৰে সকলো সা-সুবিধা দিবলৈ মান্তি কৰোৱা হৈছিল। তেতিয়াই আমি চৰকাৰক সঁকিয়াই দিছিলো যে ভাৰতীয় সংবিধানৰ ৪৫ নং অনুচ্ছেদ অনুসৰি এম. ই স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাচুল মাফ হব লাগে। যিহেতু এম. ই. স্কুলত পঢ়া ছাত্ৰ-ছাত্ৰীৰ বয়স ১৪ বছৰৰ তলত। মই আজি সুখীয়ে বৰ্তমান এম. ই. স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে বিনামাচুলে পঢ়াৰ সুবিধা পাইছে। পৰ্বতীয়া মধ্য-ইংৰাজী-বিদ্যালয় ঠনধৰি উঠাত সেইসময়ৰ লোকেলবৰ্ডৰ চেয়াৰমেন শ্ৰীসুৰেণ ভঁৰালীদেৱৰ অৱদান স্মৰণীয়।

## শিক্ষাথালৈ সহায়

**তোমাৰ প্ৰশ্ন :** অঞ্চলটোৰ বহুতো ল'ৰাছোৱালীক শিক্ষাৰ ক্ষেত্ৰত মই কিয় সহায় কৰিছিলো ? মোৰ তেতিয়া বিশ্বাস হৈছিল আৰু আজিও সেই বিশ্বাস একেদৰে আছে যে শিক্ষিত সমাজ এখন গঢ়ি তুলিব নোৱাৰিলে সেই অঞ্চলৰ তথা দেশৰ উন্নতি অসম্ভৱ। মই দেখিছিলোঁ যে আমাৰ অঞ্চলটো শিক্ষাবিষয়ত অতি পিচ পৰা। গতিকে মেধাবী আৰু আগ্ৰহশীল ছাত্ৰ-ছাত্ৰীক শক্তি অনুসৰি সহায় কৰাটো মোৰ একান্ত কৰ্ত্তব্য বুলি ভাবিছিলো। আজি কিছুবছৰৰ পৰা প্ৰশাসনীয় মুৰব্বীসকলে ৰাজনৈতিক উদ্দেশ্যেৰে পিচপৰা সম্প্ৰদায়ৰ উন্নতিৰ কাৰণে সভাসমিতি পাতি বক্তৃতা দি ফুৰা দেখি মোৰ পুতৌহে হয়, লগতে মই গৰ্ব অনুভৱ কৰোঁ যে যি সকলে আজি পিচপৰা সম্প্ৰদায় বুলি অসমীয়া সমাজখনক ভাগ ভাগহে কৰা হৈছে, তেনে পিছপৰা সত্তৰ শতাংশৰো বেছি বসতিপূৰ্ণ আমাৰ সেই যোৰহাট পশ্চিম অঞ্চলত মই এক ভাতৃভাৱত সকলোকে সুসংগঠিত কৰি

অনান্য পিছপৰা আৰু সংখ্যালঘু সম্প্ৰদায়ৰ বহুত ছাত্ৰ-ছাত্ৰীক আৰ্থিক সাহায্য দিয়াৰ উপৰিও নানা দিহা পৰামৰ্শ আগবঢ়াইছিলো আৰু তেওঁলোকক আগবঢ়াই নিছিলো।

আমাৰ ঘৰতুৱাৰ আঞ্চলিক গবেষণাগাৰৰ বাবে অধিগ্ৰহণ কৰাত আৰু মোক অসম সমবায় চেনিকললৈ বিশেষ ভাবে আমন্ত্ৰণ জনাই নিয়াত শিক্ষকতা পদৰ পৰা অব্যাহতিলৈ গুচি আহো। সেই সময়তে পৰতীয়া মধ্য ইংৰাজী স্কুল উচ্চ ইংৰাজী স্কুললৈ ৰূপান্তৰ কৰাৰ সিদ্ধান্ত হয়। উক্ত বিদ্যালয়ৰ প্ৰতিষ্ঠা কালতো মই অবৈতনিক শিক্ষক ৰূপে কিছুদিন কাম কৰো।

## শিক্ষাব্যৱস্থা আৰু পৰামৰ্শ

মই সুদীৰ্ঘদিন শিক্ষাজগতৰ পৰা আতৰত আছো বাবে বৰ্তমানৰ শিক্ষা ব্যৱস্থাত মন্তব্য দিয়াৰ পৰা বিৰত থাকিলো। নবীন শিক্ষক সকলক কওঁ—যি কামকে কৰা হয়, নিষ্ঠা, সততা আৰু বিশ্বাসেৰে কৰা প্ৰয়োজন। তাতেই আছে সফলতা, জীৱনত উন্নতি আৰু আৰু অপৰিসীম তৃপ্তি। শেষত কাব্যিকতাৰে সামৰিলোঁ—

"সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন,
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোন
অতীতৰ মধুৰ সপোন।"

## শ্ৰীতুলসী মহন্ত

### অধ্যাপক, নাহৰকটীয়া মহাবিদ্যালয়



১। জন্ম : ১৯৩৯ চনৰ মাঘ মাহত। পিতৃ ৺শুভচন্দ্ৰ মহন্ত, মাতৃ : ৺যোগেশ্বৰী মহন্ত। জন্মস্থান শ্ৰীশ্ৰীদিহিং ন-মাটি সত্ৰ, কুৱৰীগাঁও—নাহৰকটীয়া মৰাণ পথৰ পৰা প্ৰায় তিনি কিলোমিটাৰ ভিতৰলৈ। দিহিঙৰ ধাৰাবাহিক বানত অৰ্থনৈতিক দুৰৱস্থা। তিনিজন ককাই-ভাইৰ ভিতৰত সৰ্ব্ব-কনিষ্ঠ। বিদ্যালয়ৰ অভাৱত প্ৰাথমিক শিক্ষাগ্ৰহনত বাধাগ্ৰস্ত হওঁ। এসপ্তাহ-এমাহ মানকৈ প্ৰায় তিনি-চাৰিখন প্ৰাথমিক বিদ্যালয়ত মুঠতে ছমাহ মান শিক্ষাগ্ৰহণ কৰোঁ। আধাখুন্দা ভাগেই ১৯৪৮ চনত টিং খং হাইস্কুলত তৃতীয় শ্ৰেণীত নাম ভৰ্ত্তি কৰোঁ। প্ৰায় পাঁচ-ছমাইল বাট খোজেৰে অহাযোৱা কৰি, পথাৰত খেতি আৰু বান-পানীৰ লগত প্ৰবল সংগ্ৰাম কৰি শিক্ষাগ্ৰহণ চলি থাকে। ১৯৫১ চনত মাতৃ-বিয়োগ ঘটে। ১৯৫৬ চনত দ্বিতীয় বিভাগত প্ৰবেশিকা ( মেট্ৰিক ) পাছ কৰোঁ। আৰ্থিক দুৰৱস্থাৰ বাবে চাকৰীৰ প্ৰয়োজনীয়তা অনুভৱ কৰি শিৱসাগৰৰ

Commercial Institute নামৰ কাৰিকৰী প্ৰতিস্থানত Type-writing & Accountancy পাঠ্যক্ৰমত তিনিমহীয়া প্ৰশিক্ষন গ্ৰহণ কৰোঁ। এই সময়ছোৱাতে শিৱসাগৰৰ সাংস্কৃতিক জগতখনৰ লগত যোগসূত্ৰ স্থাপন হয়। ভাওনা অনুস্থানৰ যোগে শিৱসাগৰ মহাবিদ্যালযৰ প্ৰতিস্থাপক অধ্যক্ষ ৺পদ্মধৰ চলিহাৰ স্নেহ-দৃষ্টি লাভ কৰোঁ। এইজনা শিক্ষাগুৰুৰ উপদেশ আৰু সহায-সহানুভূতি লাভ কৰি সেইবছৰতেই শিৱসাগৰ মহাবিদ্যালযত 'আই, এ' প্ৰথম বাৰ্ষিকত নাম ভৰ্ত্তি কৰোঁ। সেই বছৰ বছেৰেকীযা পৰীক্ষা দি আহি কুঁৱৰীগাঁও এম, ই স্কুলত প্ৰথম শিক্ষক-জীৱনৰ পাতনি মেলোঁ মাত্ৰ তিনি মাহৰ বাবে কলেজৰ বাৰ্ষিক পৰীক্ষাৰ ফলাফলৰ ওপৰত নিৰ্ভৰ কৰি বিনামাচুলে পঢ়াৰ বৃত্তি লাভ কৰোঁ। শিৱসাগৰত থকা কালছোৱাত ভাওনা, থিযেটাৰ ৰাস, বিহু আদি সাংস্কৃতিক অনুষ্ঠানত সক্ৰিয অংশ গ্ৰহন কৰাৰ ফলত এক নতুন সাংস্কৃতিক চেতনাবোধ জন্ম হয। ১৯৫৮ চনত 'আই, এ' ফাইনেল পৰীক্ষা দি থাকোতেই নতুনকৈ আৰম্ভ হোৱা 'ইনফ্লুৱেঞ্জা' বেমাৰত আক্ৰান্ত হৈ Logic পৰীক্ষাৰ দ্বিতীয প্ৰশ্নকাকত দিব নোৱাৰি পৰীক্ষাত নিৰ্ঘাট ফেল কৰিব বুলি ধৰিলৈ চাকৰীৰ অনুসন্ধান কৰোঁ। নাহৰকটীয়া উচ্চতৰ (তেতিযাৰ উৰ্চ্চ) মাধ্যমিক বিদ্যালযত শিক্ষকতা কৰিবলৈ লওঁ। কিন্তু আই, এ পৰীক্ষাৰ ফলাফল ওলালত দ্বিতীয় বিভাগত উত্তীৰ্ণ হলো যদিও সেইবছৰ স্কুলত চাকৰী কৰাৰ সিদ্ধান্তই লওঁ। কাৰণ বাল্যবন্ধু শ্ৰীলক্ষেশ্বৰ গগৈক সেই বছৰ পঢ়াত আৰ্থিক ভাৱে সহায় কৰাৰ প্ৰয়োজন হৈ পৰে। ১৯৫৯-৬০ চনত কটন মহাবিৰ্দ্যালয়ত পঢ়ি থকাৰ সময়-ছোৱাত গুৱাহাটীৰ সাংস্কৃতিক জগত-খনৰ লগত পৰিচয আৰু সম্পৰ্ক গঢ় লৈ উঠে। দিচাংমুখৰ মিছিং ডেকা বিক্ৰমসিং ইযেন আৰু তেওঁৰ বিহু দলটোক লগত লৈ গুৱাহাটী চহৰত ঘৰে ঘৰে হুঁচৰী গোৱাৰ প্ৰচলন পোন প্ৰথম বাৰৰ বাবে কৰা হয়। গুৱাহাটীৰ ভাৰতীয় গণ-নাট্য সংঘ আৰু অন্যান্য

সাংস্কৃতিক অনুষ্ঠানৰ জৰিয়তে নৃত্য-গীতত অংশ গ্ৰহনৰ সুযোগ পাওঁ। ১৯৬০ চনত ভাষা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰোঁ। ১৯৬১ চনত বি, এ ফাইনেল পৰীক্ষা দি আহি পুনৰ স্কুলৰ আগৰ চাকৰীতে যোগদান কৰোঁ। এবছৰ শিক্ষকতা কৰি ১৯৬২ চনত এলাহাবাদ বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তি কৰোঁ। কিন্তু প্ৰতিকূল জলবায়ুৰ প্ৰভাৱত অসুস্থ হৈ পৰাত সেই একেবছৰতে গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া বিভাগত নাম ভৰ্ত্তি কৰোঁ। ১৯৬৩ চনত ছাত্ৰ-সংগঠনত সংক্ৰিয় অংশ গ্ৰহন কৰি বিশ্ববিদ্যালয়ত দেখা দিয়া অস্থিৰতা দূৰ কৰিবলৈ অনশন কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰোঁ। ১৯৬৪ চনত অসমীয়াত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি সেই বছৰতেই প্ৰতিস্থিত নাহৰকটীয়া মহাবিদ্যালয়ত অসমীয়া বিভাগৰ একমাত্ৰ প্ৰবক্তা হিচাবে যোগদান কৰোঁ ১৯৬৫ চনত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষকতাৰ পদ ইস্তফা দি মহাবিদ্যালয়ৰ পূৰ্ণাঙ্গ পদ যোগদান। মহাবিদ্যালয় খনি গঢ়ি তোলাৰ কঠিন সংগ্ৰামত জীৱনৰ মূল্যবান সময়ছোৱা পাৰ হৈ গল। বৰ্তমান এজন ভাগকৰা সৈনিক।

২। শিক্ষকতাৰ প্ৰতি ছাত্ৰাৱস্থাৰ পৰাই এক গভীৰ আকৰ্ষণে মোক এজন শিক্ষক হোৱাত প্ৰধানতঃ সহায় কৰিলেও সমসাময়িক পৰিবেশো এই প্ৰশ্নৰ লগত জড়িত হৈ আছে। ছাত্ৰাৱস্থাত লগ পোৱা দুই-চাৰিজন কৃতী শিক্ষকৰ ব্যক্তিত্বৰ প্ৰভাৱেও মোক শিক্ষক-জীৱনৰ প্ৰতি আগ্ৰহী হোৱাত সহায় কৰিছিল বুলি মই অনুভৱ কৰোঁ। তদুপৰি সমসাময়িক সমাজ,ব্যৱস্থাত শিক্ষক বৃত্তিটো এটা আদৰ্শস্থানীয় বৃত্তি হিচাবে বিবেচিত হৈছিল। ডেকা-কালৰ আদৰ্শৰ মোহো শিক্ষকতাক বৃত্তি হিচাবে বাছি লোৱাৰ অন্যতম কাৰণ। এই কাৰণ সমূহৰ লগতে আনৰ বাবে কিবা এটা কৰি পোৱা অনাবিল আনন্দবোধৰ উন্মাদনাই মোক এজন শিক্ষক হোৱাৰ পটভূমি তৈয়াৰ কৰিছিল বুলি মই ভাবোঁ। পিছৰ-কালত কেইবাবাৰো লোভনীয়

চাকৰীৰ সুযোগ পায়ো শিক্ষকতাৰ মোহ এৰিব নোৱাৰিলো। তাৰবাবে অৱশ্যে কোনো খেদ নাই।

৩। অসমৰ গাঁৱলীয়া হাজাৰ বিজাৰ সাধাৰণ শিশুৰ গতানু-গতিকতাৰে আৰম্ভ হোৱা মোৰ জীৱনৰ আৰম্ভনিও তেনেই সাধাৰণ বৈচিত্র্যহীন। কিন্তু সক কালতেই কৰ্মযোগী পিতৃৰ পৰা লাভ কৰা কৰ্ম্ম-সচেতনতা আৰু গভীৰ আধ্যাত্মিক প্ৰেৰণাই জীৱনত কঠোৰ সংগ্ৰামৰ মুখামুখি হোৱাৰ সাহস আৰু মাদকতা আনি দিয়ে। সেইবাবেই হয়তো আৰ্থিক দুৰৱস্থাৰ বাবে ঘৰৰ পৰা বিশেষ সহায় নেপালেও নিজৰ জীৱনযাত্ৰাত নিঃশংক পদক্ষেপেৰে আগবাঢ়ি যোৱাৰ সামৰ্থ্য অৰ্জ্জন কৰিব পাৰিছোঁ বুলি মই বিশ্বাস কৰোঁ। আমাৰ দৰৰ গ্ৰাম্য শিশুৰ ভবিষ্যৎ-লক্ষ্য পৰিবেশ আৰু পৰিস্থিতিয়েহে নিৰ্ণয় কৰে। এই লক্ষ্য নিজে নিৰ্ণয় কৰিবৰ বাবে প্ৰয়োজন মানসিক দৃঢ়তা আৰু সংগ্ৰামমুখী কৰ্ম্ম-প্ৰেৰণা। এই দুয়োটাৰ বাবেহে মই নিজৰ ভবিষ্যত জীৱন গঢ় দিয়াৰ আঁত বিচাৰি পাইছিলো। জীৱনত এজন ভাল শিক্ষক হবলৈ অহৰহ চেষ্টা কৰিছিলোঁ। ভাল শিক্ষক হব নোৱাৰিলেও বহু-ছাত্ৰ-ছাত্ৰীৰ উপকাৰ কৰিব পাৰিছো বুলি মই নিজে আনন্দিত।

৪। মোৰ বাবে স্কুলত শিক্ষকতা কৰাৰ কাল-ছোৱাই বেছি ৰমনীয় বুলি অনুভৱ কৰোঁ। তাৰ প্ৰধান কাৰণ হল সেই সময়ৰ সমাজত শিক্ষকৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা আৰু আন্তৰিকতা। সেই সময়ছোৱাত ছাত্ৰ-ছাত্ৰীৰ লগত থকা শিক্ষকৰ নিবিড় আন্তৰিকতা সম্পৰ্ক আজিৰ নতুন বতাহে বহু দূৰলৈ ঠেলি নিছে। সেই সময়ৰ স্মৃতিবোৰ আজিৰ যুগত সপোন যেন লগা হৈছে। তেতিয়া শিক্ষকৰ দৰমহা বৰ কম আছিল, কিন্তু অভাৱ মুঠেই নাছিল। এশ টকীয়া দৰ্মহাৰ সেই জীৱনৰ সুখ আৰু আনন্দ বৰ্তমান তিনিহেজেৰীয়া দৰ্মহাৰ জীৱনে আনি দিব নোৱাৰে। সেয়েহে আমাৰ লগৰচাম শিক্ষক আজি অসুখী। যি আদৰ্শ আৰু জীৱনৰ মূল্যবোধৰ বাবে

আমি ধন-বিত্তৰ ঐশ্বৰ্য্যশালী জীৱন-যাত্ৰা আওকাণ কৰিব পাৰিছিলোঁ সেই আদৰ্শ আৰু মানসিকতা আজিৰ এক অলাগতীয়াল স্বপ্ন হৈ পৰিছে। কিন্তু মই এই কথা আন্তৰিকভাৱে বিশ্বাস কৰোঁ যে জাতীয় আদৰ্শ আৰু মানবীয় মূল্যবোধৰ দ্বাৰা অনুপ্ৰাণিত দায়বদ্ধ শিক্ষকৰ অভাৱত এটা জাতিয়ে কোনোকালেই সুশিক্ষা আশা কৰিব নোৱাৰে। সেয়েহে মই ভাবোঁ—আমাৰ শিক্ষানীতিৰ সংশোধনতকৈও বেছি প্ৰয়োজন হৈছে এনে এটি শিক্ষক শ্ৰেণী তৈয়াৰ কৰি লোৱাটোহে।

৫। বৰ্তমান আমাৰ জাতীয় শিক্ষা ব্যৱস্থা বিকাৰগ্ৰস্ত। আজিৰ শিক্ষাই মানবীয় মূল্যবোধ জগাই তোলাত বৰ বেয়াকৈ ব্যৰ্থ হৈছে। চলিত শিক্ষাব্যৱস্থাই আত্মকেন্দ্ৰিক চেতনাবোধৰ জাগৃতিতহে সহায় কৰিছে। ফলস্বৰূপে সমাজ-জীৱন বিকাৰগ্ৰস্ত হৈ পৰিছে। শিক্ষাৰ প্ৰকৃত উদ্দেশ্যই বিফল হোৱা পৰিলক্ষিত হৈছে। উপাধিসৰ্ব্বস্ব আজিৰ শিক্ষা ব্যৱস্থাই এজন ছাত্ৰক উপাধি গোটোৱাতহে সহায় কৰিছে— এজন প্ৰকৃত মানুহ হিচাবে গঢ় লোৱাত সহায় কৰা নাই। শিক্ষাজগতৰ এই খেলিমেলিৰ কাৰণ বহুলাংশে অবাধ ৰাজনৈতিক হস্তক্ষেপ। ৰাজনীতিৰ ৰঙীন চচ্মাৰ মাজেৰে নিৰ্ণীত হোৱা শিক্ষানীতি কেতিয়াও বিমল আৰু কল্যাণকামী হব নোৱাৰে। সেয়েহে, আমাৰ মতে শিক্ষাক ৰাজনীতিৰ চাকনৈয়াৰ পৰা সম্পূৰ্ণ ৰাহিৰত ৰাখিব লাগে। তেতিয়াহে প্ৰকৃত শিক্ষাৰ বাট প্ৰশস্ত হব।

৬। বৰ্তমান সময়ত শিক্ষকতা কৰিবলৈ আগ বাঢ়ি অহা শিক্ষক সকলৰ সৰহ সংখ্যকেই চাকৰীৰ প্ৰয়োজনীয়তা পূৰাবলৈ অহা যেন বোধ হয়। শিক্ষকতাক এক আৰ্থিক সংস্থান হিচাবে গ্ৰহণ কৰা এনে লোকৰ ক্ষেত্ৰত শিক্ষকতাৰ বাবে প্ৰয়োজনীয় মানসিকতাৰ অভাৱ হোৱাটোৱেই স্বাভাৱিক। বৰ্তমান যুগত শিক্ষকতাৰ লগত অৰ্থনৈতিক দিশটো বৰ দৃষ্টিকটুভাৱে জড়িত হৈ পৰিছে। সেই-ৰাবেই সম্ভৱতঃ শিক্ষকতাৰ গুণগত দিশটো বহুপৰিমাণে দুৰ্ব্বল হৈ

পৰিছে। শিক্ষক হবলৈ হলে ব্যক্তিগত সাধনাৰ প্ৰয়োজন। কিন্তু বৰ্তমান এই সাধনাৰ দিশটোলৈ বিশেষ গুৰুত্ব দিয়া নহয়। নতুনকৈ অহা শিক্ষকসকলে যদি শিক্ষকতাক জীৱনৰ এক পবিত্ৰ ব্ৰত হিচাবে গ্ৰহণ কৰি ইয়াৰ বাবে প্ৰয়োজনীয় ত্যাগ আৰু সাধনাত দৃঢ়ভাবে লাগি থকাৰ এক মানসিকতা গঢ়ি তুলিব পাৰে তেনেহলে এইসকল শিক্ষকেই কৃতী শিক্ষক হিচাবে পৰিগনিত হব নিশ্চয় পাৰিব। দলীয় ৰাজনীনিতিৰ পৰা শিক্ষকসকল আঁতৰত থকাই ভাল। এক বহল মানবীয় দৃষ্টিভঙ্গী আয়ত্ব কৰিব নোৱাৰিলে আদৰ্শ শিক্ষক হোৱাটো টান। সেয়েহে নতুন চাম শিক্ষকক সংকীৰ্ণতাৰ উৰ্দ্ধত থাকি জাতীয় প্ৰেৰণাৰে উদ্বুদ্ধ হৈ নিষ্ঠা আৰু সততাৰে শিক্ষকতাক জীৱনৰ এক মহান প্ৰত্যহ্বান হিচাবে গ্ৰহণ কৰিবলৈ আহ্বান জনালো।

৭। বৰ্তমান সমগ্ৰ শিক্ষা ব্যৱস্থাতেই এক বিশৃঙ্খলতা বিৰাজ কৰিছে। ছাত্ৰ-ছাত্ৰী সকলৰ মনত চলিত শিক্ষাব্যৱস্থাৰ প্ৰতি এক অনীহাৰ ভাব প্ৰকট হোৱা পৰিলক্ষিত হৈছে। এই সকলোৰে মূল কাৰণ অৰ্থ নৈতিক অস্থিৰতা বুলিয়েই কব পৰা যায়। অৰ্থ নৈতিক অস্থিৰতাৰ ফলশ্ৰুতি হিচাবেই বৰ্ত্তমান সমাজত মানবীয় মূল্যবোধ নিম্নগামী হৈছে। ভাৰতীয় বৃহৎ জনজীৱন আজি হতাশগ্ৰস্ত হৈ পৰিছে। ছাত্ৰ-ছাত্ৰী সকলকো এই হতাশগ্ৰস্ততাই গ্ৰাস কৰিছে। ফলস্বৰূপে নতুনচাম ছাত্ৰ-ছাত্ৰীক এক অনিশ্চিত ভবিষ্যতে সন্মিহান কৰি তুলিছে। ইয়াৰ প্ৰকাশ ক্ষোভ, হতাশা, উচ্ছৃঙ্খলতা আদিৰ মাজেদি ঘটিবলৈ লোৱাত বৰ্তমান শিক্ষাজগতত এক খেলিমেলি অৱস্থাৰ সৃষ্টি হৈছে। লগতে সমসাময়িক লেতেৰা ৰাজনীতিৰ পঙ্কিলতায়ো শিক্ষাজগতখন গ্ৰাস কৰিছে। এইবোৰ কাৰণতেই আজিৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি থাকিব লগীয়া আস্থাৰ ঠাইত এক অনীহাৰ ভাবহে প্ৰকাশ পাইছে।

## শ্ৰীমুৰুলীধৰ শইকীয়া বি, এ, বি টি
### গীতাধ্যায়ী



যোৰহাট জিলাৰ পীতাকটা অঞ্চলৰ পুৰণি গজপুৰীয়া গাৱঁত ১৯৩৫ চনত জন্ম। পিতা ৺খেতেকেশ্বৰ শইকীয়া। চন্দ্ৰ কমল বেজবৰুৱা হাইস্কুল, বলমা—ৰ পৰা ১৯৫২ চনত প্ৰবেশিকা পৰীক্ষা (গুৱাহাটী বিশ্ববিদ্যালয়)ত উত্তীৰ্ণ হোৱাৰ পিচত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা স্নাতক উপাধি আৰু যোৰহাটৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা বি, টি পৰীক্ষাত উত্তীৰ্ণ। ইয়াৰ উপৰিও সদৌ অসম গীতা পৰীক্ষা পৰিষদৰ সৰ্বোচ্চ "গীতাধ্যায়ী" উপাধি পৰীক্ষাত উত্তীৰ্ণ। ১৯৫৪ চনত সহকাৰী শিক্ষক হিচাবে চন্দ্ৰকমল বেজবৰুৱা হাইস্কুল বলমাত শিক্ষকতা।

সেই সময়ৰ চঃ কঃ বেঃ হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীযুত মিঠাৰাম ফুকন দেৱৰ সান্নিধ্যত শিক্ষকতাৰ প্ৰতি বিশেষভাবে আকৃষ্ট হৈ ভৱিষ্যত শিক্ষক হিচাবেই কৰ্মস্থল বাচি লোৱা হয়। যোৰহাটৰ প্ৰথিত যশা পণ্ডিত শ্ৰীযুত ধীৰেশ্বৰ ভট্টাচাৰ্য্য মহোদয়ৰ সান্নিধ্যলৈ আহি "ক্লৈব্যং মাস্ম গমঃ পাৰ্থ" বাণীৰ আদৰ্শত প্ৰতিষ্ঠিত যোৰহাট গীতাৰ্থী বিদ্যালয়ত শিক্ষকতা কৰা হয়। ১৯৬৯ চনৰ পৰা একে বিদ্যালয়তে প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰা হয়।

আমি শিক্ষকতা কৰাৰ সময়ছোৱাৰ ভিতৰত শিক্ষা ব্যৱস্থাৰ পৰিবৰ্তন ঘটে। শিক্ষাৰ ক্ষেত্ৰত শিক্ষকৰ দায়িত্ব বাঢ়ি আছে। শিক্ষকতাক ব্ৰত হিচাপে নধৰিলে পৰিবৰ্তনে সমস্যাৰ সৃষ্টি কৰা অৱস্থাত কৰ্তব্য পালনৰ জটিলতা আহি পৰা স্বাভাৱিক। অধ্যয়ণ পুষ্টতা আৰু আচনি অবিহনে শিক্ষাৰ উদ্দেশ্য পূৰ্ণ কৰা সম্ভৱপৰ নহয়। শিক্ষণীয় বিষয় সমূহৰ ব্যৱহাৰিকতা অধ্যয়ণ কৰি শিক্ষা-দানত ব্ৰতী হলেহে উদ্দেশ্য সফল হয়। সেয়ে শিক্ষকৰ দায়িত্ব অসীম। শিক্ষকে সামাজিক দায়িত্ব এৰাই চলিব নোৱাৰে। মনোবিশ্লেষণৰ দ্বাৰা সামাজিক দৰ্শনক চালি জাৰি চাই শিক্ষকতাৰ গতিশীলতা ৰক্ষা কৰি সমাজক আগবঢ়াই নিয়াত জৰুৰী ভাবে নেতৃত্ব দিব পাৰিলেহে প্ৰকৃত শিক্ষক হব পাৰি বুলি ধাৰণা ওপজে।

এটা কথা ঠিক যে সামাজিক কাজ-কৰ্মত লিপ্ত থাকিলে বয়সৰ অলসতা নাহে। শিক্ষাদানৰ লগে লগে সাংস্কৃতিক ক্ষেত্ৰতো শিক্ষকৰ দায়িত্ব নোহোৱা নহয়। আমি তেনে কেইবাটিও অনু-ষ্ঠানৰ লগত জড়িত হৈ অভিনয় আদিত অংশ গ্ৰহণ কৰি ফলশ্ৰুতি অনুভৱ কৰিছো। ইয়াৰ উপৰিও অধিবিদ্যা পৰিষদৰ যোগেদি অভিজ্ঞ শিক্ষক সকলৰ সান্নিধ্যলৈ আহিব পাৰি। তেখেত সকলৰ শিক্ষাৰ প্ৰতি থকা গভীৰ জ্ঞানৰ আভাষ লৈ কৰ্ত্তব্য সাধনত অনুপ্ৰেৰণা লাভ কৰা হৈছে। নিজেও কেইবাবছৰ ধৰি শিৱসাগৰ জিলা ( অবিভক্ত ) আৰু যোৰহাট জিলা অধিবিদ্যা পৰিষদৰ সম্পাদক স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰিছিলো। প্ৰকৃততে শিক্ষকতা কৰিবলৈ পোৱাটো সৌভাগ্যৰ কথা। শিক্ষাৰ্থী, শিক্ষক অভি-ভাৱকৰ সমন্বৰ মহামিলনৰ ক্ষেত্ৰস্থল বিদ্যালয় সমূহ। ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ সম্বন্ধ অতি পবিত্ৰ। শিক্ষাৰ্থী সকল শিক্ষকৰ আত্মাস্বৰূপ। এই উপলব্ধি আহিলেই "জ্ঞানংলব্ধ্বা পৰাং শান্তি-মচিৰেণাধি গচ্ছতি" বাণীৰ সম্যক ফল প্ৰাপ্ত হোৱা যেন লাগিব।

## শ্ৰীপ্ৰবোধ শৰ্মা

### প্ৰধান শিক্ষক, মালো আলি হাইস্কুল



যোৰহাট নগৰৰ ১৪ নং ৱাৰ্ডৰ মালো আলিত ১৯৪৪ চনৰ এক ফেব্ৰুৱাৰীত জন্ম গ্ৰহন কৰো। আমাৰ পিতৃদেৱ শ্ৰীমধুনাথ শৰ্মা আৰু মাতৃদেৱীৰ নাম শ্ৰীৰাজোবালা দেৱী।

৪ নং ৱাৰ্ড প্ৰাইমেৰী বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা সম্পুণ কৰি যোৰহাট শঙ্কৰদেৱ চেমিনাৰীত ভৰ্ত্তি হওঁ। উক্ত বিদ্যালয়ৰ পৰা প্ৰবেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ যোৰহাট জগন্নাথ বৰুৱা কলেজৰ বিজ্ঞান শাখাত নাম লগাই আই. এছ ছি পাছ কৰো। উক্ত কলেজৰ পৰা কলা বিভাগত স্নাতক ডিগ্ৰী, আৰু বি. টি কলেজৰ পৰা স্নানতকোত্তৰ ডিগ্ৰী লাভ কৰো।

### শিক্ষকতাৰ পটভুমি

১৯৬০ চনৰ আগষ্ট মাহত আশী টকা বেতনেৰে যোৰহাট মালো আলি উচ্চমাধ্যমিক বিদ্যালয়ত শিক্ষকতা জীৱনৰ পাতনি মেলো।

যথেষ্ট কষ্টৰে উক্তবিদ্যালয়ৰ উন্নতিকল্পে কাম কৰি ১৯৭৫ চনত প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰো। ১৯৮০ চনত বিদ্যালয় প্ৰাদেশীকৰণৰ অন্তৰ্ভূক্ত হয়।

কৰ্মময় জীৱনত শিক্ষাৰ মানদণ্ড অটুত ৰাখিবলৈ যথেষ্ট যত্ন কৰা হৈছে—আৰু ইয়াৰ ফলও লাভ কৰা হৈছে। নিয়মানুবৰ্ত্তিতা ৰক্ষাৰ কাৰণে অধিক যত্ন লোৱা হয় আৰু তাক পালন কৰিবলৈ সক্ষম হওঁ। বিদ্যালয়ৰ-নীতি-নিয়ম আৰু শৃঙ্খলা অটুত ৰখাটো বিদ্যালয় প্ৰধানৰ মুখ্য কাম বুলি মই বিবেচনা কৰো। প্ৰধান শিক্ষক জনৰ নিয়মানুবৰ্ত্তিতা, নিষ্ঠা আৰু একাগ্ৰতাই বিদ্যালয়ৰ অনান্য শিক্ষক তথা ছাত্ৰ-ছাত্ৰীৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। মোৰ বিদ্যালয় পৰিচালনাৰ আদৰ্শ আছিল মোৰ শিক্ষাগুৰু ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত প্ৰধান শিক্ষক ৺বিমানচন্দ্ৰ বৰুৱা। আমাৰ কৰ্ম জীৱনত শিক্ষাত পিচপৰা অঞ্চলটোত শিক্ষাৰ উন্নতি, ছাত্ৰ-ছাত্ৰীৰ শিক্ষৰ প্ৰতি আকৰ্ষণ বঢ়োৱাত অশেষ যত্ন লৈ অহা হৈছে। শিক্ষাৰ লগতে কলা সংস্কৃতিৰ বিকাশৰ বাবে অনুষ্ঠান গঢ়ি তোলাত নিজকে সক্ৰিয়ভাবে নিয়োজিত কৰি আহিছো। এই ক্ষেত্ৰত অঞ্চল বিশেষ স্থানীয় ৰাইজ, যুৱক-যুৱতী আৰু শিক্ষক বন্ধুসকলৰ সম্পূৰ্ণ সহযোগিতা লাভ কৰি আহিছো।

পৰিশ্ৰম, যত্ন আৰু নিষ্ঠাৰ ফলশ্ৰুতি হিচাবে এটি উন্নত কৰ্মময় জীৱন যাপন কৰিবলৈ নিজকে সমৰ্থবান হৈছো বুলি কোৱাৰ থল পাইছো। কিন্তু আদিতে পোৱা তিক্ততা, বৰ্তমান শিক্ষাৰ গুণগত মানদণ্ড হ্ৰাস, ছাত্ৰ-ছাত্ৰীৰ পঢ়া শুনাৰ প্ৰতি অনাগ্ৰহিয়ে কিছু-পৰিমাণে হলেও মানসিক ভাবে ক্ষতিগ্ৰস্ত হৈছো। নিজকে বিশ্লেষণ কৰি চাইছো ভুল ক'ত হৈছে? অভিভাৱক, ৰাইজ আৰু শিক্ষাবিদৰ লগত আলোচনা কৰিছো—কিন্তু সমাধান পোৱা হোৱা নাই। চিন্তাৰ অন্ত নহয়।

ছাত্ৰ অৱস্থাৰ পৰাই খেলাধূলাৰ প্ৰতি আগ্ৰহশীল হোৱাৰ বাবেই

বিদ্যালয়ৰ দ্বাৰা আয়োজিত সকলো খেলাধূলাত অংশ গ্ৰহণ কৰাৰ উপৰিও, বিভিন্ন অনুষ্ঠান পৰিচালনাৰ ভাৰ বহন কৰি আহিছো। স্কুল টুৰ্ণামেণ্ট, লীগ, আন্তঃবিদ্যালয় খেলাধূলাত যোগদান দিয়াৰ কথা আজিও মনত চিৰসেউজ হৈ আছে। সেই মতে নিজৰ বিদ্যালয়তো সকলোধৰণৰ খেলাধূলা প্ৰৱৰ্তনৰ দিহা কৰি অহা হৈছে ।

## অভিজ্ঞতা আৰু পৰামৰ্শ

অতীতৰ ছাত্ৰসমাজ আৰু বৰ্তমানৰ ছাত্ৰ সমাজৰ মাজত এটা ডাঙৰ ফাঁট দেখিবলৈ পোৱা গৈছে। আজিৰ জগত বিজ্ঞান, প্ৰযুক্তি বিদ্যাৰ ফালে ধাবমান। যিটো গতিত আজিৰ শিক্ষা আগবাঢ়িব লাগিছিল—পৃথিৱীৰ আন আন দেশৰ তুলনাত ভাৰতৰ শিক্ষাব্যৱস্থাই অগ্ৰগতি লাভ কৰিব পৰা নাই। শিক্ষা চাকৰিমুখী নহৈ কৰ্মমুখী হলেহে সমস্যাৰ সমাধান হব বুলি আশাকৰা যায়। গুণগত শিক্ষাৰ প্ৰতি আদৰণি হলে শিক্ষক, বিদ্যালয়ৰ মানদণ্ড ৰক্ষা, সামাজিক বান্ধোন, মৰ্য্যদা, ৰক্ষণাবেক্ষণ, সমাজৰ দায়িত্ব আৰু চৰকাৰৰ কৰণীয়খিনিৰ দায়িত্বৰ প্ৰতি অৱহেলা নকৰিলে হয়তো শিক্ষাৰ পৰিবেশ উন্নত হোৱা আশা কৰিব পাৰি। শিক্ষকৰ প্ৰতি অৱহেলা নকৰি, ছাত্ৰ-ছাত্ৰীৰ শিক্ষালাভৰ সকলোধৰণৰ পৰিবেশ প্ৰস্তুত কৰি তুলিলে, অনান্য চাকৰিয়ালৰ প্ৰতি থকা সমাজ ব্যৱস্থা অব্যাহত থাকিলেই সুফল আশা কৰিব পাৰি। শিক্ষক সকলেও সমাজৰ প্ৰতি কৰিব লগীয়াখিনি আন্তৰিকতা আৰু নিষ্ঠাৰে কৰি গলে শিক্ষাজগতৰ উন্নতি অৱশ্যম্ভাবী।

আহক আমি ছাত্ৰ-ছাত্ৰী, অভিভাৱক, শিক্ষক আৰু সমাজৰ শুভাকাংখী সকলো একেলগে লগহৈ আলোচনা, সমালোচনা আৰু পৰ্য্যালোচনাৰ জৰিয়তে এখন সুস্থ সমাজ ৰচনা কৰি দেশৰ শিক্ষানীতিৰ সফলৰূপায়ণত অংশীদাৰ হওঁক।

সমাজে নিজৰ ভৱিষ্যতৰ বংশধৰ সকলক কেৱল শিক্ষক আৰু চৰকাৰৰ হাতত এৰি দি নিশ্চিন্ত হোৱাৰ সময় অসমৰ দৰে এখন শিক্ষাত পিচপৰা দেশত বহি থকাৰ সময় হোৱা নাই। সমাজৰ পিতামাতা নেতৃস্থানীয় ব্যক্তি সকলো জনেই একোজন আদৰ্শ শিক্ষক হওঁক। তেহে সোণৰ অসম গঢ়ি উঠিব।

ছাত্ৰসংগঠন সমূহৰো এই ক্ষেত্ৰত দায়িত্ব কম নহয়।

# স্বৰ্গীয় উমেশচন্দ্ৰ বৰঠাকুৰ

## প্ৰাঃ প্ৰধান শিক্ষক



১৯১২ চনত সৰুচলাই মৌজাৰ বৰাগীবাৰীত বামজু বংশত উমেশচন্দ্ৰ বৰঠাকুৰৰ জন্ম হয়। তেখেতৰ পিতৃদেৱ ৺দীননাথ বৰ-ঠাকুৰ এজন শ্ৰেষ্ঠ বেহেলাবাদক আছিল আৰু অভিনয়প্ৰেমী আছিল। পৰবৰ্তীয়া প্ৰাইমেৰী স্কুলত শিক্ষা সাং কৰি যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষালাভ কৰিছিল। স্কুলীয়া শিক্ষাই তেখেতক আকৰ্ষণ কৰিব নোৱাৰাত, বিশেষকৈ পিতৃৰ অনুপ্ৰেৰণাত সৰুকালৰ পৰা গানবাজনা আৰু অভিনয়ত মনোনিবেশ কৰে। ফলত স্কুলীয়া শিক্ষা অসম্পূৰ্ণ হৈ ৰয়। গাঁৱে গাঁৱে মঞ্চত অভিনয় কৰি, গাঁৱৰ নামঘৰত ভাওনা কৰি কৈশোৰৰ এটা সময় অতিবাহিত কৰিছিল। যৌৱনপ্ৰাপ্ত হলত পিতাকে সৰ্বাইবন্ধাৰ শ্ৰীশ্ৰীসোণমাই দেৱীৰ লগত বিবাহ কৰাই দিয়ে।

সাংসাৰিক জীৱনত ভৰি দি অৰ্থ উপাৰ্জনৰ বাবে কেইবা ঠাইতো চাকৰি কৰে। আনকি মহাসমৰৰ সময়ত ৰবৈয়া ফিল্ডত

দিন হাজিৰা কৰি অৰ্থ উপাৰ্জ্জন কৰিছিল। শান্তি লাভ কৰিব নোৱাৰি কাম এৰি আহি অনাই বনাই ফুৰিছিল। সেই সময়তে বৰদেউতাক ৺ কমল বৰঠাকুৰৰ ভাগিদাত কৰ্মকাণ্ডৰ সকলো কাম শিকিব লগা হৈছিল আৰু বহুত যজমানিও পাইছিল।

## শিক্ষকতাৰ পটভূমি

সেই সময়ত ভাতেমৰা গীতাৰ্থী স্কুলখনি শিক্ষকৰ অভাৱত বহুত দিন বন্ধ হৈ পৰিছিল। ককায়েক ৺ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নিৰ্দ্দেশত স্কুলখন পুনৰ পাতিবৰ বাবে শিক্ষকৰূপে যোগদান দিয়ে। ভাতেমৰা স্কুল প্ৰতিষ্ঠাকালত তিনিজন প্ৰধান ব্যক্তি আছিল— সেই কেইজন হ'ল ৺ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৺ মহেশ ভট্টাচাৰ্য্য আৰু ৺ যোগাই বৰা। এই তিনিজনে স্থানীয় ৰাইজৰ সহায় সহযোগত বিদ্যালয়খন পূৰ্ণ পৰ্য্যায়লৈ ৰূপান্তৰ কৰিছিল। আনকি সেই সময়ৰ সকচৰাই চাহবাগিছাৰ স্বত্বাধিকাৰ শ্ৰীহেমেন বৰুৱাদেৱক বিদ্যালয়-খন স্থায়ী ভাবে নিৰ্মাণ কৰি দিবলৈ আহবান জনোৱাত— সেই বিদ্যালয়ৰ বৰ্তমান ঘৰটি সজাই দিছিল। সেই ঘৰতে আজিও বিদ্যালয় চলি আছে। অভিনয়ৰ প্ৰতি অতি আকৃষ্ট হয় আৰু পৈনত বয়সত দক্ষ অভিনেতা হিচাবে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। তেখেত আছিল ধীৰ, স্থিৰ আৰু সকলোৰে শ্ৰদ্ধাৰ এজন সমাজকৰ্মী। অমায়িক ব্যৱহাৰ, মধুৰ সম্ভাষণ আৰু আদৰ্শ-বান ব্যক্তি ৰূপে সমাজৰ সকলোৱে মান কৰিছিল। ছাত্ৰ-ছাত্ৰীৰ বাবে তেখেত আছিল প্ৰিয় চাৰ, বন্ধু, পথপ্ৰদৰ্শক আৰু পিতৃ স্বৰূপ। এজন নিস্বাৰ্থ সমাজকৰ্মী আছিল। শিক্ষকৰ থাকিবলগীয়া আটাইতকৈ ডাঙৰ গুণ অধ্যয়নশীলতা। তেখেতে ৰামায়ণ, মহা-ভাৰত, গীতা, ভাগৱত, পুৰাণৰ উপৰিও শিক্ষা সম্পৰ্কীয় কিতাপ আলোচনী, বিভিন্ন গ্ৰন্থ পৰীক্ষাৰ্থীতকৈও অধিক মনযোগে

অধ্যয়ন কৰিছিল। ধৰ্মশাস্ত্ৰ আৰু সমাজ শাস্ত্ৰৰ নীতিমূলক গল্প, কাহিনীৰে বিদ্যালয়ত পাঠদান আৰম্ভ কৰি ছাত্ৰ-ছাত্ৰীক শ্ৰেণীত আকৰ্ষণ কৰি, মনোযোগ আকৰ্ষণ কৰাত সফল হৈছিল। শিক্ষাৰ প্ৰতি আগ্ৰহী, গুণীলোকৰ (যি বয়সৰেই নহওক) প্ৰতি শ্ৰদ্ধাবান বৰঠাকুৰে অচলহৈ পৰা ভাতেমৰা গীতাৰ্থী স্কুলখন পুণৰ প্ৰতিস্থা কৰি বিনা বেতনে পিচপৰা অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰীৰ উন্নতিৰ বাবে নিষ্ঠাৰে দায়িত্ব গ্ৰহণ কৰে।

ভাতেমৰা গীতাৰ্থী স্কুলখন এখন আদৰ্শ স্কুলৰূপে গঢ়ি তোলাত সক্ষম হোৱাত তেখেতক ৺ ভগৱচন্দ্ৰ বৰাদেৱে বিভাগীয় কৰ্তৃপক্ষক লাগি পৰ্বতীয়া গাওঁৰ প্ৰাথমিক বিদ্যালয়খনলৈ প্ৰধান শিক্ষক ৰূপে বদলি কৰি নিয়ে। ফলে, ৰূপে বিদ্যালয়ৰ চৌহদ আকৰ্ষণীয় কৰাৰ উপৰিও উক্ত গাওঁৰ ছাত্ৰ-ছাত্ৰী, অভিভাৱক আৰু ৰাইজৰ মাজত ইমান প্ৰিয় হৈ পৰিছিল যে সেই গাওঁৰ যিকোনো সামাজিক অনুষ্ঠান আদিত তেখেত নাথাকিলে নহৈছিল। তেখেতে পঢ়োৱা লৰা ছোৱালী মৃত্যু পৰ্য্যন্ত নিজৰ পিতাকৰ দৰে সন্মান আৰু সেৱা শুশ্ৰূষা কৰিছিল। তেখেত নিঃসন্তান আছিল যদিও বিদ্যালয়খনক নিজৰ পত্নীতকৈও বেছি ভাল পাইছিল আৰু লৰা ছোৱালীবোৰক আপোন সন্তানৰ দৰে শিক্ষা দিক্ষা দিছিল।

পৰ্বতীয়া স্কুলৰ পৰা ৰাইজৰ হেচাত পুণৰ ভাতেমৰা স্কুললৈ তেখেতক বদলি কৰি অনা হয়। সেই সময়ত ভাতেমৰা বিদ্যালয় খনৰ সন্মুখৰ নিছেই কম সময়ৰ ভিতৰতে ফলমূল আৰু ফুলৰ বাগিছা পাতি এখন আশ্ৰমলৈ পৰিণত কৰিছিল। বিদ্যালয়ৰ বাগিচাত উৎপন্ন হোৱা কল, মাটিকঠাল আদিৰে জিৰণী সময়ত ছাত্ৰ ছাত্ৰীক প্ৰীতিভোজন কৰাইছিল।

বিদ্যালয়ত, ৰাজহুৱা স্থানত ছাত্ৰ ছাত্ৰীক তেখেতে অতি আদৰ সাদৰ কৰিছিল আৰু ছাত্ৰ ছাত্ৰীয়ে তেখেতক ঋষিজ্ঞান

কৰিছিল। তেখেত আছিল অঞ্চলটোৰ সকলো অনুষ্ঠানৰ সং-গঠনৰ এজন সক্রিয় নিৰৱ সমাজকৰ্মী। এজন আদর্শ আৰু গুণ-গত অৰ্হতা সম্পন্ন কৃতী শিক্ষক। তেখেতে কৰ্মকাণ্ডৰ এজন সুদক্ষ পণ্ডিতৰূপেও খ্যাতি অর্জন কৰিছিল। অভিনেতাৰূপে জীৱনৰ শেষ বয়সলৈকে অভিনয় কৰি কৃতিত্ব অর্জন কৰিছিল।

১৯৮৮ চনৰ ৩ ফেব্ৰুৱাৰী তাৰিখে ৰাতি হৃদ যন্ত্ৰৰ ক্রিয়া বন্ধ হৈ এই আদর্শ শিক্ষক জনৰ জীৱনৰ অৱসান ঘটে।

তেখেত আছিল শিক্ষকৰ ভিতৰত অন্যতম্ আদর্শ শিক্ষক।

---

৺ ৰৰঠাকুৰৰ পত্নী শ্ৰীমতী সোণমাই দেৱীৰ পৰা জীৱনী সংগ্ৰহ কৰা হৈছে। —সম্পাদক।

## শ্ৰীমহেন্দ্ৰ বৰগোঁহাঞিও বি. এ. বি. টি

### জ্যেষ্ঠ শিক্ষক : বৃকোদৰ শইকীয়া

### পৰ্বতীয়া হাইস্কুল



"Foot-prints on the sands of time" মহাপুৰুষৰ জীৱনী অধ্যয়ন কেৱল ছাত্ৰ-ছাত্ৰীৰে প্ৰযোজন নহয়, সকলোৰে। আদৰ্শ আগত লৈ কৰ্তব্যত আগবাঢ়িলে সু-ফল পোৱা যায়। আদৰ্শবান ব্যক্তি সমাজৰ পূজ্য। সেযেহে আদৰ্শক কোনেও নেওচা দিব নোৱাৰে। মহাপুৰুষৰ জীৱনৰ চানেকিৰে জীৱনক গঢ় দিয়া এক অন্যতম প্ৰয়াস। অকল সেযে নহয় তাৰ ফলপ্ৰসূ হিচাবে মৃত্যুৰ পিছতো বালিত খোজৰ চিন থকাৰ দৰে সময়ৰ বুকুতো মানুহৰ মহৎ কৰ্মৰ চিন থাকে। গীতাত কৈছে 'কৰ্মন্যেৱাধিকাৰস্তে মা ফলেসু কদাচন।" মানুহে কৰ্ম কৰিব লাগে, সেই কৰ্ম ফলৰ অধিকাৰী "ফলাফল ফলদাতা বিভুৰ হাতত। ... ...

এয়া মই আত্মজীৱনী লিখিবলৈ তুলিকা হাতত লোৱা নাই; মোৰ আত্ম পৰিচয়হে দিবলৈ ওলাইছো। মোৰ ক্ষুদ্ৰ জীৱনৰ পৰিচয় দিয়াৰ আগতে পূৰ্বপুৰুষক সুঁৱৰিছো।

৭ জুলাই, ১৯৩৪ চন। মোৰ জন্ম তাৰিখটো এইয়ে। পিতৃৰ নাম ৺ৰসেশ্বৰ বৰগোঁহাঞি আৰু মাতৃৰ নাম ৺মঙ্গলময়ী বৰগোঁহাঞি। ৰাস পূর্ণিমা এটাত জন্ম হোৱাৰ কাৰণে দেউতাৰ নাম বোলে "ৰসেশ্বৰ" থোৱা হৈছিল। এই কথা দেউতাই কোৱা কথা।




পূর্বপুৰুষ বগাধৰৰ প্রথম বাসস্থান আছিল শিৱসাগৰ জিলাৰ মেছাগড়ত। মানৰ আক্রমণত খেদা খাই গোঁহাই বাৰিত (বর্তমান গোঁহাই বাৰি চাহবাগিছা) থিতাপি লয়হি। পুণিৰামে গোঁহাই বাৰি এৰি হোলোঙাপাৰ, গোঁহাই গাঁৱত বাস কৰেহি।

যোৰহাট নগৰৰ পূবে ১৫ কিলোমিটাৰ দূৰত অৱস্থিত গোঁহাই গাঁৱে মোৰ জন্ম স্থান। দেউতাৰ মই কনিষ্ঠ পুত্র।

দেউতাই সমীপৰ মেলেং বাগানত চাকৰি কৰিছিল। স্বাধীন মনৰ দেউতাই পিচত চাকৰি এৰি নিজাববীয়াকৈ ব্যৱসায়ত নামে। গোলাঘাট জিলাৰ মিকিৰ পাহাৰত অৱস্থিত "গোহাঁই-ববববা টি, ই, ষ্টেট্ প্রাইভেট্ লিমিটেড্" এই কোম্পানীৰ অংশীদাৰ হয়। তেখেতৰ স্বাধীন মনৰ চিনাকী বহুত কামত এতিয়াও পোৱা যায়।

১৯০৯ চনত ৬২ নং গোহাঁই গাওঁ প্রাথমিক বিদ্যালয়ত মোৰ নাম

ভর্ত্তি কৰে। প্ৰাথমিক বিদ্যালয় সাং কবি গোহাঁই গাওঁ মেলেং এম, ই স্কুলত নাম ভৰ্ত্তি কৰোঁ। কোৱা বাহুল্য যে এইখন স্কুল পূৰ্বতে ১৯২৮ চনতে ককাদেউতা পুণিৰামৰ দিনতে দেউতাই স্থাপন কৰাই নহয়, পৰিচালনাও কৰিছিল। তেতিয়া স্কুলখনৰ নাম আছিল "গোহাঁই গাওঁ এম, ই, স্কুল।" অলিভাৰ ৰৰচাহাবে জেদ্ কৰি "মেলেং এম, ই স্কুল" নামেৰে এমাইলৰ অন্তৰত আৰু এখন স্কুল স্থাপন কৰে। পিচত বিভাগীয় কর্তৃপক্ষ আৰু ৰাইজৰ সহযোগত চামিল কৰণ কৰি "গোহাঁই গাওঁ মেলেং এম, ই, স্কুল" নামেৰে নামাকৰণ কৰে।

সেই সময়ত এম, ই, স্কুলৰ সকলো ছাত্ৰ-ছাত্ৰীয়ে এম, ই, চুড়ান্ত পৰীক্ষা দিব লাগিছিল। মই এম, ই, চুড়ান্ত পৰীক্ষাত প্ৰথম বিভাগত পাচ কৰি কাকজান হাইস্কুলত ভৰ্ত্তি হওঁ। এইয়া ১৯৪৭ কথা। ১৯৫২ চনত মেট্ৰিক্যুলেচন্ পৰীক্ষা দিও আৰু পঢ়ি থাকোতে ৺পূৰ্ণ চন্দ্ৰ পাত্ৰৰ পৰা আৰু হাইস্কুলত পঢ়ি থাকোতে স্বনাম ধন্য শ্ৰীযুত নলিনীধৰ ভট্টচাৰ্য্যৰপৰা উদগনি পাইছিলোঁ। গণিত বিষয়ত শিক্ষক নথকাৰ কাৰণে হলেও এই অভাৱ পূৰণ কৰিছিল শ্ৰদ্ধেয় চাৰ শ্ৰীযুত দণ্ড হাজৰিকা দেৱে।

১৫৫৩ চনত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ বিজ্ঞান শাখাৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ আছিলোঁ। কিন্তু দুৰ্ভাগ্যবশতঃ কলেজীয়া জীৱন কলিতে মৰহি পৰিল কিছুদিনলৈ।

১৯৫৭ চনৰ কথা। পুনৰ গুৱাহাটী কটন কলেজত ভৰ্ত্তি হওঁ কলা বিভাগৰ ১ম বাৰ্ষিকত। পঢ়াৰ লগে লগে বিভিন্ন খেলা-ধূলাত পাৰদৰ্শিতা প্ৰদৰ্শন কৰিবলৈ সক্ষম হওঁ। বিশেষকৈ "বেষ্টলং-বাণাৰ'ৰ পদকটি পাই অতিশয় আনন্দিত হৈছিলোঁ। আই, এ, পৰীক্ষা পাচ কৰাৰ পাচত মোৰ জন্ম স্থান গোহাঁই গাঁৱত ৰাইজে নতুনকৈ পতা হাইস্কুলত অবৈতনিক হিচাবে কিছুদিন শিক্ষকতা কৰোঁ। সেয়া ১৯৬০-৬১ চনৰ কথা।

মনত পুনৰ পঢ়া, অধ্যয়ন কৰাৰ অদম্য উৎসাহ জন্মিল। প্ৰতিজ্ঞাবদ্ধ হ'লো জীৱনটোক গঢ় দিয়াৰ। কথা এষাৰ মৰলৈ আহিলঃ

"অৰ্পিম জীৱন কিম্বা, শুচাম পিয়াহ।" সময় যে অমূল্যধন; দেৰীকৈ হলেও উপলব্ধি কৰিলোঁ। দেউতাই বন্ধুবৰ শ্ৰীত্ৰিগুণ মহন্তৰ আগত কোৱা কথা এষাৰ মনত পৰিল। "বিল্ডিং গঢ়াতকৈ মানুহৰ বিল্ডিং গঢ়িব লাগে।" কৰ্মময় জীৱন আৰম্ভ হ'ল। যোৰহাট শঙ্কৰদেৱ চেমিনাৰীৰ প্ৰধান শিক্ষক ৺বিমান বৰুৱা চাৰৰ লগত পৰিচয় ঘটিল। ৰাষ্ট্ৰপতি পদকেৰে বিভূষিত স্বনামধন্য ৺বিমান বৰুৱা দেৱে তেখেতৰ স্কুলত শিক্ষকতা কৰিবলৈ সুবিধা দিয়ে। এই বিদ্যালয়ে মোক বহুতো কথা শিকালে, আজিও পাহৰিব নোৱাৰো। পঢ়িবলৈ চাকৰি সুবিধা কৰি লওঁ। এই ক্ষেত্ৰত শ্ৰদ্ধেয় চাৰ শ্ৰীযুত হৰগগৈ দেৱে মোক সহায় কৰি দিয়ে।

শঙ্কৰদেৱ চেমিনাৰীত শিক্ষকতা কৰি থাকোতে পশ্চিম যোৰহাট পুলিবৰ অঞ্চলত অৱস্থিত পৰ্বতীয়া হাইস্কুলৰ প্ৰধান শিক্ষক, সম্পাদকৰ আমন্ত্ৰণ ক্ৰমে শঙ্কৰদেৱ চেমিনাৰী এৰিব লগীয়া হলোঁ। এই ক্ষেত্ৰত ইন্ধন যোগাইছিল শ্ৰদ্ধেয় ৺বেনু গগৈ চাৰে।

সম্পাদকৰ আমন্ত্ৰণক উপেক্ষা নকৰি ১৯৬২ চনৰ ২২ মেত পৰ্বতীয়া উচ্চ বিদ্যালয়ত মাহে ৭৫·০০ (পয়সত্তৰ) টকা বেতনেৰে শিক্ষকতাৰ চাকৰি আন্তৰিকতাৰে গ্ৰহণ কৰোঁ।

পৰ্বতীয়া হাইস্কুললৈ আহিয়েই কলেজৰ পুৰণি বন্ধু শ্ৰীগণেশ চন্দ্ৰ হাজৰিকা আৰু বৰ্তমান জগন্নাথ বৰুৱা মহাবিদ্যালৰ ড° চন্দ্ৰ কটকীক লগ পাই অতি আপোন আপোন লাগিল। নতুন বন্ধু হিচাপে শ্ৰীঠানুৰাম কাঠকটীয়া আৰু শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰৰ অনুপ্ৰেৰণায়ো মোক মোহিত কৰিলে।

স্কুলত শিক্ষকতা কৰাৰ কালতে ১৯৬৫ চনত বি, এ, পৰীক্ষা দি উত্তীৰ্ণ হওঁ। ১৯৬৮ চনত যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা বি, টি, প্ৰশিক্ষণ লওঁ।

১৯৬৯ চনত জীৱনৰ পট পৰিবৰ্তন ঘটে। সকচবাই মৌজা, ডেকাগাঁৱৰ নিবাসী শ্ৰীযুত শশী প্ৰসাদ হাতীবৰুৱাৰ তৃতীয় কন্যা শ্ৰীমতী দীপ্তিৰ লগত বৈবাহিক সম্বন্ধত আবদ্ধ হওঁ।

১৯৬২ চনৰ পৰা একেৰাহে আজি এই সুদীৰ্ঘ দিন বৃকোদৰ শইকীয়া পৰ্বতীয়া উচ্চবিদ্যালয়ত নিষ্ঠাসহ শিক্ষকতা কৰি জীৱিকা নিৰ্বাহ কৰিছোঁ। সময় সাপেক্ষে বিভিন্ন ৰাজহুৱা অনুষ্ঠানতো বাইজৰ সেৱা কৰি আছোঁ।

শ্ৰদ্ধেয় বৰঠাকুৰ, আপুনি উত্থাপন কৰা প্ৰশ্ন কেইটাৰ উত্তৰ থুল-মূলকৈ তলত দিছোঁ।

## ঃ শিক্ষকতা কালত প্ৰচলিত ব্যৱস্থা আৰু মনোভাব ঃ

"Education is both for life and living" শিক্ষা জগত বিশাল। গতিশীল জগতত সকলোৰে পৰিবৰ্তন ঘটে। শিক্ষা জগতৰো পৰিবৰ্তন ঘটে। শিক্ষাজগতৰো পৰিবৰ্তন ঘটা পৰিলক্ষিত হৈছে। শিক্ষাজগতৰ পৰিবৰ্তন আগতীয়া প্ৰস্তুতিৰে পৰিবৰ্তন হোৱা বাঞ্ছনীয়।

কোমলমতীয়া ল'ৰা-ছোৱালীয়ে আহাৰ সঘনে সলনি কৰি খাবলৈ পালে ৰুচি অনুভৱ কৰে, কিন্তু পাঠ্যপুথিৰ সঘন পৰিবৰ্তনে তেওঁ-লোককো বিমোৰত পেলায়। সময়মতে পাঠ্যপুথি যোগান ধৰিব নোৱাৰাৰ হেতুকে বহুক্ষেত্ৰত নিৰ্দ্দিষ্ট পাঠ্যক্ৰম সময়মতে শেষ নহয়।

নতুন শিক্ষানীতিক আদৰণি জনাওঁ। কিন্তু যিমান নতুন নতুন শিক্ষা-নীতি প্ৰচলিত নহওঁক প্ৰাথমিক স্তৰৰ পৰা গঢ় দিলেহে ছাত্ৰ-ছাত্ৰীৰ উজ্বল ভৱিষ্যত সম্ভৱপৰ।

কৰ্ম্মমুখী শিক্ষা ব্যৱস্থা গ্ৰহণ কৰিলেও আৰম্ভৰ পৰা সুবিধা নাপালে ই ফলপ্ৰসূ হ'ব নোৱাৰে। যিহেতু প্ৰাৰম্ভৰ পৰা ৰাপ নবহিলে সেই বিষয়টোৰ প্ৰতি অনিহা জন্মে।

## : কেনে শিক্ষা ব্যৱস্থা মোৰ কাম্য :

সাৰ্বজনীন শিক্ষাব্যৱস্থা গ্ৰহণ কৰিলেও পৰিস্থিতি, অৱস্থা আৰু ঠাই ভেদে ৰুচি অনুযায়ী ইয়াক সংশোধন কৰি ল'ব লাগিব।

শিক্ষাৰ মূল কথা হ'ল : শিক্ষাদান আৰু শিক্ষা গ্ৰহণ। য'ত শৈক্ষিক পৰিবেশ সুষ্ঠ নহয় তাত প্ৰকৃত শিক্ষাদান আৰু শিক্ষা গ্ৰহণ সম্ভৱ হ'ব নোৱাৰে। সামাজিক পৰিবেশৰ ওপৰতো ব্যক্তিৰ উৎকৰ্ষ সাধন নিৰ্ভৰ কৰে। যি শিক্ষা ব্যৱস্থাই সমগ্ৰ মানৱ জাতিৰ উৎকৰ্ষ সাধন কৰে তেনে শিক্ষা ব্যৱস্থাই আমাৰ কাম্য।

## : বৰ্তমান শিক্ষকলৈ আমাৰ পৰামৰ্শ :

প্ৰকৃতাৰ্থত শিক্ষাদানৰ সমান শ্ৰেষ্ঠদান নাই। সেই কাৰণে শিক্ষকতা কৰাৰ আগতে শিক্ষকৰ নিম্নতম গুণ ৰাশি তথা যোগ্যতা খিনি আহৰণ কৰা নিতান্তই প্ৰয়োজন। তাৰোপৰি উপযুক্ত প্ৰশিক্ষণ ললে শিক্ষাজগতৰ আত বিচাৰি উলিওৱাত সহজ হয়। অধ্যয়নশীল শিক্ষকে আধুনিক জগতৰ বিভিন্ন দিশত যোগসূত্ৰ স্থাপন কৰি শিক্ষা প্ৰদান কৰিলে ছাত্ৰ-ছাত্ৰী প্ৰকৃত লাভবান হয়।

বৰ্তমান শিক্ষকসকলে একত্ৰিত হৈ কৰ্তব্যবোধ আৰু দায়িত্ব-বোধৰ অন্তৰ য় নিৰ্মূল কৰিব লাগিব।

চিন্তা, বুদ্ধি আৰু সংস্কাৰৰ যোগেদি শিক্ষক-শিক্ষয়িত্ৰী সকল অগ্ৰসৰ হলেহে মানৱ-সম্পদ শক্তিশালী হ'ব।

## : ছাত্ৰ-ছাত্ৰীৰ অনীহাৰ হেতু আৰু পৰামৰ্শ :

: ছাত্ৰ-ছাত্ৰী বুলিলেই সকলোৱেই অমনোযোগী নহয়। কিছুমান ছাত্ৰ-ছাত্ৰী কিছুমান কাৰণত অমনোযোগী হোৱা দেখা যায়।

এনে কিছুমান ছাত্ৰ-ছাত্ৰী আছে নিজে ভালপোৱা বিষয়টোকে

বাবে বাবে পঢ়ি থাকে আৰু টানপোৱা বিষয়টোৰ প্ৰতি অৱহেলা কৰে ; ফলত সেই বিষয়টোৰ প্ৰতি মনোযোগ নিদিয়ে। কিছুমান ছাত্ৰ-ছাত্ৰী তেওঁলোকৰ সামগ্ৰীক অভাৱৰ হেতুকে অমনযোগিতাৰ কাৰণ হ'ব পাৰে। কেতিয়াবা শিক্ষক-শিক্ষয়িত্ৰীৰ পাঠদান ৰসাল নহলেত ছাত্ৰ-ছাত্ৰীয়ে মনোযোগ দিবলৈ টান পায়।

আটাইতকৈ গুৰুতৰ বিষয় হ'ল· য'ত শিক্ষক আৰু ছাত্ৰৰ মাজত যি সম্বন্ধ থাকিব লাগে, নাথাকিলে আন্তৰিকতাৰে পাঠদান আৰু পাঠ গ্ৰহণ হ'ব নোৱাৰে।

: "ভয়ত ভজে আৰু ভক্তিত ভজে"

শিক্ষকৰ প্ৰতি "ভয় আৰু ভক্তি" দুয়োটাই থাকিলেহে ছাত্ৰ-ছাত্ৰীয়ে শিক্ষনীয় পাঠ গ্ৰহণ কৰিব পাৰে।

ছাত্ৰ-ছাত্ৰীক বদ অভ্যাসৰ পৰা আঁতৰাই অনা কেৱল শিক্ষক-শিক্ষয়িত্ৰী তথা অভিভাৱকৰে কৰ্তব্য নহয়, সচেতন সমাজেও চকু দিব লাগে।

"ভজ সাধু সমাগমম্"

সজ সঙ্গত যাতে ছাত্ৰ-ছাত্ৰীয়ে সময় কটায় তাৰ প্ৰতি লক্ষ্য কৰা উচিত। বিপথ গামী ছাত্ৰ-ছাত্ৰীকো সুপথলৈ অনাৰ ব্যৱস্থা কৰা নিতান্ত প্ৰয়োজন।

দুৰ্নীতিৰ প্ৰতিচ্ছবি নিৰ্মূল নহ'লে কোমলমতীয়া লৰা-ছোৱালী সকলে বেয়া আদৰ্শ লবই। গতিকে সচেতন সমাজ তথা চৰকাৰেহে ইয়াৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে।

কিছুমান ছাত্ৰ-ছাত্ৰীয়ে খেলা-ধূলা, চিনেমা চোৱা, টি, ভি, চোৱা আদিত অতি বেছি সময় নিয়োগ কৰে। এই বিষয়ৰ প্ৰতি যি সম্যক জ্ঞান আছে পাঠ্যপুথিৰ প্ৰতি সিমান নাই। অভিভাৱক, সমাজ ইয়াৰ প্ৰতি সজাগ হ'ব লাগে।

বাৰে বাৰে পাঠ আওৰোৱা, অংক কৰা আদি অভ্যাসে ছাত্ৰ-ছাত্ৰীৰ মনত দ-সাঁচ বহুৱায়। গতিকে পুনঃ পুনঃ অধ্যয়ন ছাত্ৰ-ছাত্ৰীৰ ক্ষেত্ৰত অপৰিহাৰ্য্য গুণ।

আজিৰ ছাত্ৰ-ছাত্ৰীক ভৱিষ্যতৰ সু-নাগৰিক কৰি গঢ় দিয়াত শিক্ষকৰ ভূমিকাটো আটাইতকৈ বেছি

# আমাৰ কথা

## শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰ



"নমামি শিৰসা তুভ্যং দেৱদেবং
জগৎগুৰুম্।
সৰ্ববিঘ্নি বিনাশায় জনকল্যাণ দায়কম্॥"

—যি জনা পৰম পিতাৰ কৃপা অনুগ্ৰহত, সকলো ৰোগ শোকৰ পৰা ত্ৰান পাব পাৰি, যি জনাৰ কৃপাত সকলো প্ৰাণীৰ মঙ্গল আৰু উন্নতি হব পাৰে, যি জনা জগতৰ সকলো দেৱতাৰো দেৱতা, গুৰু স্বৰূপা—সেইজনা পৰম পিতাৰ চৰণত নতশিৰে প্ৰণতি জনাওঁ। সেই পৰম পিতাৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰি আমাৰ কথা লিখিবলৈ আৰম্ভ কৰিছো দুটা কথাত— (১) আত্মপ্ৰকাশ দোষণীয় নহয়, (২) জীৱনৰ খুতি নাটিবোৰ প্ৰকাশ কৰাত কুণ্ঠাবোধ নকৰাত।

সৰ্ববিঘ্নি বিনাশ কাৰক গণপতিলৈ সেৱা জনাই কওঁ ১৯৩৭ চনৰ আগষ্ট মাহৰ সোমবাৰ এটাত এই ধৰণীৰ বুকুত চকুমেলাৰ প্ৰমাণ পাওঁ সোৱৰণীৰ পাততত। সক চৰাই মৌজাৰ বৰাগী বাৰীত ৰামজু

বংশত আমাৰ জন্ম। পিতৃ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু মাতৃ ৺গঙ্গী-দেৱীৰ ঔৰসত পাঁচ গৰাকী বাইভনীৰ মাজত আমাৰ জন্ম।




আজীৱন স্বাধীন মনোবৃত্তি লৈ পিতৃদেৱে সৰু সুৰা বেহা-বেপাৰ আৰু খেতিপথাৰ কৰি আমাক লালন-পালন কৰিছিল, লগতে সাধ্যানুসৰি শিক্ষাদিক্ষা দিয়াৰ চেষ্টা কৰিছিল। আৰ্থিক দিশত নিশকতীয়া হোৱাৰ বাবেই আমি সৰুকালৰ পৰাই সকলোধৰণৰ ভোগবিলাসৰ পৰা আতঁৰত জীৱন অতিবাহিত কৰিব লগা হৈছিল। নৈতিকতা, সদাচাৰ আৰু মিতব্যয়ীতাই আমাৰ জীৱনত ল'ৰালিকালৰ পৰা প্ৰভাৱ বিস্তাৰ কৰিছিল। সেয়ে হয়তো বৰ্তমান কালতো নিম্নতম প্ৰয়োজনীয় বস্তুৰ ওপৰত জীৱন নিৰ্বাহ কৰাত অভ্যস্ত।

আমাৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল ভাতেমৰা গীতাৰ্থী স্কুলত শিক্ষয়িত্ৰী শ্ৰীকনমাই বৰাৰ অধীনত। সেই সময়ত খেৰবাঁহৰ ঘৰ। ভাতেমৰা মিলন মন্দিৰত ঘৰৰ পৰা কঢ়িয়াই নিয়া ঠেলা, কঁঠ আদিত বহি আমি শিক্ষা লব লগা হৈছিল। বিদ্যালয়ত এখন বোৰ্ড আৰু শিক্ষয়িত্ৰী বহা এখন টুল মাত্ৰ সম্বল আছিল। আজিৰ প্ৰাথমিক বিদ্যালয় সেইবিলাকৰ তুলনাত বহুত উন্নত। সেই দিনত সীমিত

সাঁ-সজুলিবে বিদ্যালয় সমূহত শক্ষক শিক্ষয়িত্রী সকলে যি আন্তৰিকতাৰে শিক্ষাদান দিছিল ; আজি কালি তাৰ ব্যতিক্ৰম সকলোতে দেখা যায়। সেই সময়ত বিদ্যালয় সমূহত সমাজে এনে লোকক দায়িত্ব দিছিল, যিজন ল'ৰা বা ছোৱালী অঞ্চলটোৰ পঢ়াশুনা, স্বভাৱ চৰিত্ৰ সমাজৰ বাবে গ্ৰহণ যোগ্য আছিল। আজিকালিৰ দৰে অথেমথে নিয়োগকৰ্ত্তাসকলৰ মৰ্জিত শিক্ষক নিয়োগ কৰাৰ দৰে নহয়। শিক্ষকতালৈ সমাজে নিবিচৰা এচাম মানুহৰ যি কোনো পথে আমদানী হবলৈ ধৰিছে যাৰ সুদুৰ প্ৰসাৰি ফল শিক্ষা ব্যৱস্থা বিকলাঙ্গ হোৱাৰ সম্ভাবনা দেখা যায়। আজিৰ সমাজ শিক্ষাদিক্ষাত অগ্ৰগনি যদিও গঠনমুলক সমালোচনাত বিমুখ—অপ্ৰিয়তাৰ ভয়ত।

ভাংেমৰা গীতাৰ্থী স্কুল থানবান হৈ যোৱাত পৰ্বতীয়া আদৰ্শ প্ৰাথমিক বিদ্যালয়ত নাম ভৰ্ত্তি কৰা হয়। সেই সময়ত আমাৰ শিক্ষক আছিল স্বৰ্গীয় নালকান্ত পূজাৰী, ৺বোপাৰাম বৰবৰা, ৺যোগেশ্বৰ শৰ্মা আৰু ৺ৰামচৰণ গন্ধীয়া আদি আদৰ্শ শিক্ষক সকল।

## শিক্ষকতাৰ পটভূমি

শিক্ষকতাৰ পদ মই স্ব ইচ্ছাই গ্ৰহণ কৰিছিলো। চাকৰি কৰি পঢ়াৰ খৰছ উলিয়াৰ লগ হোৱাত শিক্ষকতাৰ পদ আশীৰ্বাদ ৰূপে গ্ৰহণ কৰিছিলো। আমাৰ মাতুল ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিক্ষক শ্ৰীসুৰেন্দ্ৰ নাথ ফুকনদেৱৰ সৌজন্যত তৰাজান সোণাবিগাঁও প্ৰাথমিক বিদ্যালয়, ৪ নং ৱাৰ্ড প্ৰাইমেৰী আৰু মেলেণ্ডিয়াল প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰিছিলো। কেইদিনমানৰ বাবে চৰকাৰী চাকৰি কৰিছিলো যদিও শান্তি পোৱা নাছিলো। ১৯৫৯ চনত পৰ্বতীয়া মধ্যইংৰাজী স্কুলৰ প্ৰধান শিক্ষক শ্ৰীনগেন বৰুৱাদেৱৰ আহ্বান পাই উক্ত স্কুলত পুনৰ শিক্ষকতাৰ পদত যোগদান দিওঁ। মোৰ চাকৰিক লক্ষ্মীজ্ঞান কৰো- যিহেতু ইয়াৰ উপাৰ্জ্জনে স্নাত-

কোত্তৰ ডিগ্ৰী পৰ্য্যন্ত শিক্ষা লাভ কৰিছো, ৰাজহুৱা জীৱনত সৰ্ব-ভাৰতীয় মঞ্চত প্ৰৱেশ কৰাৰ যোগ্যতা অৰ্জন কৰিছো আৰু শিক্ষক-সমাজৰ আশীৰ্বাদ তথা সমৰ্থনত সেইসকলৰ নেতৃত্ব প্ৰদান কৰিবলৈ সমৰ্থ হৈছো। মোৰ ব্যক্তিগত জীৱনত, ৰাজহুৱা জীৱনত আৰু সাহিত্যসাধনত ডুগৰাকী মাহলাৰ উদগনি, উৎসাহ সদায় স্মৰণীয়। মোৰ জীৱনত প্ৰভাব বিস্তাৰ কৰা কেইজনমান কৃতি শিক্ষকলৈ সদায় মনত পৰে। সেইসকলৰ ভিতৰত শ্ৰীমহেশ ঘোষ, শ্ৰীযোগেন খাউন্দ আদি প্ৰধান। সামাজিক জীৱনত অৱদান আগবঢ়োৱা বন্ধুসকলৰ ভিতৰত সৰ্বশ্ৰী খেৰ আলি হাজৰিকা, কদ্ৰশৰ্মা, ননীভট্ট, প্ৰতুল বৰঠাকুৰ, অনিল গোস্বামী, দেবেশ্বৰ বৰাৰ নাম লবই লাগিব। জে. বি. কলেজৰ সেই সময়ৰ গ্ৰন্থাগাৰ শ্ৰীবৰদলৈ দাদা আৰু ঘন লেখাকৰে সাহিত্য জীৱনত অৱদান দিছিল।

সেই সময়ত শিক্ষক সকলৰ ছাত্ৰছাত্ৰীৰ প্ৰতি থকা অপৰিসীম দায়বদ্ধতা আৰু নিষ্ঠাৰ বাবেই হয়তো সামান্য পাঠ্যপুথিৰেই শিক্ষা লাভ কৰা হৈছিল। মোৰ শিক্ষক আৰু অধ্যাপকসকলৰ আদৰ্শই শিক্ষকতা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। নিজকে শিক্ষকতা সেৱাত পৈনত কৰিবলৈ যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়ত ভৰ্ত্তি হৈছিলো। উক্ত মহাবিদ্যালয়ৰ অধ্যক্ষা ইন্দিৰা মিৰি, শ্ৰীহৰেশ্বৰ গোস্বামী, শ্ৰীআনন্দ গোস্বামী, ৺দীলিপ গোহাঁই, ৺ভবেন্দ্ৰমোহন পাঠক, ড° মুকুল শৰ্মা, শ্ৰীমাধৱ বৈশ্যৰ আদৰ্শই মোক অনুপ্ৰাণীত কৰিছিল আৰু সেই সকলৰ প্ৰভাৱে সমাজত নিজকে থিয় কৰিব পৰাৰ যোগ্যতাখিনি লাভ কৰিবলৈ সমৰ্থ হৈছো। সেই সকলক শ্ৰদ্ধাৰে সোঁৱৰণ কৰাৰ লগতে ৺বিমান চন্দ্ৰ বৰুৱা দেৱক এবাৰ সুঁৱৰিছো। কাৰণ স্কুলীয়া শিক্ষা সম্পূৰ্ণ কৰা শঙ্কৰদেৱ চেমিনেৰীৰ ছাত্ৰ বুলি নিজকে গৌৰৱ কৰো। জীৱনত লাভ কৰা শৃঙ্খলা আৰু নিয়মানুবৰ্ত্তিতাৰ বাবে এই বিদ্যালয়ৰ নাম লবই লাগিব। স্বৰ্গীয় বিমান বৰুৱা চাৰে কৈছিল, "মোৰ বিদ্যালয়ৰ পৰা যি বোৰ ল'ৰা

ওলাই যাব সিইত জীৱনত মানুহ হৈ খাব পাৰিব।" এই বাক্য আছিল প্ৰধান শিক্ষক জনৰ তেখেতৰ ছাত্ৰসকলৰ বাবে আশীৰ্বাদ। বিদ্যালয়ৰ কৃতীশিক্ষক নমস্য ৺বেণুধৰ গগৈ, ৺প্ৰমথেশ্বৰ চলিহা, ৺বিজয়কৃষ্ণ ভট্টাচাৰ্য্য, ৺বংশী বৰা, ৺নবীন বৰুৱা, সৰ্বশ্ৰী যোগেন খাউন্দ, বসন্ত খাউন্দ, জীবেশ্বৰ ভূঞা, পৰিমল বৰুৱা, ভৰত অধ্যাপক, ডিম্বেশ্বৰ বৰা আৰু বহুতৰ নাম স্মৰণ কৰিবই লাগিব।

সৰুতে মাতৃদেৱীক হেৰুৱাই, পিতৃৰ ছত্ৰছায়াত ডাঙৰ দীঘল হৈ, দাদাইদেউ খুড়ীদেউৰ লগত সুদীৰ্ঘ কাল অতিবাহিত কৰি ১৯৬৯ চনত স্বৰ্গীয় দুৰ্গেশ্বৰ শৰ্মাদেৱৰ কন্যা শ্ৰী নু দেৱীৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰো। পত্নীক মই এগৰাকী আদৰ্শ গৃহিনীৰূপেই লাভ কৰিছো।

১৯৫৮ চনত প্ৰবেশিকা পৰীক্ষা দি উঠোতেই অঞ্চলটোৰ অন্যতম সমাজ কৰ্মী—পৰতীয়া মধ্য ইংৰাজী বিদ্যালযৰ প্ৰধান শিক্ষক শ্ৰীযুত নগেন্দ্ৰনাথ বৰুৱাদেবৰ আহ্বানত যোৰহাটত জন্ম হোৱা সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থাৰ অধিবেশনত স্বেচ্ছাসেৱকৰূপে যোগদান দিওঁ। সেই সময়ৰ পৰা নিষ্ঠা আৰু একাগ্ৰতাৰে শিক্ষক সমাজৰ কল্যাণৰ বাবে এজন কৰ্মীৰূপে আজিলৈকে অবাৰিত ভাবে সেৱা আগবঢ়াই আহিছো। সংস্থাৰ বাজিন্যক পুঁজি গঠনৰ বাবে Middle School Copy Book প্ৰণয়ন কৰি স স্থালৈ অৰ্পণ কৰো। যাৰ পৰা ১৯৭০ চনৰ পৰা '৮৮ চনলৈ সংস্থাই আমাৰ প্ৰচেষ্টাত কমেও দুই লক্ষ টকা ৰয়েলিটি পাবলৈ সক্ষম হৈছে। মোৰ সেৱাৰ স্বীকৃতি ৰূপেই হয়তো অসমৰ মধ্য ইংৰাজী শিক্ষক সমাজে ৰূপালী জয়ন্তী বৰ্ষত সংস্থাৰ সভাপতিৰূপে দায়িত্ব অৰ্পণ কৰে। শিক্ষক সমাজৰ নেতৃত্ব বহন কৰি, শিক্ষকৰ অৰ্থনৈতিক উন্নয়ন, শিক্ষাৰ ক্ৰমবিকাশত কিমান অবিহণা আগবঢ়াব পাৰিলো তাৰ মূল্যায়ণ শিক্ষকে কৰিব। এটি কথা নিশ্চিত যে মধ্যইংৰাজী শিক্ষকসংস্থা সৰ্বভাৰতীয় পৰ্য্যায়ত খ্যাতি ৰাখিব পৰা এক শিক্ষক সংগঠনৰূপে গঢ় লৈছে। সংস্থাত

আমি আদর্শ ৰূপে লৈছিলো– শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা, ৺উপেন মহন্ত, ৺চণ্ডিকা প্ৰসাদ চাহা, শ্ৰীজীৱন গোস্বামী, শ্ৰীসুনীল ৰায়চৌধুৰী, শ্ৰীপ্ৰতাপ চৌধুৰী, শ্ৰীমাখন বৰা ৺কৃষ্ণপঞ্চানন, শ্ৰীভদ্ৰকৃষ্ণ শৰ্মা, শ্ৰীবৰদা দত্ত আদিৰ কৰ্ম পদ্ধতি। স্বনামধন্য ব্যক্তি সকলৰ সংগঠনৰ দক্ষতা, আদৰ্শ আৰু শিকনিয়ে মোৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছিল।

সংস্থাৰ জীৱনত আমাৰ আটাইতকৈ গৌৰৱ আৰু চিৰস্মৰণীয় দিনৰূপে মনত থাকিব ১৯৮৮ চনৰ জানুৱাৰী মাহৰ ৯ তাৰিখটো। সেই দিনতে অসমৰ প্ৰাথমিক পৰ্য্যায়ৰ সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থা, সদৌ অসম মজলীয়া স্কুল শিক্ষক সংস্থা, সদৌ অসম চৰকাৰী মজলীয়া বিদ্যালয় শিক্ষক সংস্থা, সদৌ অসম চৰকাৰী বুনিয়াদী শিক্ষক সংস্থা আৰু অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সন্মিলনী একত্ৰিত হৈ তেজপুৰৰ জিলা পুথিভঁৰালৰ প্ৰাঙ্গনত একেলগে পাঁচখন পতাকা উত্তোলন কৰি একেটা মঞ্চতে শিক্ষক তথা ছাত্ৰ-ছাত্ৰীৰ কল্যাণৰ সমন্বয়ৰ ভেটি ৰচনা কৰা হয়। ইয়াৰ বাবে শিক্ষক সমাজ ধন্যবাদৰ পাত্ৰ। লগতে অসমৰ নৱজোৱান শিক্ষামন্ত্ৰী শ্ৰীবৃন্দাবন গোস্বামীদেৱ প্ৰশংসাৰ পাত্ৰ। তেখেতে আমাক সেইদিনত এক বৈপ্লৱিক আহবান জনাইছিল— "আপোনালোকে আপোনালোকৰ অভাৱ অনাটনৰ বাবে আন্দোলন কৰিব নালাগে—কেৱল শৈক্ষিক আন্দোলন কৰক। এই আন্দোলনৰ নেতৃত্ব বহন কৰক। শিক্ষাক দলিত শ্ৰেণীৰ ওচৰলৈ লৈ যাওক।" সেই আহ্বানত সহাঁৰি জনাই আমি ইতিমধ্যে অসম প্ৰাথমিক মজলীয়া শিক্ষক সমন্বয় সমিতি গঠন কৰি অসমৰ শিক্ষাজগতৰ উন্নতি কল্পে কামত আগবাঢ়িছোহঁক। শৈক্ষিক উন্নয়নৰ বাবে সু-পৰিকল্পিত আঁচনি যুগুত কৰি ৰূপায়ণৰ বাবে বিভিন্ন কাৰ্য্যব্যৱস্থা গ্ৰহণ কৰা হৈছে। এই সংগঠনৰ নেতৃত্বৰ ভাৰো পাঁচোখন

সংস্থাৰ নেতৃবৃন্দই এই অভাজনৰ ওপৰত ন্যস্ত কৰিছে। আমি ইমানৰ পাত্ৰ নহওঁ। এই গুৰুভাৰ বহন কৰাৰ শক্তিৰ বাবে সমূহ শিক্ষকৰ আশীৰ্বাদ ভিক্ষাৰী। ইতিমধ্যে সমন্বয় সমিতিয়ে শিক্ষক, ছাত্ৰ, বিদ্যালয়, শিক্ষা আদি বিষয়ত চৰকাৰৰ লগত একাধিকবাৰ আলোচনাত বহি সমাধানৰ ব্যৱস্থা গ্ৰহণ কৰিছে।

## শিক্ষাব্যৱস্থাৰ প্ৰতি

পচলিত শিক্ষা ব্যবস্থাৰ প্ৰতি আমাৰ মনোভাব, পৰামৰ্শ সময়ে সময়ে অসমৰ আটাইকেইখন জনপ্ৰিয় বাতৰি কাকত, আলোচনী, আলোচনা চক্ৰত, চৰকাৰৰ শিক্ষা বিভাগৰ ওচৰত লিখিত ভাবে, প্ৰবন্ধ আকাৰত দাঙি ধৰা হৈছে। শিক্ষক সংগঠনৰ নেতা হিচাবে এনে কৰা নৈতিক দায়িত্ব হিচাবে বিবেচনা কৰি, নতুন শিক্ষানীতিৰ লগত আমাৰ শিক্ষক সমাজৰ পৰিচয় তথা সম্যক আভাস দিবৰ কাৰণে এনে ব্যৱস্থা গ্ৰহণ কৰা হৈছে। উক্ত পুথিত আমাৰ ভালেকেইটা প্ৰবন্ধ পুনৰ সংযোগ কৰা হৈছে। বিগত ত্ৰিশবছৰত অৰ্জন কৰা অভিজ্ঞতা, বিভিন্ন শিক্ষা সম্পৰ্কীয় নীতি আৰু দৃষ্টি কেন্দ্ৰত পোৱা বতৰা শিক্ষক সকলৰ মাজত প্ৰচাৰ কৰাটো দায়িত্ব বুলি বিবেচনা কৰিছোঁ।

## সাহিত্য সুকুমাৰ কলা

ছাত্ৰ-ছাত্ৰী সকলৰ মাজত সুকুমাৰ কলাৰ বিকাশৰ বাবে ব্যক্তি-গত প্ৰচেষ্টা আৰু ৰাজহুৱা খণ্ডত অবিৰাম সেৱা আগবঢ়াই আহিছো। শিক্ষকৰ বৌদ্ধিক বিকাশৰ বাবে বিভিন্ন মুখপত্ৰ প্ৰকাশ, ছাত্ৰ-ছাত্ৰীৰ বাবে শিশু আলোচনী, নৈতিক শিক্ষাৰ বাবে সাধু কথা, আদিৰ সম্পাদনা আৰু প্ৰণয়ন একাধিক প্ৰকাশনত সেৱা আগবঢ়াই

আহিছো। বৰ্তমানলৈকে দহখনৰ অধিক শিশু সাহিত্য, পোন্ধৰখন উপন্যাস, আঠ নখন পাঠ্যপুথি প্ৰণয়ন কৰি শিক্ষাজগত তথা সাহিত্য-ৰাজ্যত অবিহণা আগবঢ়াই আছে। ১৯৮৮ চনত কৰ্মমুখী শিক্ষা ৰূপায়ণৰ বাবে "কৰ্ম অভিজ্ঞতাৰ শিক্ষা" নামৰ সুবৃহৎ পুথি ৰচনা কৰি অসমৰ নিবনুৱা সমস্যা সমাধানৰ বাবে চেষ্টা চলাইছো। সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ মুখপত্ৰ শিক্ষাজ্যোতিৰ জন্মলগ্নত আমি দুজন। মোৰ বন্ধু তেজপুৰৰ শ্ৰীমহেন্দ্ৰ গোস্বামী। এতিয়া শিক্ষা জ্যোতি যৌৱন প্ৰাপ্ত। জ্যেষ্ঠ ভ্ৰাতৃ প্ৰতিম শ্ৰীদুলাল চন্দ্ৰ বৰুৱাদেৱৰ সৌজন্যত শিশু আৰু কিশোৰৰ বাবে "ককাদেউতা" আলোচনী সুখ্যাতিৰে সম্পাদনা আৰু পৰিচালনা কৰি আহিছো। মুখ্য উদ্দেশ্য ভবিষ্যতে চিৰচেনেহী ভাষা জননীৰ বাবে একাম পূজাৰী গঢ়ি তোলা।

নতুন শিক্ষানীতিৰ নিৰ্দেশনাৰ প্ৰতি সন্মান জনাই এই শিক্ষক পুথিৰ পৰিকল্পনা হাতত ললো। আমাৰ আঁচনি সম্পৰ্কে যোৱা এপ্ৰিল মাহত অসমৰ শিক্ষামন্ত্ৰী, ৰাজ্যিক শিক্ষামন্ত্ৰী, মুখ্য সচেতক শ্ৰীজয়নাথ শৰ্মাদেৱৰ আগত জনতা ভৱনৰ শিক্ষামন্ত্ৰীৰ কক্ষত সদৰি কৰা হয়। আটাই কেইজন ৰাইজৰ শিক্ষা অনুৰাগী নেতাই উদগনি দিয়াত, সেইসকলৰ সাহসকে নিজৰ সাহস ভাবি, ভৰসা ৰাখি শিক্ষক দিৱসৰ শতবাৰ্ষিক বছৰত পুথিখন প্ৰকাশৰ বাবে আগ-বাঢ়িলো। ইয়াত দোষত্ৰুটী, ভুলৰ অন্ত নহব। কিন্তু প্ৰথম প্ৰচেষ্টা হিচাবে সকলোৰে আশীৰ্বাদ পাম বুলি বিশ্বাস ৰাখিছো। এক কথাত কবলৈ গলে এই বলে নোৱাৰা শিলটো মূৰ পাতি ললো মাননীয় শিক্ষামন্ত্ৰী শ্ৰীবৃন্দাবন গোস্বামীদেৱৰ সাহসত। তেখেতে সকলোধৰণৰ সহায়ৰ প্ৰতিশ্ৰুতি নিদিয়া হলে মোৰ দৰে দুখীয়া শিক্ষকৰ বাবে সুবৃহৎ গ্ৰন্থ এখন প্ৰকাশ কৰা অসম্ভৱ হ'লহেঁতেন। অংশীদাৰ শিক্ষকসকলে ধনে জনে সহায় নকৰা হলে কামত আগবঢ়া

জটিল হলহেঁতেন। ইয়াৰ উপৰিও ডঃ অচিন্ত ফুকন, পদ্মপাণি বৰ-ঠাকুৰ, হৰেণ বৰা, ভ:বেন পূজাৰী, ৰমা পাল, দুলাল চক্ৰবৰ্ত্ৰী, অন্নদা বৰা, নীলিমা বৰা, ঠাসুৰাম কাঠকটীয়া আদি সহকৰ্মী বন্ধুসকলৰ কথা সদায় মনত ৰাখিব লাগিব। শ্ৰীপূনানন্দ মেধি আৰু ভাতৃ আশীষে সঘনে খবৰ লৈ আছে।

এইয়া আমাৰ আৰম্ভহে। অহা বছৰ কেইটাত অসমৰ সকলো প্ৰবীণ শিক্ষকৰ জীৱনী সংকলন প্ৰকাশৰ আশা ৰাখি ইমানতে আমাৰ কথা সামৰিলোঁ।

## ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত শিক্ষক
### শ্ৰীমোহন চন্দ্ৰ হাতীবৰুৱা



গোলাঘাট জিলাৰ দক্ষিণ হেংগেৰা মৌজাৰ শিক্ষা-দীক্ষাত পিচপৰা মৈদামনী গাঁৱত শ্ৰীমোহন চন্দ্ৰ হাতীবৰুৱাৰ জন্ম হয় ১৯৩০ চনত। তেখেতৰ পিতাকৰ নাম ৺বলোৰাম হাতীবৰুৱা আৰু মাতৃৰ নাম ডালিমী হাতীবৰুৱা।

ঘৰৰ পৰা সুদূৰৰ কঠিয়াতলী প্ৰাথমিক বিদ্যালয়ত শিক্ষা সাং কৰি ঘৰৰ পৰা ১০ কিলোমিটাৰ দূৰৈৰ গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলত খোজকাঢ়ি আহি সপ্তম শ্ৰেণীলৈকে পঢ়িছিল। দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰা বাবেই ইমানতে ইংৰাজী শিক্ষাৰ সামৰণি পৰে।

১৯৫৯ চনৰ ৫ এপ্ৰিল তাৰিখে মাহিলী ৩০'০০ টকা বেতনত আঠগাওঁ প্ৰাথমিক বিদ্যালয়ত শিক্ষকতাৰ পাতনি মেলে। ইয়াৰ পিচত দক্ষিণ হেংগেৰা ছোটিজান প্ৰাথমিক বিদ্যালয়লৈ বদলি হয়। ইয়াত এবছৰ শিক্ষকতা কৰাৰ পিচত গুৰুট্ৰেইনিংত যোগ

দিয়ে। ১৯৫৫ চনত যোৰহাট নৰ্মাল স্কুলৰ পৰা গুৰুট্ৰেইনিং পাছ কৰি ছোটজান বিদ্যালয়ত ১৬ বছৰ কাল সহকাৰী শিক্ষক হিচাবে কামকৰাৰ পিচত গুৰুযোগনীয়া বৰকাঠনি প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষক হয়। তেখেতৰ নিষ্ঠা আৰু একাগ্ৰতাই শিক্ষাদানৰ ফলত প্ৰথম বছৰত ৮ জন, দ্বিতীয় বছৰত ৬ জন, আৰু তৃতীয় বছৰত (১৯৭৩) ১৩ জন ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি পাই গোলাঘাট মহকুমাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰে। এই বিদ্যালয়ত ৩ বছৰ সেৱা আগবঢ়োৱাৰ পিচত গোলাঘাট ৩নং টাউন চান্দমাৰী প্ৰাথমিক বিদ্যালয়লৈ প্ৰধান শিক্ষক ৰূপে বদলি কৰে। এই বিদ্যালয়ত একাগ্ৰভাবে শিক্ষাদান কৰাত, শিশুৰ মন আকৰ্ষণ কৰি নানা কৌশল আৰু বিজ্ঞানসম্মত পদ্ধতিৰে শিক্ষা দান কৰাত ১৯৭৪ চনত ৬ জন, ১৯৭৫ চনত ৮ জন, ১৯৭৬ চনত ১২ জন, ১৯৭৭ চনত ১৩ জন, ১৯৭৮ চনত ১২ জন, ১৯৭৯ চনত ১১ জন, ১৯৮০ (আন্দোলন), ১৯৮১ চনত ১১ জন, ১৯৮২ চনত ১৪ জন, ১৯৮৩ চনত ২০ জন, ১৯৮৪ চনত ১৬ জন, ১৯৮৫ চনত ১১ জন, ১৯৮৬ চনত ১৬ জন, ১৯৮৭ চনত ১৪ জন আৰু ১৯৮৮ চনত ১৬ জন ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি পাইছে। তেখেতৰ প্ৰধান শিক্ষকৰ কাৰ্য্যকালত বৰ্ত্তমানলৈকে ২০৭ জন ছাত্ৰছাত্ৰীয়ে বৃত্তি লাভ কৰিছে। এই বিদ্যালয়ে ১৯৭৬ চনৰ পৰা গোলাঘাট জিলাৰ ভিতৰত প্ৰথম স্থান লাভ কৰি আহিছে।

শিক্ষাদানত কৃতিত্বপূৰ্ণ সেৱা আগবঢ়োৱাৰ বাবে ১৯৭৭ চনত অসম চৰকাৰে ৰাজ্যিক পুৰস্কাৰ প্ৰদান কৰে। ১৯৮৩ চনত মহকুমা ভিত্তিত কৃতী শিক্ষক ৰূপে সম্বৰ্দ্ধনা জনাইছিল। ১৯৮৭-৮৮ চনত ভাৰত চৰকাৰে শিক্ষাদানৰ সেৱাৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰে। শ্ৰীহাতী বৰুৱাদেৱে আজি শিক্ষক দিৱসত (৫।৯।৮৮) উক্ত পুৰস্কাৰ গ্ৰহণৰ বাবে ৰাষ্ট্ৰপতি পুৰস্কাৰ গ্ৰহণ কৰিবলৈ যাত্ৰা কৰিছে। বৰ্তমান গোলাঘাট ৩ নং টাউন চান্দমাৰী প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষক হিচাবে কাম কৰি আছে।

# শিক্ষকতা জীৱনৰ অভিজ্ঞতা

শিক্ষকতা জীৱনৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰি শ্ৰীহাতীবৰুৱা দেৱে কয়, '১৯৭৯ চনৰ পৰা শিক্ষকতাৰ অভিজ্ঞতাৰ পৰা বুজিব পাৰিছো যে যিমানেই শিক্ষা পদ্ধতি বদলি হৈ থাকক, যিমানেই নতুন শিক্ষা নীতিৰ আঁচনি গ্ৰহণ নকৰক, শিক্ষকজনে শিশুৰ মন আকৰ্ষণ কৰিব নোৱাৰিলে শিক্ষাদান ফলৱতী নহয়। শিক্ষা-পদ্ধতি হ'ল, শিক্ষকজনৰ নিজা প্ৰচেষ্টা আৰু কৌশল। শিক্ষাৰ মূল উদ্দেশ্য হ'ল দুটা। শিক্ষাদান আৰু শিক্ষা গ্ৰহণ। শিশুৰ মন সদায় চঞ্চল। শিশুৰ মন বুজিলৈ শিক্ষাদান কৰিলে ছাত্ৰই মনোযোগে গ্ৰহণ কৰিবই। ছাত্ৰ-ছাত্ৰী অন্যমনস্ক হৈ থাকিলে যিমানেই শিক্ষকে শিক্ষাদান নকৰক ছাত্ৰই সেই শিক্ষা গ্ৰহণ কৰিব নোৱাৰে। শিক্ষকে শিক্ষা দান দিয়েই শিক্ষা সমাপ্ত কৰিলে শিক্ষাদান ফলৱতী নহয়। ছাত্ৰ-ছাত্ৰীক যি শিক্ষা প্ৰদান কৰা হৈছে তাক ছাত্ৰ-ছাত্ৰীয়ে গ্ৰহণ কৰিব পাৰিছোন নাই, সেইটোৰ ওপৰত গুৰুত্ব দিব লাগে। শিক্ষাদান দিয়া বিষয়সমূহ পুনৰ আলোচনাৰ জৰিয়তে পৰীক্ষা কৰি চোৱাৰ আৱশ্যক। শিশুৰ মন আধাফুলা ফুলকলিৰ দৰে নিচেই কুমলীয়া। এই শিশুসকলেই ভৱিষ্যতে দেশৰ উপযুক্ত নাগৰিক হব। শিশু সকলে শিক্ষক শিক্ষয়ত্ৰীৰ কাৰ্য্যকলাপ অনুকৰণ কৰে। সেয়ে ছাত্ৰ-ছাত্ৰীৰ আগত শিক্ষকজন গাম্ভীৰ্য্যপূৰ্ণ হব লাগে। ব্যক্তিত্ব, গাম্ভীৰ্য্য এটা ডাঙৰ গুণ। শিক্ষকসকলে জনা উচিত যে, এই শিশুসকলেই ভবিষ্যত একোজন বিজ্ঞ সু নাগৰিক হব। এই উঠি অহা শিশুসকলক শিক্ষাদানত যদি অৱহেলা কৰে তাৰ কাৰণে শিক্ষকজনেই এদিন ভগৱানৰ ওচৰত জগৰীয়া হব লাগিব।

শিক্ষকৰ বিষয় জ্ঞান সম্পূৰ্ণ থাকিব লাগিব। ইয়াৰ উপৰিও সময় নিষ্ঠা, নিয়মানুবৰ্তিতা শিক্ষকৰ প্ৰধান কৰ্তব্য। বসাল পাঠ-

দানে ছাত্র-ছাত্রীৰ মন আকর্ষণ কৰে। লগে লগে শিক্ষাদানৰ প্ৰতি কৌতূহল জন্মে। শিক্ষকে বিদ্যালয়ত শাৰীৰিক, মানসিক, নৈতিক শিক্ষাৰ বিকাশ সাধন কৰি শৈক্ষিক বাতাবৰণ সৃষ্টি কৰি ছাত্র-ছাত্রীৰ মনত কৌতূহল জন্মাই পাঠদানৰ প্ৰতি আকৰ্ষণ আনি বাস্তৱমুখী শিক্ষাৰ বিকাশ সাধন কৰিবলৈ শিখকে যত্ন কৰিব লাগে। প্ৰধান শিক্ষকজনেই শিক্ষানুষ্ঠানৰ মূৰব্বী, তেখেতে সকলো সহঃ শিক্ষক শিক্ষয়িত্ৰীৰ লগত সহযোগ স্থাপন কৰি শিক্ষাৰ মূল্যাংকন আনিবলৈ যত্ন কৰিব লাগে। প্ৰধান শিক্ষকজনৰ বিষয় জ্ঞানৰ প্ৰতি সম্পুৰ্ণ অভিজ্ঞতা থাকিব লাগে। কোনো এজন শিক্ষকে কিবা বিষয়ৰ প্ৰতি প্ৰধান শিক্ষকৰ পৰা বুদ্ধি লবলৈ চেষ্টা কৰিব পাৰে। প্ৰধান শিক্ষকজনে সেই বিষয়ে প্ৰস্তুত হৈ থাকিব লাগে। বিদ্যালয়ৰ নিয়ম-শৃংখলা, প্ৰশাসন আদিৰ প্ৰতিও প্ৰধান শিক্ষকে সদায়ে লক্ষ্য কৰা উচিত।

শিক্ষাৰ জৰিয়তে ছাত্র-ছাত্রী মানসিক আৰু নৈতিক শিক্ষাৰ ক্ৰম বিকাশ কৰা শিক্ষকৰ মূল উদ্দেশ্য। বহুত মেধাবী ছাত্ৰও নৈতিক শিক্ষাৰ অভাৱত চৰিত্ৰ গঠনত বাধাগ্ৰস্ত হৈ পৰিছে। হস্তাক্ষৰ, যুক্তাক্ষৰ, সোঁমাত্ৰা, বাওঁমাত্ৰা, পূৰ্ণমাত্ৰা, টিকমাত্ৰা, মাত্ৰাহীন আখৰ লিখন পদ্ধতি শিক্ষকৰ কৌশলগত অলঙ্কাৰ স্বৰূপ।

সাহিত্য বা মাতৃভাষা, ব্যাকৰণ, সমাজ অধ্যয়ন, গণিত আৰু বিজ্ঞান শিক্ষাৰ জৰিয়তে প্ৰযুক্তিবিদ্যা ৰাষ্ট্ৰীয় শিক্ষানীতিৰ যি নতুন শিক্ষা আঁচনি গ্ৰহণ কৰিছে এই শিক্ষাৰ বস্তৱ ৰূপায়ণ কৰিব লাগিব শিক্ষক-শিক্ষয়িত্ৰীসকলেই। এই ৰাষ্ট্ৰীয় শিক্ষানীতিৰ জৰিয়তে শিক্ষকসকলেই গঢ়িব লাগিব, এক নতুন মানৱ সম্পদ।

## নতুন শিক্ষকলৈ পৰামৰ্শ

বৰ্ত্তমান অৱস্থাত যিসকল নতুন শিক্ষক-শিক্ষয়িত্ৰীয়ে শিক্ষকতা পদত যোগদান কৰি শিক্ষাজগতত ভুমুকি মাৰিছে, তেওঁলোকে

ভবা উচিত যে, শিক্ষকতাই আমাৰ ধৰ্ম, আৰু শিক্ষকতাই আমাৰ কৰ্ম, আৰু শিক্ষকতা এটা ব্ৰত। যদি শিক্ষাব্ৰতী হব নোৱাৰে, উঠি অহা শিশুসকলক বিপথে শিক্ষা দি কলিতে মৰহি যোৱাকৈ অন্ধকাৰ পথত ঠেলি দিয়াতকৈ শিক্ষকতা পদ ত্যাগ কৰি অন্য জীৱিকাৰ পথ বিচাৰি লোৱাই শ্ৰেষ্ঠ। কণ কণ উঠি অহা শিশুসকল এদিন ভবিষ্যতে দেশৰ সু-নাগৰিক হব। এই শিশুসকলৰ বহুতেই এসময়ত ডাঙৰ বৈজ্ঞানিক হৈ বিশ্বজগতত এজন শ্ৰেষ্ঠ মানৱ হব পাৰিব। গতিকে এই উঠি অহা শিশুসকলক পালমৰা শিক্ষা দি আধকৰা শিক্ষাৰ পাতনি মেলাতকৈ নতুন শিক্ষকসকলে শিক্ষা জগতৰ পৰা মেলানি মগাই ভাল। কাৰণ ভবিষ্যতে উঠি অহা শিশুসকল প্ৰাপ্য শিক্ষাৰ পৰা বঞ্চিত হ'লে জীৱন বাটত পথভ্ৰষ্ট হৈ হাবাথুৰি খাব লাগিব। নতুন উদ্যোগী শিক্ষক-শিক্ষয়িত্ৰীসকলে নতুন উৎসাহেৰে শিক্ষাব্ৰতী হৈ কণ কণ আধাফুলা, ফুল কলিৰ দৰে উঠি অহা দেৱ -শিশুসকলক মানসিক, নৈতিক বিকাশ সাধন কৰি শিশুসকলৰ মন আকৰ্ষণ কৰি নিজৰ ব্যক্তিত্ব আৰু কৌশলৰ জৰিয়তে শিক্ষা প্ৰদান কৰি ছাত্ৰ-ছাত্ৰীৰ মানসিক উৎকৰ্ষ সাধন কৰি ছাত্ৰ-ছাত্ৰী-সকলক ভবিষ্যতে এক মানৱ সম্পদ গঢ়ি তুলিব বুলি আশা কৰিলোঁ। উঠি অহা নতুন শিক্ষক-শিক্ষয়িত্ৰীসকলে নিজেও এজন সুদক্ষ শিক্ষক হিচাবে সু-নাম অৰ্জন কৰি শিশু শিক্ষাই মানৱধৰ্ম বুলি আত্ম-নিয়োগ কৰিবলৈ পৰামৰ্শ আগবঢ়ালোঁ।

॥ জয় হিন্দ ॥

## শ্ৰীজীৱন চন্দ্ৰ গোস্বামী প্ৰধান শিক্ষক

### প্ৰাক্তন সম্পাদক/সভাপতি

### সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থা



১৯৩২ চনত ১ মাৰ্চত যোৰহাটৰ অন্তৰ্গত ককিলা আধাৰ সত্ৰত মোৰ জন্ম। মোৰ পিতৃদেৱ ৺যোগেন্দ্ৰনাথ গোস্বামী আৰু মাতৃদেৱী ৺তাৰিণীদেৱী।

আমাৰ পিতৃদেৱে ৬ঠৰ শতিকাত প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰিও বৃটিচৰ তলত গোলামী নকৰাৰ সিদ্ধান্ত লয়। আৰু স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰে। তেখেত আছিল জ্যোতিষ আৰু শ্ৰুতিৰ এজন প্ৰখ্যাত পণ্ডিত। মোৰ মাতৃদেৱী আছিল অমায়িক আৰু দয়াশীল।

মোৰ শিক্ষাজীৱন আৰম্ভ কৰিছিল পিতৃদেৱে। ইয়াৰ পিচত মোক ককিলা কুমাৰ প্ৰাইমেৰী স্কুলত নামভৰ্তি কৰি দিয়ে। প্ৰাথমিক শিক্ষাৰ অন্তত ১৯৪০ চনত বাহনা এম. ভি আৰু এম. ই স্কুলত (একেলগে আছিল) নাম ভৰ্তি কৰি দিয়ে। স্কুলীয়া জীৱনত মই মেধাবী ছাত্ৰ আছিলো। সেইবাবে মোৰ শিক্ষাত

আগবঢ়াওঁ যথেষ্ট সহায় কৰিছিল। এম. ই. স্কুলত শিক্ষা অন্ত পৰাত অঞ্চলটোত হাইস্কুল নথকাত মই মামাৰ ঘৰত থাকি দেৰগাওঁ হাই-স্কুলত ৭ম শ্ৰেণীত নাম লগাব লগা হয়। ১৯৪৪ চনত পুনৰ যোৰহাট চৰকাৰী হাইস্কুললৈ আহিব লগা হয়। দ্বিতীয় মহাযুদ্ধৰ সময়ত দেউতাৰ স্বাস্থ্য ভাগি পৰাত আমাৰ আৰ্থিক অৱস্থা অতি শোক লগা হয়। আনকি বিদ্যালয়ৰ মাচুল খিনিও দিব নোৱাৰা অৱস্থাত পৰো। বিদ্যালয়ৰ প্ৰধান শিক্ষকে মোৰ মাচুল বিদ্যালয়ৰ দুখীয়া ছাত্ৰৰ পুঁজিৰ পৰাহে দিছিল। যোৰহাটত পঢ়োতে স্বাধীনতা আন্দোলনৰ প্ৰতি মন ঢাল খায় আৰু ছাত্ৰ কংগ্ৰেছত যোগদান দিওঁ। কংগ্ৰেছত সোমাওঁতে শ্ৰীযুত দেবেশ্বৰ শৰ্মা, শ্ৰীসৰ্বেশ্বৰ বৰদলৈ, শ্ৰীপদ্মেশ্বৰ গোস্বামী, ৺যোগেন শইকীয়া, ৺গোলাপ দত্ত আদিৰ সংস্পৰ্শলৈ আহো। কংগ্ৰেছৰ ভলন্টিয়াৰ সকলক চিঠিপত্ৰ দিয়া আৰু পিকেটিংকৰাৰ বাবে ১৯৪৪ চনৰ জুলাই মাহত শ্ৰীসৰ্বেশ্বৰ বৰদলৈ দেৱৰ সৈতে জেললৈ লৈ যায়। পুলিচে বেতেৰে কোবাই ৰাতি ১২ বজাত মইবন্ধা আলিমূৰত এৰি থৈ আহিছিল। বয়স কম হোৱাত দেউতাই জেলকৰ্তৃপক্ষক আবেদন কৰি মুকলি কৰি আনে। খুড়া-দেৱ ৺নৰেন্দ্ৰ নাথ গোস্বামীৰ লগত থাকিও মই শিক্ষা লাভ কৰি-ছিলো। ১৯৪৬ চনত দেউতা স্বৰ্গগামী হোৱাত মোৰ মূৰত পৰিয়ালৰ এটি ডাঙৰ বোজা পৰে। ১৯৪৭ চনত চৰকাৰী বিদ্যালয়ৰ পৰা প্ৰবেশিকা পাছ কৰো।

## শিক্ষকতাৰ পটভূমি

পিতৃহীন পৰিয়াল, বিধবা মাতৃক লৈ এক দৰিদ্ৰ সংসাৰৰ পৰিচালনাৰ দায়িত্বই উচ্চশিক্ষা লাভৰ সপোন সপোন হৈয়ে ৰ'ল। উপাৰ্জনৰ চিন্তাই শিক্ষাৰ চিন্তাক তল পেলালে। সেই সময়ত বাহনা হাইস্কুল প্ৰতিষ্ঠা কৰা হৈছিল। ৺ গোলাপ দত্তই সামান্য পাৰিতোষিক দি শিক্ষকতা কামত নিয়োগ কৰে। শিক্ষাৰ প্ৰতি

থকা হেপাহ দমন কৰিব নোৱাৰি তেৰ বছৰ শিক্ষকতা কৰাৰ পিচত জে, বি, কলেজৰ আই, এ, শ্ৰেণীত নাম ভৰ্তি কৰো। স্বাস্থ্য জনিত কাৰণত আই, এ, পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰিলো। কিছুদিনৰ পিচত তিনিবছৰীয়া ডিগ্ৰী পাঠ্যক্ৰমত নামভৰ্তি কৰি দুবছৰ পঢ়ি শিক্ষা জীৱন সমাপ্ত কৰিব লগা হয়।

অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰীৰ ইংৰাজী শিক্ষাৰ অভাৱলৈ লক্ষ্য ৰাখি স্থানীয় ৰাইজৰ সহযোগত ১৯৫২ চনত ৰংদৈ মধ্য ইংৰাজী বিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। বৰ্ত্তমান এম, ই, স্কুলৰ গইনাতে এখন উচ্চ ইংৰাজী বিদ্যালয় গঢ়ি উঠিছে। "নানা দেশ ফুৰে যি নানা কথা শিকে সি।" বিভিন্ন প্ৰদেশ ভ্ৰমণ কৰি সামাজিক, ৰাজনৈতিক ধৰ্মীয় আৰু অৰ্থনৈতিক জ্ঞান আহৰণ কৰি শিক্ষাদানত নিজকে সাজু কৰিবৰ বাবে চাৰিবাৰ উত্তৰ আৰু দক্ষিণ ভাৰত ভ্ৰমণ কৰো। এই ভ্ৰমণত তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি ধৰ্মীয় কাৰ্য্য ও সম্পন্ন কৰা হয়। অনুন্নত অঞ্চলটোত শিক্ষা বিস্তাৰৰ বাবে বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান সমূহত সক্ৰিয় অংশ গ্ৰহণ কৰি সেৱা আগবঢ়াই আহিছো। শিক্ষা অবিহনে সমাজৰ সংস্কাৰ অসম্ভৱ বুলি জানিয়েই ৰাজনৈতিক সংগঠনৰ বিষয়বাব পৰিহাৰ কৰি একান পতীয়াকৈ শিক্ষাদান আৰু শিক্ষা বিস্তাৰত মনোনিবেশ কৰি আহিছো।

১৯৫৭ চনত যোৰহাট জিলা মধ্য ইংৰাজী শিক্ষক সংস্থাৰ প্ৰতিস্থাপক সম্পাদকৰূপে কাৰ্য্যনিৰ্বাহ কৰাৰ উপৰি, ১৯৫৮ চনত সাদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থা প্ৰতিষ্ঠা ও আত্মনিয়োগ কৰো। ৰাজ্যিক সংস্থাৰ প্ৰথম অধিবেশন যোৰহাটত অনুষ্ঠিত কৰি অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰি, সমগ্ৰ অসমৰ সাত শ প্ৰতিনিধি সমবেত কৰি ৰাজ্যিক সংস্থাৰ ভেটি দৃঢ় কৰা হয়। মোৰ সহকৰ্মী ৺ উপেন মহন্ত, শ্ৰীনগেন বৰুৱা, মাখন বৰা, ভুবন বৰুৱা, মহেন্দ্ৰ নেওঁগ, ৺ সদা শইকীয়াৰ নাম স্মৰণ কৰিছো।

১৯৬০ চনৰ জুন মাহত বালিগাৱঁৰ মুকলিমুৰীয়া সত্ৰৰ ৺ কিৰণ চন্দ্ৰ গোস্বামীৰ ২য় কণ্যা শ্ৰীপুতি গোস্বামীৰ লগত বৈবাহিক সম্বন্ধ স্থাপন হয়। বৰ্তমান তিনিটি পুত্ৰ আৰু দুটি কণ্যা সন্তানেৰে আমাৰ সংসাৰ।

১৯৬০ চনৰ পৰা ১৯৬৭ চনলৈ ৰাজ্যিক সংস্থাৰ সাধাৰণ সম্পাদকৰ আৰু ১৯৬৭ চনত সংস্থা সৰ্বোচ সন্মান সভাপতিৰ দায়িত্ব, ১৯৬৪ চনত উপ-সভাপতি দায়িত্ব বহন কৰি শিক্ষক সমাজৰ শৈক্ষিক, অৰ্থনৈতিক আৰু সাংগঠনিক দিশত নিস্বাৰ্থ-ভাবে সেৱা আগবঢ়াই অহাৰ উপৰিও বৰ্তমান সময়ে সময়ে সংগঠনৰ উপদেষ্টা ৰূপে কাম কৰি আহিছো। ইয়াৰ উপৰিও অঞ্চলটোৰ বিভিন্ন অনুষ্ঠানৰ ৰূপালী জয়ন্তী, হীৰক জয়ন্তীৰ বিভিন্ন গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰি কাৰ্য্য সু-সম্পন্ন কৰি অহা হৈছে। আমাৰ প্ৰিয় অনুষ্ঠান ককিলাবাস মন্দিৰৰ সোণালী জয়ন্তী পালনত বিশেষ অৰিহণা আগবঢ়োৱা হয়। আমাৰ সম্পাদনাত জিলা সংস্থাৰ ৰূপালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ সম্পাদনা কৰি প্ৰকাশ কৰা হয়। এই ক্ষেত্ৰত শ্ৰীমাখন শৰ্মা আৰু ৰাজ্যিকৰ সভাপতি শ্ৰীদুলাল চন্দ্ৰ বৰঠাকুৰৰ পৰামৰ্শ সহায় সদায় মনত থাকিব। ১৯৮৭ চনত মধ্য ইংৰাজী বিদ্যালয়ৰ চতুৰ্থ শ্ৰেণী কৰ্মচাৰীৰ ৰাজ্যিক অভিবৰ্তনৰ সভাপতিৰূপে অভিবৰ্তন সাফল্যমণ্ডিত কৰা হয়। আঞ্চলিক মঞ্চত অভিনয় কৰিও সুখ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছো। পৰমেশ্বৰে কুশলে ৰাখিলে ১৯৯০ চনলৈকে শিক্ষকতাৰ সেৱা আগবঢ়াই যাবলৈ সমৰ্থ হ'ম।

## নবীন শিক্ষকলৈ পৰামৰ্শ

শিক্ষকতা জীৱনৰ বিয়লিবেলাত দেশৰ ভবিষ্যত নাগৰিক গঢ় দিয়া কৰ্মীচামলৈ আমাৰ বিনম্ৰ অনুৰোধ—নিষ্ঠা, একাগ্ৰতা আৰু

আন্তৰিকতাৰে নিজৰ সেৱা আগবঢ়াই যোৱা প্ৰয়োজন। নিজৰ কৰ্তব্য সুচাৰুৰূপে সম্পন্ন কৰিব পাৰিলেহে নিজৰ অধিকাৰ সাব্যস্ত কৰিব পাৰি। আজিৰ শিক্ষকে নিজকে এবাৰ আত্মআলোচনা কৰাৰ সময় আহি পৰিছে। আমি যি সময়ত অনুষ্ঠান পাতি শিক্ষকতা কৰিছিলো, সীমিত বেতন, সামন্য সা-সঁজুলি আৰু খেৰৰ্বাঁহৰ পানী পৰা ঘৰ। আজি শিক্ষকৰ সা-সুবিধা, বিদ্যালয়ৰ সা-সৰঞ্জাম, স্কুলঘৰৰ অৱস্থা বহুত উন্নত হৈছে। তাৰতুলনাত শিক্ষাৰ ফলাফল নিম্নগামী হৈছে। ইয়াৰ কেৰোণ ক'ত তাক শিক্ষক, প্ৰশাসক, সংগঠক সকলো একত্ৰিত হৈ বিচাৰ কৰি নিৰাময় কৰা প্ৰয়োজন হৈ পৰিছে।

আহক! আমি শিক্ষক, অভিভাৱক, বিভিন্ন সমাজৰ সংগঠন, ছাত্ৰ সংগঠন একত্ৰিত হৈ কাম কৰো যাতে প্ৰধান মন্ত্ৰীয়ে আশা কৰাৰ দৰে একবিংশ শতিকাত ভাৰতৰ অসমেও বিপুল গৌৰৱে প্ৰৱেশ কৰিব পাৰোঁ।

ড° মুকুল কুমাৰ শৰ্মা
মুৰব্বী অধ্যাপক, শিক্ষাবিভাগ
ডিব্রুগড় বিশ্ববিদ্যালয়



## শিক্ষকৰ ভূমিকা

পৰিচয়: বিজ্ঞানৰ ছাত্ৰ ডঃ শৰ্মাৰ জন্ম যোৰহাটত। এম, এছ, চি প্যছ কৰি জে, বি কলেজত অধ্যাপনা কৰাৰ পিচত যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়ত অধ্যাপনা কৰে। বি, টি কলেজৰ পৰা ডিব্রুগড় বিশ্ববিদ্যালয়লৈ যায়। বৰ্তমান উক্ত বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ মুৰব্বী। এজন কৃতী শিক্ষক আৰু শিক্ষাবিদ। শিক্ষকৰ ভূমিকা সম্পৰ্কে তেখেতৰ মতামত সংযোগ কৰা হ'ল। —সম্পাদক

আমাৰ দেশৰ শিক্ষা ব্যৱস্থা আশাৰাহ পূৰ্ণ বুলি সকলোৱেই কয় আৰু সেইবাবেই উঠি অহা ল'ৰা ছোৱালী বিলাক শুদ্ধ বাটে পৰিচালিত হোৱা নাই বা ব্যক্তিত্ব বিকাশৰ বাবে প্ৰয়োজনীয়

আটাইবিলাক গুণ তেওঁলোকে আয়ত্ত কৰিব পৰা নাই বুলি তেখেত সকলে বিশ্বাস কৰে। বহুতে এইটোও বিশ্বাস যে কেতিয়াবা কোনোবাই বাহিৰৰ পৰা আহি আমাৰ শিক্ষা ব্যৱস্থাৰ উচিত সাল সলনি ঘটাই দিবহি আৰু তাৰ ফলত যাদুবিদ্যাৰ প্ৰভাৱৰ দৰে আমি সকলোৱে ত্বৰান্বিত গতিত আগবাঢ়িবলৈ আৰম্ভ কৰিম।

ওপৰমহলাৰ পৰা শিক্ষা ব্যৱস্থাৰ সাল-সলনি অৱশ্যে সময়ে সময়ে হৈ থাকে ; কিন্তু শিক্ষাদান আৰু গ্ৰহণত পোনপটীয়াকৈ জড়িত লোকসকল যদি সচেতন নহয়, তেওঁলোকে যদি শিক্ষাৰ উন্নতিৰ কাৰণে উঠি পৰি নালাগে তেন্তে কোনো ব্যৱস্থাৰে সাল-সলনিয়ে উন্নতি সাধিব নোৱাৰে। আমি প্ৰায় সকলোৱেই দোষ দেখুৱাৰ বাবে সোঁহাতৰ তৰ্জনী আঙুলিটো আগৰ ফালে টোৱাঁই ৰাখো। শিক্ষক, ছাত্ৰ, অভিভাৱক, চিন্তাশীল নাগৰিক আৰু অনুষ্ঠান আদিয়ে যদি ব্যক্তিগতভাৱে আৰু সামূহিকভাৱে দোষ দেখুওৱা এই তৰ্জনী আঙুলিটো নিজৰ ফাললৈ টোৱাঁবলৈ শিকে তেন্তে শিক্ষা ব্যৱস্থাৰ নিশ্চয় উন্নতি হব।

এতিয়াৰে পৰা ত্ৰিশ বছৰৰ আগত শিক্ষানুষ্ঠানত শিক্ষা লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ ওপৰত বাহিৰা পৰিবেশৰ প্ৰভাৱ তুলনামূলক ভাৱে এতিয়াতকৈ বহুত কম আছিল। এতিয়া কিন্তু পৰিবেশ বহুত সলনি হল। বৰ্তমান ৰাতিপুৱা শুই উঠাৰ পৰা ৰাতি শোৱা-বেলিলৈকে ল'ৰা ছোৱালীয়ে বহুত কথা বিভিন্ন ঠাইৰ পৰা শিকিবলৈ পায়। পৰিয়ালৰ পৰা লগৰ লগৰীয়াৰ পৰা, কিতাপ আলোচনী বাতৰি কাকতৰ পৰা. ৰেডিঅ', চিনেমা, টেলিভিছন আদিৰ পৰা, মঠ মন্দিৰ ক্লাব আদিৰ পৰা আজিৰ ল'ৰাছোৱালীৰ বহুত ধৰণৰ অভিজ্ঞতা হয়। এই আটাইবিলাক অভিজ্ঞতাই যে শুভফল প্ৰদান

---

* সমন্বয়- ডিব্ৰুগড় মধ্যইংৰাজী শিক্ষক সংস্থা।

কৰিব পাৰিব তাৰ কোনো নিশ্চয়তা নাই। কিন্তু বহুল অৰ্থত এই আটাই বিলাকেই শিক্ষাৰ অন্তৰ্গত। সেয়ে ল'ৰা-ছোৱালীৰ ওপৰত প্ৰভাব পেলোৱা আটাইবিলাক অভিজ্ঞতা যথাযথ ভাবে নিয়ন্ত্ৰণ কৰিবলৈ সমাজে চেষ্টা কৰা উচিত। প্ৰকৃতত্তে ল'ৰা-ছোৱালীক শিক্ষা দিয়াটো শিক্ষানুষ্ঠান, অভিভাবক আৰু অন্যান্য বহুত অনুষ্ঠানৰে এক সামূহিক নৈতিক দায়িত্ব। ইয়াত অন্যব্যক্তিৰ কথা বাদ দি মাত্ৰ শিক্ষকৰ দায়িত্ব সম্বন্ধেহে কেইটামান কথা উণ্ডুকিয়াব খুজিছোঁ।

## শিক্ষকৰ দায়িত্ব

যি কোনো ফল বা উদ্ভিদৰ আতাইটকৈ ডাঙৰ আৰু ধুনীয়াটো সঁচলৈ ৰখা হয় যাতে পিছৰ বছৰৰ খেতিৰ বাবে ইয়াৰ পৰা ভাল বীজ পাব পাৰি। পুৰণি কালত শিক্ষাৰ ক্ষেত্ৰতো প্ৰায় একেই ব্যৱস্থা আছিল। নতুন চাম পুৰুষক গঢ়ি তুলিবৰ বাবে আগৰ চামৰ উৎকৃষ্ট ব্যক্তিক আচুতীয়াকৈ ৰখা হৈছিল—এই সকলেই শিক্ষক। ছাত্ৰই এই সকল বৰেণ্য ব্যক্তিক অশেষ শ্ৰদ্ধা কৰিছিল। তেখেত সকলৰ কথা আখৰে আখৰে পালন কৰিছিল আৰু তেখেত সকলৰ সাঁচতে নিজৰ ব্যক্তিত্ব গঢ় দিবলৈ চেষ্টা কৰিছিল। শিক্ষা ব্যৱস্থাত সকলোৰে আস্থা আছিল।

আজি-কালি দিন সলনি হ'ল। অন্যান্য বহুত কথাৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা ছাত্ৰ-ছাত্ৰীৰ দৃষ্টি ভঙ্গীত আজিৰ শিক্ষাৰ স্থান আগৰ শিক্ষকৰ স্থানৰ লগত নিমিলে। তথাপি এই কথা ঠিক যে ছাত্ৰ-ছাত্ৰীয়ে শিক্ষক-শিক্ষয়িত্ৰীক এতিয়াও পূজনীয়ৰূপতে দেখিবলৈ ইচ্ছা কৰে। শিক্ষাদানৰ অৰ্হতা থকা, ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ উন্নতিত প্ৰকৃত আনন্দ লাভ কৰিব পৰা, সৎ চৰিত্ৰৰ নিভাজ শিক্ষক-শিক্ষয়িত্ৰীক আজিৰ ছাত্ৰ-ছাত্ৰীয়েও গভীৰ শ্ৰদ্ধা কৰে আৰু এই সকলে এতিয়াও আগৰ দিনৰ শিক্ষক-শিক্ষয়িত্ৰীৰ দৰে সমাজত

উল্লেখযোগ্য অৱিহণা যোগাই আহিছে। এনেধৰণৰ শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যা বৃদ্ধি হব লাগে।

ছাত্ৰ-ছাত্ৰীয়ে তেওঁলোকৰ শ্ৰদ্ধাৰ শিক্ষক-শিক্ষয়িত্ৰী সকলক মনৰ এক উচ্চ সিংহাসনত স্থাপন কৰি ৰাখে। বৃত্তিমূলক পাৰদৰ্শিতাৰ অভাব বা অন্য চাৰিত্ৰিক দোষৰ বাবে ছাত্ৰ-ছাত্ৰীৰ মনত এই সকল ব্যক্তি যদি তললৈ নামে তেন্তে শিক্ষাব্যৱস্থাত খেলি-মেলি লাগে। ছাত্ৰ-ছাত্ৰীৰ মনত শিক্ষক-শিক্ষয়িত্ৰীৰ প্ৰতি তথা শিক্ষাৰ প্ৰতিয়েই অশ্ৰদ্ধাৰ মনোভাৱে ঠাই লয়।

নিজৰ কৰ্তব্য যথাযথভাৱে পালন কৰিবলৈ প্ৰত্যেক শিক্ষক-শিক্ষয়িত্ৰীয়েই কেইটামান নিম্নতম কথা অনবৰত মনত ৰখা উচিত।

(১) নিজে পঢ়ুওৱা বিষয় কেইটাৰ আটাইবিলাক দিশ খুটি-নাটি মাৰি শিকি লোৱা দৰকাৰ। ইয়াৰ বাবে পাঠ্যপুথিৰ বাহিৰেও সময়ে-সময়ে অন্যান্য কিতাপ পঢ়া, জনালোকৰ লগত সঘনে আলোচনা-বিলোচনা কৰা একান্ত প্ৰয়োজনীয়। নজনা বা নিজে বুজি নোপোৱা পাঠ পঢ়াবৰ কাৰণে শ্ৰেণী কোঠাত প্ৰবেশ কৰা গুৰুতৰ অপৰাধ। এই অপৰাধৰ বাবে শাস্তি বিহিবৰ কাৰণে যিহেতু শিক্ষক-শিক্ষয়িত্ৰীৰ নিজ বিবেকৰ বাহিৰে অন্য কাৰ্য্যকৰী ব্যৱস্থা বিশেষ নাই সেইবাবে শিক্ষক-শিক্ষয়িত্ৰী সকল সচেতন আৰু দায়িত্বশীল হোৱাটো প্ৰত্যেক সমাজেই আশা কৰে।

(২) পাঠ্যপুথিত থকা কথাৰ উপৰিও আজিৰ ছাত্ৰ-ছাত্ৰীয়ে অন্যান্য বহুত কথা জানে, অন্যান্য বহুত কথাতে তেওঁলোকৰ ৰাপ আছে। তেনেস্থলত শ্ৰেণী কোঠাৰ সকলো আলোচনা অনবৰতে কেৱল পাঠ্যপুথিৰ চাৰিসীমাৰ মাজতে আবদ্ধ থাকিলে শিক্ষা গ্ৰহণ কাৰ্য্য অতি নিৰাশ আৰু নিৰানন্দ হৈ পৰাৰ আশংকা। শিক্ষক-শিক্ষয়িত্ৰীয়ে সময়ে-সময়ে খেলাধূলা, গান-বাজনা, বৈজ্ঞানিক প্ৰগতি, ৰাজনৈতিক আৰু সামাজিক পৰিবৰ্তন আদি বহুত কথাৰ লগত পাঠ্যক্ৰমৰ কথাবিলাক সংলগ্ন কৰাই দিব জানিব লাগে। বিদ্যালয়ত

লাভ কৰা শিক্ষা যে বাহিৰৰ জগতখনত জীয়াই থকা প্ৰক্ৰিয়াৰ লগত ওতঃপ্ৰোতভাৱে জড়িত এই কথা শিক্ষক-শিক্ষয়িত্ৰীৰ শিক্ষাদান কাৰ্য্যত ফুটি উঠিব লাগিব।

(৩) বিদ্যালয় সমূহত পাঠ্যক্ৰমৰ অন্তৰ্গত বিষয় সমূহৰ জৰিয়তে ছাত্ৰ ছাত্ৰীৰ মানসিক বিকাশত গুৰুত্ব দিয়া হয়, কিন্তু তেওঁলোকৰ শাৰীৰিক আৰু আবেগিক বিকাশৰ প্ৰতি প্ৰায় একেবাৰেই চকুদিয়া নহয়, শিক্ষক-শিক্ষয়িত্ৰী সকলে গোটেই বছৰ জুৰি বিভিন্ন ধৰণৰ সহ পাঠ্যক্ৰমৰ কাৰ্য্যৱলী আয়োজন কৰিব লাগে। বিশেষ আৰ্থিক ক্ষয় নোহোৱাকৈয়ে বিদ্যালয়ত নানা ধৰণৰ মনোগ্ৰাহী আৰু শিক্ষামূলক কাৰ্য্য হাতত লব পাৰি। এই বিলাকে ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ মাজত এক সুন্দৰ সম্পৰ্ক গঢ়ি তোলাৰ উপৰিও ছাত্ৰ-ছাত্ৰীৰ শাৰীৰিক আৰু আবেগিক বৰ্দ্ধনত সহায় কৰিব।

(৪) বিদ্যালয় আৰু ইয়াৰ চাৰিও কাষৰ সমাজৰ মাজত এক ঘনিষ্ঠ সম্বন্ধ গঢ়ি তুলিবলৈ শিক্ষক-শিক্ষয়িত্ৰীসকলে চেষ্টা কৰা উচিত। অভিভাৱক সকলৰ মাজত এনে বহুত ব্যক্তি আছে যি বিশেষ বিষয়ৰ ওপৰত বক্তৃতা দি, বিভিন্ন পৰীক্ষা প্ৰদৰ্শন কৰি, নিজৰ কৰ্ম স্থানলৈ ছাত্ৰ-ছাত্ৰীক নি, বিভিন্ন বিষয়ত থকা নিজৰ পাৰদৰ্শিতা প্ৰদৰ্শন কৰি ছাত্ৰ ছাত্ৰীক বহুত কথা শিকাব পাৰে, তেওঁলোকৰ মনত আনন্দ দিব পাৰে আৰু আগতে নভৰা বহুতো নতুন দিশত আগবাঢ়িবলৈ তেওঁলোকৰ মনৰ দুৱাৰ খুলিব পাৰে। এনে ব্যক্তিক চিনাক্ত কৰণ আৰু নিমন্ত্ৰণ কৰাৰ কথা প্ৰত্যেক বিদ্যালয়েই চিন্তা কৰিব পাৰে।

প্ৰত্যেক বিদ্যালয়ৰ সমূহ শিক্ষক-শিক্ষয়িত্ৰী একগোট হৈ শ্ৰেণী কোঠাত পাঠদান কৰাৰ উপৰিও ছাত্ৰ-ছাত্ৰীৰ উন্নতিৰ হকে আৰু কি কি পন্থা হাতত লব পাৰি সেই বিষয়ে চিন্তা কৰা প্ৰয়োজন। দহ বজাৰ পৰা তিনি চাৰেতিনি বজাৰ ভিতৰৰ সময় ছোৱাতেই বহুত কাম কৰিব পাৰি। পৃথিৱীৰ বহুতো উন্নত দেশৰ দৰে আমাৰ দেশতো বহুত বিদ্যালয়ে দহবজাৰ পৰা তিনি বজাৰ ভিতৰতে বহুত ভালকাম

কৰাৰ উদাহৰণ আছে। এই বিলাকৰ বাবে কিছু সা-সুবিধা, কিছুধন নিশ্চয় প্ৰয়োজনীয়, কিন্তু আটাইতকৈ বেছি প্ৰয়োজনীয় বস্তুটো হ'ল আটাইখিনি শিক্ষক-শিক্ষয়িত্ৰী একগোট হৈ নিষ্ঠাৰে কাম কৰিবলৈ আগবাঢ়ি অহা উদ্যমটো। এইটো হলেই বাকী বহুত সমস্যা নিজে নিজেই সমাধান হৈ যায়।

ছাত্ৰ-ছাত্ৰীৰ উন্নতিৰ প্ৰতি আগ্ৰহান্বিত, নিজৰ বৃত্তিৰ সাৰ্থকতালৈ গৌৰব অনুভৱ কৰিব জনা সৃজনশীল শিক্ষক-শিক্ষয়িত্ৰীয়ে ইয়াৰ বাহিৰেও অনেক পন্থাৰে চিন্তা কৰিব পাৰিব।

কৃতী শিক্ষক-শিক্ষয়িত্ৰীলৈ শ্ৰদ্ধা জনালো।

"যেতিয়ালৈকে লক্ষ লক্ষ মানুহ আনাহাৰ আৰু অজ্ঞানতাত ডুবি থাকিব, তেতিয়ালৈকে মই প্ৰত্যেকজন শিক্ষিত মানুহকে বিশ্বাস-ঘাতক বুলিম।"—স্বামী বিবেকানন্দ।

× × × ×

"স্কুল এৰাৰ সময়ত ল'ৰা-ছোৱালীয়ে তেওঁলোকে কিমান নাজানে সেইটো বুজি পোৱা আৰু তাক জানিবৰ বাবে জীৱনজুৰি হাবিযাস কৰাটো সুনিশ্চিত কৰাই যদি শিক্ষাৰ উদ্দেশ্য হয় তেন্তে সেই শিক্ষাই অধিক ফলদায়ক হব।"

—চাৰ উইলিয়াম হেলি।

× × × ×

"দেশৰ দৰিদ্ৰতা, অজ্ঞানতা গুচাবৰ প্ৰধান উপায় শিক্ষা। শাৰীৰিক, মানসিক, আধ্যাত্মিক আৰু আৰ্থিক উন্নতিৰ উপায় শিক্ষা। সাধাৰণ শিক্ষা—বিস্তাৰ জ্ঞানৰ বিস্তাৰ। জ্ঞানতকৈ পবিত্ৰ ক্ষমতাৱন্ত বস্তু এই জগতত একো নাই।"—

—আনন্দ চন্দ্ৰ আগৰৱালা।

# শ্ৰীৰামপ্ৰসাদ বৰা

হিন্দী শিক্ষক, শিৱসাগৰ



মই এজন শিক্ষকৰ সন্তান। শিৱসাগৰ জিলাৰ জকাইচুক মৌজাৰ গৌৰীসাগৰ নকটানী গাঁৱত মোৰ জন্ম। দেউতাৰ নাম পদ্মকান্ত পণ্ডিত। পিতৃৰ ধৰ্মক শিৰোগত কৰি ১৯৬০ চনৰ পৰা ঢেকৰগঢ়াৰ মালৌ আলি মধ্য ইংৰাজী বিদ্যালয়তে ৰাষ্ট্ৰভাষা হিন্দী শিক্ষক হিচাবে শিক্ষকতা কৰি আহিছো।

মোৰ দেউতাই বৃটিছ চৰকাৰৰ পৰা সুদক্ষ শিক্ষকৰূপে মেডেল আৰু পণ্ডিত উপাধি লাভ কৰিছিল। তেখেত আছিল এজন কৃতী শিক্ষক। দেউতাৰ দৰে ময়ো সকৰে পৰা কষ্টসহিষ্ণু হৈ কাম কৰি যাবলৈ শিকি আহিছো। দেউতাৰ পৰলোক প্ৰাপ্তিত মই পাত কেৱল এখন চাদৰ লৈয়ে স্কুললৈ গৈছিলো। মোৰ পঢ়া সময়ত পঢ়িব নেলাগে বুলি কোৱা মানুহৰ সংখ্যা আছিল অধিক— কিন্তু পঢ় বুলি কোৱা মানুহ নাছিল। ১৯১৯ চনত দেউতাই শিক্ষকতা পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। স্বইচ্ছাই পঢ়া-শুনা

কৰিছিলো আৰু আঠ/দহ মাইল পৰ্যান্ত খোজ কাঢ়ি গৈ শিক্ষা লাভ কৰিছিলো। আজিকালিও গাঁৱৰ বুঢ়া-মেঠাসকলে মোৰ কথা উল্লেখ কৰি নিজৰ ল'ৰা-ছোৱালীক পঢ়িবলৈ খতিয়াই থকা শুনিবলৈ পাওঁ।

অশেষ কষ্ট আৰু চেষ্টাৰ অন্তত প্ৰাথমিক বিদ্যালয় অন্ত কৰি, ইংৰাজী শিক্ষা আহৰণৰ বাবে হাইস্কুলত ভৰ্ত্তি দিলো। ইংৰাজী ভাষা সম্পূৰ্ণকৈ আয়ত্ত্ব কৰিবলৈ মই সক্ষম হৈছিলো— আনকি হাইস্কুলত পঢ়ি থাকোতে বন্ধু-বান্ধবলৈ ইংৰাজীতহে চিঠি পত্ৰ আদান প্ৰদান কৰিছিলো।

দুখ যাৰ জীৱনৰ লগৰী, কষ্ট যাৰ বিধতাৰ লিখন, ভাগ্য যাৰ বেঁকা—সি যিমানেই মনবান্ধি ক'ম নকৰক তাত বাধাবিঘিনিৰ অন্ত নাই। মোৰ জীৱনত সেয়ে হ'ল। ঘৰুৱা দুৰৱস্থাৰ হেতু শিক্ষাত হেপাহৰ অনুপাতে আগবাঢ়িব নোৱাৰিলো।

বিদ্যালয়ত ৰাষ্ট্ৰভাষা হিন্দীৰ পাঠ পঢ়োতে শিকিছিলো, “ৰাষ্ট্ৰভাষা পঢ়িলে বা পঢ়ালে অথবা শিকিলে বা শিকালে দেশৰ সেৱা কৰা হয়”। ইয়াৰ তাৎপৰ্য্যটো বহলভাৱে লবলৈ বিচৰাত মোৰ অন্তৰত সুপ্ত হৈ থকা দেশ প্ৰেমৰ ভাব জাঁহি উঠিল। স্বাধীন দেশ এখনত নাগৰিক হিচাপে মোৰ দেশ সেৱা ৰাষ্ট্ৰ-ভাষাৰ যোগেদি কৰাৰ ব্ৰত কৰিলো। উপৰোক্ত দিশটোতেই নিজক আগ বঢ়াই লৈ যাবলৈ ঠিক কৰি ললো। ‘বিশাৰদ’ ‘কোবিদ’ ‘ৰত্ন’ আৰু সাহিত্য অলংকাৰ ‘মধ্যমা বিশাৰদ’ আদি পৰীক্ষাৰ বাবে ককালত টঙালি বান্ধি সাজু হলো। তৎকালীন ভাৱে ‘কোবিদ’ ‘বিশাৰদ’ পৰীক্ষাৰ প্ৰমাণ পত্ৰ অৰ্জন কৰি হিন্দী শিক্ষক হিচাপে অৱতীৰ্ণ হ'লো।

দেউতাৰ মৃত্যু হোৱাৰ কেইবা বছৰৰ পাছত মোৰ আইয়ে ইহলীলা সম্বৰণ কৰে। মোৰ মাৰ নাম আছিল মালতী ৰৰা

মই হোজা আৰু সৰল চিতিয়া কণিষ্ঠ পুত্ৰ হেতুকে আইয়ে মোক অগাধ, অকৃত্ৰিম মৰম কৰিছিল। মোৰ চাৰিজন ককাই ভাই মাত্ৰ আৰু বাইভনী বুলিবলৈ নাছিল। মোতকৈ ডাঙৰজনে টীয়ক বালিকা উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰে। বাকী দুজনে ব্যৱসায় আৰু খেতি কৰে। বৰ্তমান তেওঁলোকে গাইগুটীয়া পৰিয়াল সহ নিবাস কৰে।

নিষ্ঠুৰ নিয়তিৰ চক্ৰান্তত মই প্ৰথম বিবাহিতা পত্নী হেৰুৱালো আৰু দ্বিতীয় বিবাহত আবদ্ধ হ'লো। বৰ্তমান পৰিয়ালত দুটি কণ্যা সন্তান আৰু এটি পুত্ৰ সন্তান সহ সংসাৰ পৰিচালনা কৰি আছো।

## শিক্ষকতাৰ পটভূমি

সুদীৰ্ঘ ২৮ বছৰ যোৰহাট নগৰত ভাড়া ঘৰত থাকি শিক্ষকতা কৰি আহিছো। মালৌ আলি মধ্য ইংৰাজী বিদ্যালয়খন নগৰৰ পৰা ২ কিলোমিটাৰ দূৰত অৱস্থিত।

(ক) সুদীৰ্ঘ বছৰবিলাকত পাই অহা চামে চামে ছাত্ৰ-ছাত্ৰী সকলৰ পৰা সন্মান লাভ কৰি আহিছো।

(খ) প্ৰাক্তন প্ৰধান শিক্ষকৰ পৰা কৰি যোৱা কামৰ স্বীকৃতি নোপোৱাকৈ থকা নাছিলো। অনুষ্ঠানটিৰ নেতৃত্ব বহনকাৰী সকলৰ পৰা শলাগৰ শৰাই লাভ কৰি আহিছো। ভৱিষ্যতেও কামৰ স্বীকৃতি পোৱাৰ দৃঢ় বিশ্বাস নিজৰ ওপৰত নিহিত হৈ আছে।

(গ) প্ৰধান শিক্ষক বা সহ শিক্ষকসকলৰ লগত সদায় বুজা পৰা আৰু পৰামৰ্শৰ মাজেৰে শিক্ষকতাৰ কাৰ্য্যাৱলীত সহযোগ পাই আহিছো।

(ঘ) মোক অনভিজ্ঞ আৰু ঢিলা শাসক বুলি নকৈ অনুষ্ঠানটিৰ একমাত্ৰ কৰ্মপটু আদৰ্শ শিক্ষক বুলিয়েই সমাদৰ কৰে।

(ঙ) যথাসময়ত পাৰ্য্যমানে বিদ্যালয়ৰ অনুষ্ঠানসমূহত আৰু বিদ্যালয়ত উপস্থিত থাকিবলৈ চেষ্ট'ৰ ত্ৰুটী কৰা মোৰ মনত নপৰে।

(চ) অনুষ্ঠ:নটিত নিয়োগ হোৱাৰ দিন ধৰি কোনো বছৰৰ কোনো মাহৰ কোনো দিনতেই এক'গ্ৰত‍া. নিষ্ঠাৰ অৱনতি ঘটা নাছিল বুলি সমাজৰ আগত নদি কব পৰা সাহস মোৰ আছে।

(ছ) প্ৰথম অৱস্থাত অধিক উদ্যমেৰে সকলো পৰ্য্যায়ৰ সকলো দিশৰ কামত সহযোগ কৰিছিলো। বৰ্তমান বয়সত দাঁত, চকু, আৰু অঙ্গপ্ৰত্যঙ্গৰ দুৰ্বলতাৰ হেতু আগৰ কাম কৰা উদ্যম কমিছে।

## মোৰ জীৱনৰ মুল্যাঙ্কন

ৰাষ্ট্ৰভাষা শিকিলে বা শিকালে দুয়োটাই দেশসেৱা কৰা হয়। মই উঠি অহা দেশৰ ছাত্ৰ-ছাত্ৰীকসকলক দেশৰ ৰাষ্ট্ৰভাষাৰ শিক্ষা দিবলৈ পাই নিজকে ধন্য মানিছো। ৰাষ্ট্ৰভাষাৰ "প্ৰচাৰক" হৈ দেশৰ সকলো শ্ৰেণীৰ ব্যক্তিৰ অন্তৰত দেশাত্মবোধক জ্ঞান দিবলৈ পাই সুখী হৈছো। এখন স্বাধীন দেশত এটি "ৰাষ্ট্ৰভাষা নহলে দেশখনক অকঁৰা বা বোবা" বুলি কোৱা হয়। গতিকে দেশত ৰাষ্ট্ৰভাষা প্ৰচাৰ কৰি দেশৰ হকে কৰিব লগা কৰ্তব্য কৰি আহিছো। ইয়াৰ ফলত সমাজৰ বহুতেই জীৱিকাৰ পথ মুকলি কৰি লব পাৰিছে আৰু নিবনুৱা সমস্যা সমাধান কৰাত সহায় হৈছে। ভাৰতৰ অন্য প্ৰদেশ বিলাকৰ লগতে অসমেও খোজত খোজ মিলাই আগ বাঢ়ি যাবলৈ ধৰিছে। মোৰ বিশ্বাস অসমৰ ৰাইজে এইটো ভালকৈ বুজি পাইছে যে আমাৰ দেশৰ ৰাষ্ট্ৰভাষাটো সকলোৰেই শিকা উচিত আৰু কৰ্তব্যও। ৰাষ্ট্ৰ-ভাষা হিন্দীৰ যোগেদিহে ভাৰত দেশখন একতাৰ ডোলেৰে বান্ধি ৰাখিব পৰা যাব। মই ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰ্য্য চলাই এই দিশত দেশক অপূৰণীয় ক্ষতিৰ পৰা বচাই ৰখাৰ চেষ্টা চলাই আহিছো।

## শিক্ষকতা কালত প্ৰচলিত ব্যৱস্থা আৰু মনোভাৱ :

মোৰ মনোভাৱ এনে হৈছে যে, সাতামপুৰুষীয়া শিক্ষানীতিৰ আমূল পৰিবৰ্তন ঘটাই নতুন শিক্ষানীতিৰেহে শিক্ষা দিব লাগে। কাৰিকৰী বা কৰ্মমুখী শিক্ষাৰ আঁচনিৰ অবিহনে বিদ্যাৰ্থীৰ পৰা যোগ্য মনোভাবৰ অভাৱ ঘটিয়েই থকা দেখা যাব বুলিয়েই ধাৰণা হয়।

শিক্ষকতা কালত মই শিক্ষণ প্ৰণালী "শিক্ষা বিশাৰদ প্ৰশিক্ষণ"ৰ সহিত শিক্ষানীতি যুগুতাই ভাষাজ্ঞান বিদাৰ্থী সকলক শিকাই আহিছো। আৱশ্যকবোধে তৎকালীন প্ৰচলিত ব্যৱস্থাৰে শিক্ষা দিবলৈ প্ৰচেষ্টা চলাম।

## (৫) শিক্ষা ব্যৱস্থা কেনে হোৱা উচিত

বৰ্ত্তমান শিক্ষা ব্যৱস্থা পৰিবৰ্তন হব লাগে। কিন্তু সময়ে সময়ে এনে পৰিবৰ্তন ঘটি আহিছে আৰু শিক্ষা ব্যৱস্থাৰ গভীৰতাই উঠি অহা চামক কৰ্মবিমুখ, পঙ্গু আৰু অস্থিৰ কৰি তুলিছে। দেশত ইয়াৰ ফলস্বৰূপে ছাত্ৰ-ছাত্ৰীসকলৰ মাজত উশৃংখলতা বৃদ্ধি পাইছে আৰু বিপ্লৱৰ সূচনাৰ সৃষ্টিৰ অবিহনে অন্যহৈছে বুলি মই কব নোখোজো। আনহাতে নপঢ়িনো কি কৰিব? মাত্ৰ সময়ে সময়ে দেশত তৈয়াৰী আচনিৰ অনুকৰণ নীতিয়ে জীৱন গঢ়াৰ কৃতকাৰ্য্যতাত বিফল হৈ আহি আছে। স্বাৱলম্বনৰ ভেটিত কাৰিকৰী শিক্ষাৰ গছ পুলি ৰোপন কৰিলেহে প্ৰকৃততে ছাত্ৰ-ছাত্ৰীসকল উপকৃত হব বুলি মোৰ দৃঢ় বিশ্বাস। শিক্ষাৰ কঠিয়াতলিত আধুনিক ব্যৱহাৰ কৰিলে আৰু মাটি কৰ্মীয়ে (শিক্ষক) ভাল দৰে চাহ কৰি দিলে নিশ্চয় কৃতকাৰ্য্যতা হব বুলি মোৰ ধাৰণা হয়।

## (৬) বৰ্ত্তমান শিক্ষকলৈ মোৰ পৰামৰ্শ :

শিক্ষক চাকৰিয়ালে নিজে শিক্ষা বিভাগলৈ গৈ চাকৰি বিচাৰি অৱতীৰ্ণ হয়। অৰ্থাৎ আমি শিক্ষক শ্ৰেণীয়ে চাকৰি লাগে বুলি শিক্ষকৰ চাকৰি বিচাৰি গৈছিলো। গতিকেই তাতে সেয়ে সেৱক জনে দেশ সেৱা মনোভাবেৰে কাম কৰি যাব লাগে। নিজে উপযাচি কাম কৰিবলৈ বিচৰাজনে দায়িত্ব পালনত হেমাহি দুৰ্নীতি পৰায়ণ আৰু ঢিলা শাসক হিচাবে নিজক তৈয়াৰ কৰি লোৱাতো উচিত নহয়। অন্যথাই মহাপাপ হয়। শিক্ষকে শিক্ষাৰ কঠিয়া তুলি ভালকৈ চাহ কৰি গুটি সিচি লহপহীয়া আৰু সেউজীয়া কঠিয়াৰ সঁচ তৈযাৰ কৰি উলিয়াব পৰাটোৱেই আমাৰ কৰ্ত্তব্য। এই কৰ্তব্যক দেশৰ ধৰণীস্বৰূপ শিক্ষক শ্ৰেণীয়ে পাল মৰা, ফাকি, এলাহ আৰু হেমাহিত নিহিত হ'লে দেশত যোগ্য মানুহৰ অভাৱ ঘটিব আৰু ই এটা দেশৰ ভয়ঙ্কৰ হানিকৰ হব। এজন বনুৱাই কাম কৰিহে কামৰ মূল্য আদায় পায় তেনেদৰে আমাৰ শিক্ষক শ্ৰেণীয়ে কৰ্তব্য ছন্তালি মাহেকৰ মূৰত ধন ল'লে আমাৰ পাপ নহয়।

আত্মাভিমানী শিক্ষকৰ পৰা বিদ্যাৰ্থী সকলৰ বহু সময়ত ক্ষতি সাধন হয়। নিজেই সকলো জানে বুলি ভাবি আনৰ পৰামৰ্শ আৰু অভিজ্ঞ জনৰ ওচৰত আলাপ আলোচনাৰ পৰা বিৰত থকাটো উচিত নহয়। উগ্ৰমূৰ্ত্তিৰে দেশৰ উঠি অহা চামক আমি মানুহ সাজি দিয়াটো ইমান সহজসাধ্য কাম নহয়। উঠি অহা চামক মানুহ সজা দায়িত্ব আমাৰ নিচিনা শিক্ষক শ্ৰেণীটোৰ হাতত্তেই নিহিত আছে।

গতিকেই শিক্ষক শ্ৰেণী নিয়মানুবৰ্ত্তিতা, সহনশীলতা, বাকসংযমী আৰু চলন-ফুৰণ, পিন্ধন-উৰণ আৰু ধৈৰ্য্যসহিষ্ণুতা ইত্যাদি বহুবিধ অলংকাৰেৰে বিভূষিত হোৱা উচিত। আমি শিক্ষক শ্ৰেণীয়ে পেট ভৰাই খাবলৈ, পিন্ধিবলৈ আৰু বসবাস কৰিবলৈ যদি পাইছো

তেন্তে দেশত আদৰ্শ শিক্ষকৰো অভাৱ নঘটিব বুলি মোৰ ধাৰণা হয়। শিক্ষক বৃন্দ সদায় সাধু-সন্ত আৰু সন্ন্যাসী শ্ৰেণীৰ দৰে বাবেই সমাজে মান কৰে আৰু সমাজ আমাৰ প্ৰতি সদায় সদয়। এইটো আমি শিক্ষক শ্ৰেণীয়ে কদাপি পাহৰি যোৱাতো উচিত নহয়।

## (৭) বৰ্তমান সময়ত ছাত্ৰ-ছাত্ৰী সকলৰ শিক্ষাৰ প্ৰতি অনিচ্ছা হোৱাৰ কাৰণ ঃ

১। কাৰণ "পঢ়ি কি লাভ হব" বুলি পঢ়া শুনালে পিঠি দিছে। পঢ়ি যেনতেনে কৃতকাৰ্য্য হ'লে কোনো লাভ নাই। তেনেহলেই শিক্ষাৰ প্ৰতি ধাউতি কমি যোৱাটো স্বাভাৱিক।

২। অসমত যে শিক্ষাৰ্থী বাঢ়িছে কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ১৯৮৮ চনৰ প্ৰবেশিকা পৰীক্ষাৰ্থী সংখ্যা ইমানেই হ'ল যে অন্য দেশৰ এখন প্ৰদেশৰ জন সংখ্যাতকৈ ততোধিক বেছি। এই চাম পৰীক্ষাৰ্থীয়ে বিদ্যালয়লৈ আহিব লাগে আহে আৰু যাব লাগে গৈছিল আৰু শতকৰা ৯০ ভাগ পৰীক্ষাৰ্থীয়ে অমনযোগিতাৰে, অসৎভাৱে পন্না হৈ আৰু উশৃঙ্খল হৈ পৰীক্ষাত অৱতীৰ্ণ হোৱা দেখা গৈছে। কাৰণ মূলতেই সমস্যাৰ গভীৰতাই উঠি অহা চামক কৰ্ম বিমূখ কৰি তোলাটো।

৩। সাধাৰণ স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ পৰা আৰম্ভ কৰি মধ্যমীয়া ধৰণৰ ছাত্ৰ-ছাত্ৰীয়ে "পঢ়ি কি লাভ হব" বুলি পঢ়া শুনালৈ আওকাণ কৰিছে। কাৰণ এনে ধৰণৰ অনিশ্চয়তাৰ মাজত আমি ওলমি থাকি থাকি কালক্ৰমত এচামে কুপথ বাচি লোৱাতো একো আচৰিত কথা হব নোৱাৰে।

৪। বেলেগ বেলেগ সময়ত বেলেগ বেলেগ চৰকাৰ গঠন হৈ নতুন নতুন শিক্ষানীতি প্ৰবৰ্ত্তন হৈ আহিছে যদিও ফলপ্ৰসূ হব পৰা

নাই। বিদ্যাৰ্থী সকলে সেই শিক্ষানীতি মনঃপুত হৈছে বুলি স্বীকাৰ কৰিব নোখোজে। কাৰণ দিনক দিনে শিক্ষিত নিবনুৱা আৰু অৰ্দ্ধশিক্ষিত নিবনুৱা দেশত বৃদ্ধি পায়েই আহিছে। শিক্ষাৰ প্ৰতি অনিহাৰ অন্যতম কাৰণ নিবনুৱা বৃদ্ধি।

৫। নিম্নস্তৰ শ্ৰেণী কেইটাৰ বিদ্যাৰ্থী সকললৈ সাজ পোচাক, কিতাপ-বহী আৰু বিনামূলীয়া শিক্ষাদান আগবঢ়োৱাৰ ফলত, অধিক সুবিধা পায় পঢ়া শুনাৰ ধাউতি কমি গৈছে।

৬। অভিভাৱক সকলেও হাৱক মাটি তেজক পানী কৰি ঘটা ধনৰ খৰচৰ বাট বন্ধ হ'লত ল'ৰা ছোৱালীৰ প্ৰতি অদাৰকৰ কাম বন্ধ কৰি দিলে ফলত ছাত্ৰ-ছাত্ৰীৰ পঢা শুনাৰ প্ৰতি ধাউতি নাইকিয়া হব ধৰিছে। ইয়ো এক অনিহাৰ কাৰণ।

## শ্ৰীমতী চন্দ্ৰপ্ৰভা বৰদলৈ

### প্ৰাক্তন অধ্যক্ষা



পিতা—স্বৰ্গীয় তীৰ্থনাথ হাজৰীকা, পুলিবৰ, যোৰহাট।

মাতৃ—স্বৰ্গীয়া নয়নী হাজৰীকা, পুলিবৰ, যোৰহাট।

চন্দ্ৰপ্ৰভা বৰদলৈয়ে প্ৰাথমিক শিক্ষা লাভ কৰিছিল—১৫১ নং পৰ্বতীয়া আদৰ্শ প্ৰাইমেৰী বিদ্যালয়ত।

১৯৩৯ চনত যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ৰ পৰা প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯৪১ চনত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা প্ৰথম বিভাগত আই, এ পৰীক্ষা, ১৯৪৪ চনত সেই কলেজৰ পৰাই বি, এ পাছ কৰে। ১৯৪৬ চনৰ জানুৱাৰী মাহত যোৰহাট বালিকা বিদ্যালয়ত প্ৰথম সহকাৰী শিক্ষয়িত্ৰী হিচাবে চাকৰীত যোগদান কৰে। চাকৰীৰ কাৰ্য্যকাল এবছৰ পূৰ হওঁতেই ১৯৪৭ চনত শ্বিলঙৰ চেণ্টমেৰীজ কলেজত বি, টি'ৰ প্ৰশিক্ষণ লবলৈ চৰকাৰে বাছনি কৰে। ১৯৪৮ চনত সেই কলেজৰ পৰা বি, টি পৰীক্ষা পাছ কৰি পুনৰ আগৰ চাকৰীত যোগ দিয়ে।

১৯৫৭ চনলৈকে একেলেঠাৰীয়ে সহকাৰী শিক্ষয়িত্ৰী হিচাবে চাকৰী কৰি থাকে। উচ্চ শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকাত বিদ্যালয়ৰ পৰা দুবছৰ ছুটীলৈ নিজ খৰছত গুৱাহাটী বিশ্ববিদ্যালয়ত ১৯৫৮ চনত এম, এ শ্ৰেণীত যোগ দিয়ে। ১৯৬১ চনত সুখ্যাতিৰে এম, এ পৰীক্ষা (শিক্ষা বিষয়ত) পাছ কৰে আৰু তাৰ পিছত পুনৰ আগৰ চাকৰীত যোগ দিয়ে। সেই বছৰত সহকাৰী প্ৰধান শিক্ষয়িত্ৰী হিচাবে চাকৰীত পদোন্নতি লাভ কৰে। ১৯৬৪ চনত বিদ্যালয় খনি সম্পূৰ্ণ-ৰূপে উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ উন্নীত হয় আৰু সম্পূৰ্ণ ৰূপে চৰকাৰৰ হাতলৈ যায়। তেখেতে তেতিয়া উপাধ্যক্ষা হিচাবে নিযুক্তি পায়। ১৯৬৯ চনত চৰকাৰে সেই বিদ্যালয়ৰে অধ্যক্ষা হিচাবে নিযুক্তি দিয়ে। আৰু সেই পদতে ১৯৮৩ চনৰ চেপ্তেম্বৰ মাহলৈকে অধিষ্ঠিত হৈ থাকি প্ৰথম অক্টোবৰ তাৰিখে অৱসৰ গ্ৰহণ কৰে। ১৯৮১ চনৰ ৰাজ্যিক পুৰস্কাৰ কাৰণে তেখেতক চৰকাৰে মনোনীত কৰিছিল।

সেই সময়ত শিক্ষিতা ছোৱালাৰ সংখ্যা বৰ বেছি নাছিল— গতিকে পাছ কৰি থাকিলে স্কুলৰ চাকৰী পোৱা সহজ হয়—চৰৰ স্কুলত পদ খালি হলেই সহজে সাতৰি আহে আৰু চন্দ্ৰপ্ৰভা বৰদলৈৰ ক্ষেত্ৰতো তাকেই ঘটিছিল। তেখেতৰ শিক্ষাগুৰু তেতিযাৰ প্ৰধান শিক্ষয়িত্ৰী শ্ৰীযুতা দেববালা দেবীৰ নিৰ্বাচন ক্ৰমে তেখেতে যোৰহাটৰ বালিকা উচ্চ ইংৰাজী বিদ্যালযত শিক্ষয়িত্ৰী পদত যোগদান দিয়াৰ প্ৰথম সুবিধা পায়। সেই এবাৰ বিদ্যালয়ত সোমোৱাৰ পিছত তেখেত আৰু ওলাব লগীয়া নহল—একেখনি বিদ্যালয়তে চাকৰীৰ কাৰ্য্যকাল শেষ কৰি চৰকাৰী পেন্সন পালে।

সেই সময়ত যোৰহাট বালিকা বিদ্যালয়ৰ পৰিবেশ আছিল অনাস্থ। প্ৰধান শিক্ষয়িত্ৰী শ্ৰীযুতা দেববালা দেবীৰ নেতৃত্বত স্থানীয় শিক্ষয়িত্ৰীৰ উপৰিও বঙ্গদেশৰ পৰা অহা চুনী সেন, তেজপুৰৰ পৰা অহা কৰুণাময়ী দাস, পূৰ্ণিমা দাস, নগাঁৱৰ নিৰ্মলা বৰা, ডিব্ৰুগড়ৰ হেমপ্ৰভা দাস ইত্যাদি কৃতী শিক্ষয়িত্ৰীৰ সমাবেশে বিদ্যালয় খনিক

জ্ঞানৰ লীলাভূমি হেন কৰি তুলিছিল। এই উচ্চ ব্যক্তিত্ব সম্পন্না, দৃঢ় ব্যক্তিত্বৰ অধিকাৰিণী শিক্ষয়িত্ৰী সকলৰ সংস্পৰ্শ লৈ এবাৰ অহাৰ পিছত শিক্ষকতাক জীৱনৰ ব্ৰত হিচাবে লোৱাৰ আকাঙ্খা বদ্ধমূল হৈ তেখেতৰ অন্তৰত সোমাই গল।

বিদ্যালয় খনিত বাস কৰা কালছোৱাত বিশেষ বাধা বা বিঘিনী বা সমাধান কৰিব নোৱাৰা সমস্যা নাছিল। অৱশ্যে শ শ ছাত্ৰীক প্ৰতিষ্ঠাপনত কিছু অসুবিধা আহি পৰিলেও সহকৰ্মী সকলৰ সম্পূৰ্ণ সহযোগত কোনো কথাই আহুকলীয়া হৈ নৰৈছিল। সকলোৰে পূৰ্ণ সহযোগত সকলো কথাই সহজ সাধ্য হৈ পৰিছিল। সকলো শিক্ষক-শিক্ষয়িত্ৰীয়ে বিদ্যালয়ৰ সৰ্বাঙ্গীন উন্নতিত দেহেকেহে লাগিছিল আৰু সকলোৰে এক গোট হিচাবে ( Team spirit ত ) কাম কৰিছিল। তেওঁলোকৰ কৰ্ত্তব্য পালনত কোনো হেলা নাছিল; গতিকে সুষম গতিত বিদ্যালয়ৰ কাম-কাজ চলি গৈছিল।

সকলোৰে আশাশুধীয়া প্ৰচেষ্টাত বিদ্যালয় খনিয়ে ভাল ফল দেখুৱাবলৈ সক্ষম হৈছিল। পাছৰ হাৰ সদায়েই সন্তোষ জনক আছিল। উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত কেইবাবছৰতো প্ৰথম দহোটা স্থানৰ ভিতৰত স্থান লাভ কৰিবলৈ সক্ষম হৈছিল।

খেলাধূলা, তৰ্ক প্ৰতিযোগীতা, সঙ্গীত নৃত্য, নাটক আদিত ছাত্ৰ-সকলে সদায়েই পাৰদৰ্শিতা দেখুৱাই আহিছিল।

সময়ে সময়ে স্কুল পৰিদৰ্শক মহোদয় সকলৰ পৰিদৰ্শনে শিক্ষক-শিক্ষয়িত্ৰী সকলক উৎসাহিত কৰিছিল। তেখেত সকলৰ গঠন মূলক সমালেচনাই শিক্ষক-শিক্ষয়িত্ৰী সকলক, ভৱিষ্যতত ভাল কাম কৰাৰ ইন্ধন যোগাইছিল।

অধ্যক্ষা, উপাধ্যক্ষাৰ Supervision class ৰ গঠনমূলক মন্তব্যাই শিক্ষক-শিক্ষয়িত্ৰী সকলক তেওঁলোকৰ কাম-কাজ স্কীম অনুসৰি নিয়াৰিকৈ কৰি যাবলৈ সততে প্ৰেৰণা যোগাইছিল।

পঢ়াৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ ধাউতি কমাৰ একমাত্ৰ কাৰণ হ'ল বৰ্ত্তমান শিক্ষা-পদ্ধতিয়ে ছাত্ৰ-ছাত্ৰী সকলক অনুপ্ৰাণিত কৰিব পৰা নাই। শিক্ষা ব্যৱস্থা কৰ্মমুখী নোহোৱা বাবে স্বাভাৱিকতেই ছাত্ৰ-ছাত্ৰীসকলৰ পঢ়াশুনাৰ প্ৰতি ধাউতি কমি আহিছে। দেশৰ ক্ৰমবৰ্দ্ধমান শিক্ষিত নিবনুৱাৰ ছবিখনে ছাত্ৰ-ছাত্ৰী সমলক হতাশ কৰি তুলিছে। বি, এ পাছ কৰিনো কি হ'ব বেকাৰহে হব লাগিব। এনে ধৰণৰ কথাবতৰা আজি-কালিৰ ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰায়ে শুনা যায়। ফলস্বৰূপে পঢ়াশুনালৈ আপোনা আপুনিয়েই এক শিঠিলতা আহি পৰিছে। অৱশ্যে মুষ্টিমেয় ভাল ছাত্ৰ-ছাত্ৰীৰ কথা বেলেগ। তেওঁলোকে ভালদৰে জানে যে, ভালদৰে পঢ়া-শুনা কৰি ডাক্তৰী, ইঞ্জিনিয়াৰত নাম লগাই এক নিৰাপদ ভবিষ্যতৰ বাট মুকলি কৰি লব পাৰি—সেয়েহে পঢ়াৰ প্ৰতি ধাউতি কমাৰ তেওঁ-লোকৰ প্ৰশ্ন নুঠে। ধাউতি কমিছে সাধাৰণ ছাত্ৰ-ছাত্ৰী সমূহৰহে—যি সকলে পঢ়া শুনাৰ মাধ্যমেৰে নিৰাপত্তাৰে ভৰা এক ভবিষ্যতৰ প্ৰতিশ্ৰুতি লাভ কৰিব পৰা নাই। উদাহৰণ স্বৰূপে চিকিৎসা মহাবিদ্যালয় বা অভিযান্ত্ৰিক মহাবিদ্যালয়ত পঢ়ি থকা ছাত্ৰ-ছাত্ৰী সকললৈ আঙুলিয়াব পাৰি। সকলোৱে জানে যে, এই সকলৰ বেছি ভাগৰে ( majority ) আন সাধাৰণ মহাবিদ্যালয়ত পঢ়া বেছি ভাগ ( majority ) ছাত্ৰ-ছাত্ৰীতকৈ পঢ়াশুনাত ৰাপ বেছি। ইয়াৰ কাৰণ হ'ল এই ছাত্ৰ-ছাত্ৰী সকলে জানে যে, ভালদৰে পঢ়া-শুনা কৰি পাছ কৰি ওলাই গলে তেওঁলোক ক্ৰমে ডাক্তৰ বা ইঞ্জিনিয়াৰ হ'ব আৰু সহজেই এটা চাকৰী লাভ কৰিব বা অন্য সংস্থাপনৰ দিহা হব। আনহাতে সাধাৰণ মহাবিদ্যালয়ত পঢ়া ছাত্ৰ-ছাত্ৰীসকলৰ অলপ কেইজনমানৰ বাহিৰে বাকী সকলোৰে ভবিষ্যত অনিশ্চয়তাৰে ভৰা।

পঢ়াশুনাৰ প্ৰতি ধাউতি কেনেকৈ বঢ়াব পাৰি তাৰ উত্তৰ ধাউতি কিয় কমিছে তাতেই ওলাই আছে। শিক্ষা ব্যৱস্থাই ছাত্ৰ-ছাত্ৰী

সকলক নিশ্চিত ভৱিষ্যতৰ সন্ধান দেখুৱাব পাৰিব লাগিব। তাতে ছাত্ৰ-ছাত্ৰীসকলে আপোনা-আপুনি পঢ়াশুনা কৰিবলৈ অনুপ্ৰাণিত হব আৰু পঢ়া শুনালৈ ধাউতি বাঢ়িব।

সাম্প্ৰতিক কালত আমাৰ সমাজত দুৰ্নীতি, অসাধুতা, অন্ধবিশ্বাস আৰু গোড়ামিয়ে যি ধৰণে পোখা মেলি বহিছে, নৈতিকতা, মানবীয়তা ইত্যাদিৰ যি হাৰত স্খলন হৈছে, পঢ়াশুনাত এজন ছাত্ৰ বা ছাত্ৰীক মেধাবী কৰাতকৈ নৈতিক ভাবে বলবান কৰাটোহে দেশৰ বাবে বেছি প্ৰয়োজনীয় হৈ পৰিছে। এই পৰিপেক্ষিতত শিক্ষক-শিক্ষয়িত্ৰী সকলৰ ওপৰত গধুৰ দায়িত্ব আহি পৰিছে। ইয়াৰ অৰ্থ এইটো নহয় যে, নৈতিক তাৰ শিক্ষা দিবলৈ যাওঁতে পঢ়াশুনালৈ পিঠি দিয়াওক। সুতকছা অক্ষৰো শুদ্ধ নিয়মে প্ৰনালীৰে কৰিব পাৰিছেনে নাই মনকৰিবলৈ যাওঁতে যাতে এই কথাও মন কৰিবলৈ পাহৰি যোৱা নহয় যেন ছাত্ৰজনে দুখীয়া অসহায় এজনক বিপদত সহাঁয় কৰিবলৈ আগবাঢ়ি যায়, অন্যায় দেখিলে প্ৰতিবাদ কৰে বা অন্ধভাবে কোনো কথা বিশ্বাস নকৰে। দেশখনৰ এই অধঃপতনৰ কালগ্ৰাসৰ পৰা ৰক্ষা কৰাৰ একমাত্ৰ উপায় হল ছাত্ৰ সমাজক নৈতিকভাবে গঢ়ি তোলাতো। নতুন শিক্ষক-শিক্ষয়িত্ৰী সকললৈ পৰামৰ্শ হল তেখেত সকলে এইটো দিশত অৰ্থাৎ নৈতিক ভাবে ছাত্ৰ-ছাত্ৰীসকলক উত্তৰিত কৰা দিশত বিশেষ মনযোগ দিয়ক।

## শ্ৰীগহীন চন্দ্ৰ মহন্ত বি. এ. বি. টি

### প্ৰধান শিক্ষক



১৯৩৭ চনৰ ১ ফেব্ৰুৱাৰীত যোৰহাটৰ ন-আলি ঢেকিয়াজুলি শ্ৰীশ্ৰীকাংসপাৰ সত্ৰত জন্ম গ্ৰহণ কৰে। স্থানীয় তিতাৰাম বৰদলৈ উঃ মাঃ বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। আকাংক্ষা থকা স্বত্তেও আৰ্থিক অনাটনৰ বাবে মহাদিদ্যালয়ৰ শিক্ষা বাদ দি সেই সময়ৰ লোকেল বোৰ্ডৰ অধীনত থকা সোণাবি গাওঁ এম. ভি স্কুলত ২৯।৯।৫৫ তাৰিখৰ পৰা মাহে ৩৫'০০ টকা বেতনত শিক্ষকতাৰ জীৱন আৰম্ভ কৰে। পাছৰ বছৰত ১৯।৯।৫৫ তাৰিখত তিতাৰাম বৰদলৈ উচ্চ মাধ্যমিক বিদ্যালয়ত মাহে ৫০'০০ টকা বেতনত সহকাৰী শিক্ষক হয়হি। মহাবিদ্যালয়লৈ নোযোৱাকৈ ১৯৬১ চনত শিক্ষক পৰীক্ষাৰ্থী হিচাবে আই. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত জগন্নাথ বৰুৱা মহাবিদ্যালয়ত ৰাতিৰ ভাগত স্নাতক শ্ৰেণীত নাম ভৰ্ত্তি কৰে আৰু ১৯৬৩ চনত বি. এ. পৰীক্ষা পাছ কৰে। ৰাতি পঢ়াৰ ব্যৱস্থা থকাত ১৯৬৪ চনত যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা বি. টি. ডিগ্ৰী লাভ কৰে। শিক্ষকতা জীৱনৰ

ভিতৰতে তেখেতে ইংৰাজী, ভূগোল আৰু পুথিভড়াল বিষয়ৰ প্ৰশিক্ষণ লয়। ১।১০।৬৬ তাৰিখৰ পৰা তেখেতে বিদ্যালয়খনৰ সহকাৰী প্ৰবীন শিক্ষক ৰূপে নিযুক্তি লাভ কৰে। বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি পোৱাত একেখন বিদ্যালয়তে ছাত্ৰী শাখা পৃথকে পৰিচালিত কৰি যোৱা ১।৪।৭৭ তাৰিখৰ পৰা পূৰ্ণ পৰ্য্যায়ৰ ছাত্ৰী বিদ্যালয়ৰ চৰকাৰী স্বীকৃতি পোৱাত সেই তাৰিখৰ পৰাই তেখেতক ছোৱালী বিদ্যালয়খনৰ প্ৰধান শিক্ষক হিচাবে নিযুক্তি দিয়ে। যোৰহাটৰ চকু বিশেষজ্ঞ ডাঃ নবীন বৰদলৈ দেৱৰ দানেৰে তেখেতৰ মাতৃৰ নামত বিদ্যালয় খনৰ নাম "সুবৰ্ণ প্ৰভা উচ্চ মাধ্যমিক বালিকা বিদ্যালয়" নামেৰে প্ৰতিস্থিত হয় আৰু ১।১০।৭৭ তাৰিখৰ পৰাই বিদ্যালয়খন প্ৰাদেশিকৃত কৰা হয়। বৰ্তমানো তেখেতে সেই বিদ্যালয়তে প্ৰধান শিক্ষক হিচাবে কাৰ্য্য নিৰ্বাহ কৰি আছে।

চাকৰি জীৱনৰ আৰম্ভণীৰ পৰাই অভাৱ অনাটনৰ মাজেৰে সীমিত আয়ৰে নিজৰ জীৱনক গঢ় দিয়াৰ উপৰিও তেখেতে নিজৰ দুজন ভায়েক আৰু এগৰাকী ভনীয়েকক মহাবিদ্যালয়ত পঢ়ুৱাৰ দায়িত্ব লয়। ১ম জন ভায়েকে বি. এছ. চি. পাছ কৰাৰ উপৰিও "পেথলজী" বিষয়ৰ ডিপ্লমা লাভ কৰে। অসম চৰকাৰৰ স্বাস্থ্য বিভাগত ১ম শ্ৰেণীৰ চিকিৎসক হিচাবে চাকৰি জীৱন আৰম্ভ কৰে। কিন্তু দুখৰ বিষয় অকালতে ২৭ বছৰ বয়সত যোৱা ৩১।৫।৮৩ তাৰিখত অভাৱণীয় আৰু আকস্মিক ভাবে সকলোকে কন্দুৱাই ইহলীলা সম্বৰণ কৰে। এই দুৰ্ঘটনাই তেখেতৰ পৰিয়ালটোলৈ এটা ডাঙৰ বিপৰ্য্যয় আনি দিয়ে। এবছৰৰ পিছতে পুত্ৰ শোকতে মাতৃৰ মৃত্যু হয়। ৮৫ বছৰীয়া দেউতাক জীৱিত যদিও বাৰ্দ্ধক্য আৰু মানসিক অশান্তিয়ে জুকলা কৰি ৰাখিছে।

তিনিটা ল'ৰা-ছোৱালীৰে তেখেতৰ পৰিয়ালটি সীমিত সময়ত বিয়া নপতাৰ বাবে তেখেতৰ প্ৰথম কন্যা সন্তানটিয়ে এই বছৰতহে হাইস্কুল শিক্ষান্ত পৰীক্ষাত বহিছে। নিচেই সৰু ল'ৰাটি প্ৰাথমিক

বিদ্যালয়ৰ ২য় শ্ৰেণী পাইছেগৈ। নানান ঘাট-প্ৰতিঘাটৰ মাজেৰে জীৱন অতিবাহিত হ'লেও তেখেত বৰ্তমান সুখী বুলিয়েই ক'ব লাগিব। স্থানীয় সমাজতো েখেতৰ স্থান উচ্চ। তেখেতৰ পৰিবাৰ এগৰাকী শিক্ষিতা গৃহীনি। অমায়িক আৰু মিষ্টভাষী স্বভাৱৰ বাবে পৰিয়ালটিৰ ভবিষ্যত সুখ-শান্তিৰ অভাৱ নহ'ব বুলি ধাৰণা কৰিব পাৰি। শিক্ষাৰ এটা পৰিবেশ ঘৰখনত বিৰাজমান।

শিক্ষকতাকে তেখেতে জীৱনৰ ব্ৰত হিচাবে গ্ৰহণ কৰিছে আৰু কৃতকাৰ্য্যও হৈছে। তেখেতৰ বিদ্যালয়খনৰ যোৱা কেইবছৰৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফল অতি উচ্চ খাপৰ নহ'লেও পিছ-পৰা অঞ্চলত অৱস্থিত বিদ্যালয় হিচাবে ফলাফল সন্তোষ জনক বুলি ক'ব পাৰি। ইংৰাজী, গণিত আদি বিষয়ত ছাত্ৰীসকলে 'লেটাৰ' নম্বৰ লাভ কৰিব পৰাতো কৃতিত্বৰ পৰিচায়ক। প্ৰতি বছৰে প্ৰথম বিভাগত পাছ কৰা কেইবা গৰাকী ছাত্ৰীয়ে ৰাষ্ট্ৰীয় ও বৃত্তি লাভ কৰিবলৈ সক্ষম হৈছে। বৰ্তমান বিদ্যালয় খনত পাঠদান কাৰ্য্যত অসুবিধাই দেখা দেখা দিছে বুলি তেখেতে উল্লেখ কৰে।

সুৰক্ষিত চৌহদেৰে বাটৰ কাষতে থকা বিদ্যালয়খনৰ ঘৰছুৱাৰ চালে চকুৰোৱাকৈ ৰাখিছে। বিদ্যালয়খন সজাই-পৰাই পৰিপাটিকৈ ৰখাত তেখেতে যথেষ্ট যত্ন লয়। চৰকাৰী সাহায্য নাপালেও তেখেতে শিক্ষক আৰু ছাত্ৰীসকলৰ সহযোগত ক্ষুদ্ৰ দান সংগ্ৰহৰ যোগে বিদ্যালয়ৰ কেইবাটাও প্ৰয়োজনীয় কাম কৰিছে। সেই বোৰৰ ভিতৰত বিদ্যালয়ত সৰু বিজ্ঞানাগাৰ তৈয়াৰ কৰা, শ্ৰেণী কোঠা বোৰত বিজুলীবাতি আৰু পাংখাৰ ব্যৱস্থা, সংগীতৰ যন্ত্ৰ-পতি আৰু এটা মাইকচেত ক্ৰয় কৰা ইত্যাদি। এই প্ৰচেষ্টা উল্লেখযোগ্য।

তেখেতে এম. চি. আৰ. চিৰ অধীনত ১৯৬৫-৬৬ চনত ভূগোল বিষয়ৰ "Map drawing and Map reading" ৰ এটি পৰীক্ষা মূলক আচনিৰ দ্বাৰা শিক্ষাদান কৰাৰ ব্যৱস্থালৈ কৃতকাৰ্য্যতা লাভ কৰি ৫০০.০০ টকাৰ এটি অনুদানো লাভ কৰে।

তেখেত সংগীত, নাটক আৰু সত্ৰীয়া নৃত্যগীতৰ এজন অনুৰাগী লোক। বিদ্যালয়ৰ ছাত্ৰীসকলে এই দিশত যথেষ্ট উদগনি পাই আহিছে আৰু ব্যক্তিক ভিত্তিত পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। তেখেতৰ অধ্যক্ষতাত এখন সংগীত বিদ্যালয়ও পৰিচালিত হৈছে।

বিদ্যালয়ৰ বাহিৰত সামাজিক আৰু শৈক্ষিক দিশত তেখেতৰ বৰঙনী আছে। এসময়ত তেখেত আঞ্চলিক পঞ্চায়তৰ সদস্যৰূপে কাৰ্য্য নিৰ্বাহ কৰিছিল। স্থানীয় সামাজিক অনুষ্ঠান বিলাকত তেখেত ওতঃপ্ৰোতঃ ভাবে জড়িত। শৈক্ষিক দিশত তেখেতৰ বৰঙণি উল্লেখযোগ্য। বৰ্ত্তমান তেখেত যোৰহাট জিলা (অবিভক্ত) আধি বিদ্যা পৰিষদৰ ( Academic Council ) সম্পাদকৰূপে কাৰ্য্যনিৰ্বাহ কৰি আছে। ৰাষ্ট্ৰীয় শিক্ষানীতিৰ আধাৰত তেখেতৰ যত্নত অলপতে অধিবিদ্যা পৰিষদৰ অন্তৰ্গত যোৰহাট, গোলাঘাট আৰু মাজুলীত "ইউনিট টেষ্ট আৰু অবিৰত মূল্যায়নৰ ওপৰত তিনিটা আলোচনা চক্ৰ কৃতকাৰ্য্যতাৰে অনুষ্ঠিত কৰি শিক্ষাদান প্ৰণালী ফল-প্ৰসু কৰি তোলাত আগভাগ লৈছে। এই আলোচনা চক্ৰ অসমত প্ৰথম বুলি কব পাৰি।

তেখেতৰ ৩৩ বছৰীয়া শিক্ষকতাৰ অভিজ্ঞতাৰে শিক্ষাদান ব্যৱস্থাত পাই অহা খুঁটি-নাটি বোৰৰ বিষয়ে আৰু ৰাষ্ট্ৰীয় শিক্ষা-নীতিৰ ক্ষেত্ৰত তেখেতৰ মনোভাব তলত উল্লেখ কৰাৰ দৰে প্ৰকাশ কৰে।

শিক্ষা হ'ল এটা অবিৰত আৰু ধাৰাবাহিক প্ৰচেষ্টা যাৰ যোগেদি শিশুৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক দিশৰ উৎকৰ্ষ সাধন কৰিব লাগে। সমাজৰ গতি শীলতাৰ লগত ৰক্ষিতা খুৱাই—"the total development of the human organism" ৰ উদ্দেশ্যে শিক্ষাদান প্ৰণালী গতানুগতিক নহৈ ই অধিক প্ৰণালীবদ্ধ আৰু বিজ্ঞানভিত্তিক হোৱা প্ৰয়োজন। প্ৰচলিত শিক্ষা ব্যৱস্থা আৰু ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পাঠ্যক্ৰমৰ মূলত পাৰ্থক্য একো নাই যেন লাগে।

মাত্র প্ৰয়োগিক দিশতহে কিছু নতুনত্ব আনিবলৈ যত্ন কৰা হৈছে। সেই উদ্দেশ্যে শিক্ষকসকলক আগতীয়া প্ৰশিক্ষণ দি পাঠ্যক্ৰমৰ লগত পৰিচয় কৰাই দিছে। ই বৰ প্ৰয়োজনীয় কথা হৈছে। কিন্তু শিক্ষানীতি যিয়েই নহওক তাক ফলপ্ৰসুভাবে কাৰ্য্যকৰী কৰাতোহে বেছি গুৰুত্ব পূৰ্ণ। এই কাৰ্য্য সাধন কৰিবলৈ আমাৰ বহুতো অভাৱ অসুবিধা আছে। নাৱত উঠাৰ আগতে নাওঁখনৰ তলিত থকা ফুট ভগাবোৰ ভাল কৰি লব লাগিব। গতিকে নতুন পাঠ্য-ক্ৰম প্ৰবৰ্তন কৰাৰ আগতে ফুটা নাওঁ সদৃশ বিদ্যালয় বিলাকৰ বাহিৰে ভিতৰে অৱস্থাটো চাই লোৱাৰ প্ৰয়োজনীয়তা কোনেও নুই কৰিব নোৱাৰে। শিক্ষক যিমানেই অত্যুৎসাহী নাইবা আগ্ৰহী নহওক প্ৰয়োগিক দিশত আকাংক্ষিত লক্ষ্যত উপনীত হবলৈ তলত উল্লেখ কৰা আসোৱাঁহ সমূহ দূৰ কৰিলেহে শিক্ষকসকলক অধিক দায়িত্বশীল কৰিব পৰা হ'ব।

১। প্ৰকৃত শিক্ষাদানত ব্ৰতী হবলৈ শিক্ষকসকলক বিদ্যালয়ৰ ভিতৰতো এটা পৰিবেশ লাগে। প্ৰণালীবদ্ধ ভাবে পাঠদানৰ আগতীয়া আচনি প্ৰস্তুতিৰ বাবে শিক্ষকৰ সময়ৰ প্ৰয়োজন। চলিত ব্যৱস্থাত এজন শিক্ষকে ৪টা পৰ্য্যন্ত বিষয়ৰ শিক্ষাদান কৰিব লাগে। গতিকে ৰাষ্ট্ৰীয় শিক্ষানীতি পাঠ্যক্ৰমক কৃতকাৰ্য্যতাৰে পাঠদান কৰি-বলৈ শিক্ষকৰ কামৰ বোজা পাতলাব লাগিব। তাৰ বাবে মান্ধাতা-যুগৰ শিক্ষক নিয়োগৰ গাঠনি ( Staffing pattern ) অতি সোন-কালে সলনি কৰি শিক্ষকসকলক বিষয় শিক্ষক হিচাবে নিযুক্তিৰ আশু ব্যৱস্থা হব লাগে।

২। ছাত্ৰ-ছাত্ৰীৰ ৰুচি অনুযায়ী শিক্ষা দিয়াৰ ব্যৱস্থা থাকিলেও প্ৰয়োজনীয় শিক্ষক, ঘৰদুৱাৰ আচবাব পত্ৰাদিৰ অভাৱ বিদ্যালয় বিলাকৰ দূৰ কৰিবলৈ চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰা উচিত হব।

৩। শ্ৰেণীসমূহ আৰম্ভ কৰাৰ লগে লগেই সকলোকে কিতাপৰ

যোগান ধৰিবলৈ ব্যৱস্থা হব লাগে যাতে কিতাপৰ অভাৱত পাঠদান কাৰ্য্য ব্যাহত নহয়।

৪। হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণৰ হাৰ প্ৰতি বছৰে শতকৰা ৩০ ভাগতকৈ আশা কৰিব নোৱাৰাৰ কাৰণ শিক্ষাবিভাগ আৰু মাধ্যমিক বোৰ্ডে বিচাৰি উলিয়াব লাগে। সকলোৰে সহযোগী প্ৰচেষ্টাৰ দ্বাৰা বাকী ৭০ ভাগৰ ব্যৱস্থা হ'ব লাগে। অবশ্যে বাতৰি কাকত আৰু আলোচনীত কাৰোবাক দোষাৰোপ কৰি লাভ নহয়। দোষ ক্ৰুটিবোৰ গুচাবলৈ বাস্তৱ ব্যৱস্থা গ্ৰহণ কৰিলেহে এই অপচয়ৰ অন্ত হ'ব।

৫। বিদ্যালয়ৰ কাৰ্য্য দিন বৃদ্ধিৰ বাবে শিক্ষক সংস্থা আৰু চৰকাৰৰ মাজত আলোচনা হব লাগে। বিদ্যালয় বিলাকৰ বছেৰেকীয়া পৰীক্ষা হৈ যোৱাৰ পৰা নতুন শ্ৰেণী আৰম্ভ হোৱালৈ মাজৰ প্ৰায় ডেৰ মাহ সময়ক সুপৰিকল্পিত ভাবে ব্যৱহাৰ কৰিলে সময়ৰ অপচয় নহয়।

৬। নতুন পাঠ্যক্ৰমত (১) স্বাস্থ্য আৰু শাৰীৰিক শিক্ষা (২) শিল্পকলা—এই দুটা বিষয় অন্তৰ্ভুক্ত কৰা হৈছে। বিদ্যালয় বিলাকত এনে বিষয়ৰ শিক্ষাৰ নিযুক্তি তৎকালে হব লাগে।

৭। বিদ্যালয়ত বিজ্ঞান বিষয় বাধ্যতামূলক। বিজ্ঞানাগাৰ বিদ্যালয় বিলাকত নোহোৱাকৈয়ে শিক্ষাদান কাৰ্য্য চলি আছে। সকলো বিদ্যালয়ত বিজ্ঞানাগাৰৰ ব্যৱস্থা হ'লেহে ফলপ্ৰসূ শিক্ষাদান সম্ভৱ হ'ব।

৮। পুথিভড়াল আৰু খেলাধূলাৰ সা-সুবিধা সকলো বিদ্যালয়ত দিয়াৰ ব্যৱস্থা হব লাগে।

৯। শিক্ষকসকলৰ অভাৱ অভিযোগৰ প্ৰতিকাৰ কৰাত চৰকাৰ আগবাঢ়ি আহিব লাগে। শিক্ষকৰ চাকৰি চৰকাৰী হলেও আজি ১১ বছৰেও ভবিষ্য নিধি খুলিবলৈ অনুমতি দিয়া হোৱা নাই।

ফলত শিক্ষকসকল সঞ্চয়ৰ পৰা বঞ্চিত হৈছে। ইয়াৰ আশু ব্যৱস্থা হব লাগে।

১০। শিক্ষকসকলৰ প্ৰমোচনৰ ব্যৱস্থা সীমিত। অহৰ্তাসম্পন্ন শিক্ষকসকলক উপগনি দিবলৈ চৰকাৰে প্ৰয়োজনীয় ব্যৱস্থা হাতত লব লাগে।

১১। মাধ্যমিক শিক্ষা বোৰ্ড আৰু শিক্ষাবিভাগৰ যুটিয়া আলোচনাৰ যোগেদি সিদ্ধান্ত গ্ৰহণ কৰি শিক্ষক পাঠনিৰ নীতি আৰু পাঠ্যক্ৰমৰ নীতি নিৰ্দ্দেশনা বিদ্যালয় বিলাকলৈ পঠাব লাগে। ইয়াৰ উপৰিও শিক্ষাৰ লগত জড়িত বিভাগবোৰৰ মাজত সমন্বয়ৰ ব্যৱস্থা হব লাগে।

১২। অসমৰ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ মুৰব্বীসকলকলৈ গঠিত ৰাজ্যিক অধি বিদ্যা পৰিষদক ( State Academic Council ) চৰকাৰে পৰামৰ্শ দাতা সমিতি হিচাবে স্বীকৃতি দিছে। এই বিষয়ে চৰকাৰ আৰু অধিবিদ্যা পৰিষদৰ মাজত আলোচনা বিলোচনা কৰি শিক্ষা ব্যৱস্থাত থকা আসোঁৱাহ বোৰ দূৰ কৰাৰ ব্যৱস্থা হব লাগে।

সৰ্বশেষত শিক্ষকসকলে সীমিত ব্যৱস্থাৰ মাজতো শিক্ষাদান ব্যৱস্থাটোক সেৱাৰ মনোভাৱেৰে গ্ৰহণ কৰা উচিত। সমাজৰ পৰিবৰ্ত্তন সাধনত শিক্ষকসকল আগবাঢ়ি নাহিলে ভবিষ্যত নাগৰিক সকলৰ জীৱনবোধ আশাকৰা মতে গঢ় দিয়াতো কঠিন। ছাত্ৰ-ছাত্ৰীসকলেও নিজৰ জীৱন দেশৰ সেৱাত লগাবলৈ একাগ্ৰতা আৰু আন্তৰিকতাৰে নিজৰ কাৰ্য্যত বাট বুলিব লাগিব।

ৰাষ্ট্ৰীয় শিক্ষানীতি প্ৰৱৰ্ত্তনৰ লগতে যি উদ্দেশ্যে আৰু লক্ষ্যত শিক্ষা বিভাগক "মানৱ সম্পদ উন্নয়ণ" নামেৰে অভিহিত কৰিছে সেই উদ্দেশ্যত যথাযথ ভাবে ব্যৱহাৰ হলেহে মঙ্গল সাধিত হব।

# ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিক্ষক-শিক্ষয়িত্ৰী
## ভৈৰৱ-ভাগীৰথী

শ্ৰীললিত বৰা




"Husband-wife and Father-daughter win Nationai Awards--"শীৰ্ষক তথ্য সমূহ প্ৰকাশ হৈছিল দিল্লীৰ পৰা প্ৰকাশিত "Books For you" ত। কাৰতে চাৰিখন ফটো। দুখন অসমৰ দুখন বিহাৰৰ শিক্ষাব্ৰতী শিক্ষক-শিক্ষয়িত্ৰীৰ। অসমৰ এই দুই-গৰাকী স্বামী আৰু স্ত্ৰী। শ্ৰীভৈৰৱ চন্দ্ৰ অধিকাৰী আৰু স্বৰ্গীয়া ভাগীৰথী দেৱী।

শিক্ষাদানকে জীৱনৰ ব্ৰত ৰূপে গ্ৰহণ কৰা এই দম্পতিয়ে ভাৰতৰ ভিতৰতে শিক্ষাৰ ক্ষেত্ৰত এক অভিলেখ সৃষ্টি কৰিলে, যি অভিলেখ অসমীয়াৰ বাবে গৌৰব আৰু আনন্দৰ। স্বাধীন ভাৰতত শিক্ষাৰ ক্ষেত্ৰত বিশেষভাৱে অৰিহণা যোগোৱা শিক্ষক শিক্ষয়িত্ৰী সকলক ৰাষ্ট্ৰীয় মৰ্য্যাদাৰে পুৰস্কৃত কৰাৰ, ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ৰ

পুৰস্কাৰ আঁচনিৰ ভিতৰত বৰ্তমানলৈকে স্বামী স্ত্ৰী হিচাবে— ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা শিক্ষক শিক্ষয়িত্ৰী হ'ল শ্ৰদ্ধেয় ভৈৰব-ভাগীৰথী।

অসমৰ শিক্ষা জগতত বিশেষ বৰঙণি থকা দুখন প্ৰাথমিক বিদ্যালয়ৰ মূৰব্বী— তেখেত সকলে লাভ কৰিলে এই বঁটা। এই বঁটা লাভৰ আঁৰত আছে— নিষ্ঠাবান, শিকাদানক জীৱনৰ ব্ৰত হিচাবে গ্ৰহণ কৰা অধ্যৱসায়ীমন, দৃঢ়মনা আৰু দূৰদৃষ্টি সম্পন্ন দুটি মনৰ অবিৰাম প্ৰচেষ্টাৰ কাহিনী। ১নং পানবজাৰ আদৰ্শ বালিকা বিদ্যালয়ৰ বুৰঞ্জীৰ পাতত, অধিকাংশ ঠাই পুৰ কৰি আছে— ভৈৰৱ অধিকাৰী আৰু ভাগীৰথী দেৱীৰ সৎপ্ৰচেষ্টা ৰাজীয়ে আৰু তেখেত সকলৰ সাধনা লব্ধ কাৰ্য্যাৱলীয়ে।

পৰাধীন যুগৰ অসম।

অসহযোগ আন্দোলনৰ বা বতাহে অসমকো ক্ৰমে প্ৰবল গতিৰে কোবাই যোৱাৰ সময়ৰ কথা। নলবাৰীৰ গন্ধীয়া গাঁৱৰ এটি পুৰোহিত পৰিয়ালত ১৯০৫ চনৰ ১৬ জানুৱাৰীত জন্ম হোৱা শ্ৰীভৈৰৱ চন্দ্ৰ অধিকাৰী তেতিয়া চফল ডেকা। ইতিমধ্যে অসমীয়া আৰু মধ্য ইংৰাজী পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট নৰ্মাল স্কুলত অধ্যয়ন কৰিছিল।

পিতৃ ৺ ৰামনাথ অধিকাৰী আৰু মাতৃ পাহীপ্ৰিয়া দেৱীৰ আদেশ মানি বিৱাহ পাশত আবদ্ধ হ'ল ১৯২৬ চনৰ ফাগুন মাহত। সেই বছৰতে ভৈৰৱ অধিকাৰী নৰ্মালৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰলৈ উভতি আহিল। সেই সময়ত গুৱাহাটীৰ তিনিখন প্ৰাথমিক বিদ্যালয়ৰ অন্যতম ১নং পানবজাৰ প্ৰাথমিক বিদ্যালয়ত যোগদান কৰিলে সহকাৰী শিক্ষক হিচাবে— ১৯২৭ চনৰ ১ মাৰ্চত। বিশিষ্ট শিক্ষাবিদ আৰু অধিকাৰীৰ শিক্ষা গুৰু শৰৎচন্দ্ৰ গোস্বামীদেৱৰ উপদেশ শিৰত লৈ নিজৰ যোগ্যতাৰ বাবে সেই বছৰতেই তেখেত

* তেজপুৰ প্ৰাথমিক শিক্ষক সন্মিলনীৰ সৌজন্যত।

পানবজাৰ প্ৰাথমিক বিত্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব লয় আৰু সুদীৰ্ঘ ৪৪ বছৰ সেই দায়িত্ব বহন কৰি ১৯৭১ চনৰ ৩১ মে'ত অৱসৰ গ্ৰহণ কৰে।

১৯৭১ চনৰ মে' মাহ তেখেতৰ জীৱনৰ এক উল্লেখযোগ্য এই কাৰণেই যে ভৈৰব অধিকাৰীৰ জীৱনৰ "ফ্ৰেণ্ড, ফিল'চফাৰ এণ্ড গাইড ভাগীৰথী দেৱী ইহসংসাৰৰ পৰা আঁতৰি যায় ১৯৭১ চনৰ ৮ মে' তাৰিখত— স্বামীয়ে অৱসৰ লবলৈ মাত্ৰ ২২ দিন বাকী থকা সময়ত।

যিখন দুৱাৰেদি সোমাই ভৈৰব ভাগীৰথীয়ে দাম্পত্য জীৱন আৰম্ভ কৰিছিল— সেইখন দুৱাৰেদিয়েই দুয়ো ওলাইগৈ নিজকে নিয়োজিত কৰিছিল— দুটি মন্দিৰৰ মাজত। এই মন্দিৰ আছিল জ্ঞানৰ মন্দিৰ, যলৈ অহা হাজাৰ হাজাৰ জনৰ বুকুত জ্ঞানৰ শলিতা জলোৱাৰ গুৰু দায়িত্ব বহন কৰিছিল তেওঁলোকে। দায়িত্ব আৰু কৰ্তব্যক গ্ৰহণ কৰিছিল সেৱা ব্ৰত হিচাবে। মহিলা, বিশেষকৈ বিবাহিত মহিলা হিচাবে সেই সময়ত গাঁৱৰ কথা বাদেই গুৱাহাটীৰ দৰে নগৰতো আৰু আগবঢ়া সমাজতো মতামানুহৰ সৈতে একেলগে চকীত বহি শিক্ষকতা কৰা বা চাকৰি কৰিবলৈ যোৱাটোও সামাজিক সমালোচনাৰ বিষয় আছিল। সেই সমালোচনাই নব-বিবাহিত ভৈৰব-ভাগীৰথীকো ভবাই তুলিছিল, কিন্তু মনৰ বল ভাঙিব নোৱাৰিছিল।

সেয়ে মনত এটি পবিত্ৰ আশা লৈ ন-বোৱাৰী ভাগীৰথী দেৱীয়ে ১৯২৮ চনত বহু শ্ৰম কৰি পাঁচজনী ছোৱালী গোটাই লৈ আৰম্ভ কৰে পানবজাৰ বালিকা প্ৰাথমিক বিদ্যালয়।

মজলীয়া বিত্যালয়ৰ শেষ পৰীক্ষাত উত্তীৰ্ণ ভাগীৰথী দেৱীৰ প্ৰতিভা আছিল অনন্য। পানবজাৰ বালিকা বিত্যালয় আৰম্ভ কৰি যি ত্যাগ, শ্ৰম আৰু দূৰদৰ্শিতাৰে বিত্যালয়খন আগুৱাই নিলে তাৰ মাজেদিয়েই প্ৰকাশ হৈছে তেখেতৰ স্বকীয় বৈশিষ্ট। এহাতে একে ব্ৰততে ব্ৰতী স্বামীৰ লগত সকলো দিশতে সহযোগিতা কৰি দাম্পত্য জীৱন আগবঢ়াই দিয়া আৰু আনহাতে দুয়োখন বিত্যালয়কে

আগুৱাই নি এক বিশেষ পর্য্যায়লৈ উন্নীত কৰা। সেই সং প্ৰচেষ্টাত তেখেত সকল সফল হৈছিল উভয় দিশতে। ভাগীৰথীৰ প্ৰেৰণা আছিল- ভৈৰবৰ আগবঢ়াৰ মূলশক্তি। সেয়ে বিভিন্ন শিক্ষামূলক অনুষ্ঠানৰ সৈতে জড়িত হৈও ৷ ভৰ বিদ্যালয়খন সৰ্বতো প্ৰকাৰে আগবঢ়াই নিবলৈ অহৰহ পৰিশ্ৰম কৰি থকা অধিকাৰীয়ে শিক্ষাৰ প্ৰসাৰৰ বাবে শিক্ষণীয় বিষয়ৰ চৰ্চাও অব্যাহত ৰাখিছিল। তেখেতে শিশু সকলৰ মানসিক বিকাশৰ বাবে কেইবাখনো পুথি ৰচনা কৰে যেনে— পবিত্ৰ ধাৰাপাত, বুনিয়াদী ভূগোল আৰু জানিবলগীয়া কথা, কামৰূপ জিলাৰ ভূগোল আৰু সাধাৰণজ্ঞান, বুনিয়াদী বৃত্তি পৰীক্ষাৰ প্ৰশ্নোত্তৰ ইত্যাদি। বৰ্তমান প্ৰাথমিক বিদ্যালয়ৰ তৃতীয় আৰু চতুৰ্থ শ্ৰেণীত প্ৰচলিত পাটীগণিত তেখেতৰ ৰচনা। ইয়াৰ বাহিৰেও অনানুষ্ঠানিক আৰু প্ৰাপ্তবয়স্ক শিক্ষা প্ৰচাৰৰ বাবে তেখেতে কেইবাখনো গ্ৰন্থ ৰচনা কৰে।

সামাজিক কামত সক্ৰিয়ভাবে জড়িত অধিকাৰীয়ে অসম প্ৰাদেশিক মিউনিচিপেল শিক্ষক সম্মিলনীৰ সম্পাদক হিচাবে আঠ বছৰ দায়িত্ব ভাৰ লৈ কাম কৰিছিল। অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সম্মিলনীৰ লগত তেখেত সকল দুয়ো সক্ৰিয়ভাবে জড়িত আছিল।

আজীৱন শিক্ষাব্ৰতী এই শিক্ষক-শিক্ষয়িত্ৰীদ্বয়ে পানবজাৰ বালক আৰু বালিকা বিদ্যালয়ক আদৰ্শ বিদ্যালয়লৈ উন্নীত কৰি, ইয়াৰ যোগেদি অসমলৈ আনিলে দুটা ৰাষ্ট্ৰীয় পুৰস্কাৰ।

১৯৬১ চনত ভৈৰব অধিকাৰীদেৱে আৰু ১৯৬৮ চনত ভাগীৰথী দেৱীয়ে লাভ কৰিলে— ত্যাগ আৰু কৃতিত্বৰ স্বীকৃতি ৰাষ্ট্ৰীয় পুৰস্কাৰ। ই জাতিৰ বাবে গৌৰবৰ কাৰণ আৰু শিক্ষক সমাজৰ বাবে আদৰ্শৰ প্ৰতিভূ। এহাতে আদৰ্শ দম্পতি আনহাতে আদৰ্শ শিক্ষক-শিক্ষয়িত্ৰী। ৮৩ বছৰীয়া শ্ৰীযুত ভৈৰব চন্দ্ৰ অধিকাৰীদেৱ আৰু স্বৰ্গীয়া ভাগীৰথীদেৱীলৈ আজি শিক্ষক দিবসৰ শতবাৰ্ষিকৰ পবিত্ৰক্ষণত সশ্ৰদ্ধ প্ৰণিপাত আৰু সেৱা আগবঢ়ালো। —সম্পাদক

# শিক্ষক নেতা স্বৰ্গীয় উপেন্দ্ৰ নাথ মহন্ত



কিছুমান মানুহে সাংগঠনিক কাম কাজ কৰি প্ৰথম তৃপ্তি লাভ কৰে, নিজৰ কথা পাহৰি আনৰ উপকাৰৰ বাবে কাম কৰি আনন্দ লভে। তেনে এজন শিক্ষক সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ প্ৰাক্তন সভাপতি স্বৰ্গীয় উপেন্দ্ৰ নাথ মহন্ত। সদবংশৰ এটি দৰিদ্ৰ পৰিয়ালত ১৯১৫ চনত মহন্তৰ জন্ম হয়। দৰিদ্ৰতাৰ লগত সংগ্ৰাম কৰি নিজৰ যত্ন আৰু অধ্যৱসায়ৰ ফলত আই, এ পৰীক্ষা পাছ কৰি গোৱালপাৰা জিলাৰ শিক্ষাত পিচপৰা অঞ্চলত শিক্ষকতাৰ পদ গ্ৰহণ কৰিছিল। দৰিদ্ৰতা, নিস্পেষণ আদিক দূৰ কৰাৰ একমাত্ৰ বাহন অশিক্ষিত সমাজক শিক্ষাৰ পোহৰ দি সাজু কৰি তোলা। সেয়ে সমাজৰ উন্নতিৰ কথা ভাবি মহন্তই লোভনীয় চৰকাৰী চাকৰি অৱহেলা কৰিও বাৰটকীয়া দৰমহাৰ শিক্ষকতা পদত নিজকে নিয়োগ কৰিছিল। শিক্ষক হিচাবে কৃতকাৰ্য্য হবলৈকো সমৰ্থ হৈছিল।

তেখেতে এহাতে যেনেকৈ এজন শ্ৰেষ্ঠ সংগঠক আছিল আনহাতে কৃতী শিক্ষক আছিল। তাৰ প্ৰমাণ যি সকলে তেখেতৰ তলত সংগঠনৰ কাম কৰিছিল সেই সকলে দেখুৱা দক্ষতা আৰু কৰ্মনিপুনতা। বৰ্ত্তমান শিক্ষক সংগঠনৰ কেইবাজনো নেতা তেখেতৰ আদৰ্শেৰে গঢ়ি উঠা।

মহন্তৰ লক্ষ্য আছিল সমাজৰ সেৱা। বিদ্যালয়ৰ কোঠাত সু-শিক্ষা দি ছাত্ৰ-ছাত্ৰী গঢ় তোলা আৰু সমাজৰ ঘৰঘৰত মানুহক সংহতি একতা আৰু বিভিন্ন দিহা পৰামৰ্শৰ জৰিয়তে অৰ্থ নৈতিক ভাবে সবল কৰি গঢ়ি তোলা। সেয়ে শিক্ষা-দিক্ষাত অতি পিচপৰা গাওঁখনত ১৯৪৪ চনত এম. ই. স্কুল প্ৰতিস্থা কৰি কাম আৰম্ভ কৰে। ইতিমধ্যে অসমৰ বিভিন্ন জিলাত আগতে প্ৰতিস্থিত হোৱা এম. ই. স্কুলৰ উপৰিও স্বাধীনতাৰ লগে লগে বহু• এম. ই, স্কুল গঢ় লৈ উঠিছিল।

গোটেই অসমতে এম. ই. আৰু এম. ই. মাদ্ৰাচাৰ শিক্ষক সকলক লৈ এখন সংস্থা স্থাপনৰ সপোন দেখিছিল। সেয়ে ১৯৫৭ চনত জিলা শিক্ষক সংস্থা স্থাপন কৰি অন্যান্য জিলাৰ লগত যোগা-যোগ কৰিছিল। সৌভাগ্যৰ কথা একে চনতে সৰ্বশ্ৰী নগেন্দ্ৰনাথ বৰুৱা, জীৱন চন্দ্ৰ গোস্বামী, মাখন বৰা আদি জনদিয়েক শিক্ষকৰ নেতৃত্বত যোৰহাটতো এখন সংস্থা গঠন হৈছিল। তেখেতৰ সকলো ক্ষেত্ৰতে সেনাপতি স্বৰূপ আছিল ভূপেন বেনাৰ্জী।

১৯৫৮ চনত যোৰহাট নগৰৰ থিয়েটাৰ হলত যোৰহটীয়া শিক্ষক, ৰাইজৰ সহযোগত প্ৰথম অভিবৰ্ত্তন অনুস্থিত হয়। এই অভিবৰ্ত্তনৰ অভ্যাৰ্থনা সমিতিৰ সভাপতি আছিল জনমভূমি কাকতৰ স্বত্তাধিকাৰ শ্ৰীকনক চন্দ্ৰ শৰ্মা। সেই সময়ত অসমৰ শিক্ষামন্ত্ৰী আছিল শ্ৰীশৰ্মাৰ জেষ্ঠ ভাতৃ শ্ৰীদেবেশ্বৰ শৰ্মা। শিক্ষক সকলৰ উপৰিও এই অভি-বৰ্ত্তনৰ ছাত্ৰস্বেচ্ছাসেৱক আছিল সৰ্বশ্ৰীধৰ্মবৰুৱা, ঠানুৰাম কাঠকটীয়া, ইলিমা বৰুৱা আৰু বৰ্ত্তমানৰ সংস্থাৰ সভাপতি শ্ৰীতুলাল চন্দ্ৰ

বৰঠাকুৰ। অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল শ্ৰীজীৱন চন্দ্ৰ গোস্বামী। শ্ৰীমাখন চন্দ্ৰ বৰা আৰু শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা আছিল অভিবৰ্তনৰ মেৰুদণ্ড স্বৰূপ। স্বৰ্গীয় মহন্তই জিলাৰ কেইজনমান শিক্ষক-সহ এই অভিবৰ্তনত যোগদান দিয়ে। ইয়াতে তেখেতক ৰাজ্যিক সংস্থাৰ সভাপতি পতা হয়। ১৯৫৮ চনৰ পৰা মৃত্যুৰ আগমুহূৰ্ত-লৈকে চৈধ্যবাৰ সভাপতিৰ দায়িত্ব বহন কৰি সংস্থাপন সংগঠনৰ কামত একানপতীয়াকৈ লাগি আছিল। ১৯৬২ চনত সংস্থাৰ পৰা কিছু আঁতৰত থাকি প্ৰাইভেটকৈ পৰীক্ষাদি বি. এ. পাছ কৰে। এম. এ. পৰীক্ষাৰ বাবে সাজু হৈছিল যদিও নানা কাৰণে আৰু কালৰ বাবে স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিব নোৱাৰিলে। পুনৰ নলবাৰী অধি-বেশনত পভাপতিৰ দায়িত্ব বহন কৰিব লগা হয়। তেতিয়াৰে পৰা অতি কৃতীত্বৰে সংস্থাৰ দায়িত্ব আৰু নেতৃত্ব বহন কৰি আহিছিল। ১৯৭৯ চনৰ দশম অধিবেশনত স্বাস্থ্যজনিত কাৰণত সভাপতিৰ দায়িত্ব এৰি দিয়াত শ্ৰীধৰ্মেশ্বৰ বৰাক ৰাজ্যিকৰ সভাপতি পতা হয়।

স্বৰ্গীয় মহন্তই সংস্থা শক্তিশালী কৰি গঢ়ি তুলিবলৈ যত্নৰ ক্ৰুটী কৰা নাছিল। শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু বিদ্যালয়ৰ শৈক্ষিক, অৰ্থ নৈতিক উন্নয়নৰ বাবে চৰকাৰক সৈমান কৰাবলৈ ১৮ বছৰত পাঁচোটা বৃহৎ আন্দোলন কৰে আৰু প্ৰতিটোতে সুখ্যাতিৰে নেতৃত্ব দিছিল। এই আন্দোলন সমূহৰ ফলশ্ৰুতি স্বৰূপেই বৰ্তমান বিদ্যালয় আৰু শিক্ষক-শিক্ষয়িত্ৰীয়ে অনেক সুযোগ সুবিধা উপভোগ কৰিবলৈ সমৰ্থ হৈছে।

তেখেতে সভা-সমিতিবোৰ অতি দক্ষতাৰে পৰিচালনা কৰিছিল। শিক্ষকৰ মন বুজি কথা কোৱা আৰু উপস্থিত বুদ্ধি তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট আছিল। যি কোনো প্ৰশ্নৰ উত্তৰ সন্তুষ্টি লগাকৈ দিব পাৰিছিল। গুৰুতৰ পৰিস্থিতি উদ্ভৱ হলে সাময়িক ভাৱে সভা স্থগিত কৰি উত্তপ্ততা শাম কটোৱা তেখেতৰ চাতুৰ্য্য আছিল।

যিসকল সম্পাদক আৰু ঘনিষ্ঠ কৰ্মীয়ে তেখেতৰ লগত সংগঠনৰ কাম কৰিছিল— সকলোৱেই সংগঠনৰ কামত দক্ষতা অৰ্জন কৰিছিল। তেখেতে চাকৰিৰ পৰা অৱসৰ লৈ বঙ্গাইগাওঁ নগৰত ঘৰতুৱাৰ সাজি বাস কৰিছিল। মৃত্যুৰ সময়ত দুজন পুত্ৰ, তিনিগৰাকী কন্যা আৰু বিধবা পত্নীক এৰি যায়।

# স্বৰ্গীয় চন্দিকা প্ৰসাদ চাহা

শ্ৰীঅনুৰাধা চাহা



বগলীৰ দৰে বগা খদ্দৰৰ ক'তো দাগ নলগা, ভাঁজ নলগা কাপোৰ পিন্ধা, মসৃন মুখৰ, তালুত চুলি নথকা, ওখ-পাখ, মাগুৰ বৰণীয়া, হাঁহি মুখীয়া বগা চিক মিকাই থকা দাঁতৰ অসমৰ বিশেষকৈ মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষাজগতৰ চুকে কোনে থকা প্ৰায় সকলোৰেই পৰিচিত মানুহ জনেই হ'ল ৺চন্দিকা প্ৰসাদ চাহা। মানুহজনৰ চৰিত্ৰিক বৈশিষ্ট্য, সমাজৰ প্ৰতি থকা সংগঠন মূলক কৰ্ম কুশলতা, ছাত্ৰজীবনৰ পৰা শেষ অৱস্থালৈ দেশ প্ৰেম মূলক অৱদানে আৰু বিশেষকৈ নিজৰ প্ৰতি থকা আত্মবিশ্বাস আৰু দুঃসাহসিকতাৰ কথা তেখেতৰ সংস্পৰ্শলৈ অহা প্ৰতিজন লোকৰেই মনত পাহৰিব নোৱাৰাকৈ সাঁচ বহি গৈছে।

১৯২৯ চনত বৰ্ত্তমান শোণিতপুৰ জিলাৰ বিহালী মৌজাৰ বিহালী গাওঁত চন্দিকা প্ৰসাদ চাহাৰ জন্ম হয়। ১৯৩৯ চনত স্থানীয় এখন প্ৰাইমেৰী স্কুলৰ পৰা ওলাই বটীয়ামাৰি অসমীয়া মজলীয়া স্কুলত

পঢ়ে। ১৯৪২ চনৰ ২০ চেপ্তেম্বৰ তাৰিখে গুহাইৰাম চি. এমঃ স্কুলত পঢ়ি থকা অৱস্থাতে স্বৰ্গীয় ছবিলাল উপাধ্যায়, স্বৰ্গীয় বগীৰাম শইকীয়া প্ৰমুখ্যে স্বাধীনতা যুঁজাৰু সকলে সমদল যাত্ৰা কৰি বিহালী থানাত পতাকা উত্তোলন কৰিবলৈ আহোঁতে সেই স্কুলৰ তেতিয়াৰ ছাত্ৰ সন্থাৰ সম্পাদক ৰূপে স্কুলৰ ছাত্ৰ-ছাত্ৰীকলৈ প্ৰধান শিক্ষক ৺লোকনাথ শইকীয়াৰ বাধালৈ আওঁকাণ কৰি সমদলত যোগদান কৰে। সেইদিনাই সেই মুহূৰ্ত্ততে গহপুৰ থানাত কনক লতাই শেষ নিশ্বাস লয়। তাৰ বাবে চাহাৰ দুবছৰ পঢ়া বন্ধ হয়। তেনেকৈয়ে স্বাধীনতা আন্দোলনৰ বিভিন্ন স্তৰৰ কাৰ্য্য সূচীত অংশ গ্ৰহণ কৰি ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে স্বাধীন ভাৰতৰ জয়ধ্বনি দিয়ে।

১৯৩১ চনত তেখেতৰ মাতৃ বিয়োগ হয়। ১৯৫২ চনতে তেখেতে চতিয়া উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰবেশিকা পাছ কৰি দৰং কলেজত নাম লগায়। দৰং কলেজৰ ছাত্ৰ সংঘৰ সহকাৰী সম্পাদক হয়। ১৯৫৫ চনত গুৱাহাটী বি. বৰুৱা কলেজত বি. এ পঢ়িবলৈ যায়। তেওঁ তাত সমাজ সেৱাৰ সম্পাদক নিৰ্বাচিত হয়। ১৯৫৮ চনত বি. বৰুৱা কলেজৰ সহকাৰী সাধাৰণ সম্পাদকৰ দায়িত্ব লয়। ১৯৫৯ চনত সদৌ অসম ছাত্ৰ সংস্থা গঠন কৰাত আগভাগলৈ তাৰ সহকাৰী প্ৰধান সম্পাদক নিৰ্বাচিত হয়। বিভিন্ন সংগঠনত নিজকে নিয়োগ কৰি ১৯৬০ চনত বি. এ. পৰীক্ষা দি, নিজৰ জন্মস্থান বিহালীলৈ আহি পিচ পৰি থকা অঞ্চলটোৰ উন্নতি কল্পে মনোনিবেশ কৰে। বিহালীৰ মধ্য স্থলত লোকপ্ৰিয় বৰদলৈৰ নামত এখন এম. ই. স্কুল প্ৰতিষ্ঠা কৰে। এম ই. স্কুলৰ আলমতে এখন হাইস্কুলও প্ৰতিষ্ঠা কৰিলে। ২৩ বছৰ শিক্ষক আৰু শিক্ষাজগতৰ লগত ওতঃ প্ৰোত ভাৱে জড়িত হৈ থাকি বিদ্যালয়ৰ প্ৰশাসনিক দায়িত্বৰ পৰা অব্যাহতি বিছাৰি কৰ্ত্তৃপক্ষৰ ওচৰত ইস্তফামূলক আবেদন পত্ৰ দাখিল কৰে।

সাংগঠনিক আৰু সমাজ কৰ্মৰ দিশত আগভাগলৈ অহা চাহা-দেৱে ১৯৬২ চনৰ পৰা ১৯৭২ চনলৈকে তেজপুৰ মধ্যইংৰাজী শিক্ষক সংস্থাৰ প্ৰতিস্থাতা সাধাৰণ সম্পাদক হয়। ১৯৭২ চনৰ পৰা জীৱনৰ শেষ মুহূৰ্ত্তলৈকে জিলা সংস্থাৰ সভাপতি ৰূপে আছিল। ১৯৬৪ চনৰ পৰা ১৯৬৬ চনলৈকে সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ উপ-সভাপতি আৰু ১৯৬৬ চনৰ পৰা ১৯৭২ চনলৈকে সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থাৰ সাধাৰণ সম্পাদক হৈ থাকে। ১৯৬২ চনৰ পৰা ১৯৭৬ চনলৈকে তেজপুৰ জিলা আৰু অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সংস্থাৰ বিশেষ সদস্যৰূপে নিৰ্বাচিত হয়। সেই দৰেই ১৯৬৭ পৰা ১৯৭২ চনলৈকে তেজপুৰ জিলা প্ৰাথমিক স্কুল পৰিষদৰ সদস্য হৈ থাকে। বিশ্বনাথ মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্য আছিল।

এক মুখে সকলোৱেই আজি স্বীকাৰ কৰে ৺চাহাৰ সামাজিক আৰু পৰ সহায় মূলক নিঃস্বাৰ্থ কষ্ট সহিষ্ণু ত্যাগৰ কথা। সঁচা প্ৰাপ্যৰ বাবে যি কোনো বিভাগীয় কৰ্ত্তপক্ষৰ লগত মুখামুখি হোৱাত অলপো পিছ নপৰিল। দুখীয়ালোকৰ প্ৰতি তেখেত সদায় সহানু-ভূতিশীল সহায়ক আছিল। তেখেতৰ অবাঞ্চিত মৃত্যুত সমগ্ৰ অঞ্চলটোৰ ভীষন ক্ষতি সাধন হয়।

অবিনশ্বৰ আত্মাই মোত সলাই থকাটো জীৱ জগতৰ চিৰন্তন সত্য জানিও জীৱ জগতে শোক আৰু দুখত হিয়া ভঙ্গা কৰুণ ক্ৰন্দনেৰে দুখবেজাৰৰ অৱসান ঘটোৱাৰ সীমাহীন অকৃত্ৰিম প্ৰচেষ্টাত আবদ্ধ হয়। নিয়তিৰ ৰূঢ় হাতৰ পৰশে জীৱ-জগতকে আদি কৰি জড়জগতখনৰো দেহান্তৰ ঘটায়। বিশ্বৰ মানৱ প্ৰাণ চমকি উঠে সন্ত্ৰাসৰ আলিঙ্গনৰ নীৰৱ প্ৰকাশৰ অনাগত দিনবোৰৰ আবেষ্টনীৰ আগমনৰ বাবে।

১৯৮৪ চনৰ ১৯ মাৰ্চ তাৰিখে কোনোবা দুৰ্বৃত্তৰ নিষ্ঠুৰ অমানবীয় আঘাটত শোনিতপুৰ জিলাৰ সদৰৰ মাজ মজিয়াত সন্ধ্যা ৺চাহাদেৱৰ ৰক্তাক্ত দেহ পৰি ৰ'ল—চিৰনিদ্ৰাক সাৱতি ললে। তেখেতৰ আত্মাই উৰি উৰি গতি কৰিলে, ব্ৰহ্মাণ্ডৰ সৃষ্টিকামী পৰম পিতা পৰমেশ্বৰৰ পদ-যুগল সুৱঁৰি তেওঁ বিলিন হ'লগৈ।

তেখেতৰ সীমিত জীৱনত সমাজৰ বাবে আগবঢ়োৱা অৰিহণাৰ পৰ্য্যালোচনা কৰি তেখেতৰ শাশ্বত আত্মাৰ সদ্গতি কামনাৰে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

# স্বৰ্গীয় ইন্দ্ৰেশ্বৰ শইকীয়া

## কৃষ্ণ বৰা

সুস্থ, সুঠামদেহ, পিন্ধনত ধুতি পাঞ্জাবী, ভবিল চেন্দেল, ওখই প্ৰায় ৫ ফুট ৬ ইঞ্চি, গহীন ভাবৰ ১৯৬৫ চনত প্ৰথম দেখা পোৱাৰ পৰা মৃত্যুৰ আগলৈকে একে ভাৱ মূৰ্ত্তিৰে দেখি অহা শিক্ষকজনেই আমাৰ শ্ৰদ্ধেয় ইন্দ্ৰেশ্বৰ শইকীয়াদেৱ। বাল্যকালতেই মাক দেউতাকক হেৰুৱাই জীৱনৰ লক্ষ্য স্থিৰ কৰি নাৰায়নপুৰ অঞ্চলৰ দুলিয়া পথাৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষাৰ পাতনি মেলি উত্তৰ লক্ষীমপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা ১৯৫৩ চনত প্ৰবেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ যোৰহাট জগন্নাথ বৰুৱা বিদ্যালয়ত কলেজীয়া শিক্ষা গ্ৰহণ কৰে যদিও বিভিন্ন কাৰণ বশতঃ কলেজীয়া শিক্ষা সাং নকৰাকৈয়ে ১৯৫৫ চনত খৰা মধ্য ইংৰাজী বিদ্যালয়ত জীৱন আৰম্ভ কৰে। ১৯৫৬ চনত ৰৰবালী মধ্যইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে। ৰাজ্যিক মধ্যইংৰাজী শিক্ষক সংস্থা গঠন হোৱাৰ দিনৰে পৰা এই জন শিক্ষকে সংস্থাৰ লগত ওতঃ-প্ৰোতঃ ভাবে জড়িত। সৌ সিদিনালৈকে শ্ৰদ্ধেয় শইকীয়াই এহাতে সংস্থাৰ দায়িত্ব, আনহাতে জীৱনৰ সাপকাঠি নিৰ্ণয়ন আৰু সমসাময়িক ভাৱে সামাজিক তথা ৰাজহুৱা দায়দায়িত্ব ভাৰ কঢ়িয়াৰ লগা হোৱাটো সকলোৰে মানস পটত ভাহি উঠে। ১৯৬৭ চনত প্ৰাক্ বিশ্ববিদ্যালয় আৰু ১৯৭০ চনত স্নাতক ডিগ্ৰী লোৱাৰ উপৰিও ১৯৬৫ চনৰ পৰা ১৯৬৯ চনলৈকে উত্তৰ লক্ষীমপুৰ জিলা মধ্যইংৰাজী পৰিষদৰ সম্পাদক, ১৯৬৯ চনৰে পৰা ১৯৭২ চনলৈ সদৌ অসম মধ্য-ইংৰাজী শিক্ষক সংস্থাৰ ৰাজ্যিকৰ সদস্য, ১৯৭২-৭৪ লৈকে উত্তৰ লক্ষীমপুৰ জিলা শিক্ষক সংস্থাৰ সভাপতি আৰু ১৯৮১ চনৰে পৰা

মৃত্যুৰ আগলৈকে ৰাজ্যিক সদস্যৰূপে কাৰ্য্যনিৰ্বাহ কৰিছিল। সাংগঠনিক দিশত সুপৰামৰ্শ, পৰিবেশ সৃষ্টিকাৰক মনযোগ আকৰ্ষক বক্তা হিচাবে শইকীয়াদেৱে শিক্ষক সংস্থাৰ প্ৰতি যি অৰিহণা যোগাই আহিলে সেইয়া চিৰস্মৰণীয় মাথোনেই নহয়, তেখেতৰ কৰ্মময় জীৱনৰ জীৱনৰ জ্যোতিয়ে ৰাজ্যিক সংস্থাক চিৰ-সেউজ কৰি ৰাখিছে আৰু অদূৰ ভৱিষ্যতলৈকো যে থাকিব ইয়াত অকনো সন্দেহৰ অৱকাশ নাই। ১৯৮৬ চনত ৭ আগষ্টত গুৰুতৰ ভাবে আহত হোৱা এক মটৰ দুৰ্ঘটনাত উত্তৰ লক্ষীমপুৰ ৰাজ্যিক চিকিৎসালয়ত চিকিৎসাধীন হৈ থকা অৱস্থাতে যোৱা ১৭ আগষ্ট পুৱা ৮ বজাত ইহ-সংসাৰৰ পৰা আত্মাই নশ্বৰ দেহা ত্যাগ কৰে।

স্বৰ্গীয় শইকীয়াৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক—এয়ে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা।

# স্বৰ্গীয় দীন কলিতা

## মঃ ইমদাদৰ ৰহমান

৺দীন কলিতা ১৯৮৩ চনৰ ২৪ মাৰ্চত অসম আন্দোলনৰ সময়ত দুৰ্বৃত্তৰ নিৰ্মম আঘাটত আক্ৰান্ত হয় আৰু সেই আঘাটৰ ফলতেই ২৭ মাৰ্চৰ দিনা মৃত্যুক সাৱতি লয়। মৃত্যুৰ সময়ত তেখেত সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থাৰ ৰাজ্যিক সদস্য আছিল। উত্তৰ কামৰূপ দীঘেলী গাঁৱত অৱস্থিত "চমিৰুদ্দিন-ইব্ৰাহিম" এম, ই স্কুলত ১৯৬৪ চনৰ পৰা ১৯৮৩ চনৰ মাৰ্চ মাহলৈকে সহকাৰী শিক্ষক-পদত শিক্ষকতা কৰিছিল। ৺কলিতা দীঘেলী গাঁৱৰ ওচৰৰে যমুনা-ট্ৰাৰী গাৱৰ উদীয়মান সমাজ সংগঠক হোৱাৰ উপৰিও তেওঁ আছিল পিতৃ-মাতৃৰ প্ৰথম সন্তান।

সকলো সময়তে কান্ধত মোনা এটা লৈ ধুমুহাৰ গতিত টিহু অঞ্চলৰ প্ৰতিখন গাঁৱৰ প্ৰতিঘৰ মানুহৰ দুৱাৰে তেওঁ গৈছিল শ্ৰম-জীৱী মানুহৰ মুক্তিৰ সন্ধানত। এসময়ত সাম্যবাদী আন্দোলনৰ ঘাটি বুলি খ্যাতি থকা নলবাৰী অঞ্চলৰে ৺কলিতাও মাৰ্ক্সীয়দৰ্শনৰ প্ৰতি গভীৰ ভাবে আকৃষ্ট হৈছিল। সেয়ে তেওঁ জীৱনৰ সকলো স্তৰতে অবিৰাম গতিত আপোচ হীন ভাবে জাতীয় সংহতি আৰু গণতন্ত্ৰৰ ৰক্ষাৰ সংগ্ৰামত অৱতীৰ্ণ হৈ কাম কৰিছিল।

স্কুলৰ চৌহদৰ ভিতৰত ছাত্ৰ-ছাত্ৰীৰ মাজত ৺দীন কলিতা, "কলিতা চাৰ" হোৱাৰ উপৰিও ৺কলিতা এজন কৃতী শিক্ষক আছিল। নলবাৰী জিলা শিক্ষক সংস্থাৰ জৰিয়তে সকলো শিক্ষক-শিক্ষয়িত্ৰীকে একগোট কৰি নলবাৰী জিলাত এক গতিশীল নেতৃত্বৰ সৃষ্টি কৰিছিল। তেওঁ ৰাজ্যিক সংস্থাৰ সদস্যও আছিল।

৺কলিতা এজন সাংবাদিক আৰু নিবন্ধকাৰ হিচাবেও খ্যাতি অৰ্জন কৰিছিল। "নতুন পৃথিৱীকে" আদি কৰি বিভিন্ন-কাকত আলোচনীৰ পাতে পাতে ৺কলিতাই নিজৰ ভৱিষ্যত উজ্বল সম্ভাবনাৰ স্বাক্ষৰ গ্ৰহণ কৰিছিল।

১৯৬৮ চনত নলবাৰীত গঠিত ছাত্ৰ সংস্থাৰ উপ-সভাপতি হিচাবেও কেইবাবছৰো কাম কৰি ৺কলিতাই ছাত্ৰ সমাজ বিৰোধী কাৰ্য্যকলাপ বন্ধ কৰাৰ বাবে স্মাৰক পত্ৰ প্ৰদান কৰিছিল।

মৃত্যুৰ কিছুদিন আগতে পিতৃ-মাতৃৰ তাগিদাত ৺কলিতা বিবাহ বান্ধোনত অ'বদ্ধ হৈছিল আৰু মৃত্যুৰ সময়ত পত্নী শ্ৰীমতী লিলি কলিতাৰ কোলাত এটি তিনিমহীয়া কেঁচুৱা এৰি থৈ গৈছিল। বি. এ ডিগ্ৰীধাৰী শ্ৰীমতী কলিতাই স্বামীৰ দান কন্যাটিক বুকতলৈ, ভৱিষ্যত কল্পনাত শিক্ষকতা কৰি আছে।

মানুহৰ জীৱনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ মুহুৰ্তবোৰেই ভৱিষ্যতত ইতিহাস হয়গৈ। ৺কলিতা আজি আমাৰ মাজত নাই কিন্তু তেওঁৰ জীৱন আৰু আদৰ্শৰ মূল্যায়নৰ প্ৰচেষ্টা আমি কৰিব পাৰো। শ্বহীদ ৺দীন কলিতা আমাৰ মনত এটি স্মৃতি যি স্মৃতি আমি পাহৰিব নোৱাৰো।

# ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিক্ষক

## শ্ৰীবাবুলা নাথ গোস্বামী



ৰতনপুৰ বৰকলীয়া সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীবাবুলা নাথ গোস্বামী ১৮২৬ শকৰ ৭ ভাদৰ (ইং ১৯০৪ চনৰ ২৪ আগষ্ট) দিনা জন্ম গ্ৰহন কৰে। তেখেতৰ পিতৃ স্বৰ্গীয় তম্বুচন্দ্ৰ দেৱ গোস্বামী আৰু মাক ৺বৰদা দেৱী। শ্ৰীগোস্বামীয়ে গৰখীয়া দ'ল প্ৰাথমিক বিদ্যালয়ত শিক্ষা জীৱন আৰম্ভ কৰিছিল। চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোতেই পিতৃৰ বিয়োগ হয। পিতৃৰ অভাৱতো সকলো বাধা বিপত্তি মূৰ পাতি যোৰহাট টাউন এম, ভি স্কুলত পঞ্চম মান শ্ৰেণীত নাম লগাইছিল। তাত তিনি বছৰ পঢ়ি সুখ্যাতিৰে এম, ভি পাছ কৰে। সেই সময়ত প্ৰধান শিক্ষক আছিল ধাতুৰাম ভূঞা। ইয়াৰ পিছত যোৰহাট চৰকাৰী হাইস্কুলত নাম লগাইছিল। কিন্তু অৰ্থৰ অভাৱত মাচুল, কিতাপ, বহী যোগান কৰি লব নোৱাৰাত চতুৰ্থ মান শ্ৰেণীতে ইংৰাজী শিক্ষা লোৱা সামৰণি মাৰিব লগা হয়।

জীৱন নিৰ্বাহৰ বাবে গোস্বামীদেৱে "বালিগাওঁ আৰ্য্য ধৰ্ম ৰক্ষিনী টোল" নাম দি ৰাইজে এখন সংস্কৃত টোল প্ৰতিস্থা কৰিছিল। ১৯২৪ চনৰ মে' মাহত গকমৰা প্ৰাইমেৰী বিদ্যালয়ৰ শিক্ষক ৺যুগল দাসৰ ঠাইত তিনি মাহ চাকৰী কৰিছিল মাহে ১২'০০ টকা বেতনত। ১৯২৫ চনত যোৰহাট মকতব আদৰ্শ প্ৰাইমেৰী স্কুলত সহকাৰী শিক্ষকতাবে স্থায়ী শিক্ষকৰ জীৱন আৰম্ভ কৰিছিল। ১৯২৯ চনত যোৰহাট গুৰু ট্ৰেইনিং স্কুলত প্ৰশিক্ষণ লয় আৰু অসম উপত্যকাৰ ভিতৰত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান দখল কৰি কৃতকাৰ্য্যতা লাভ কৰে।

১৯৪৮ চনৰ ৩১ ডিচেম্বৰত গোস্বামীদেৱক কৰ্তৃপক্ষই প্ৰধান শিক্ষক ৰূপে নিযুক্তি প্ৰদান কৰে। তেখেতে প্ৰধান শিক্ষকৰ দায়িত্ব লোৱাৰ পৰাই বছৰি ছাত্ৰৰ সংখ্যা বাঢ়ি আহিবলৈ ধৰে। গোস্বামীয়ে শিক্ষা প্ৰণালী আৰু শিক্ষকৰ পাঠদান অতি সুক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল। স্কুলৰ প্ৰসাশন নিখুঁতভাবে পৰিচালনা কৰিছিল।

১৯৫৮ চনত দিল্লীৰ লোক সভাত প্ৰত্যেক ৰাজ্যৰ পৰা শিক্ষক নিৰ্বাচন (ৰাষ্ট্ৰীয় পুৰস্কাৰৰ নিমিত্তে) কৰাৰ বিল গৃহিত হৈছিল। সেই মতে সেই বছৰ অসম ৰাজ্যৰ (মেঘালয়, অৰুণাচল, নাগালেণ্ড আৰু মিজোৰাম) উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা গিৰিণ চাংকাকতি আৰু যোৰহাট মকতবৰ পৰা শ্ৰীগোস্বামী দেৱক প্ৰথম নিৰ্বাচন কৰে। ১৯৫৯ চনৰ ১৯ জানুৱাৰী তাৰিখে শ্ৰীগোস্বামীয়ে এই পুৰস্কাৰ গ্ৰহণ কৰিবলৈ দিল্লীলৈ যাত্ৰা কৰিছিল। সেই বছৰ গোটেই ভাৰতবৰ্ষৰ ভিতৰত মুঠ ৩১ জন শিক্ষকে এই পুৰস্কাৰ লাভ কৰিছিল।

১৯৫৮ চনৰ পৰাই অসমত দশমিক পদ্ধতি প্ৰয়োগ হয়। প্ৰাইমেৰী স্কুলত দশমিক নিয়মত গণিত প্ৰণয়ন কৰিবৰ কাৰণে অসম চৰকাৰৰ শিক্ষা বিভাগে শ্ৰীগোস্বামী আৰু মালিগাওঁ উচ্চ মাধ্যমিক বিদ্যালয়ৰ সহকাৰী প্ৰধান শিক্ষকৰ ওপৰত ভাৰ দিয়ে। তেখেতে এমাহৰ অধিককাল গুৱাহাটীত থাকি ১৯৬১ চনত গণিত কিতাপ লিখিছিল। গণিত কিতাপ লিখাৰ বাবে চৰকাৰে তেখেতক

২৫০০ টকা সাহায্য দিছিল। তেখেতৰ দ্বাৰা ৰচিত পাঠ্য পুথি সমূহৰ ভিতৰত আছিল (১) প্ৰাথমিক চিঠি ৰচনা ব্যাকৰণ (২) সাধাৰণজ্ঞান স্বাস্থ্যপাঠ (৩) আধুনিক ধাৰাপাঠ (৪) বিচিত্ৰ জ্ঞান আদি।

শ্ৰীগোস্বামীয়ে ৬৩ বছৰ বয়সলৈকে চাকৰি কৰিছিল। এই গৰাকী আদৰ্শবান কৃতী শিক্ষকে ১৯৭০ চনৰ ৩১ জানুৱাৰী তাৰিখে মকতব প্ৰাইমেৰী বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে।

শ্ৰীগোস্বামী এজন নিষ্ঠাবান শিল্পীও আছিল। বালিগাওঁ সম্মিলনী নাট্য মন্দিৰত মহাভাৰত, ৰামায়ণৰ নাটকত যুধিষ্ঠিৰ, ভীম, ৰাম, দশৰথ আদিৰ চৰিত্ৰ সুন্দৰ ভাবে ৰূপায়ণ কৰিছিল। ইয়াৰ উপৰিও তেখেতে স্ত্ৰী চৰিত্ৰতো ভালদৰে অভিনয় কৰিব পাৰিছিল। বৈষ্ণৱ ধৰ্মৰ একান্ত সেৱক শ্ৰীগোস্বামীয়ে ভাওনাত ভাও কৰাৰ উপৰিও খোল, তাল বজোৱা, নাম প্ৰসঙ্গ কৰা, নানা বিধ ধৰ্মীয় বিষয়ৰ আলোচনাৰ ব্যাখ্যা দাঙি ধৰি সুধী সমাজক বিমল আনন্দ দিয়ে। সত্ৰৰ অধিকাৰৰূপে এতিয়াও তেখেতে শিষ্য সকলক নিৰ্মালী দিয়া সত্ৰৰ যাৱতীয় কাম বিলাক ভালদৰে পৰিচালনা কৰি আছে।

সমাজকৰ্মী হিচাবে শ্ৰীগোস্বামীৰ এক বিশেষ স্থান আছে। স্বাধীনতা যুদ্ধত তেখেতে এক বিশেষ স্থান লৈছিল। কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাবে যোৰহাট মহকুমাৰ বহুতো ঠাইত স্বাধীনতাৰ পিচত তেখেত বহুত দিন সকচৰাই মণ্ডল কংগ্ৰেছৰ সভাপতি আছিল।

শ্ৰীগোস্বামী বৰ্ত্তমান এটি সুখী আৰু সুন্দৰ পৰিয়ালৰ একছত্ৰী সম্ৰাট। ৮৫ বছৰ বয়সীয়া গোস্বামী বৰ্ত্তমান এজন সুস্থ সবল, সাত্বিক ব্যক্তি। শিক্ষক দিবসৰ শতবাৰ্ষিকীত শ্ৰীগোস্বামীৰ আমি দীৰ্ঘ জীৱন কামনা কৰাৰ লগতে এই আদৰ্শ, কৃতী শিক্ষক গৰাকীলৈ সশ্ৰদ্ধ প্ৰণিপাত আগবঢ়ালো। —সম্পাদক

# ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিক্ষক

## শ্ৰীসুৰেন্দ্ৰ নাথ ফুকন



আহোমৰাজত্ব কালত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰপৰা বিদগ্ধ পণ্ডিতসকলক ৰজাই অসমলৈ আনি মাটিবাৰী দান দি স্থাপন কৰিছিল। বুৰঞ্জী প্ৰসিদ্ধ 'ৰাজগুৰু ফুকনৰ' আদি পুৰুষসকলকো নবদ্বীপৰ পৰা আনি অসমত স্থাপন কৰি ৰজাঘৰৰ ধৰ্মীয় কামৰ উপদেষ্টা স্বৰূপে মনোনীত কৰিছিল। এই পৰিয়ালক ব্ৰহ্মোত্তৰ মাটি দান কৰি লগুৱা লিকচৌ দিয়ে। কালক্ৰমত এই ৰাজগুৰু বংশত ১৯১৬ চনৰ ফেব্ৰুৱাৰী মাহত শ্ৰীসুৰেন্দ্ৰ নাথ ফুকনৰ জন্ম হয়। তেখেতৰ পিতৃ ৺নিত্যানন্দ ফুকন আৰু মাতৃ ৺দময়ন্তী দেৱী। সেইসময়ত ৰজাৰ ঘৰৰ খিতাপী পোৱা পৰিয়ালৰ লোকে



চাকৰী নকৰিছিল—কেৱল মা-সম্পত্তি চলাই ভৰণপোষণ গৈছিল। ক্ৰমাৎ পৰিয়ালৰ জনসংখ্যা বাঢ়ি অহাত বৃটিচৰ আমোলত আৰ্থিক অনাটনৰ সন্মুখীন হব লগা হ'ল। শ্ৰীফুকনে বাল্যকালত অৰ্থৰ অভাৱৰ কাৰণে শিক্ষা লাভত যথেষ্ট বাধাৰ সন্মুখীন হব লগা হৈছিল। ৯ বছৰ বয়সতে দেউতাকক হেৰুৱাই প্ৰাথমিক শিক্ষাৰ অন্তত অসমীয়া মজলীয়া স্কুলত শিক্ষা সাংকৰি যোৰহাট নৰ্মাল-স্কুলত ভৰ্ত্তী হয়। নৰ্ম'লস্কুলৰ দ্বিতীয় বছৰত পঢ়ি থাকোতে জেষ্ঠ ভাতৃ যিজনে ভৰণ-পোষণ আৰু পঢ়াৰ খৰচ যোগাইছিল তেওঁৰ অকাল মৃত্যু হয়। ফলত ফুকনে পঢ়াৰ উপৰিও ঘৰ সংসাৰ চল'ব লগা হয়। স্কুল এৰি ঘৰ চলোৱাত নিজকে নিয়োগ কৰে। আনকি তেখেতৰ ভাতৃৰ মৃত্যু হোৱাত থকা বাৰীখন সলনি কৰিব লগা হয়। এনে এটি বিপদ কালত আগবাঢ়ি আহিল তেখেতৰ ভিনিহিয়েক ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। ভিনিহিয়েকে ধনে জনে সহায় কৰি উতিবুৰি যোৱা পৰিয়ালটোক থিতাপি লগালে। ভিনিহিয়েকৰ মৃত্যুত ফুকনে কৈছিল, "মোৰ পিতৃৰ অভাৱ আজিৰ পৰাহে অনুভৱ হব।"

পৰিয়ালৰ ভৰণপোষণৰ চিন্তাত ফুকন মমাহত হ'ল। চাৰিও-ফালে আন্ধাৰ দেখিবলৈ ধৰিলে। অসমাপ্ত শিক্ষাৰে সেইসময়ত মগুস বা প্ৰাথমিক স্কুলৰ চাকৰিৰ বাদে আন কাম পোৱা সম্ভৱ নাছিল। ১৯৩৫ চনত যোৰহাট মকতব্ স্কুলত এটি ৪ৰ্থ শিক্ষকৰ পদ খালী হোৱাত সেই বিদ্যালয়ৰ শিক্ষক ৰাষ্ট্ৰপতি পুৰস্কাৰ প্ৰাপ্ত শ্ৰীবাবুলা নাথ গোস্বামীদেৱে ফুকনৰ পৰা এখন আবেদন আনি নিযুক্তিৰ দিহা কৰে। ইয়াৰ বাবে ফুনক আজিও কৃতজ্ঞ।

## শিক্ষকতাৰ পটভূমি

শ্ৰীফুকনৰ কৰ্মময় জীৱন আৰম্ভ হয় যোৰহাট মকতব্ আদৰ্শ প্ৰাইমেৰী স্কুলতে। বিদ্যালয়ৰ সকলো শিক্ষকে মিলাপ্ৰীতি,

আলোচনা বিলোচনাৰ মাজেৰে শিক্ষা দান কৰাত সেই বিদ্যালয়ৰ পৰা বহুতো কৃতীছাত্ৰ ওলাইছিল আৰু প্ৰতি বছৰত ছাত্ৰ-ছাত্ৰীয়ে ছাত্ৰবৃত্তি পৰীক্ষাত বৃত্তি পাবলৈ সক্ষম হৈছিল। যোৰহাট নগৰৰ ভিতৰত এই বিদ্যালয়খনি প্ৰথম শ্ৰেণীৰ বিদ্যালয় আছিল।

১৯৪১ চনৰ পৰা দ্বিতীয় মহাসমৰ আৰম্ভ হয়। যোৰহাট নগৰত এটা যুদ্ধৰ ঘাটি পাতিছিল। শিক্ষানুষ্ঠান সমূহ সৈন্যৰ বাসস্থান হয়। গাড়ী মটৰৰ বাবে সৰু সৰু লৰা-ছোৱালীবোৰ অভিভাৱকে দুৰণীলৈ পঠাবলৈ ভয় কৰে। এই অসুবিধাৰ কাৰণে ৪নং ৱাৰ্ডৰ ৰাইজে এখন স্কুল প্ৰতিষ্ঠা কৰে। এইখনেই ৪ নং ৱাৰ্ড প্ৰাইমেৰী স্কুল। যুদ্ধৰ কামত সহায় কৰিবলৈ বহুত মানুহৰ আৱশ্যক হোৱাত বিভিন্ন কামত সৰহ হাজিৰা আৰু বেছি দৰমহা পোৱাত বিভিন্ন বিভাগত কামকৰা সৰহভাগ মানুহ আগৰ কাম এৰি নতুন কামলৈ ওলাই গ'ল। শিক্ষা-বিভাগৰো বহুত শিক্ষকে স্কুল এৰি যুদ্ধৰ কামত সহায় কৰিবলৈ ওলাই গ'ল। তেতিয়া নিচেই কম সংখ্যক শিক্ষকে স্কুলসমূহ চলাইছিল।

সেই সময়ত প্ৰাথমিক স্কুলৰ শিক্ষকৰ দৰমহা আছিল মাত্ৰ ১২ টকা। অন্যকামত ইয়াতকৈ বহুত বেছি দিন হাজিৰা আছিল। যুদ্ধকালিনত শিক্ষকক কোনো সাহায্য অথবা ভাট্টা দিয়া হোৱা নাছিল। মহাত্মাগান্ধীয়ে এই যুদ্ধত ভাৰতবাসীয়ে সহায় সহযোগ নকৰিবলৈ আহ্বান জনাইছিল। শিক্ষকসকলে শোকোতাকে মুকুতা বুলি শিক্ষাদান কাৰ্য্যতে ব্ৰতী হৈ থাকিল। সেইকালত শিক্ষকসকলে টকা ঘটাৰ মনোবৃত্তি ত্যাগ কৰি দেশসেবাৰ ব্ৰত নলোৱাহেঁতেন, দেশখন বহুত বছৰলৈ শিক্ষাত পিচ পৰি থাকিলহেঁতেন। তেওঁলোকে নিৰ্য্যাতন ভোগকৰি পৰিয়ালক দুখ কষ্টৰ মাজত ৰাখি কৰ্ত্তব্যব্ৰতী হৈ থাকিল। যুদ্ধকালত অশেষ অভাৱ অনাটনৰ মাজত শিক্ষকসকলৰ পৰিয়ালবোৰ যে জীয়াই থাকিল সেইয়া ভগৱানৰ আৰ্শীবাদ মাথোন। যুদ্ধৰ দিনত গৰু চুৰ কৰি,

চোৰ তস্কৰসকলে কংগ্ৰেছ কৰ্মীসকলৰ লগত জেলখোৱাৰ বাবে আজি কালি শ শ টকাৰ ৰাজনৈতিক পেন্সন পোৱাৰ নজিৰ আছে—কিন্তু মহাসমৰৰ নিয্যাতন ভোগ কৰা শিক্ষকসকলে অৱসৰ পোৱাৰ পাছত খুজি খাব লগা হৈছে। অসম চৰকাৰে ভেঔ-লোকক বৃদ্ধ পেন্সনটো দিবলৈকো আগ্ৰহী নহল। বৰ্ত্তমান চৰকাৰৰ কৰ্ণধাৰসকল নিশ্চয় এইচাম শিক্ষকৰ ছাত্ৰ-ছাত্ৰী।

৪নং ৱাৰ্ড প্ৰাইমেৰীৰ প্ৰধান শিক্ষক গৰাকীয়ে যুদ্ধ কালিন চৰকাৰী চাকৰি পাই আন ঠাইলৈ যোৱাত ১৯৪৪ চনৰ ১ এপ্ৰিলত উক্ত পদত শ্ৰীযুত ফুকনক নিযুক্তি দিয়ে। বিদ্যালয়ৰ নিজা মাটি ঘৰ নথকাত এখন হাইস্কুলত পুৱাবেলা স্কুল বহিছিল—শিক্ষক আছিল মাত্ৰ তিনিজন। পৰিচালনা সমিতিয়ে মিউনিচিপেলিটিৰ পৰা পোৱা সাহায্য আৰু ৰাইজৰ ছান্দা ধৰণিৰে শিক্ষকৰ দৰমহা দিয়ে।

১৯৫১ চনত অশেষ চেষ্টাৰ ফলত বিদ্যালয়ৰ নিজা মাটিত এটা ঘৰ নিৰ্মাণ হয়। ১৯৫২ চনত এই বিদ্যালয়ৰ পৰাই এজন ছাত্ৰই বৃত্তি লাভ কৰে আৰু তাৰ পিছৰ পৰাই প্ৰতি বছৰে যথেষ্ট সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰিছিল। পৰিচালনা সমিতিৰ অনুমোদন ক্ৰমে বিদ্যালয়ৰ এখন ওঠৰদফীয়া আঁচনি গ্ৰহণ কৰা হয় আৰু তাৰ ৰূপায়ণৰ জৰিয়তে স্কুলখন এখন আদৰ্শ স্কুললৈ ৰূপান্তৰ হয়। বিদ্যালয়খন পঢ়াই শুনাই, নিয়মে শৃঙ্খলাই, পোচাক পৰিচ্ছদে, নাচে-গানে, সুকুমাৰ কলা আদিত আগ বাঢ়িল। ই পূৰ্ণাঙ্গ বিদ্যালয়ত পৰিণত হ'ল।

ভাৰত চৰকাৰে ১৯৫৮ চনত কৃতী শিক্ষকসকলৰ সন্মানাৰ্থে ৰাষ্ট্ৰীয় পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰিছিল। এই ব্যৱস্থামতে মকতৱ্ আদৰ্শ প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষক শ্ৰীবাবুলা নাথ গোস্বামী-দেৱে প্ৰথম এই পুৰস্কাৰ লাভ কৰে। তাৰ পাছত ১৯৬০/৬১

চনত শ্রীফুকনদেৱে এই ৰাষ্ট্ৰীয় সন্মানৰ অধিকাৰী হয়। এই বিদ্যালয়ে ফুকনৰ নেতৃত্বত স্থাপন হোৱা গৌৰৱ আজিও অটুত ৰাখিছে।

অসম চৰকাৰৰ শিক্ষামন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাদেৱে ১৯৬৫ চনত অসমৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত শিক্ষকৰ বাৰখন বিদ্যালয়ক আদৰ্শ স্কুল কৰাৰ বাবে ৬৫ হেজাৰকৈ টকা মঞ্জুৰী দিয়ে। এই মঞ্জুৰীৰ টকাৰে বিদ্যালয়ৰ ঘৰ-দুৱাৰ আৰু চৌহদ মনোগ্ৰাহীকৈ সজোৱা হয়। সা-সৰঞ্জামৰ বাবে দিয়া ৩০ হাজাৰ মঞ্জুৰীৰে বিদ্যালয়ৰ সকলো সা-সৰঞ্জাম গোটাই এখন পূৰ্ণ পৰ্য্যায়ৰ বিদ্যালয়ৰূপে গঢ়ি তোলে।

১৯৫৯ চনত মকতব্ প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষক শ্ৰীবাবুলা নাথ গোস্বামীদেৱে অৱসৰ গ্ৰহণ কৰাত শ্ৰীফুকনক পুনৰ এই বিদ্যালয়লৈ প্ৰধান শিক্ষক ৰূপে কৰ্তৃপক্ষই বদলি কৰি নিয়ে। এই বিদ্যালয়তো শ্ৰীফুকনে অৱসৰৰ দিন পৰ্য্যন্ত পূৰ্বৰ খ্যাতি অক্ষুন্ন ৰাখিবলৈ সক্ষম হয়।

১৯৭৫ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে জৰুৰীকালিন অৱস্থাৰ সুযোগ লৈ অসমৰ শিক্ষামন্ত্ৰীয়ে বাৰ শ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকক বাধ্যতামূলক ভাৱে অৱসৰ দিয়ে। ৫ চেপ্তেম্বৰৰ পৰা অসমৰ প্ৰাথমিক স্কুলসমূহ চৰকাৰী কৰা হয়। উলুৰ লগত বগৰীপোৰাৰ দৰে তিনিবছৰ কাৰ্য্যকাল থকা স্বত্বেও যোৰহাট স্কুলসমূহৰ সেই সময়ৰ উপ-পৰিদৰ্শকৰ অকৰ্মণ্যতাৰ হেতু ফুকনকো অৱসৰ দিয়া হয়। ভাৰত চৰকাৰৰ নিৰ্দেশ আছিল ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা শিক্ষকসকলে ৬৩ বছৰ বয়সলৈকে শিক্ষকতা কৰিব পাৰিব। ৰাজ্যই কেন্দ্ৰৰ নিৰ্দেশ অৱমাননা কৰিলে।

## প্ৰাথমিক শিক্ষাৰ উন্নতি

বৰ্তমান যি ব্যৱস্থাৰে প্ৰাথমিক স্কুল সমূহ পৰিচালনা কৰা হৈছে—তাৰ সাল-সলনি কৰিলেহে প্ৰাথমিক শিক্ষাৰ সাৰ্বজনীনতা

সফল হব। একালত অৰ্হতাহীন, শিক্ষকৰ যোগ্যতা নোহোৱা, ৰাজনৈতিক প্ৰভাব আদি এশ এবুৰি সুবিধাৰে শিক্ষা জগতলৈ প্ৰয়োজনহীন এচাম শিক্ষক নিযুক্তি ব্যৱস্থাৰে আমদানী কৰা হৈছিল। ফলত প্ৰাথমিক শিক্ষাৰ মানদণ্ড নিম্ন স্তৰৰ পৰা নিম্নগামী হল। ক্ষতি হ'ল দেশৰ শ শ ভৱিষ্যত নাগৰিকৰ। সেই চাম মানুহ বৰ্তমান অবসৰ লৈ আতৰি গৈছে। বৰ্তমান যুগতো প্ৰাথমিক বিদ্যালয়ৰ শিক্ষাদানৰ উপযুক্ত লোক নিযোগ কৰাৰ পৰিবৰ্তে ৰাজনৈতিক প্ৰভাৱত শিক্ষক নিযুক্তি হোৱা দেখা গৈছে। বি. এ পাছ শিক্ষকে মেট্ৰিক পাছৰ প্ৰমাণ পত্ৰলৈ নিযুক্তি লৈছে আৰু নিযুক্তি পোৱাৰ অন্তত স্নাতক হাৰৰ বেতন বিচাৰি আন্দোলনত নামিছে। মজলীয়া পৰ্য্যায়ৰ শিক্ষকৰ ক্ষেত্ৰত ই প্ৰাধান্য লাভ কৰিছে।

তেখেতৰ মতে—প্ৰাথমিক বিভাগত ছাত্ৰাছাত্ৰীৰ উন্নতিৰ বাবে একাগ্ৰতাৰে কাম কৰা শিক্ষকৰ অভাৱ। আগতে কামৰ বেলিকা বেতনৰ কথা কৈছিল আৰু এতিয়া চৰকাৰী কৰি পূৰ্ণপৰ্য্যায়ৰ বেতন দিয়াতো হেমাহী, অমনোযোগীতাই প্ৰাধান্য লাভ কৰিছে। আজিৰ একাংশ শিক্ষকে দৰমহাৰ হিচাব যিমান বেছিকৈ ৰাখে— তাৰ ¼ অংশও দায়িত্ব আৰু কৰ্ত্তব্য পালনৰ কথা নাভাবে। সামগ্ৰিক উন্নতিৰ কথা ভাবিবলৈ আজিৰ এচামে পাহৰি গৈছে।

## পৰিদৰ্শনৰ বিফলতা

পূৰ্বৰ বিদ্যালয় অনুপাতে পৰিদৰ্শকৰ যি সংখ্যা আছিল আজি তাৰ তুলনাত সংখ্যা বহুত বঢ়োৱা হল যদিও পৰিদৰ্শন খৰাং বছৰৰ বৰষুণত পৰিণত হল। উপ-পৰিদৰ্শক সকল কেৱল বিলপাছ কৰা বিষয়ালৈ ৰূপান্তৰ হৈ পৰিছে। পৰিদৰ্শক মুৰব্বীসকলে তেখেতৰ অধীনস্থ বিষয়া সমূহৰ বিভাজন কৰি কাৰ্য্যালয় পৰিচালনা আৰু পৰিদৰ্শন বাধ্যতামূলক কৰিব লাগে। পৰিদৰ্শক সকলে সঘনে বিদ্যালয়

সমূহলৈ গৈ নতুন নতুন শিক্ষাব্যৱস্থা, পাঠদানৰ বিজ্ঞান সম্মত দিশ বোৰৰ সন্দেদ শিক্ষকক দি সেই সকলক তৎপৰ কৰি তুলিব লাগে। নিৰ্দিষ্ট সময়ত বিদ্যালয়ৰ শ্ৰেণীবোৰ বহা আৰু সময়ত বিদ্যালয় ছুটী-হোৱাত কৰ্তৃপক্ষই নজৰ ৰখা দৰকাৰ। স্থানীয় ৰাইজ বা অভিভাৱকে বিদ্যালয়ৰ উন্নতিৰ বাবে দিহা পৰামৰ্শ অথবা ওজৰ আপত্তি দৰ্শালে স্বজনপ্ৰীতি, ৰাজনৈতিক ভয়ত কৰ্তৃপক্ষই অৱহেলা কৰিব নালাগে। সেইদৰে পাবত গজা, স্বেচ্ছাচাৰী নেতাৰ ব্যক্তিস্বাৰ্থকো অগ্ৰাধিকাৰ দিয়া অনুচিত। মুঠতে বিদ্যালয়ত, শিক্ষক, পৰিদৰ্শক সকলো ৰাজনৈতিক উৰ্ধত থাকি শৈক্ষিক পৰিৱেশ ৰচনা কৰিব লাগে। কৰ্ত্তব্যৰ প্ৰতি অৱহেলা কৰা শিক্ষকক ক্ষমা কৰা উচিত কাম বুলি গণ্য কৰিব নোৱাৰি। কাৰণ অতীতত শিক্ষকতা কৰিবলৈ মানুহ মাতি আনিব লগা হৈছিল আৰু আজি শিক্ষকতা পদ লবলৈ কাৰ্য্যালয়ৰ সন্মুখত ভীৰ জন্মিছে। যিহেতু শিক্ষকতা বৃত্তি বিচাৰি লোৱা হৈছে গতিকে তাক নিষ্ঠাৰে পালন কৰাটো নৈতিক কৰ্তব্য।

পাঠ্যপুথিৰ অভাৱৰ দোহাইদি বছৰৰ আৰম্ভণীত বিদ্যালয় সমূহত দুই তিনিমাহ শিক্ষাবছৰৰ সময় অবাবত নষ্ট কৰা হয়। পাঠ্যপুথিৰ অভাৱৰ সময়ছোৱাত পুনৰ আলোচনা কাৰ্য্যসূচীৰে ছাত্ৰ-ছাত্ৰীৰ কল্যাণ সাধন কৰিব পৰা যায়। চৰকাৰী বিষয়া সকলেও বিভাগৰ পৰিসংখ্যাৰ লগত সম্বন্ধ ৰাখি কিতাপ ছপোৱাৰ ব্যৱস্থা কৰিব লাগে আৰু সময়মতে পাঠ্যপুথি বিদ্যালয়ত পোৱাৰ কাৰণে আন্তৰিকতাখিনি থাকিব লাগে। বহুতো বিষয়াৰ অৱহেলাৰ বাবেও ছাত্ৰ-ছাত্ৰীয়ে সময় মতে পাঠ্যপুথি নোপোৱাৰ উদাহৰণ আছে। বিনামূলীয়া পাঠ্যপুথি বিতৰণৰ আঁচনিখন কাৰ্য্যকৰী হবলৈ শিক্ষাৰ সংগঠন সমূহও আগবাঢ়ি আহিব লাগে। বিদ্যালয়সমূহ

সমাজৰ কেন্দ্ৰস্বৰূপ কৰি তুলিবলৈ বিদ্যালয়ৰ শিক্ষক পৰিচালক সকলোৱে বহল মন এটা লব লাগে।

## ছাত্র-ছাত্ৰীৰ পঢ়াৰ প্ৰতি অনিহা

একাংশ শিক্ষকে নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি অৱহেলা কৰাৰ দৰেই ছাত্ৰ-ছাত্ৰীয়েও পঢ়া-শুনাৰ প্ৰতি আওকাণ কৰা দেখা গৈছে। শ্ৰেণীত পাঠদান দিওঁতে অমনযোগী হোৱা পৰিলক্ষিত হয়। সেই সকলক পাঠদানৰ প্ৰতি আকৰ্ষণ কৰিবলৈ শিক্ষকৰ ব্যক্তিগত যোগ্যতা আৰু প্ৰচেষ্টা থকা দৰকাৰ। যি সকল শিক্ষকৰ এনে কৌশলৰ অভাৱ সেই সকলে অভিজ্ঞ শিক্ষক, শিক্ষাবিদৰ লগত পৰামৰ্শ কৰি আয়ত্ব কৰা প্ৰয়োজন। যিকোনো কথা শিকা বা জনাত লাজ, দম্ভ, অহংকাৰৰ স্থান থাকিব নালাগে। শাস্ত্ৰত কাউৰীৰ পৰাও 'শিক্ষা গ্ৰহণ কৰিবলৈ কোৱা হৈছে। আজিৰ ল'ৰা ছোৱালীয়ে পাঠাপুথি খৰছি মাৰি পঢ়াতকৈ কমিকচ্ অপসংস্কৃতিৰ সাহিত্য, চিনেমা, টি, ভি, ৰ' নাটক আদিৰ প্ৰতি বেছি আগ্ৰহী। লাগ বুলিলেই ছাত্ৰ ছাত্ৰীয়ে পইচা খৰছ কৰিবলৈ পোৱাটোও পঢ়াশুনাৰ অন্তৰায় বুলি কব পাৰি। বৰ্তমান শিক্ষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ অনিহা হোৱাত লেখকৰ মতে সমাজ, অভিভাৱক আৰু পৰিবেশ সকলো জগৰীয়া। শিক্ষাৰ সুস্থ পৰিবেশ এটা গঢ়ি তুলিবলৈ সমাজ চৰকাৰ, শিক্ষক আৰু ছাত্ৰৰ সংগঠনৰ উমৈহতীয়া কাৰ্য্যসূচীৰ প্ৰয়োজন হৈ পৰিছে। অন্যথাই অদূৰ ভৱিষ্যতে অৰ্দ্ধশিক্ষিত সমাজ গঢ়ি উঠিব। অশান্তিকৰ পৰিস্থিতিয়ে দেশৰ জীৱন ধাৰণত ব্যাঘাত ঘটাব। আজিৰ সমাজ আদৰ্শচ্যুত হোৱা দেখা হৈছে। দেশৰ কৰ্ণধাৰ সকলৰ শিক্ষা বিভাগৰ কৰ্মকৰ্ত্তাৰ নৈতিক অৱনতি, দুৰ্নীতি, স্বজনপ্ৰীতিৰ সংবাদে মানুহৰ আস্থা নষ্ট কৰি পেলাইছে। দৈনিক বাতৰি কাকতৰ শিক্ষকৰ দুৰ্নাম, চৰিত্ৰস্খলন, নেতাৰ অসম্মানজনক ক্ৰিয়া-কলাপে ছাত্ৰ-ছাত্ৰীৰ মনত প্ৰতিক্ৰিয়া কৰিছে। আনে কি কৰিছে পিছৰ কথা— কিন্তু শিক্ষকে নিজক আদৰ্শৰেহে প্ৰতিষ্ঠা কৰিব পাৰিব। আজিৰ শিক্ষক সমাজ সচেতন হোৱা অতি প্ৰয়োজন হৈ পৰিছে।

শিক্ষক সকলে নিজ কৰ্মৰ জৰিয়তে সমাজৰ শ্ৰদ্ধা আদায় কৰিব লাগিব ; সমাজে শিক্ষকক শ্ৰদ্ধা কৰিলেহে ছাত্ৰ-ছাত্ৰীয়ে শ্ৰদ্ধা কৰিব এই কথা তেখেতে দৃঢ় ভাবে কয়।

শ্ৰীফুকনদেৱ পৰিষ্কাৰ ধুতী পাঞ্জাবী, ডিঙিত এখন শুভ্ৰ চাদৰ, পৰিপাটিকৈ মূৰ আঁচুৰি, মুখত মধুৰ হাঁহিৰে গহীন গম্ভীৰভাৱে ওলাই যাওঁতে সকলোৰে বহু লাগে তেওঁৰ উপৰিও শ্ৰদ্ধা জনায়। কথা আৰু কামৰ লগত সংগতি ৰখা ফুকনে আদৰ্শ শিক্ষক।

শিক্ষকতাৰ উপৰিও শ্ৰীফুকন এজন স্বাৱলম্বী সমাজকৰ্মী। শিক্ষক সংগঠনৰ লগত জৰিত হৈ তেখেতে মহকুমা শিক্ষক সন্মিলনীৰ সভাপতি, ৰাজ্যিক সন্মিলনীৰ সম্পাদক আৰু সৰ্বভাৰতীয় শিক্ষক সন্মিলনীৰ প্ৰতিনিধিৰূপে সুখ্যাতিৰে দায়িত্ব পালন কৰি কৃতীত্ব ৰাখিছিল।

শিক্ষক হিচাবে তেখেতে সফলতা লাভ কৰিছিল। তাৰ প্ৰমাণৰ বাবে তলত উল্লেখকৰা এজন ছাত্ৰৰ ব্যৱহাৰৰ পৰা জানিব পাৰি। তেখেতৰ এজন মুছলমান প্ৰাক্তন ছাত্ৰ ইংলণ্ডৰ অভিযান্তা। তেওঁৰ অধীনত চাহাবকে ধৰি ষোড়শ অভিযান্তাই কাম কৰে। ১৯৮৮ চনৰ জানুৱাৰী মাহত এই অভিযান্তা জন শ্ৰীফুকন আৰু শ্ৰীগোস্বামীৰ ঘৰলৈ আহি ভৰি চুই সেৱা কৰি কৈ ছল—"আপোনালোকৰ আশীৰ্বাদ আৰু শিকানৰ গুনতেই সুদূৰ লণ্ডনতো কৃতকাৰ্য্যতাৰে কাম কৰি অসমৰ সন্তান বুলি চিনাকী দিব পাৰিছো।" শিক্ষকৰ বাবে ইয়াতকৈ কিবা ডাঙৰ আনন্দ আৰু পুৰস্কাৰ আছে বুলি আমি নাভাবো। এইয়া সুখী শিক্ষক।

## সমাজ কৰ্মী ফুকন

শ্ৰীফুকনদেৱ এজন সৎ আৰু স্বায় সমাজকৰ্মী বুলি আগতে উল্লেখ কৰা হৈছে। ইয়াৰ উপৰিও তেখেতৰ অঞ্চলটোত প্ৰাথমিক স্কুল,

মঙ্গলীয়াস্কুল, হাইস্কুল, অনাথ আশ্ৰম প্ৰতিষ্ঠা কামত আগৰণুৱা আছিল। নদীৰ মাথাউৰী বন্ধাৰ পৰা সুকুমাৰ কলাৰ উৎকৰ্ষ সাধনৰ অনুষ্ঠান প্ৰতিষ্ঠা কৰা, ধৰ্মীয় অনুষ্ঠানত আগভাগ লোৱা সকলোতে অগ্ৰণী নেতা। একালত তেখেত মঞ্চ অভিনেতাও আছিল।

## সাহিত্যিক ফুকন

চিৰচেনেহী ভাষা জননী সেৱাত ফুকনৰ অবদান আছে। বিভিন্ন আলোচনী, বাতৰি কাকতত প্ৰবন্ধ লিখাৰ উপৰিও অভিভাৱক সকলৰ বাবে "ল'ৰা-ছোৱালীৰ শিক্ষা", অকণিৰ গোপীনাথ, পাঠ্য পুথি চিঠি ৰচনা, ভূগোল, হস্তলিপি আৰু চিত্ৰ অংকনৰ পুথি ৰচনা কৰি শিক্ষক সকলৰ শিক্ষাদানত সহায় কৰিছিল। নতুন শিকাৰুৰ বাবে 'অকণিৰ ব ৰ' নামৰ পুথি এখন প্ৰাক্-প্ৰাথমিক ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰনয়ণ কৰি শিক্ষা বিভাগৰ অনুমোদন লাভ কৰিছিল।

১৯৭৫ চনৰ ৪ চেপ্তেম্বৰত বাধ্যতামূলক ভাবে চৰকাৰে দিয়া অৱসৰৰ পিচত, ল'ৰা-ছোৱালীৰ শিক্ষা দিক্ষা দিয়াবাৰুৰ দায়িত্ব সম্পন্ন কৰাত অনেক দুঃচিন্তাৰ মাজত তেখেত পৰিব লগা হয়। সাংসাৰিক উপাৰ্জনৰ বাবে হোমিও পেথিক চিকিৎসা আৰু শান্তি-স্বস্ত্যয়নত তেখেতে মনোনিবেশ কৰে। তান্ত্ৰিক দিক্ষাত দিক্ষীত ফুকন এজন সাত্বিক ব্ৰাহ্মণ। ইয়াতো তেখেতে সুনাম অৰ্জন কৰিছিল। বিভিন্ন কামত ৭ বছৰ কাল অতিবাহিত কৰাৰ অন্তত প্ৰাক্-প্ৰাথমিক বিদ্যালয়ৰ লগত যি খন প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰিলে তাত শিক্ষকতা কৰিবলৈ বিশেষ ভাবে আহ্বান জনোৱাত পুনৰ শিক্ষকতালৈ ঘুৰি আহে। যাৰ জীৱনৰ ব্ৰত শিক্ষকতা তেওঁ বাৰু আন কাম কৰে কেনেকৈ? এই বিদ্যালয়ে নিচেই কম সময়তে সুখ্যাতি অৰ্জন কৰিবলৈ সক্ষম হয়। একডজনৰ ওপৰ ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰিছে এতিয়ালৈকে।

আজি ৭২ বছৰীয়া এই আদৰ্শবান কৃতী শিক্ষকজনে ঘৰৰ পৰা ৭/৮ কিলোমিটাৰ দূৰৈৰ বিদ্যালয়লৈ এজন চফল ডেকাৰ দৰে চাইকেল মাৰি যাব পৰা স্ব স্থ্যৰ অ ধকাৰী। ইয়ো হয়তো সৎভাৱে নিজৰ দায়িত্ব আৰু কৰ্তব্য পালনৰ বাবে ভগৱানৰ আশীৰ্বাদ।

আমিও শিক্ষক দিৱসৰ পবিত্ৰক্ষণত এই শিক্ষক গৰাকীলৈ সশ্ৰদ্ধ প্ৰণিপাত জনোৱাৰ লগে লগে তেখেতৰ দীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰিলোঁ।

শ্ৰীগুৰুৱে নমো নমঃ

## শ্ৰীদেউৰাম গগৈ বি, এ, বি, টি

### প্ৰাক্তন প্ৰধান শিক্ষক



পশ্চিম যোৰহাটৰ নিকতবৰ্ত্তী গাওঁ ডেকাগাওঁত শ্ৰীদেউৰাম গগৈদেৱ ১৯১৪ চনত জন্ম গ্ৰহণ কৰে। প্ৰাচীনতম পৰ্বতীয়া প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা আৰম্ভ কৰি ১৯৩২ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পাছ কৰি গুৱাহাটী কটন কলেজ কোচ বিহাৰৰ ভিক্টোৰিয়া কলেজত অধ্যয়ন কৰি স্নাতক ডিগ্ৰী লাভ কৰে। তাৰ পাছত ইংৰাজ আমোলত অসম অইল কোম্পানী ডিগবৈত চাকৰি জীৱনৰ পাতনি মেলে। প্ৰথম মহাসমৰত বৃটিছ চৰকাৰৰ যুদ্ধ প্ৰচেষ্টাত ধনে জনে সহায় কৰা অন্যায় ব্ৰতত ব্ৰতী হৈ চাকৰি ইস্তফা দিয়ে আৰু অসহযোগ আন্দোলনত যোগদান দিয়ে। আৰ্থিক অনাতনৰ বাবে সেই সময়ৰ জাতীয় কংগ্ৰেছৰ কেন্দ্ৰ শিৱসাগৰ পলিটেকনিক হাইস্কুলত শিক্ষকতা পদ গ্ৰহণ কৰে। ইয়াতে আৰম্ভ হয় শিক্ষক জীৱন। ইয়াৰ পিছত যোৰহাট শঙ্কৰদেৱ চেমিনেৰীত শিক্ষকৰূপে নিয়োগ হয়। ক্ৰমান্বয়ে পদোন্নতি লাভ কৰি ৰাষ্ট্ৰীৰ পুৰস্কাৰপ্ৰাপ্ত, ৺উপেন্দ্ৰনাথ বৰুৱাৰ সুযোগ্য পুত্ৰ ৺বিমান চন্দ্ৰ বৰুৱাৰ

লগত সহকাৰী প্ৰধান শিক্ষক হয়। এই বিদ্যালয়ৰ পৰা গৈ বৰপথাৰ হাইস্কুলৰ প্ৰধান শিক্ষক হয়। সেই চাকৰিৰ কালতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বি. টি ডিগ্ৰী লাভ কৰে। বি. টি পাছ কৰাৰ কিছুদিন পাছতে যোৰহাট চৰাইবাহী হাইস্কুলত প্ৰধান শিক্ষক পদত থাকি ১৯৭৩ চনত অৱসৰ গ্ৰহণ কৰে। অৱসৰ গ্ৰহণৰ পিছতো নগাওঁ জিলাৰ গেৰুৱা হাইস্কুল আৰু ডিব্ৰুগড় জিলাৰ উষাপুৰ হাইস্কুলতো কিছুদিন প্ৰধান শিক্ষকৰূপে কাম কৰে। শেষত কিছু দিনৰ কাৰণে যোৰহাট ৰাষ্ট্ৰভাষা বিদ্যালয়ত ইংৰাজীৰ শিক্ষকৰূপে শিক্ষকতা কৰে। শ্ৰীগগৈদেৱৰ সমগ্ৰ পশ্চিম যোৰহাটৰ ভিতৰতে ইংৰাজী বিষয়ৰ এজন সুদক্ষ শিক্ষকৰূপে খ্যাতি আছে। ইংৰাজীত তিনি চাৰি নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰী যদি গগৈ চাৰৰ তত্বাৱধানত তিনি চাৰি মাহো অধ্যয়ন কৰে তেন্তে তেনে ছাত্ৰ ছাত্ৰীয়ে ইংৰাজীত পাছ নম্বৰ পাবলৈ সক্ষম হোৱাৰ প্ৰমাণ আছে। অসমৰ শিক্ষকসকলৰ ভিতৰত গগৈ চাৰ অন্যতম যি ছাত্ৰ-ছাত্ৰীক পঢ়াবলৈ লৈয়ে নাড়ীনক্ষত্ৰ ধৰিব পাৰে। তেখেতে পঢ়োৱা বহুত কৃতী ছাত্ৰ-ছাত্ৰী অসমৰ বিভিন্ন দায়িত্বপূৰ্ণ আৰু উচ্চ বিষয়ত চাকৰি কৰি আছে। অনাড়ম্বৰ, সহজ সৰল, অমায়িক শিক্ষকজনক— সাতোটা দশক অতিক্ৰম কৰাৰ পাছতো চফল ডেকাৰ দৰে ৰাজপথত বাইচাকোল মাৰি পুৱা পাঁচ বজাৰ পৰা ৰাতি আঠ ন বজালৈ ঘৰুৱা শিক্ষকৰূপে অনগ্ৰসৰ ছাত্ৰ-ছাত্ৰীক পঢ়াই ফুৰা দেখিলে শ্ৰদ্ধাত মূৰ দোখাই যায়। তেখেতৰ জীৱনৰ আজি ৭৭ বছৰ বয়সতো দীৰ্ঘদিন শিক্ষা ব্ৰতীহৈ ছাত্ৰ-ছাত্ৰীৰ লগতে দিন কটাইছে। পৰমেশ্বৰৰ ওচৰত আমাৰ মিনতি গগৈ চাৰে সু-স্বাস্থ্য আৰু দীৰ্ঘ জীৱনৰ অধিকাৰী হৈয়ে থাকক।

## বৰ্ত্তমানৰ শিক্ষা

বৰ্ত্তমান শিক্ষাৰ মানদণ্ড নিম্নগামী হোৱা সম্পৰ্কত তেখেতে মত দি কয় যে—আজিৰ শিক্ষাৰ অগ্ৰগতি বহুত উন্নতি হৈছে। অৰ্থাৎ মুষ্টিমেয় ছাত্ৰৰ এক অংশই শীৰ্ষস্থান পাইছে যদিও সৰ্বসাধাৰণৰ কাৰণে

শিক্ষা নিম্নগামী হৈ আছে। অৱশ্যে ইয়াৰ কাৰণ বহুতো হব পাৰে। এনে বিলাক কথা কাগজে পত্রই শিক্ষাবিদ সকলে প্রচাৰ কৰিও আছে আৰু পৰামর্শ আগবঢ়াই আহিছে। মোৰ বোধেৰে ছাত্রই অধ্যয়ন কৰা বিষয় বিলাক পৰিপাতিকৈ আৰু সম্পূর্ণৰূপে অধ্যায়ন কৰিব লাগে। কেৱল পৰীক্ষা পাছ কৰাৰ নম্বটো পাই পৰীক্ষাৰ দেওনাখন অতিক্রম কৰাটোৱেই উদ্দেশ্য হব নালাগিব। অৱশ্যে অন্যক্ষেত্রত ছাত্রই উৎসাহ অনুপ্রেৰণা আৰু সা-সুবিধাও পাব লাগিব। বিষয়বস্তু পৰিপতিকৈ শিকা আৰু বুজা হব লাগিব। শিক্ষকেও সেই দিশত মনযোগ দিব লাগিব।

## ছাত্র-ছাত্রীৰ বিফলতা

ছাত্র ছাত্রী পৰীক্ষাত বিফল হোৱা তেখেতৰ মতে—এটা বিষয়ত বিষয় বস্তুটো ভালকৈ খৰছি মাৰি নিশিকাটোৱেই প্রধান কাৰণ। বিষয় বস্তুটো ভালকৈ বুজি ললেহে পৰীক্ষাৰ ফল ভাল দেখুৱাব পৰা যায়। বিষয় বস্তুটো চেলেং পেতেংকৈ অধ্যয়ন কৰিলে তাক ভালকৈ বা ভাল ভাষাত প্রকাশ কৰাটো কঠিন। ইংৰাজী এটা কথা আছে—"When the thought is clumsy the language is also clumsy, and when the thought is clear the language is also clear." বহুত সময়ত দেখা যায় প্রশ্নৰ উত্তৰ বিলাক আধা ছুখৰীয়া হয়, সম্পূর্ণৰূপে (exausively) লিখিব নোৱাৰে। ছাত্র সকলৰ এটা নির্দ্দিষ্ট বিষয়ত কিমান অগ্রগতি হৈছে—সেইটো বুজিবৰ কাৰণে পৰীক্ষা সঘনে পতাটো প্রয়োজন। তাৰ দ্বাৰাই অগ্র-গতি (Progress) কেনে পোৱা হৈছে আৰু এজন ছাত্রৰ দোষ ক্রটী ক'ত হৈছে সেইটো বুজা দৰকাৰ। অর্থাৎ ছাত্রসকলৰ পঢ়াৰ অগ্রগতিৰ বিষয়ে শিক্ষকে ভাল দৰে জনাব দৰকাৰ আৰু তেতিয়াহে দোষ ক্রটী কি হৈছে তাৰ নিবাময়ৰ উপায় উদ্ঘাতন কৰিব পৰা যায়।

শিক্ষক হবলৈ অহা মানে দেশগঢ়াৰ আৰু ছাত্র-ছাত্রীক ভৱিষ্যত

জীৱনৰ কাৰণে সজু হবলৈ শিকোৱা। শিক্ষকৰ চাকৰি এটা পবিত্ৰ চাকৰি বুলি ধৰি লব লাগে। তেখেতসকলে বহুত সময় ত্যাগ আৰু চেষ্টাৰ বশবৰ্ত্তী হৈ শিক্ষাদানত আগবাঢ়িব লাগিব।

আদৰ্শবান শিক্ষক হোৱাটো গৌৰৱৰ কথা। সেইসকল শিক্ষক আজীৱন সম্মানিত হৈ থাকিব। কাৰণ যি বিলাক ছাত্ৰই এসময়ত সেই শিক্ষক সকলৰে ছাত্ৰ আছিল, সেই ছাত্ৰসকলেই এসময়ত দেশৰ কৰ্ণধাৰ হয়। গতিকে শিক্ষক হোৱাতো মানেই কঠোৰ ব্ৰতৰ ব্ৰতী হোৱা। শিক্ষক হোৱা মানেই তেখেতসকলে কিছুমান সু-নাগৰিক, সু-সাহিত্যিক আদিৰ সৃষ্টি কাৰক। অৱশ্যে শিক্ষকসকলো মানুহ। তেখেত সকলৰ ঘৰ সংসাৰ আছে। সাংসাৰিক সমস্যা আছে। তেখেতসকল যাতে আৰ্থিক অনাটৰ সন্মুখিন হব নালাগে তাৰ বাবে চৰকাৰে শিক্ষকৰ বাবে কৰিবলগীয়া খিনিত কাৰ্পণ্য কৰিব নালাগে। শিক্ষকৰ প্ৰতি সমাজৰো দায়িত্ব তথা কৰ্তব্য আছে।

দেশৰ নবীন চাম শিক্ষকক আহ্বান জনায় তেখেতে কয—"যি বৃত্তিত নিজৰ আৰু পৰিয়ালৰ ভৰণ পোষণৰ অৰ্থ উপাৰ্জনৰ কথা আছে, সেই বৃত্তি নিষ্ঠা, একাগ্ৰতা আৰু সততাৰে পালন কৰিব লাগে। সকলো দানৰ ভিতৰত জ্ঞান দানেই শ্ৰেষ্ঠ। যি সকলে জ্ঞান দানৰ কাণ্ডাৰী হাতত লৈ যুগ যুগ সমাজৰ সেৱা আগবঢ়াই আহিছে সেই সকলে প্ৰভুৰ আশিৰ্বাদ লাভ কৰিবলৈ সমৰ্থ হোৱাৰ লগতে অমৰ হৈ আছে।"

——

# ৰাষ্ট্ৰীয় পুৰস্কাৰ আৰু ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত শিক্ষক

[ বৰ্তমান বাক্‌শক্তিহীন এজন কৃতি শিক্ষক ]



**শ্ৰীতিলক চন্দ্ৰ বৰুৱা**

( অৱসৰ প্ৰাপ্ত )

নগাওঁ জিলাৰ নগাওঁ নগৰৰপৰা উত্তৰ পূৱত ১০ কিঃ মিঃ দূৰত 'ৰূপহী' অৱস্থিত ইয়াতে ১৯২৬ চনত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম বেচাই বৰুৱা আৰু মাতৃৰ নাম কানাই বৰুৱা আছিল। মই ৭ বছৰ বয়সতে পিতৃহাৰা হৈ মাতৃৰ তত্ত্বাৱধানত ৰূপহী প্ৰাথমিক বিদ্যালয়ত শিক্ষা আৰম্ভ কৰোঁ। সেই সময়ত স্থানীয় ৰাইজে আৰম্ভ কৰা ৰূপহী মজলীয়া বিদ্যালয়খনিৰ ১ম প্ৰধান শিক্ষক শ্ৰদ্ধেয় ৰত্নেশ্বৰ শৰ্মাদেৱৰ বিশেষ তত্ত্বাৱধানত ১৯৪০ চনত মজলীয়া শেষ পৰীক্ষাত ১ম বিভাগত উত্তীৰ্ণ হওঁ। মজলীয়া বিদ্যালয়খনিৰ বাবে উচ্চ শিক্ষাৰ কোনো সুবিধা তেতিয়াও ৰূপহীত নাছিল। ১৯৫০ চনত যোৰহাট নৰ্মাল স্কুলত পঢ়ি ত্ৰৈবাৰ্ষিক পৰীক্ষাত "পাঠদান প্ৰণালী" আৰু "হাতৰ কাম" এই দুই বিষয়ত সন্মানসূচক নম্বৰ পাই ২য় বিভাগত উত্তীৰ্ণ হওঁ।

ইয়াৰ পিছত ৰূপহীৰপৰা ৭ কিঃ মিঃ দূৰত 'পাৰঘাট' নামে ঠাইত ১৮ জন ছাত্ৰৰ নতুন মজলীয়া বিদ্যালয়খনিৰ ১ম প্ৰধান শিক্ষকৰ পদত

নিযুক্ত হওঁ। স্থানীয় ৰাইজে সমাজ সেৱা কৰিবলৈ সুবিধা দি সহায় সহানুভূতি আগবঢ়োৱাত অলপ দিনৰ ভিতৰতে বিদ্যালয়খিনি লেখত পৰিণত হয়।

ইতিমধ্যে সামাজিক শিক্ষা বিভাগে এই অঞ্চলটোক সামাজিক শিক্ষাৰ কেন্দ্ৰস্থল হিচাবে গণ্য কৰি এটি সামূহিক সামাজিক "শিক্ষা-কেন্দ্ৰ" স্থাপন কৰে। এই অভাজনৰ ওপৰতে উক্ত কেন্দ্ৰৰ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিলে। মই সেই সুযোগ পূৰ্ণ মাত্ৰাই গ্ৰহণ কৰি, পাৰঘাট মজলীয়া বিদ্যালয়ৰ সহকৰ্মী শিক্ষক-শিক্ষয়িত্ৰী সকলৰ সহ যোগত ৰাইজলৈ আগ বঢ়োৱা সেৱাৰ স্বীকৃতি আৰু স্মৃতি আজিও মোৰ জীৱন লগৰী হৈ আছে।

ৰূপহী মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰদ্ধেয় ৰত্নেশ্বৰ শৰ্মাদেৱে অৱসৰ পোৱাত, স্থানীয় ৰাইজৰ দাবীৰ ওপৰত ভিত্তি কৰি কৰ্তৃ-পক্ষই মোক ১৯৬৭ চনত উক্ত বিদ্যালয়লৈ বদলি কৰিলে। এৰি আহিলো প্ৰায় ৪০০ ছাত্ৰ-ছাত্ৰী ৯ জন শিক্ষক-শিক্ষয়িত্ৰী বহুৰি একাধিক বৃত্তি লাভ কৰা, স্থানীয় কলা কৃষ্টিৰে সমৃদ্ধ আৰু শৃঙ্খলিত পাৰঘাট বিদ্যালয়ৰ হাতে গঢ়া শিশু সমাজখনি। দ্বিতীয়তে পাৰঘাট সামাজিক শিক্ষা কেন্দ্ৰটি য'ত পুথি ভঁৰালটিৰ লগত ছাত্ৰ ছাত্ৰী, যুৱক-যুৱতী, বয়স্ক, পুৰুষ মহিলা সংশ্লিষ্ট হৈ আছিল শিক্ষা, কৃষি, স্বাস্থ্য উদ্যোগ আদি বিভাগৰ বিষয়াসকলে নিয়মীয়া আলোচনা চক্ৰ, কৰ্ম-শালা আদিৰ জৰিয়তে গোটেই অঞ্চলটোকে এটা আদৰ্শ অঞ্চলত পৰিণত কৰিছিল। তৃতীয়তে বিভিন্ন সম্প্ৰদায়ৰ উদাৰ অত্যুৎসাহী কৰ্মপটু পুৰুষ মহিলাৰ সমাজখন। এই খিনিতে মোৰ এটি মধুৰ পৰিবেশৰ বেদনাদায়ক পৰিসমাপ্তি ঘটিছিল।

ৰূপহী বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্ম সম্প্ৰদায়ৰ, ভৰপূৰ লোক সমষ্টিৰে এখন বেপেৰুৱা ঠাই। মজলীয়া বিদ্যালয়খনিৰ মুখামুখী ধুনীয়া ঘৰ-দুৱাৰে জিলাৰ ভিতৰতে লেখত পৰা ৰূপহী উচ্চ মাধ্যমিক বিদ্যালয়খনি অৱস্থিত। ৰূপহী মজলীয়া বিদ্যালয়খনি আছিল অতি

দুখ লগা। ওপৰ শ্ৰেণী কেইটাত ছাত্ৰ-ছাত্ৰী প্ৰায় নাছিলেই। সহকৰ্মী সকলৰ লগত সংকল্পলৈ আমি মজলীয়া খাপত বেচি মনো যোগ দিওঁ। ক্ৰমে দুয়ো খাপতে বহুবি বৃত্তি পাবলৈ আৰম্ভ কৰিলে। ৰূপহী উচ্চ মাধ্যমিক বিদ্যালয়ত আমাৰ ছাত্ৰছাত্ৰীয়ে আগস্থান অধিকাৰ কৰিবলৈ ধৰিলে। মজলীয়া বিদ্যালয়ত ৩ টালৈকে শাখা শ্ৰেণী খোলা হ'ল। উচ্চ মাধ্যমিকৰ প্ৰধান শিক্ষক শ্ৰদ্ধেয় শ্ৰীধৰ্মকান্ত মহন্ত দেৱৰ লগত মজলীয়া বিদ্যালয়খনিৰ উন্নতিৰ কাৰণে সঘনে আলোচনা বিলোচনা আদিও কৰা হৈছিল।

মই এসময়ত নগাওঁ প্ৰাথমিক শিক্ষা পৰিষদৰ শিক্ষক সদস্য আছিলোঁ। জিলা মজলীয়া শিক্ষক সন্থাই ৩ বছৰ সম্পাদক আৰু একাদিক্ৰমে ১৫ বছৰ সভাপতিৰ দায়িত্ব দিছিল। অনানুষ্ঠানিক শিক্ষাৰ পাঠ্যক্ৰম যুগুত কৰিবলৈ চৰকাৰে পাতিদিয়া পৰিষদত সদস্য নিযুক্ত হৈছিলো। এইবোৰৰ বাবে মই যোগ্য আছিলো বুলি নাভাবো। কিন্তু সেৱাৰ সুবিধা থকা স্থলসমূহে মোক অপাৰ আনন্দ দিছিল।

মই ১৯৭৯ চনত অসম চৰকাৰৰ ৰাজ্যিক পুৰস্কাৰ আৰু ১৯৮৩ চনত ভাৰত চৰকাৰৰ ৰাষ্ট্ৰপতি পুৰস্কাৰেৰে পুৰস্কৃত হৈছিলোঁ। এয়া মোৰ শিৰত পৰা ৰাইজৰ আশীৰ্বাদ আৰু ব্যস্ত শিক্ষকতা জীৱনৰ স্বীকৃতি বুলি অনুভৱ কৰোঁ।

প্ৰকাশ নকৰি নোৱাৰিলো যে, অস্তিত্ব ৰক্ষা আন্দোলনত ৰূপহীৰ খিলঞ্জীয়া ৰাইজ শিবিৰবাসী হব লগা হৈছিল। সেই পৰিস্থিতিত ময়ো মোৰ ২ জন ল'ৰা আৰু ২ জনী ছোৱালী সহ সীমিত পৰিয়ালটি লৈ নগাওঁ নগৰত অস্থায়ী ঘৰ এটিত আশ্ৰয় লওঁ। ইতিমধ্যে মই দুৰাৰোগ্য ৰোগত ভোগী ক্ৰমে গুৱাহাটী, ডিব্ৰুগড় আৰু ভেলোৰত চিকিৎসা লৈ অৱশেত দিল্লীত অস্ত্ৰোপচাৰ কৰিব লগা হ'ল। মই এতিয়া বাক্‌শক্তি হীন এজন ব্যক্তি হৈ নগৰৰ অস্থায়ী ঘৰতে কেৱল জীয়াইহে আছো।

ৰূপহী মজলীয়া বিদ্যালয়ৰ মৰমৰ ৫০০ ছাত্ৰ-ছাত্ৰী আৰু শ্ৰদ্ধাৰ ১৫ জন শিক্ষক-শিক্ষয়িত্ৰীক এৰি ৩১।১।৮৬ তাৰিখে শিক্ষকতাৰপৰা অৱসৰ পালোঁ। আনকি বিদায়ৰ দিনা মোৰ লিখিত বেদনাৰ টোকাটো এজনে পাঠ কৰি শুনালে। মই কেৱল অশ্ৰুধাৰেৰে বিদায় ললোঁ।

শিক্ষকতাৰ অভিজ্ঞতা আৰু শিক্ষক সকললৈ পৰামৰ্শ শিক্ষকতাৰ অভিজ্ঞতা হিচাবে পালো যে, অকল স্কুলত ৫ ঘণ্টা পাঠদান কৰিলেই অনুস্থানৰ তথা সমাজৰ উন্নতি সাধিব নোৱাৰি। তেনে কৰিলে এজন ভাল চাকৰিয়াল হব পাৰি কিন্তু শিক্ষক হোৱা বুলিব নোৱাৰি। বিভিন্ন সু-পৰিবেশৰ প্ৰেৰণাত শিক্ষা গণ্ডীৰ ভিতৰতে থাকি সমাজ সেৱা কৰিলে কৰ্তৃপক্ষ আৰু ৰাইজৰ সহায়-সহযোগ পোৱাৰ উপৰিও অকৃত্ৰিম স্নেহ শ্ৰদ্ধাৰ পাত্ৰ হব পাৰি

কৰ্মক্ষেত্ৰত নিয়মানুৱৰ্ত্তিতা আৰু সাৱধানতা অৱলম্বন কৰিলে এজন প্ৰধান শিক্ষকে প্ৰশাসক হিচাবে পৰোক্ষভাবেই সহকৰ্মী সকলক অকৃত্ৰিম আৰু নিখুঁত নিষ্ঠাবাণ কৰি তুলিব পাৰি। শিক্ষকসকল অভিভাৱকৰ লগত সু-পৰিচিত হৈ ছাত্ৰ-ছাত্ৰীৰ মঙ্গলজনক কথাবাৰ্তাৰ সংযোগত থাকিলে ছাত্ৰ-ছাত্ৰীক ফাঁকি আৰু মিছাৰ কবলত নপৰাকৈ সৎচৰিত্ৰবান কৰিব পাৰ।

বৰ্তমান ছাত্ৰ-ছাত্ৰীক বিনামূলীয়া পোছাক আৰু পাঠ্যপুথি ২০।২৫ বছৰৰ আগৰপৰা যোগান ধৰা হ'লে, শিক্ষাৰ ক্ষেত্ৰত ভালেমান অপচয়ৰপৰা হাত সাৰিব পৰা হলহেঁতেন।

শিক্ষকসকলে পাঠদানৰ কাৰণে লগবুক এখন কৰি, তাৰ আঁচনি-মতে পাঠদান দিব লাগে। কিন্তু বহু শিক্ষকে এই কাম কৰিবলৈ অৱহেলা কৰে; এনে শিক্ষকৰ পাঠদানত খেলিমেলি আৰু আসোঁৱাহ থকাটো অনিবাৰ্য্য।

শিশুৰ মুখস্থ কৰিব পৰা ক্ষমতা বৰ বেচি। এই সুবিধাটোৰ সঙ্গ ব্যৱহাৰ কৰি কিছুমান সুললিত কবিতা সুৰীয়া নীতি কথা মুখস্থ কৰালে; পৰৱৰ্তী কৰ্মজীৱনত সেইবোৰে নৈতিক বল অটুত ৰাখো।

যেনেকৈ নেওতা মুখস্থ থাকিলে, অঙ্ক বিষয়ত ভয় সঙ্কোচৰ পৰিবৰ্তে আত্মবিশ্বাস আৰু পটুতা বৃদ্ধি পায়।

শিক্ষকে পৰিস্কাৰ পৰিচ্ছন্ন সাজপাৰ পিন্ধা আৱশ্যক যাতে ছাত্ৰ ছাত্ৰীয়ে বাহ্যিকতাতকৈ গুণৰ প্ৰতিহে আকৰ্ষিত হয়। ধূম পাণকে আদি কৰি অশোভনীয় কাৰ্য্যৰ পৰা বা বদ অভ্যাসৰপৰা বিৰত থকা উচিত। বৰ্তমান সময়ত দেশত মাদক দ্ৰব্যই বিভীষিকাৰ ইঙ্গিত দি থকাৰ অৱস্থাত শিক্ষকসকলৰ ভূমিকাৰ প্ৰয়োজন হৈছে।

শিক্ষক অধ্যয়নশীল, পাঠদানত কৌশলী, বিষয় জ্ঞানত আধুনিক প্ৰভাবেৰে প্ৰভাৱশীল হব লাগে।

মজলীয়া পৰ্য্যায়ৰ ছাত্ৰ ছাত্ৰী কমবয়সীয়া সহজ প্ৰকৃতিৰ আনুগত্য সম্পন্ন গুণেৰে বিভূষিত। সেই গুণৰ আশ্ৰয়ত ভাল গঢ় দিলে ভৱিষ্যতে উদণ্ড বা অবাধ্য হোৱাৰপৰা বিৰত থাকো।

শিক্ষাকৰ শিশুজ্ঞান থকাটো বৰ প্ৰয়োজন প্ৰশিক্ষণত শিশু মনোবিজ্ঞানৰ আভাস দিয়ে। আমাৰ ঘৰত পুৰুষ মহিলা সকলে নিজৰ শিশুক শিক্ষা দিওঁতে সামান্য ব্যতিক্ৰমতে কঠোৰ শাস্তি দিয়া দেখা যায়। এনে ক্ষেত্ৰত অনানুষ্ঠানিক ভাৱে সেই পুৰুষ মহিলা সকলক শিশুজ্ঞান সম্পৰ্কীয় আভাস দিব পাৰে।

বৰ্তমান ইংৰাজী মাধ্যমৰ শিক্ষানুষ্ঠানৰ সংখ্যা বাঢ়ি গৈছে। এক শ্ৰেণী জনসাধাৰণৰ তাৰ প্ৰতি মনোযোগো দেখা গৈছে। এই ব্যৱস্থা আমাৰ জাতীয় স্বাৰ্থৰ পৰিপন্থি। আমাৰ শিক্ষকবৃন্দই জন-সাধাৰক আকৰ্ষিত কৰিবলৈ সমৰ্থ নহয় বাবেই এনেবোৰ প্ৰক্ৰিয়াই ঠাই পাইছে।

বহু শিক্ষকে ছবি অঁকা, হাতৰ আখৰ, শ্ৰুতলিপি, হাতৰ কাম সমস্বৰ পঠন আদিত শিক্ষকৰ কৰণীয় বিশেষ একো নাই বুলি ভাবে। এয়া শিক্ষকজনৰ পাঠদান প্ৰণালীৰ অধ্যয়নৰ অভাৱ বা অজ্ঞতাৰ ফলশ্ৰুতি।

.আজি কালি বহু স্কুলত ছাত্ৰ-ছাত্ৰীৰ একে পোছাৰ প্ৰচলন হৈছে যদিও গাওঁবিলাকত ব্যৱস্থা হৈ উঠা নাই শিক্ষকসকলে অলপ যত্ন ললেই একে পোছাক প্ৰচলন কৰা টান নহব।

বিদ্যালয়ত যাতে পৰিদৰ্শক বিষয়াৰ সঘনে পৰিদৰ্শনাদি হয় তাৰ প্ৰতি প্ৰধান শিক্ষকসকল সচেতন থাকি ব্যৱস্থা লব লাগে।

শেষত আশাকৰোঁ আমাৰ শিক্ষক শিক্ষয়িত্ৰী বৃন্দই দেশৰ ভৱিষ্যৎ নাগৰিক বৃন্দৰ সু-পৰিচালক, পথ প্ৰদৰ্শক হওক, দেশে যেন নৈতিক কৰ্মথ সমাজ এখন পাবলৈ সমৰ্থ হয়। এয়ে পৰমেশ্বৰৰ ওচৰত মোৰ প্ৰাৰ্থনা।

## শ্ৰীদ্বীজেন্দ্ৰনাথ বৰুৱা বি, এ, বি, টি,

### সহকাৰী প্ৰধান শিক্ষক



শ্ৰীবৰুৱা ১৯৪০ চনৰ ১ নবেম্বৰত জন্ম লাভ কৰে। প্ৰাথমিক শিক্ষা সাং কৰি ১৯৫২ চনত এম. ই আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৭ চনত প্ৰবেশিকা পাছ কৰে। একে বিশ্ববিদ্যালয়ৰ পৰা ১৯৬১ চনত স্নাতক সন্মান লাভ কৰে। শিক্ষা সাং কৰি ১৯৬২ চনৰ পৰা যোৰহাট পলিটেকনিক হাইস্কুলত শিক্ষকতাৰ পাতনি মেলে। ১৯৬৩ চনৰ পৰা এন. চি চি ৰ জুনিয়ৰ ডিভিজন অফিচাৰ হিচাবে সুখ্যাতিৰে দায়িত্ব পৰিচালনা কৰি আহিছে। ১৯৮০ চনত ডিব্ৰুগড় বিশ্ব বিদ্যালয়ৰপৰা বি. টি ডিগ্ৰী লাভ কৰে। ১৯৮০ চনত শিক্ষকতাত পদোন্নতি লাভ কৰি সহকাৰী প্ৰধান শিক্ষক হয়।

শ্ৰীবৰুৱাৰ মতে, –মোৰ সুদীৰ্ঘ চাকৰি কালত শিক্ষা ব্যৱস্থাত পাঠ্যক্ৰমৰ সাল-সলনি, আঞ্চলিক ভাষাৰ প্ৰয়োগ, শিক্ষাৰ মাধ্যম অসমীয়া হোৱা, স্কুল কলেজৰ শ্ৰেণীৰ স্তৰ –১০+১+৩, ১০+২+২ ইত্যাদি বহু ধৰণৰ অভিজ্ঞতা লাভ কৰিলো সমাজৰ প্ৰয়োজনীয়-তালৈ লক্ষ্য ৰাখিয়েই এই শিক্ষা ব্যৱস্থাত এই সলনিবোৰ কৰা হৈছিল

যদিও সি সমাজৰ প্ৰয়োজনমতে সমস্যা সমাধান কৰিব নোৱাৰিলে আৰু লক্ষ্যত উপনীত হ'বও নোৱাৰিলে।

শিক্ষাৰ মানদণ্ড দিনে দিনে হ্ৰাস হৈ আহিবলৈ ধৰিছে। এটা সময়ত শিক্ষক ছাত্ৰৰ যি মধুৰ সম্পৰ্ক, শিক্ষকতাক যি মহান কাম বুলি সমাজে আদৰ কৰি আহিছিল, আজি যেন সেই ভাব, শিক্ষকৰ নিৰাপত্তা নাইকীয়া হৈ আহিছে। ছাত্ৰই পৰীক্ষা ঘৰত আৰম্ভ কৰিবলৈ লোৱা অসৎ আচৰণ, এচাম ছাত্ৰই পৰীক্ষা ঘৰত নীতি বিৰুদ্ধ কাম কৰাৰ সংখ্যা বৃদ্ধি পাইছে—যাৰ কাৰণে আজিৰ শিক্ষকে পৰীক্ষা ঘৰত নিৰীক্ষকৰ দায়িত্ব লবলৈ অনিচ্ছা প্ৰকাশ কৰিছে। আকৌ নৈতিকভাৱে সবল শিক্ষকে অন্তৰত আঘাত পাইছে।

চৰকাৰে ১৯৭৭ চনত স্কুলসমূহ প্ৰাদেশিকৰণ কৰাৰ ফলত মাধ্যমিক বিদ্যালয় সমূহত কিছুমান সমস্যা উদ্ভৱ হৈ পৰিছে। ইয়াৰ ফলত স্কুলসমূহে বাইজৰ পৰা সহানুভূতি হেৰুৱাইছে, বিদ্যালয়ৰ ঘৰ-দুৱাৰ আৰ্থিক অনাটনত জুৰুলা হৈ পৰিছে। লগে লগে বিদ্যালয়ত কাম কৰা একাংশ শিক্ষকৰ দায়বদ্ধতা, নিষ্ঠা আৰু একাগ্ৰতাৰ অভাৱ পৰিলক্ষিত হৈছে। নতুন চাম শিক্ষকে আজিৰ সেৱাক চৰকাৰৰ অনান্য চাকৰিয়ালৰ দৰে নিজৰ নিজৰ চাকৰি বোৰ ভাবিবলৈ লৈছে। শিক্ষাৰ মাধ্যম অসমীয়া—অসমীয়া আমাৰ ৰাজ্যভাষা হ'লেও আন্তজাতিক ভাষা ইংৰাজীক ভাৰতত অৱহেলা কৰাৰ ক্ষমতা নাই। আনহাতে ইংৰাজীক যোগাযোগৰ (link language) ভাষা হিচাবেও ই স্বীকৃত। এই ইংৰাজী শিক্ষাদানৰ মানদণ্ড দিনে দিনে ইমানেই নিম্নগামী হৈছে যে শতকৰা ৯০ জন ছাত্ৰ-ছাত্ৰীয়ে সপ্তাহত ছয়টাকৈ ইংৰাজীৰ শ্ৰেণীত পঢ়িও পৰীক্ষাত ফেইল কৰে। বহুতো শিক্ষকে আজিও আগঁপুৰণী অনুবাদ পদ্ধতিৰে শ্ৰেণীত ইংৰাজী শিক্ষাৰ পাঠদান দি আছে। এইবিলাক কথাৰ প্ৰতি বিষয় শিক্ষকসকল সচেতন হোৱাৰ সময় আহিছে। অসমত বহুতো শিক্ষক প্ৰশিক্ষণ বিদ্যালয় মহাবিদ্যালয় প্ৰতিষ্ঠা হৈছে—বছৰত শ শ শিক্ষকক শিক্ষাদানৰ প্ৰশিক্ষণ দিয়া হৈছে—ৰাজকোষৰ

লক্ষ্য লক্ষ্য টকা শিক্ষকৰ প্ৰশিক্ষণ শিতানত ব্যয় কৰা হলেও আশা কৰা মতে ফল লাভ কৰিব পৰা হোৱা নাই। বিদ্যালয়ৰ পাঠ্যক্ৰমত সমাজ বিজ্ঞান দৰে পাঠ্য পঢ়োৱা হৈছে যদিও কৌশলৰ উত্তমতা, সংহতিৰ মনোভাব বিনিষ্ট হৈছে। পৰীক্ষা পদ্ধতি সংশোধনৰ কথা সদায়ে কৈ অহা হৈছে কিন্তু দশকৰ পিছত দশক পূৰ্বৰ ব্যৱস্থাৰেই ছাত্ৰ-ছাত্ৰীৰ মূল্যায়ণ কৰি অহা হৈছে। আজি ছাত্ৰ-ছাত্ৰীৰ জীৱনৰ লক্ষ্য আৰু মূল্যায়ণ নদ্ধাৰণ কৰা হৈছে তিনি ঘণ্টা পৰীক্ষা ঘৰত বহুৱাই তেওঁ-লোকৰ কলমৰ মাধ্যমেৰে।

ছাত্ৰ-ছাত্ৰী আজি শ্ৰম বিমুখ। পুথিগত বিদ্যাই আজিৰ ছাত্ৰ-ছাত্ৰীক পঙ্গু কৰি গঢ়ি তুলিছে। বিদ্যালয় পৰিচালনাৰ অৱহেলা, অমনোযোগিতাৰ বাবে কৰ্ম অভিজ্ঞতা বষয়টো সম্পূৰ্ণৰূপে ব্যৰ্থ হৈ গ'ল। এছ ইউ. পি. (socially useful productive works) প্ৰৱৰ্তনৰ যোগে পুনৰ ছাত্ৰ ছাত্ৰীক কৰ্ম শিক্ষা আহৰণ কৰাত সচেষ্ট কৰি তোলা প্ৰয়োজন হৈছে। আজিৰ ছাত্ৰ-ছাত্ৰীসকলেও বিদ্যালয়ৰ শিক্ষাতকৈ কোচিং ক্লাচৰ প্ৰতিহে বিশেষ ধাউতি বঢ়া দেখা গৈছে।

শ্ৰীবৰুৱাই শিক্ষা ব্যৱস্থাত উদ্ভব হোৱা জলন্ত সমস্যাসমূহৰ নিবাময়ৰ বাবে কেইটামান পৰামৰ্শ সন্নিবিষ্ট কৰিছে।

(১) মাধ্যমিক বিদ্যালয়ত পৰ্য্যায়ক্ৰমে "চিমেষ্টাৰ চিষ্টেম" পৰীক্ষা প্ৰৱৰ্তন কৰিব লাগে।

২। স্কুল পৰিদৰ্শকৰ প্ৰশাসনিক বোজা পাতলাই দিব লাগে যাতে তেওঁলোক নিয়মিতৰূপে বিদ্যালয়সমূহ পৰিদৰ্শন কৰিব পাৰে। পৰিদৰ্শকৰ মুখ নেদেখাকৈও অবসৰ লোৱা শিক্ষকৰ নাম শুনা যায়।

৩। স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ বাবে 'কুমুলেটিভ ৰেকৰ্ড কাৰ্ড' প্ৰৱৰ্তন কৰিব লাগে।

৪। সমাজ সেৱা বাধ্যতামূলক হব লাগে।

৫। কৰ্ম অভিজ্ঞতা ফলপ্ৰসু হবৰ বাবে, স্থানীয় প্ৰয়োজনৰ লগত বৰ্জিতা থুৱাই, পৰ্য্যায়ক্ৰমে কৰ্মশিক্ষা নিদ্ধাৰণ কৰি প্ৰৱৰ্তন

কৰিব লাগে। সমাজৰ বাঢ়ৈ কলা কুশলীসকলক বিদ্যালয়ৰ সংযোজনা কৰিব লাগে।

৬। কৰ্ম শিক্ষাৰ দক্ষ, অভিজ্ঞ আৰু প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষক নিয়োগ কৰিব লাগে।

৭। বৃত্তিমুখী শিক্ষা অনতি পলমে বিদ্যালয় সমূহত কাৰ্য্যকৰী ৰূপত প্ৰয়োগ কৰিব লাগে। বিদ্যালয়ৰ পৰা ছাত্ৰ-ছাত্ৰী ওলাই গৈয়ে যাতে সমাজৰ এজন আৰ্জন ব্যক্তি হ'ব পাৰে।

৮। সুদক্ষ, মেধাবান কৰ্মীক শিক্ষকতাত আকৰ্ষণ কৰিবৰ বাবে শিক্ষকৰ বেতন আৰু অনান্য সা সুবিধা মোহনীয় হ'ব লাগে।

৯। বিনামূলীয়া পাঠ্যপুথি জাতকুল বিচাৰ নকৰি সকলোকে সম-ভাবে বিতৰণ কৰিব লাগে।

১০। 'ক কেৰিকুলাৰ' কামত বিশেষ গুৰুত্ব আৰোপ কৰিব লাগে। খেলাধুলা, এন. চি. চি, স্কাউট গাইড আদিৰ ধাৰাবাহিক ব্যৱস্থা লোৱা প্ৰয়োজন।

১১। সমাজ সেৱা শিবিৰ প্ৰতিস্থাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীক সমবায় সহযোগী আৰু সমাজত নিজকে আত্ম-নিয়োগ কৰাৰ শিক্ষা দিয়াৰ ব্যৱস্থা হ'ব লাগে।

১২। শিক্ষক নিযুক্তি নিকা হোৱা প্ৰয়োজন।

১৩। School Complex and Educational Forum গঢ়ি উঠাত পৰিদৰ্শনে শিক্ষক শিক্ষয়িত্ৰীক বাধ্য কৰাব লাগে।

১৪। ল'ৰাৰ স্কুলত মহিলা শিক্ষয়িত্ৰী নিযুক্তিৰ বেলিকা সকলো দিশ পৰ্য্যালোচনা কৰা দৰকাৰ।

বিদ্যালয়, শিক্ষাদান এক সমূহীয়া প্ৰচেষ্টা। শিক্ষক ছাত্ৰ-ছাত্ৰী তথা অভিভাৱকৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰেহে শিক্ষাৰ ক্ৰমোন্নতি সম্ভৱ হ'ব।

## শ্ৰীদেবেন্দ্ৰনাথ বৰা

### প্ৰধান শিক্ষক



অসম ৰাজ্যিক অধিবিদ্যা পৰিষদৰ যোৰহাট জিলাৰ প্ৰতিনিধি তথা ভেলেউগুৰি আদৰ্শ উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰীদেবেন্দ্ৰনাথ বৰা ১৯৪১ চনৰ ডিচেম্বৰ মাহৰ ১২ তাৰিখ দেওবাৰে পৃথিবীৰ সৰ্ব্ববৃহৎ নদীদ্বীপ মাজুলী ৰতনপুৰত জন্ম হয়। তেখেতৰ দেউতাক আৰু মাকৰ নাম যথাক্ৰমে শ্ৰীভৱকান্ত বৰা আৰু শ্ৰীধৰ্মেশ্বৰী বৰা।

শৈশৱ কালৰ পৰাই ধেমেলীয়া ও ৰসিক শ্ৰীবৰাই ১৯৬৬ চনত যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লোৱাৰ আগতেই ১৯৬৩ চনত নকছাৰি মৌজাৰ ভেলেউগুৰি আদৰ্শ মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষক জীৱনৰ পাতনি মেলে। ১৯৬৪ চনত অস্থায়ী ভাবে মাজুলী মেড়াগড় নাৰায়ণদেৱ হাইস্কুলত কিছুদিন শিক্ষকতা কৰাৰ পাচত ১৯৬৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগত স্নাতকোত্তৰ শিক্ষা সাং কৰি উক্ত মধ্য ইংৰাজী বিদ্যালয়ত প্ৰধান শিক্ষক হিচাবে যোগদান কৰাৰ উপৰিও শিক্ষা

আৰু সমাজ সংগঠনত মনোনিবেশ কৰে। ১৯৩ চনত যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা প্ৰশিক্ষণ লোৱাৰ আগতেই ১৯৭২ চনত যোৰহাট জিলাৰ নকছাৰি মৌজাৰ ভেলেউগুৰি আদৰ্শ উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হিচাবে সুনাম অৰ্জন কৰাৰ উপৰিও ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী আৰু অভিভাৱকৰ সম্পূৰ্ণ সহযোগত বিদ্যালয়ত বিভিন্ন দিশত উন্নতি কৰাই নহয় আজি পৰ্য্যন্ত ছাত্ৰ-ছাত্ৰী, যুৱক সংগঠন, মহিলা সংগঠন, আৰু সমাজৰ বিভিন্ন ক্ষেত্ৰত নিজকে আত্মনিয়োগ কৰি ভেলেউগুৰি বৰ্তনপুৰত স্থায়ীভাবে বসবাস কৰি আছে।

সমাজ সংগঠনৰ লগতে শিক্ষক জীৱনৰ যাৱতীয় দায়িত্ব বহন কৰাৰ উপৰিও শ্ৰীবৰাই নিজে লিখা শিক্ষা সম্পৰ্কীয় ভালেমান প্ৰবন্ধ প্যাতি বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ হোৱাৰ ওপৰিও সতুন ৰাষ্ট্ৰীয় শিক্ষানীতি বিষয়ত গভীৰ অধ্যয়নৰ যোগে স্থানীয় বিভিন্ন সভাত বক্তৃতা দি দক্ষতা সম্পন্ন শিক্ষক শব্দৰ অৰ্থ প্ৰতিপন্ন কৰিবলৈকো সমৰ্থবান হৈছে।

ভেখেতে লিখা সদ্য প্ৰকাশিত প্ৰবন্ধৰ ভিতৰত ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ওপৰত যুগুত কৰা "শিক্ষাৰ প্ৰত্যাহ্বানত এভুমুকি", (স্মৃতি গ্ৰন্থ: যোৰহাট জিলা হাইস্কুল শিক্ষক সংস্থা, ১৯৮৬), ৰাষ্ট্ৰীয় শিক্ষানীতিৰ আলমত অসমৰ শিক্ষাৰ মাধ্যম"—(দৈনিক জনমভূমি, ১৯ জুন ১৯৮৭), আৰু সংস্কৃতিৰ ওপৰত লিখা—"অসমৰ সংগীতত এভুমুকি" (কৰাপাট স্মৃতি-পত্ৰিকা, অসম সত্ৰ সংঘ ১৯৮৮) আদিয়েই প্ৰধান যদিও কবিতা লিখিও স্থানীয় ভাবে ভেখেত পুৰস্কৃত হৈছে।

বিগত ছয় বছৰীয়া বিদেশী বিতাৰণৰ অসম আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰা শ্ৰীবৰা আছিল আঞ্চলিক কৰ্মচাৰী পৰিষদৰ উপ-সভাপতি। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত সক্ৰিয় অংশ গ্ৰহণ কৰা শ্ৰীবৰা বৰ্তমান যোৰহাট জিলা অধিবিদ্যা পৰিষদ তথা যোৰহাট জিলা হাইস্কুল শিক্ষক সংস্থাৰ সদস্য হিচাবে ওতঃপ্ৰোতঃ ভাবে জড়িত

হোৱাৰ উপৰিও "দৈনিক জনমভূমি" কাকতৰ নকছাৰি অঞ্চলৰ নিজা বাতৰি দিওঁতা, যোৰহাট জিলা মফচল সংবাদিক সংস্থাৰ সদস্য লগতে আঞ্চলিক শিক্ষক আৰু কৰ্মচাৰি পৰিষদৰো উপ-সভাপতি যদিও, শিক্ষকৰ দায়িত্ব আৰু কৰ্তব্য পালনত অৱহেলা কৰা শিক্ষক সকলক কটু ভাষাৰে সমালোচনা কৰিবলৈকো কুণ্ঠাবোধ নকৰে। ছাত্ৰ, শিক্ষক আৰু অভিভাবকৰ লগত নিবিড় সম্বন্ধ ৰক্ষা কৰি যুগৰ আহ্বান আৰু বিজ্ঞানৰ অগ্ৰগতিৰ লগত খোজ মিলোৱা শিক্ষাৰ লগত জড়িত হৈ নিজৰ দায়িত্ব দক্ষতাৰে পালন কৰা শ্ৰীবৰাৰ প্ৰচেষ্টা সমাজৰ প্ৰসংশনীয়। উল্লেখযোগ্য যে, শ্ৰীবৰাৰ একাগ্ৰতাৰ বাবেই ১৯৮৫ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত তেখেতৰ বিদ্যালয়ৰ পৰা পৰীক্ষা দিয়া শতকৰা ১০০ জনেই কৃতকাৰ্য্যতা লাভ কৰিছিল।

## শ্ৰীশৰৎ চন্দ্ৰ দত্ত প্ৰাক্তন শিক্ষক।



জীৱনৰ সংজ্ঞা বিভিন্ন মনিষীয়ে বিভিন্ন ধৰণে দিছে। এইখিনিতে আমি স্বামী বিবেকানন্দই জীৱন সম্পৰ্কে কোৱা এটি সংজ্ঞা শ্ৰদ্ধাৰে সুঁৱৰিছো। তেখেতৰ মতে—'Expansion is life, controction is death love is life and hatred is death. It is life to do good, it is death not to do good to others."

সঁচাকৈয়ে গতিশীলতাই জীৱন, গতিহীনতাই মৃত্যু। এইটোৱেই জীৱন যাৰ অৰ্থ হ'ল অন্যৰ মঙ্গল সাধন। অন্যৰ মঙ্গল সাধন কৰিব নোৱাৰাটো হ'ল মৃত্যু তুল্য।

Hans C. Andersons (হেনচ চি. এন্দাৰচন) নে আকৌ জীৱনৰ সংজ্ঞা অন্য ধৰণে দিছে—যিটো ভাৰতীয় দৰ্শনৰ লগত সম্পূৰ্ণ মিলে। মানুহৰ জীৱনৰ উত্থান পতন, উন্নতি অৱনতি আদিৰ সমস্ত কথা যেন অংক কৰি আগতেই মঙ্গল ময়ে উলিয়াই থৈছে। এন্দাৰচনৰ মতে প্ৰতিজন মানুহৰ জীৱনটো হ'ল ঈশ্বৰৰ আঙুলীৰে লিখা একো একোটা ৰূপ কথা।

আমাৰ জাতিৰ জনক বাপুজীয়ে জীৱন সম্পৰ্কে এটি মূল্যৱান সংজ্ঞা দিছে—"জীৱন তাকে কয়, য'ত পোহৰ আছে আৰু ক'লা ছাঁও আছে।" আমি ভাবো জীৱন তাকে কয়, য'ত ফুল আছে, কাইট আছে, ডাল আৰু পাত আছে।

আমাৰ জন্ম যোৰহাট তৰাজান গায়ন গাঁৱত। ১৯২৮ চনৰ মে মাহৰ ১৬ তাৰিখত। আমাৰ পিতৃ ৺মুক্তানাথ দত্ত আৰু মাতৃ ৺সুচেন্দী দত্ত। প্ৰাথমিক শিক্ষা আৰু হাইস্কুলীয়া শিক্ষা লোৱা হয়, তৰাজান বুঢ়াগোহাই প্ৰাথমিক বিদ্যালয় আৰু যোৰহাট শঙ্কৰদেৱ চেমিনেৰীত। জে, বি. কলেজত শিক্ষা লোৱাৰ এমাহৰ পিছতেই আমি কলেজ এৰিব লগীয়া হলো। ইও এক করুণ কাহিনী।

বাধ্য হৈ উচ্চ শিক্ষাৰ সপোন ত্যাগ কৰি বুঢ়াগোহাই প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা জীৱন আৰম্ভ কৰো। শিক্ষকতাৰ সেই মধুৰ দিনবিলাক আমি আকৌ কোনো দিনেই ঘূৰাই নাপাওঁ। এতিয়া মনলৈ আহে পূৰ্ব জন্মৰ কিবা সঞ্চিত পূণ্যৰ ফলতহে যেন শিক্ষকতা কৰিবলৈ পাইছিলো। বিদ্যালয়ত নিজা পদ্ধতিৰে শিক্ষাদান দিছিলো। অকঁণিহঁতক বৰ্ণমালাৰ জ্ঞান দিবৰ কাৰণে, তেওঁলোকৰ মনোযোগ আকৰ্ষণ কৰি কৈছিলো, "চোৱা মইনাহঁত এইটো ব। পেটটো কাটি ৰ কৰিছো। বৰ মানে ডাঙৰ। বৰ মানে আশীৰ্বাদো হয়। মই ব ত সুৰলগাই ধ কৰিছো। ধ মানে ধৰা। এইটো চ, ঠেং লগাই দ্বিতীয় ছ কৰিছো। এই পদ্ধতিৰ সহায়ত ক মান শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীক বৰ্ণমালাৰ জ্ঞান দিছিলো।

স্কুলত কিছুদিন শিক্ষকতা কৰাৰ অন্তত বৰভেটা গ্ৰাম সেৱক প্ৰশিক্ষণ কেন্দ্ৰত কৃষি বিষয়াৰ প্ৰশিক্ষণ লোৱা হয়। প্ৰশিক্ষণ সমাপ্ত কৰি ১৯৫৫ চনৰ ২৩ জুনত যোৰহাট জাতীয় সম্প্ৰসাৰণ সেৱা খণ্ডত গ্ৰাম সেৱকৰ কামত যোগদান কৰা হয়। উক্ত সেৱা খণ্ডত চাকৰি কৰি ১৯৬৩ চনৰ ২১ অক্টোবৰত মুখ্য গ্ৰাম সেৱকলৈ পদোন্নতি হয়। বৰ্তমান উত্তৰ পশ্চিম উন্নয়ন খণ্ডত মুখ্য গ্ৰামসেৱকৰূপে কাম কৰি

আছো। বিদ্যালয়ৰ শিক্ষকতাৰ পৰা সমাজৰ ধৰণীস্বৰূপ খেতিয়কৰ শিক্ষকলৈ ৰূপান্তৰ হ'লো।

কৃষি বিভাগৰ কৰ্মচাৰী হিচাবে জীৱিকা নিৰ্বাহ কৰিলেও আমাৰ গোটেই জীৱন শিশু কেন্দ্ৰীক। ছাত্ৰ-ছাত্ৰীক লৈয়ে জীৱন। শিক্ষন আৰু আমাৰ মাজত সৰু এখন জালি কটা বেৰৰ ব্যৱধান। অনুষ্ঠানিক আৰু অনানুষ্ঠানিক। শিক্ষকসকল আছে বেৰখনৰ ভিতৰত। আমি আছো বেৰখনৰ বাহিৰত।

আমি যোৰহাট জিলা মইনা পাৰিজাতৰ একেৰাহে তিনি'ছৰ সভাপতি, তিনি'ছৰ একেৰাহে ঢুলীয়া শিল্পী সন্মিলনৰ সভাপতিৰ দায়িত্ব ভাৰ সুখ্যাতিৰে পালন কৰি আহিছো। বৰ্তমানে ভালে কেইটি সংগঠনৰ দায়িত্বত আছো। ভাৰতীয় ৰাষ্ট্ৰীয় প্ৰাপ্ত বয়স্ক শিক্ষা সংস্থাৰ আমি সদস্য। পাটনা নগৰীত অনুস্থিত হোৱা ভাৰতীয় প্ৰাপ্ত বয়স্ক শিক্ষা সস্থাৰ অধিবেশনত প্ৰতিনিধিত্ব কৰিবলৈ গৈছিলো।

চিৰ চেনেহী ভাষা জননীৰ সেৱাত নিজকে ব্ৰতী কৰিছো। মইনা সকলৰ মাজত আমি শৰৎ ককাইদেউ নামে পৰিচিত। জন্মভূমি কাকতৰ মইনামেল, অসম বাণী কাকতৰ মইনা পাৰিজাত চ'ৰাৰ এজন নিয়মীয়া' লিখক। ১৯৮০ চনৰ অসমবাণী কাকতৰ ৰূপালী জয়ন্তীৰ বিহু সংখ্যা কাকতত আমাৰ সম্পৰ্কে উল্লেখ কৰিছে এই বুলি— "মইনা পাৰিজাতত লিখক লিখিকাৰ অন্ত নাছিল ; অৱশ্যে এই ক্ষেত্ৰত শ্ৰীশৰৎ দত্তৰ নাম বিশেষ ভাবে উল্লেখযোগ্য।"

শুকতৰা, জোনবাই, এক মিনিটৰ সাধু, সোণৰ সঁফুৰা, কবিতাৰ মৌকোহ, জ্যোতিৰ জেউতি আদি ভালে কেইখন শিশু সাহিত্য ৰচনাৰ যোগে সাহিত্য ভঁৰালৈ বৰঙণি আগবঢ়াইছো। আমাৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা পুথি দুখন হ'ল—'হলধৰ গায়ন' আৰু জিলমিল। প্ৰাপ্ত বয়স্কৰ কাৰণে লিখা ৰাজ্যিক মাননী পোৱা পুথিৰ নাম কৃষক কমল, কৃষক বাপুৰাম আৰু কৃষি কথা। আমাৰ দ্বাৰা ৰচিত দুখন পুথি

অসম সত্র সংঘৰ এটি সমীক্ষা আৰু কমলাবাৰী সত্ৰৰ এটি সমীক্ষা উল্লেখযোগ্য।

আমি লিখা মেলা কৰাটো এক পবিত্র কর্তব্য বুলি ভাবো। শিশুসকলক শিক্ষাত আগবঢ়াই নিবৰ বাবে এই কামত একাণপতীয়াকৈ লাগি আছো। এই ক্ষেত্ৰত জনমভূমি আৰু অসমবাসীয়ে বিশেষ অনুপ্ৰেৰণা যোগাই আহিছে।

বর্তমান প্রচলিত শিক্ষা ব্যৱস্থাত মতামত দিয়াৰ পৰা আমি বিৰত থাকিলো—যিহেতু আনুষ্ঠানিক শিক্ষা ব্যৱস্থাৰ পৰা নিলগৰ কর্মক্ষেত্ৰত নিজকে জীৱিকাৰ তাৰণাত আত্ম নিয়োগ কৰিব লগা হ'ল। প্রচলিত শিক্ষা ব্যৱস্থাৰ ওপৰত শিক্ষাবিদ, সচেতন অভিভাৱকৰ দিহা পৰামর্শ আমাৰ দৃষ্টি গোচৰলৈ আহিছে। সেইসমূহৰ কার্য্যকৰী ৰূপায়ণেহে দেশ সুস্থ সবল এক শৈক্ষিক পৰিবেশ গঢ়ি তুলিব পৰা হব।

নবীন শিক্ষক সমাজলৈ আমাৰ বিনম্র অনুৰোধ যি দেশ মাতৃৰ সেৱাত নিজকে ব্ৰতী কৰা হৈছে— সেই সেৱা নিষ্ঠা, একাগ্রতা আৰু আন্তৰিকতাৰে পালন কৰাই ধর্ম।

# শ্ৰীভোলানাথ মহন্ত ঃ প্ৰাক্তন শিক্ষক

## শ্ৰীশ্ৰী শ্ৰৱণী সত্ৰ



মোৰ জন্ম ১৯১২ খৃষ্টাব্দৰ ৫ জেঠত। শ্ৰৱণী সত্ৰৰ সত্ৰাধিকাৰ স্বৰ্গীয় ইন্দুনাথ মহন্ত আমাৰ পিতৃদেৱ আছিল। সৰুকালত পিতৃৰপৰাই শিক্ষা লাভ কৰি মাধ্যমিক শিক্ষা বেজবৰুৱা হাইস্কুলত স্বৰ্গীয় মিত্ৰদেৱ মহন্তদেৱৰ লগত থাকি লাভ কৰিছিলো। সেই সময়ত তেখেতৰ লগত থিয়েটাৰ আদিত অংশ গ্ৰহণ কৰাৰ সুবিধা পাইছিলো। কিন্তু মোৰ শিক্ষাৰ ক্ষেত্ৰত তেখেতৰ আদৰ্শইহে মোক বেছি অনুপ্ৰাণিত কৰিছিল। মাধ্যমিক শিক্ষা শেষ কৰোতেই সৰু অৱস্থাতে বৃদ্ধ পিতৃৰ পৰা ঘৰ তথা সত্ৰৰ দায়িত্ব মোৰ মূৰত পৰাত শিক্ষা সিমানতে অন্ত পৰে।

১৯৩৮ চনত ৰবৈয়া বিমান ঘাটি নিৰ্মাণ কাৰ্য্য দ্ৰুতগতিত আগ বাঢ়িছিল। সমীপৱৰ্ত্তী বাইজে দুপইচা অৰ্জনৰ বাবে দলে-বলে আগ-বঢ়াৰ লগতে ময়ো M. E. Sৰ গুদাম মহৰি হিচাবে নিযুক্তি পাইছিলো।

কিছুদিন কাম কৰাৰ পিচত গণ-আন্দোলন আৰম্ভ হোৱাত ৰাইজৰ লগত যোগ দিবৰ কাৰণে সেই পদ ইস্তফা দিছিলো আৰু আন্দোলনত সহযোগ কৰিছিলো। ইয়াৰ পিচত কিছুদিন এই আন্দোলন স্থগিত আছিল। নিৰক্ষৰতা দূৰীকৰণ আঁচনি অনুসৰি যোৰহাটৰ শ্ৰীশশীচন্দ্ৰ বৰবৰুৱাদেৱে টিলিকিআমত স্থাপন কৰা কেন্দ্ৰত শ্ৰীকৃপাল শৰ্মা আৰু স্বৰ্গীয় সোনাই কলিতাৰ সৈতে কেন্দ্ৰ পৰিচালনাৰ দায়িত্ব বহন কৰিছিলো। কিছুদিন পিচত দহোটীয়া এম্, ভি, স্কুলত আমি সহকাৰী শিক্ষকৰূপে নিযুক্তি পাই তাতেই শিক্ষক জীৱনৰ পাতনি মেলো।

শিক্ষক হিচাবে ছাত্ৰ-ছাত্ৰীক প্ৰকৃত শিক্ষা দিয়াৰ মানসেৰে মই বিভিন্ন সময়ত হোৱা প্ৰশিক্ষণ শিবিৰসমূহত যোগদান কৰিছিলো। যোৰহাট নৰ্মাল স্কুলত শিক্ষক প্ৰশিক্ষাৰ্থীসকলৰ ভিতৰত অসমৰ ভিতৰত প্ৰথম স্থান লাভ কৰিছিলো। শ্ৰীযুত শশীচন্দ্ৰ বৰবৰুৱা আৰু স্বৰ্গীয় জয়ৰাম পাত্ৰৰ নেতৃত্বত হোৱা শাৰীৰিক প্ৰশিক্ষণ কেন্দ্ৰত শিক্ষা লাভ কৰি ছাত্ৰ-ছাত্ৰীক আমোদজনক ভাৱে সেই শিক্ষা দি অপৰিসীম আনন্দ পাইছিলো। দহোটীয়া এম, ভি, স্কুলত ৺নন্দ বৰা, শ্ৰীযুত দোনাৰাম দাস আদিৰ সৈতে আমাৰ প্ৰচেষ্টাতে সেই সময়ত প্ৰতি বছৰতে দুই তিনিজনকৈ ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰি যোৰহাটৰ ভিতৰত আমাৰ স্কুলে প্ৰথম বা দ্বিতীয় স্থান লাভ কৰি আছিল। মেধাবী ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি আমাৰ এতিয়াও পুত্ৰাধিক স্নেহ আছে। লগতে তেওঁলোকৰো মোৰ প্ৰতি আজিলৈকে পিতৃবৎ শ্ৰদ্ধা দেখা পাইছো। অসম চৰকাৰে নিম্ন মাধ্যমিক স্তৰত বিজ্ঞান শিক্ষা প্ৰৱৰ্তন কৰাত, মই বিভিন্ন সময়ত হোৱা যোৰহাট স্নাতকোত্তৰ প্ৰশিক্ষণ বিদ্যালয়ত হোৱা বিজ্ঞান প্ৰশিক্ষণ শিবিৰত যোগ দি, শেষত বিজ্ঞান শিক্ষা স্কুলত প্ৰদান কৰিছিলো আৰু শেষত বিজ্ঞান শিক্ষক হিচাবেই ১৯৭৫ চনৰ চেপ্তেম্বৰ মাহত অৱসৰ লওঁ।

যোৰহাট জিলা এম্ ভি, শিক্ষক সন্থাৰ শিক্ষকসকলৰ লগত মোৰ বিশেষ সহৃদয়তা আছিল। তেখেতসকলে সহৃদয়তাৰে ছুবাৰো শিক্ষক সন্থাৰ সভাপতিৰূপে দায়িত্ব বহন কৰিবলৈ সুবিধা দি অনুগৃহীত কৰিছিল। মোৰ কাৰ্য্যকালৰ ভিতৰতে ৰাজ্যিক শিক্ষা সন্থাৰপৰা বিভিন্ন বিষয়ত অৰ্হতা সম্পন্ন শিক্ষকসকলক আনি আমাৰ শিক্ষক-সকলৰ আগত একোটি আদৰ্শ পাঠ দান কৰাৰ ব্যৱস্থা কৰা হৈছিল। লগতে সেই সময়ৰ স্কুল পৰিদৰ্শককে আদি কৰি শিক্ষাবিদসকলৰ লগত মই শিক্ষা বিষয়ৰ আলোচনাত অংশ গ্ৰহণ কৰিছিলো আৰু সেইখিনি কাৰ্য্যকৰীও কৰা হৈছিল।

ৰাজহুৱা জীৱনত ৰাইজৰ সেৱা কৰিবলৈ মই চাৰিঙীয়া গাঁও পঞ্চায়তৰ সভাপতি ৰূপে চাৰি বছৰ কাল সুবিধা পাইছিলো। আৰু সেই সময়ত চৰকাৰৰ মঞ্জুৰীসমূহ ৰাইজৰ ৰাস্তা নিৰ্মাণ আৰু খোৱা পানীৰ অসুবিধা দূৰীকৰণত খটুৱাওতে স্থানীয় যুৱকসকলৰ পৰা যথেষ্ট সহায় সহানুভূতি লাভ কৰিছিলো। বৰ্তমানলৈকে ৰাইজৰ ৰাজহুৱা সভা সমিতি তথা ধৰ্মালোচনী সভাসমূহত যৎপৰোনাস্তি আমাৰ জ্ঞানেৰে যি পাৰো ছু-আষাৰ কবলৈ সুবিধা দি ৰাইজে আমাক প্ৰেৰণা যোগাইছে। তাৰ বাবে আমি তেৰা সবৰ ওচৰত পৰম কৃতজ্ঞ।

বৰ্তমান শিক্ষা জগতত আমাৰ দিনতকৈ যথেষ্ট পৰিবৰ্তন পৰিলক্ষিত হৈছে। ঘৰে ঘৰে গৈ এতিয়া অভিভাৱকক ছাত্ৰ-ছাত্ৰীক স্কুললৈ পঠাবলৈ আৰু অনুৰোধ কৰিব নালাগে। সীমিত পাঠ্যপুথিৰ যোগান আৰু স্কুল ঘৰৰ অসুবিধাও দূৰ হৈছে। গাঁৱে-ভুঁঞে শিক্ষিতৰ হাৰ যথেষ্ট বাঢ়ি গৈছে। ই অতি আনন্দৰ বিষয় কিন্তু ছাত্ৰ শিক্ষিতৰ নৈতিক আৰু ব্যৱহাৰিক যি জ্ঞান আমাৰ দিনত দেখা পাইছিলো সেয়া ক্ৰমে যেন নিষ্প্ৰভ হৈ আহিছে। ছাত্ৰ-ছাত্ৰীৰ সৈতে শিক্ষক-শিক্ষয়িত্ৰীৰ সম্পৰ্ক, লগতে নৈতিক চৰিত্ৰ গঠন অতি প্ৰয়োজনীয়, যিহেতু ই ব্যক্তিত্ব গঠনত যথেষ্ট সহায় কৰে।

শিক্ষক চাকৰিৰপৰা অৱসৰ লোৱাৰ পিচৰ এই জীৱন সঁচাকৈয়ে দুৰ্বহ। ১৯৭৫ চনৰ চেপ্তেম্বৰত সিংহ চৰকাৰে এম ভি, স্কুলসমূহ চৰকাৰী কৰিলে। আমিও বৰ্দ্ধিত চাকৰি কালৰো তিনি বছৰ কৰ্তন যোৱাত অৱসৰ প্ৰাপ্ত হওঁ। পেঞ্চন বা পাৰিতোষিক একোকে নোপোৱাত বৰ্তমানৰ বৰ্দ্ধিত মূল্যৰ যুগত আৰ্থিক সঙ্কট পূৰ্ণ সাংসাৰিক জীৱন আমাৰ বাবে এটি বব নোৱাৰা বোজা যেন লাগিছে।

## ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত শিক্ষক
## শ্ৰীটিকেন্দ্ৰনাথ ভট্টাচাৰ্য্য



১৯২০ চনত ডিব্ৰুগড জিলাৰ হাতীচোং ব্ৰাহ্মণগাঁৱত শ্ৰীটিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ জন্ম হয়। তেখেতে প্ৰাথমিক শিক্ষা সাং কৰি নৰ্মাল পঢ়ে আৰু সুখ্যাতিৰে নৰ্মাল পাছ কৰে। তেখেতে সুদীৰ্ঘ ৩৮ বছৰ শিক্ষকতা কৰি ১৯৮১ চনত অৱসৰ গ্ৰহণ কৰে। তেখেত অৱসৰৰ ৯ বছৰ আগৰ পৰা এ, অ, চি, চেণ্ট্ৰেল প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষক-ৰূপে আছিল।

শ্ৰীযুত ভট্টাচাৰ্য্যৰ প্ৰধান শিক্ষকতাৰ কালত ২৭ জন ছাত্ৰ ছাত্ৰীয়ে বুনিয়াদী বৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰিছিল। তেখেতৰ বিদ্যালয়ৰ শিক্ষাদানৰ মানদণ্ড অসমৰ বহুত প্ৰাথমিক বিদ্যালয়তকৈ উন্নত মানদণ্ডৰ আছিল। অসমৰ কৃতী শিক্ষকসকলৰ ভিতৰত ভট্টাচাৰ্য্য অন্যতম।

১৯৭৮ চনত অসম চৰকাৰে কৃতী শিক্ষকৰূপে আৰু ১৯৭৯ চনত ভাৰত চৰকাৰে পুৰস্কৃত কৰে। ১৯৮১ চনত নতুন দিল্লীত ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা পুৰস্কাৰ গ্ৰহণ কৰে।

শ্ৰীভট্টাচাৰ্য্য অসমৰ আগশাৰীৰ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সৈনিক আছিল। তেখেতে চৰকাৰৰ স্বাধীনতা সৈনিক পেন্সনও লাভ কৰিছিল। বৰ্তমানলৈকে শ্ৰমিক ইউনিয়নৰ পৰা আৰম্ভ কৰি, সুকুমাৰ কলা, সামাজিক অনুষ্ঠান আদিৰ অবিসম্বাদী নেতাৰূপে সেৱা আগবঢ়াই আহিছে। গুৰুত্বপূৰ্ণ বিষয়বাব গ্ৰহণ কৰি সুখ্যাতিৰে দায়িত্ব পালন কৰি আহিছে।

১৯৮৭ চনৰ পৰা ডিগবৈ শিশু কল্যাণ পৰিষদৰ সৌজন্যত শিশুৰ কাৰণে অসমীয়া মাধ্যমত মণ্টেছৰী শিক্ষা প্ৰণালীৰে শিশু নিকেটন প্ৰতিস্থা কৰি বৰ্তমান ৯৭ জন শিশুৰে তিনিটা শ্ৰেণী চলাই আছে।

তেখেতে জীৱনজোৰা শিক্ষকতাৰ অভিজ্ঞতাৰে তলৰ তথ্যসমূহ দাঙি ধৰিছে অসমৰ নবীন শিক্ষক সমাজলৈ * সুদীৰ্ঘ ৩৮ বছৰ শিক্ষকতা কৰি লাভ কৰা অভিজ্ঞতাৰ সামান্য আভাস তলত দাঙি ধৰিলোঁ:

(১) শিশুৱে প্ৰচুৰ সম্ভাৱনা লৈ পৃথিৱীত জন্ম লাভ কৰে। এই শিশুক লৈ পিতৃ-মাতৃৰ অন্তহীন কল্পনাই জীৱনক প্ৰচুৰ সম্ভাৱনাপূৰ্ণ কৰ্মপ্ৰেৰণাৰ যোগান ধৰে। জীৱনৰ অপূৰণীয় আশা-ভৰষাবোৰ পিতৃ-মাতৃয়ে বা অগ্ৰজসকলে শিশুৰ জৰিয়তে পোৱাৰ অভিলাষেৰে কল্পনা-ৰথত উঠি সান্ত্বনা লাভ কৰে।

শিশু এনে হিচাবে এটি পৰিয়ালৰেই আশা-ভৰষাৰ স্থল নহয়,—শিশু দেশৰ, জাতিৰো ভৱিষ্যৎ; গতিকে এটি সুস্থ-সবল জাতিগঠনৰ প্ৰক্ৰিয়াত শিশুৰ শৰীৰ, মন, সুস্থ-সবল কৰি গঢ়ি তোলাত পিতৃ মাতৃ, পৰিয়ালৰ লোকসকল, নিয়ন্ত্ৰিত পৰিবেশ, প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষক-শিক্ষয়িত্ৰী আৰু চৰকাৰৰ সামূহিক দায়বদ্ধতা সকলো দায়িত্বৰ উৰ্দ্ধত বুলি বিবেচনা কৰা উচিত।

(২) আমাৰ বিদ্যালয়সমূহত প্ৰশিক্ষণপ্ৰাপ্ত উপযুক্ত শিক্ষক-শিক্ষয়িত্ৰীৰ অভাৱে শিশুক বিপথে পৰিচালিত কৰা দেখা গৈছে।

(৩) বিদ্যালয়ত শিক্ষক শিক্ষয়িত্ৰী মকৰল কৰা ক্ষেত্ৰত নৈতিকতা-

বোধ লুপ্ত হৈছে। শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত গুণগত অৰ্হতাতকৈ আৰ্থিক মাননিৰ ওপৰতহে গুৰুত্ব আৰোপ কৰা দেখা গৈছে।

(৪) শিক্ষক-শিক্ষয়িত্ৰীসকলে শিক্ষকতাক 'সেৱা' হিচাবে গ্ৰহণ নকৰাটো দোষণীয়ই নহয়- ই মহা পাপ।

(৫) শিক্ষক-শিক্ষয়িত্ৰীসকলৰ আশাশুধীয়া সেৱাৰ অভাৱ।

(৬) শিক্ষক, অভিভাৱক আৰু ছাত্ৰৰ সমন্বয়ৰ অভাৱ।

(৭) বহুতৰ ক্ষেত্ৰত শিক্ষকতা জিৰণিৰ স্থল হোৱা দেখা গৈছে।

(৮) প্ৰাথমিক শিক্ষাৰ ওপৰত গুৰুত্ব নিদিয়া শিক্ষা ব্যৱস্থাৰে উচ্চ শিক্ষা ফলপ্ৰসূ হ ব নোৱাৰে।

(৯) প্ৰাক্-প্ৰাথমিক বিদ্যালয়ৰ অভাৱ।

(১০) প্ৰাথমিক বিদ্যালয়ৰ লগতে প্ৰাক্-প্ৰাথমিক শ্ৰেণী এটা দিলেই প্ৰাক্-প্ৰাথমিক শিক্ষাৰ উদ্দেশ্য সফল নহয়।

(১১) প্ৰশিক্ষণপ্ৰাপ্ত প্ৰাক্-প্ৰাথমিক শিক্ষক-শিক্ষয়িত্ৰীৰ অভাৱ।

(১২) ছাত্ৰ ছাত্ৰীৰ সকলোৰে বাবে ঘৰুৱা পৰিৱেশ সন্তোষজনক নহয়।

(১৩) বিদ্যালয়ৰ সকলোতে সংশ্লিষ্ট সা সৰঞ্জামৰ অভাৱ।

(১৪) পৰিদৰ্শকসকলৰ সঘন পৰিদৰ্শনৰ অভাৱে আমাৰ বিদ্যালয়-সমূহৰ শিক্ষাৰ মানদণ্ড নিম্নগামী কৰিছে।

(১৫) পাঠ্য পুথিৰ পঠনীয় বিষয়সমূহৰ উপযুক্ত নিৰ্বাচন আৰু ৰচনাশৈলীৰ নিম্নগামিত।

(১৬) চিত্ৰাঙ্কন বিষয়ৰ প্ৰতি অৱহেলা আৰু শিক্ষক-শিক্ষিকাৰ অজ্ঞতা।

(১৭) শিক্ষণীয় বিষয়বস্তুৰ ওপৰত শিক্ষকৰ দক্ষতাৰ অভাৱ।

(১৮) শিক্ষা দান কাৰ্য্যক শিক্ষকে কলা হিচাপে গ্ৰহণ নকৰাৰ মানসিকতা।

(১৯) বহু শিক্ষক-শিক্ষয়িত্ৰীৰ শুদ্ধ উচ্চাৰণ নোহোৱা আৰু উচ্চাৰণত মুঠেই গুৰুত্ব নিদিয়া।

(২০) কেনে ধৰণৰ ছাত্ৰ-ছাত্ৰী শিক্ষকৰ সান্নিধ্যলৈ আহে :—

(ক) কিছুমান ছাত্ৰৰ মানসিক বয়স স্বাভাৱিক বয়সতকৈ বেছি। কথাবোৰ সোনকালে বুজি পায়, ধৰিব পাৰে; সেই দৰে প্ৰয়োগো কৰিব পাৰে।

(খ) কিছুমানৰ স্বাভাৱিক বয়সতকৈ মানসিক বয়স কম। কথাবোৰ সোনকালে বুজি নাপায়; ধৰিব নোৱাৰে প্ৰয়োগৰ ক্ষেত্ৰতো খেলিমেলি লগায়।

(গ) কিছুমান ছাত্ৰৰ স্বাভাৱিক বয়সৰ লগত মানসিক বয়সৰ মিল থাকে।

(ঘ) কিছুমান ছাত্ৰৰ বুধি সহজে খোল নাখায়। বুধি যেতিয়া খোলে, ব'ব লগীয়া নহয়।

ওপৰত উল্লিখিত বুধিৰ জোখেৰে সকলো ছাত্ৰকে একেলগে আগবঢ়াই নিবলৈ চেষ্টা কৰিলে, সফল কাম হোৱাত বাধা আছে।

(২১) দৰাচলতে আমাৰ বিদ্যালয়সমূহৰ বহুততে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ মাজত প্ৰীতিৰ অভাৱ। বিদ্যালয়ৰ প্ৰধান শিক্ষককে লৈ আন সহকাৰী শিক্ষক-শিক্ষিকাৰে এটি পৰিয়াল হিচাপে কাম নকৰিলে বিদ্যালয়ৰ শিক্ষাৰ মানদণ্ড উন্নতি নহয়।

(২২) বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰীসকলৰ শিক্ষাদানৰ ক্ষেত্ৰত প্ৰতিযোগিতামূলক মনোবৃত্তিৰ অভাৱ।

**শিক্ষকসকললৈ জুৱাষাৰ :**

(১) কেৰাণী, মহৰি, মিস্ত্ৰী, অভিযন্তা, বিষয়া আদি সকলৰ কামৰ মূল্যাঙ্কন কৰা যায়; কিন্তু শিক্ষকৰ সেৱাৰ মূল্যাঙ্কন কৰা সম্ভৱ নহয়; কিয়নো শিক্ষকে শিশুৰ জীৱনৰ দায়িত্ব বহন কৰে। সেই কাৰণে শিক্ষকতা কৰিবলৈ অহা ব্যক্তি বিশেষে যদি চাকৰি মনোবৃত্তি লৈ শিক্ষকতা কৰিবলৈ আহে, তেন্তে তেখেতে শিক্ষকতাৰ মুখা নিপিন্ধাই শ্ৰেয়। মনত ৰাখিব—আপুনি শিশুৰ ভৱিষ্যৎ দিক্ দৰ্শক।

# ওঠৰ শতিকাৰ কৃতী শিক্ষক
# পণ্ডিত ৺কণবুপি শৰ্মা

যো·হাটৰ নগৰৰপৰা ৮ মাইল মান দক্ষিণে চৰাইবাহী মৌজা। এই মৌজাৰে গোঁহাই গাঁৱৰ বাসিন্দা আছিল কণবুপি শৰ্মা। কণবুপি শমাৰ জন্মৰ সঠিক চন তে বিখ জনা নাযায়। আনুমানিক ১৮৪০-৫০ চন মানৰ ভিতৰত এই জনা ব্যক্তিয়ে জন্ম গ্ৰহণ কৰিছিল। শৰ্মাদেৱে ডেকা কালত কিছু শিক্ষা লাভ কৰি সেই অঞ্চলত শিক্ষাৰ পোহৰ বিলাবলৈ মন কৰি প্ৰথমে ১৮৭৬ চনত ছুলীয়া গাঁৱৰ গজলা সত্ৰৰ ওচৰত এখনি এল. পি, স্কুল স্থাপন কৰে। স্কুলৰ নাম দিলে ছুলীয়া গাঁও এল পি. স্কুল। কিছুদিনৰ পাচত সেই ঠাইৰপৰা স্কুল-খনি উঠাই আনি আইদেউ চাপৰিত (বৰ্তমানৰ আইতি চাপৰি) পাতে। শৰ্মাৰ অশেষ ত্যাগৰ বিনিময়ত গঢ়ি উঠা স্কুলখনি ১৮৯০ চনত লোকেল বৰ্ডে গ্ৰহণ কৰে, আৰু শৰ্মাক ৩৲ (তিনি টকা) কৈ দৰমহা দিয়ে। সুদীৰ্ঘ ১৪ বছৰ কাল বিনা বেতনে কাম কৰাৰ পাচত দৰমহাৰ মুখ দেখিবলৈ পাই শৰ্মাই কিছু সকাহ পালে। এই শিক্ষা অনুষ্ঠানটোত ৪৭ বছৰ কাম কৰি তেখেতে ১৯২৩ চনত অৱসৰ গ্ৰহণ কৰে। অৱসৰ গ্ৰহণ কৰাৰ সময়ত তেখেতৰ বেতন ১২ টকা হৈছিলগৈ।

৺কণবুপি শৰ্মা আছিল এজন কৃতী শিক্ষক আৰু সমাজ সেৱক। শিক্ষক হিচাবে শমাদেৱ সেই অঞ্চলত জনাজাত লোক আছিল। তেখেতৰ স্কুলৰপৰা ভালেমান ছাত্ৰই বৃত্তি লাভ কৰিছিল। ছাত্ৰ-সকলে শৰ্মাদেৱক ভয় আৰু ভক্তি কৰিছিল। তেখেত বৰ খণ্ডাল আছিল। ঘৰত কৰিবলৈ দিয়া কাম ঠিক মতে কৰি নানলে ছাত্ৰ-সকলক শাস্তি দিছিল। এনে হলেও তেখেতে ছাত্ৰসকলৰ লগত

মধুৰ সম্পৰ্ক ৰাখিছিল আৰু অধ্যয়নৰ ক্ষেত্ৰত সকলোকে উৎসাহ যোগাইছিল।

তেখেতৰ সমাজ সেৱাৰ কথা সেই অঞ্চলৰ লোকে এতিয়াও স্মৰণ কৰে। কমাৰবন্ধা পথৰ পৰা গোহাঁই গাঁৱলৈ সোমাই যোৱা পথটো তেখেতে নিজে শ্ৰম কৰি নিৰ্মাণ কৰিছিল আৰু স্থানীয় ৰাইজে সেই পথটোক "গোহাঁই গাঁও পণ্ডিতৰ আলি" নামেৰে নামকৰণ কৰিছিল। বৰ্তমান চৰকাৰে ইয়াক চৰকাৰী ভাবে স্বীকৃতি দি সেই কৃতী, ত্যাগী পণ্ডিত গৰাকীক সন্মান জনাইছে।

তেখেতে স্থাপন কৰা বিদ্যালয়খনি ১৯৪১ চনত মজলীয়া বিদ্যালয়লৈ আৰু ১৯৫৬ চনত উচ্চ বুনিয়াদী বিদ্যালয়লৈ উন্নীত কৰা হয়। ১৯৭৫ চনত ইয়াক চৰকাৰে গ্ৰহণ কৰে। ১৯২২ চনত ৺লিখক দত্ত আৰু ৺নন্দবৰুৱাই তেখেতৰ তত্বাৱধানত বৃত্তি পোৱা শেষ ছাত্ৰ আছিল।

প্ৰাক্ স্বাধীনতা কালতে এনে এটি অনুন্নত অঞ্চলত শিক্ষাৰ পোহৰ দি উন্নত কৰিবলৈ যথেষ্ট ত্যাগ স্বীকাৰ কৰি—শৰ্মা পণ্ডিতে যি আদৰ্শ দেখুৱাই থৈ গৈছে সেইয়া সঁচাকৈয়ে স্মৰণযোগ্য। ইয়াৰ গুৰিতে তেখেতৰ আছিল দেশপ্ৰেম আৰু মানবপ্ৰেম। তেখেতৰ আদৰ্শ আজিৰ ডেকা গাভৰুৱে গ্ৰহণ কৰা উচিৎ *

---

* স্বৰ্গীয় শিক্ষক গৰাকীৰ জীৱনী নীতি শ্ৰীগোপাল চন্দ্ৰ শৰ্মা, উপেন্দ্ৰ নাথ বৰুৱা, শ্ৰী দৰাকৰ ফুকন আৰু শ্ৰীসে নাৰাম বৰাৰ সৌজন্যত।

# ১৯৮৮ৰ ৰষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত আৰু আন্তৰ্জাতিক বঁটা বিজেতা শিক্ষক শ্ৰীকমল সিং যাদৱ



ৰুচিয়াৰ উজবেকিস্থান, ইংলণ্ড আৰু ভাৰত চৰকাৰৰ কৃতী শিক্ষকৰূপে পুৰস্কাৰ পোৱা, ৰাষ্ট্ৰীয় হিন্দী প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰীকমল সিং যাদৱ ডিব্ৰুগড় জিলাৰ ম'হমাৰা টেনাকী গাঁৱত ইং ১৯৪৮ চনৰ ১ ফেব্ৰুৱাৰীত জন্ম গ্ৰহণ কৰে।

১৯৫৩ চনত প্ৰাথমিক বিদ্যালয়ত নাম লগাই পঢ়া আৰম্ভ কৰে যদিও শ্ৰেণীত অংক কৰিব নোৱাৰি শিক্ষকৰ মাৰখাই ঘৰ পায়গৈ। ঘৰৰ তাড়ণাত পৰি মাৰোৱাৰী হোটেলত কাপ প্লেট ধোৱা চাকৰ হিচাবে সোমাই পৰে। দেউতাকে পুনৰ ঘৰলৈ ঘূৰাই আনি, শিক্ষকৰ সহযোগত পুনৰ বিদ্যালয়ত নামভৰ্তি কৰে। এম. ই. প্ৰথম বিভাগত বৃত্তি সহ, হাইস্কুলৰ পৰা প্ৰথম বিভাগত, সংস্কৃত ভাষাত যোগ্যতাসহ বৃত্তি লাভ কৰাৰ উপৰিও হিন্দীত 'ধৰ্মৰত্ন' পৰীক্ষা প্ৰথম বিভাগত পাছ কৰে।

শ্ৰীযাদৱে ১৯৬৬ চনত ডিব্ৰুগড়ৰ এখন প্ৰাথমিক হিন্দী বিদ্যালয়ত

শিক্ষকতা আৰম্ভ কৰে। তেখেতে কলেজতো নাম ভৰ্তি কৰিছিল। ১৯৭২ চনত নিম্ন বুনিয়াদী শিক্ষক প্ৰশিক্ষণ পৰীক্ষাত প্ৰথম বিভাগ, ১৯৭৮ চনত বিজ্ঞান প্ৰশিক্ষণত ২য় স্থান, ১৯৮৭ চনত নতুন দিল্লীত "শিক্ষাৰ বাবে পুতলা নাচ" শীৰ্ষক প্ৰশিক্ষণ আদিত সুখ্যাতি অৰ্জন কৰে।

শিক্ষকতা কালৰ অভিজ্ঞতাত তেখেতে কৈছে—"২২ বছৰীয়া শিক্ষা জীৱনত বহুতো সমস্যাৰ সন্মুখীন হৈছো যদিও এটা কথাত দৃঢ় প্ৰত্যয় জন্মিছে, মানুহে যদি ধৈৰ্য্য আৰু সাহসেৰে যিকোনো সমস্যা'ৰ সন্মুখীন হয় তেন্তে তেওঁৰ জয় অনিবাৰ্য্য আৰু পলায়নবাদী মনোভাৱৰ ফলে পতন অৱশ্যম্ভাবী।" বৰনৈৰ বুকুত নিজৰ মাটি সম্পত্তি সকলো হেৰুৱাই শ্ৰীযাদৱে জীৱন সংগ্ৰাম কৰিছে এগৰাকী অসমীয়া গাভৰুক পত্নীৰূপে গ্ৰহণ কৰি। দুটি সন্তানৰ পিতৃ। ঘৰুৱা ভাষা অসমীয়া। শ্ৰীযাদৱৰ কৃতিত্ব নিজৰ ভাষাৰে—

গৱেষণামূলক প্ৰবন্ধ আৰু নতুন শিক্ষাদান পদ্ধতি আৱিষ্কাৰ :—

এই অভাজনে নিজৰ ২২ বছৰৰ শিক্ষকতাৰ বৃত্তিৰ কালছোৱাত বহুতো গৱেষণামূলক প্ৰবন্ধ লিখিছে যাৰবাবে এটা ৰাজ্যিক বঁটা (ৰাজ্যিক শিক্ষা সংস্থা. যোৰহাট), দ্বিতীয়টো ৰাষ্ট্ৰীয় বঁটা (NCERT-New Delhi) আৰু তৃতীয়টো আন্তৰ্জাতিক বঁটা (CASME—LONDON-U. K.) লাভ কৰিছো। ইয়াৰ উপৰিও ৰাজ্যিক ভাষা আইনৰ ৰূপালী জয়ন্তী ৰাজ্যিক প্ৰতিযোগিতাত অসমীয়া সাহিত্যৰ বিষয়ে প্ৰবন্ধ লিখি প্ৰথম পুৰস্কাৰ লাভ কৰো। তাৰ পাছত ১৯৮৪ চনত ছোভিয়েট ৰুচিয়াৰ ৰেডিঅ' তাচখণ্ডই আয়োজন কৰা আন্তৰ্জাতিক প্ৰবন্ধ লিখা প্ৰতিযোগিতাত ছোভিয়েট ৰুচিয়াৰ বিষয়ে প্ৰবন্ধ লিখি ২য় আন্তৰ্জাতিক বঁটা লাভ কৰো। ইয়াৰ উপৰিও এখন প্ৰাথমিক বিদ্যালয়ৰ (হিন্দী মাধ্যম) ছাত্ৰ ছাত্ৰীৰ বাবে কিতাপ লিখিছো। বহুতো শিক্ষামূলক প্ৰবন্ধ অসমৰ বাতৰি কাকত

তথা আলোচনীত প্ৰকাশ হৈছে। এই অভাজনে আকাশবাণী ডিব্ৰুগড় আৰু গুৱাহাটীৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত।

পুৰস্কাৰ আৰু স্বীকৃতি লাভ ঃ

এই অভাজনে ৰাইজৰ অনুকম্পা আৰু আশীৰ্বাদৰ এখন নিম্নলিখিত পুৰস্কাৰ আৰু স্বীকৃতি লাভ কৰিছে।

তিনিটা ৰাজ্যিক বঁটা ঃ—

১। ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থা—অসম, গুৱাহাটীৰ ২য় পুৰস্কাৰ।

২। ৰাজ্যিক শিক্ষা সংস্থা, অসম, যোৰহাট—প্ৰথম পুৰস্কাৰ।

৩। চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয় ৰাজনৈতিক বিভাগ, অসম, দিচপুৰ — প্ৰথম পুৰস্কাৰ।

দুটা ৰাষ্ট্ৰীয় বঁটা ঃ—

১। NCERT New Delhi প্ৰথম পুৰস্কাৰ।

২। ভাৰত চৰকাৰ, শিক্ষা বিভাগ
নতুন দিল্লী—ৰাষ্ট্ৰপতি বঁটা (১৯৮৭)

দুটা আন্তৰ্জাতিক বঁটা ঃ—

১। Commonwealth Association of Science And Mathematics Educators—London (U.K) — অষ্টম পুৰস্কাৰ। (১৯৮১)

২। Radio Tashkent, Tashkent, Uzbekistan (U.S.S.R.) —১য় পুৰস্কাৰ। (১৯৮৪)

## স্বীকৃতিসমূহ

১। LIONS CLUB OF DIBRUGARH– 1985.

২। চাবুৱা প্ৰাথমিক শিক্ষক বৰ্গ— ১৯৮১ চনত।

৩। চাবুৱা আঞ্চলিক ৰঙালী বিহু সন্মিলন— ১৯৮১ চনত।

৪। ডিব্ৰুগড় জিলা হাইস্কুল শিক্ষক সংস্থা— ১৯৮১ চনত।

৫। ডিব্ৰুগড় জিলা মধ্য ইংৰাজী শিক্ষক সংস্থা— ১৯৮৭ চনত।

৬। ডিব্ৰুগড় জিলা প্ৰাথমিক শিক্ষক সন্মিলন— ১৯৮৮ চনত।

৭। অসম সাহিত্য সভা, বংচংগী শাখা— ১৯৮১ চনত।
(চাবুৱা) ইত্যাদি বহুতো।

**নতুন শিক্ষককলৈ পৰামৰ্শ ঃ—**

আজি পৰ্য্যন্ত মই পৰামৰ্শ লৈহে আহিছো, পৰামৰ্শ দিয়া বা দিবলৈ মোৰ সাধ্য নাই। যদিও দুটা মান কথা কবলৈ সাহস কৰিছো। প্ৰথম কথাটো হ'ল যে—শিক্ষকতাৰ বৃত্তি হ'ল এটা নিঃস্বাৰ্থ পবিত্ৰ বৃত্তি। ইয়াৰ যোগেদি শিক্ষকৰ অৰ্থ নৈতিক অৱস্থা কেতিয়াও টনকিয়াল নহয়। যদিহে আমাৰ নতুন চাম শিক্ষকে ধনী হোৱাৰ উদ্দেশ্য লৈ হে শিক্ষকতা কৰিবলৈ আহিছে তেন্তে তেনে নতুনচামে এই বৃত্তিলৈ নহাটোৱেই উত্তম। যদি ধনৰ বাবে বৃত্তিক গ্ৰহণ কৰিছে তেনে স্থলতো এই বৃত্তিক গ্ৰহণ নকৰাটো হে ভাল। দ্বিতীয় কথাটো হ'ল—যি সকলে সঁচাকৈ শিক্ষকতা বৃত্তিক ভাল পায় তেনে নতুন চামহে ইয়ালৈ আহিব লাগে। কিয়নো শিক্ষক গৰাকীয়েই হ'ল আমাৰ উঠি অহা কণ-কণ দেশৰ ভাবী নাগৰিকৰ গঢ় দিওঁতা। আমাৰ চৰিত্ৰ ভাল হ'লেহে আমি এজন ভাল, চৰিত্ৰবান সু-নাগৰিক গঢ়ি তুলিব পাৰো। শিক্ষকজন সাহসী, নিষ্ঠাৱান, সজ গুণসম্পন্ন, সহিষ্ণু, মৰমীয়াল, শান্ত, ধৈৰ্য্যবান, নতুনত্বক ভাল পোৱা পৰিশ্ৰমী নিয়মানুবৰ্ত্তী কিম্বা ত্যাগী হ'ব লাগে। শিক্ষকজনে অভিভাৱক, বিভাগীয় কৰ্তৃপক্ষ, বিদ্যালয় উন্নয়ন সমিতি, ছাত্ৰ-ছাত্ৰী আৰু নিজ সহকৰ্মীসকলৰ লগত মধুৰ সম্পৰ্ক বজাই ৰাখিব লাগে। তেহে তেওঁ প্ৰকৃত শিক্ষক হ'ব। দেশৰ ঐক্য আৰু সংহতি বজাই ৰখাৰ দায়িত্বও হ'ল আমাৰ শিক্ষা গুৰু-সকলৰহে। শিক্ষকতাৰ বৃত্তি গ্ৰহণ কৰাৰ লগে লগে Party Politics ৰ পৰা ততালিকে অব্যাহতি লব লাগে। কিয়নো এই বৃত্তিত Party Politicsৰ অকণো থল নাই। গতিকে শিক্ষকতাৰ বৃত্তিৰ বিষয়ে যি-মানেই কোৱা হওক অতি নগণ্য হ'ব। বেছি নকয় ইমানতে সামৰিছো। সকলো শিক্ষাগুৰুকলৈ নমস্কাৰ, সম্ভাষণ এই শ্লোকেৰে জনাই ৰাষ্ট্ৰীয় শিক্ষক দিৱসৰ ওলগ জনালো—

গুৰুঃ ব্ৰহ্মাঃ গুৰুঃ বিষ্ণুঃ, গুৰুঃ দেৱো মহেশ্বৰঃ।
গুৰুঃ সাক্ষাৎ পৰম ব্ৰহ্ম, তস্মৈ শ্ৰীগুৰুৱে নমঃ।

# ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত শিক্ষয়িত্ৰী
# শ্ৰীৰেৱতী বালা বৰা



মোৰ জন্ম ১৯২৬ চনৰ ১১ জুলাই তাৰিখে। ১৪ বছৰ বয়সত মজলীয়া স্কুল পাছ কৰি নগাওঁ মিচনত গুৰু ট্ৰেইনিং পাছ কৰি ১৯৪২ চনত স্বামী গৃহৰপৰা মাধৱ বালিকা প্ৰাইমাৰী বিদ্যালয়ত প্ৰধান শিক্ষয়িত্ৰী হিচাপে সংযুক্ত হওঁ। (১ নবেম্বৰ ১৯৪২ চন)।

পাৰিবাৰিক জীৱন: মই ১৬ বছৰ বয়সত বিয়া হওঁ। নটা সন্তানৰ মই মাতৃ। এই নটা সন্তানক ডাঙৰ দীঘল কৰোতে মই হাড় ভঙা শ্ৰম কৰিব লগা হৈছিল। মোৰ সন্তানৰ আহাৰ পাতি শিক্ষা-দীক্ষাত মই সমানে দায়িত্ব লৈছিলো। পুৰণা দিনৰ বোৱাৰী হিচাপে মই স্বামী, শহুৰ-শাহুৰৰ নিয়মীয়া আলপৈচান ধৰিব লগা হৈছিল। মোৰ ব্যক্তিগত জীৱনৰ কাৰ্য্যৰ তালিকা ব্যস্ত জীৱনৰ হিচাব নিকাচ। মই পুৱা ৪ বজাতে শোৱা-পাতি এৰিছিলো। ৬ বজাৰ লগে লগে সকলোটিকে পুৱাৰ জলপান দি মোৰ মাধৱ গাঁৱৰ ঘৰৰপৰা ২½ কিঃ মিঃ আঁতৰৰ সৰুভগীয়া গাঁৱলৈ গৈ মই ভুঁই কইছিলো। প্ৰায় ৮½ বজাত ঘূৰি আহি সাধাৰণ ভাত এমুঠিকে তৈয়াৰ কৰি সন্তান আৰু পৰিয়াল-বৰ্গকো খুৱাই ১০ বজাৰ লগে লগেই পঢ়াশালিত উপস্থিত হৈছিলো।

মই কোনো দিন বিদ্যালয়লৈ যাওঁতে পলম কৰা নাছিলো আৰু পৰা-পক্ষত বিদ্যালয়ৰপৰা সময়তকৈ আগতে উলটি অহা নাছিলো। আবেলিপৰত মই নিতৌ খোজ-কঢ়া কৰি প্ৰয়োজনীয় কাপোৰ কানি ঘৰতে তৈয়াৰ কৰি লৈছিলো। সন্ধ্যা ল'ৰা-ছোৱালীক শিক্ষা-দান কৰি আহাৰ খাই শুৱাই বুধবাৰ ৰাতি ১১ বজাত শয্যা লৈছিলো। মোৰ ঘৰুৱা বন কৰা মানুহ নাছিল। সকলোখিনি নিজে কৰিছিলো। সেই বাবেই হয়তো মই বৰ্তমানেও নিৰোগী, সবল, সুস্থ।

শিক্ষকতাৰ অভিজ্ঞতা: একাদিক্ৰমে ৪৪ বছৰ কাল প্ৰধান শিক্ষয়িত্ৰী হিচাবে এখন বিদ্যালয়ত কাৰ্য নিৰ্বাহ কৰি জিলা, ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় বঁটা লাভ কৰি ১৯৮৭ চনৰ ডিচেম্বৰ মাহত মই অৱসৰ লওঁ। এটা বহল পৰিয়ালৰ মাতৃ হৈও সুদীৰ্ঘ কালছোৱাত শিক্ষা-দান কৰি পোৱা আনন্দৰ সময়ছোৱা মোৰ জীৱনৰ আটাইতকৈ মধুৰতম সময়। কণ কণ মইনাহঁতক সন্তান সুলভ মৰমৰ মাজত ৰাখি শিক্ষা দান কৰা মুহূৰ্ত আৰু ক্ষণবোৰ মোৰ জীৱনৰ অমৃত ক্ষণ হিচাবে মই গ্ৰহণ কৰিছো। শিক্ষাদানৰ দৰে এই মহান দায়িত্ব লোৱাৰ উষা লগ্নৰে পৰা বিদায় পৰলৈকে শিক্ষক পোহৰ দিয়া কাৰ্যটো মই আটাইতকৈ মহৎ কাম বুলি বিবেচনা কৰো।

নতুন শিক্ষকসকললৈ শিক্ষাদানৰ পৰামৰ্শ:

মহান দাৰ্শনিকৰ ভাবাদৰ্শ কবলৈ গলে শিক্ষকসকল সদায় নীতি, আদৰ্শ আৰু অনুপ্ৰেৰণাত পবিত্ৰ আৰু সৰলমনা হব লাগে। প্ৰতি-জন শিক্ষকে বুদ্ধৰ দৰে নীতি পৰায়ণ, যীশুৰ দৰে পবিত্ৰ আৰু মহাত্মা গান্ধীৰ দৰে অহিংস হোৱাটো মই কামনা কৰো। লঘু আলোচনা, সমালোচনা আৰু খৰা ৰাজনীতিত ব্ৰতী নহৈ যদি অধ্যয়ন-শীল হয় ছাত্ৰ সমাজৰ উপকাৰ হব। শিক্ষকসকলে অকুণ্ঠভাবে শিক্ষাদানত আত্মাহুতি দিয়ক, দেখিব সমাজ জ্যোতিৰ্ময় হব আৰু চিৰদিনেই পোহৰৰ জিলিঙনিয়ে নিজকো উজ্জ্বলাই ৰাখিব।

বিঃ দ্ৰঃ মোৰ কাৰ্যকালত, প্ৰতি বছৰেই ছাত্ৰ-ছাত্ৰীয়ে বৃত্তিলাভ কৰিছিল। মুঠ বৃত্তি লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ২০০ জনতো [দুশ] অধিক।

## শ্ৰীবোপাৰাম শইকীয়া, প্ৰধান শিক্ষক



১৯৩৫ চনৰ মে' মাহৰ ১ লা তাৰিখে যোৰহাট জিলাৰ সৰুচৰাই মৌজাৰ কুহুম যোগনীয় গাঁৱত জন্ম হয়। তেওঁখেতৰ পিতৃ শ্ৰীদেউৰাম শইকীয়া আৰু মাতৃ শ্ৰীমতী নাতুৰী শইকীয়া। কুহুম যোগনীয়া প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা শেষ কৰি বালিগাঁও জগন্নাথ বৰুৱা আৰ্য্য বিদ্যালয়ত নাম ভৰ্তি কৰা হয় আৰু সেই বিদ্যালয়ৰপৰা মধ্য ইংৰাজী শিক্ষা লোৱা হয়। তাৰ পিছত যোৰহাট পলিটেকনিক হাইস্কুলত নাম ভৰ্তি কৰি সেই বিদ্যালয়ত হাইস্কুলীয়া শিক্ষা লোৱা হয় যদিও বিশেষ অসুবিধাত পৰি প্ৰাইভেট পৰীক্ষাৰ্থী হিচাবে ১৯৬০ চনত মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হয়। কলেজীয়া শিক্ষা যোৰহাট জে, বি, কলেজত লোৱা হয় আৰু স্নাতক মহলাৰ তৃতীয় বাৰ্ষিক শ্ৰেণীলৈকে পঢ়ি শিক্ষা সিমানতে সমাপ্ত কৰা হয়।

তেখেতৰ সংসাৰখন :—

শ্ৰীবোপাৰাম শইকীয়া

শ্ৰীপদ্মিনী শইকীয়া



১৯৬৪ চনৰ পৰা তেখেতে দগাওঁ মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰতি-ষ্ঠাপক প্ৰধান শিক্ষক হৈ বৰ্তমান সুচাৰুৰূপে কাৰ্যনিৰ্বাহ কৰি আছে।

(২) শিক্ষকতাৰ পটভূমি :—১৯৬৭ চনলৈ সৰুচৰাই মৌজাৰ মাংলৌ আলি এম, ই, স্কুল আৰু মগলুখাত এম, ভি, স্কুলৰ বাহিৰে অন্য শিক্ষানুষ্ঠান নাছিল। আনকি বালিগাওঁ মৌজাৰ এলেংমৰা, সকাই, খণ্ডীয়া, খুটীয়াপোতা আদিতো কোনো এম, ই, স্কুল নাছিল। এই অঞ্চলৰ শিক্ষিত ও সমাজকৰ্মী লোকসকল আৰু স্থানীয় ৰাইজে ছাত্ৰ-ছাত্ৰীৰ পঢ়াৰ প্ৰতি লক্ষ্য কৰি আৰু দূৰ-দূৰণিত পঢ়া শুনাৰ বাবে যোৱাৰ অসুবিধাৰ বাবে বহুতো ছাত্ৰ ছাত্ৰীয়ে পঢ়া শুনা এৰি দিয়াৰ প্ৰতি লক্ষ্য কৰি এখন মধ্য ইংৰাজী বিদ্যালয় খোলাৰ একান্ত আৱশ্যক অনুভৱ কৰে। তাৰ ফলস্বৰূপে ৰাইজৰ আশাশুধীয়া প্ৰচেষ্টাত দগাওঁ মধ্য ইংৰাজী বিদ্যালয় গঢ় লয়। তেখেতে আৰম্ভণিৰে পৰা এই বিদ্যালয় গঢ় দিয়াৰ কামত লাগিছিল আৰু ৰাইজে বিদ্যালয়ৰ প্ৰধান শিক্ষক ও সম্পাদকৰ দায়িত্ব অৰ্পণ কৰে। তেতিয়াৰপৰাই বৰ্তমানলৈকে নিষ্ঠাৰে কাৰ্য্য নিৰ্বাহ কৰি আছে। তেখেতৰপৰা শিক্ষকতা কৰিবলৈ কিয় আহিল বুলি জানিবলৈ বিচৰাত জনা গ'ল যে গাঁৱৰ স্থানীয় পিছ পৰা অঞ্চলৰ ল'ৰা ছোৱালীৰ উন্নতিৰ কাৰণে সাধাৰণ জ্ঞানেৰে হলেও শিকাই বুজাই মানুহ হিচাবে গঢ় দিব পাৰিবনেকি আৰু এই অনুষ্ঠানটোৱে অঞ্চলটোৰ গৌৰৱ কঢ়িয়াই আনিব পাৰিব বুলি একান্ত বিশ্বাস ৰাখি শিক্ষকতা কৰিবলৈ আহিল। বৰ্তমান তেখেতৰ বিশ্বাস বাস্তৱত পৰিণত হৈছে বুলি কব পাৰি যিহেতুকে এই দগাওঁ অঞ্চলৰ বহুত শিক্ষিত ল'ৰা ওলাইছে, বিশ্ববিদ্যালয়, চিকিৎসা মহাবিদ্যালয়ত পঢ়িছে, চৰকাৰী বিভাগত কাম কৰিছে—আৰু সেইসকলৰ ১ম শিক্ষানুষ্ঠান দগাওঁ এম, ই, স্কুল।

(৩) বৰ্তমান শিক্ষাত সন্মুখীন হোৱা সমস্যা আৰু মতামত : তেখেতৰ মতে বৰ্তমান শিক্ষাত সন্মুখীন হোৱা সমস্যা হ'ল— চৰকাৰৰ তৰফৰ পৰা ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰয়োজনীয় পাঠ্যপুথিৰ সময়মতে

যোগান ধৰা নহয়। ইয়াৰ ফলত ছাত্ৰ-ছাত্ৰীক সময়মতে শিক্ষা দান কৰাত আৰু পুংখানুপুংখ ভাবে পাঠ্যক্ৰমৰ জ্ঞান দিয়াত অসুবিধা হয়। আৰু এটা সমস্যা হৈছে ছাত্ৰ-ছাত্ৰীৰ বয়স আৰু ল'ব পৰাতকৈ অধিক পাঠ্যক্ৰম দিয়া। লগতে সঘনাই পাঠ্যক্ৰম সলনি কৰি থকাটোও এটা সমস্যা বুলি কব পাৰি।

এই সম্পৰ্কে মতামত হিচাবে তেখেতে পৰামৰ্শ আগবঢ়ায় যে পাঠ্যক্ৰমৰ ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পৰিপ্ৰেক্ষিতত শিক্ষকসকলক যি প্ৰশিক্ষণ দিয়া হৈছে সেই প্ৰশিক্ষণ প্ৰশিক্ষকসকলে বিদ্যালয়সমূহলৈ আহি ছাত্ৰ-ছাত্ৰীৰ আগত দিলেহে বেছি উপকৃত হ'ব। বিশেষত সকলো অনুষ্ঠান কেতিয়াও একে পৰ্য্যায় বা পৰিবেশত গঢ় লোৱা নাই নিশ্চয়। পৰিবেশ গঠনৰ জৰিয়তেহে শিক্ষাৰ আঁচনি প্ৰস্তুত কৰাতোতে তেখেতে গুৰুত্ব দিয়ে।

(৪) গাঁও অঞ্চলত ল'ৰা-ছোৱালীৰ শিক্ষালাভত বাধা বিঘিনি :—গ্ৰামাঞ্চলত গঢ় লৈ উঠা শিক্ষানুষ্ঠান সমূহৰ শিক্ষালাভ কৰা বা শিক্ষাদান কৰোতে বাধা বিঘিনি, সুবিধা অসুবিধা এইখিনিকৈ শেষ কৰিব নোৱাৰি। চমুকৈ কবলৈ হ'লে গ্ৰামাঞ্চলৰ সকলো-লোকেই কৃষক আৰু শতকৰা ৮৫ ভাগেই দুখীয়া পৰিয়ালৰ লোক। এই সকল লোকৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষালাভ কৰাত বহুত অসুবিধাৰ ভিতৰত আৰ্থিক স্বচ্ছলতা প্ৰধান। কেতিয়াবা বিদ্যালয়ৰ নীতি-নিয়ম পালনৰ ক্ষেত্ৰ অনুশাসন দেখুৱালে দুখীয়া ছাত্ৰ-ছাত্ৰীসকলেই বলি হব লগা হয়। উদাহৰণ হিচাবে বছৰত ইউনিফৰম এটা যোগাৰ কৰিব নোৱাৰা অভিভাৱকো আছে আৰু কেতিয়াবা প্ৰধান শিক্ষকেই ছাত্ৰ ছাত্ৰীক ইউনিফৰম যোগাৰ কৰি দিব লগা হয়। অন্য এটি অসুবিধা কৃষকৰ কামৰ দিনত প্ৰায়ে ছাত্ৰ ছাত্ৰীৰ উপস্থিতি কম হয়। কৃষি কৰ্মত ছাত্ৰ-ছাত্ৰী সহায় হিচাবে লৈ অভিভাৱকে বিদ্যালয়লৈ ছাত্ৰ-ছাত্ৰী নপঠায় আৰু অপ্ৰিয় হলেও কব লাগিব যে স্থানীয় শিক্ষক

বা প্ৰধান শিক্ষক হ'লে অভিভাৱকে ছাত্ৰ-ছাত্ৰী যাব নোৱাৰাৰ কথা বাটে পৰেও অনুনয় বিনয় কৰি কয়। ফল স্বৰূপে ছাত্ৰ-ছাত্ৰীয়ে শিক্ষালাভ কৰাত বাধাৰ সৃষ্টি হয়। এটা কথা উল্লেখ কৰা ভাল যে গ্ৰামাঞ্চলৰ মুষ্টিমেয় কেইখনমান বিদ্যালয়ৰ বাদে প্ৰায়বোৰ অনুষ্ঠানৰে ঘৰ-দুৱাৰ, গাঁচাৰ আদি প্ৰয়োজনীয় অনুপাতে নাই। ৰ'দ, গৰমত বা বৰষুণত বহুত ছাত্ৰ ছাত্ৰীক শিক্ষা দিয়াত বহুত বিদ্যালয়ত অসুবিধা আছে। [illegible] শিক্ষা লাভ কৰিব পৰা পৰিবেশ প্ৰায় অনুষ্ঠানতে নাই বুলিব পাৰি। এনেবোৰ অসুবিধাৰ কাৰণে তুলনা-মূলক ভাৱে নগৰ অঞ্চলৰ বিদ্যালয়তকৈ গ্ৰাম্য অঞ্চলৰ বিদ্যালয়ত শিক্ষক নিয়োগৰ সংখ্যা কমকৈ দিয়া দেখা যায়। বিশেষকৈ কোনো কোনো ক্ষেত্ৰত দেখা যায় যে গ্ৰাম্য অঞ্চলৰ শিক্ষকসকলে ৭।৮ টা শ্ৰেণীত পাঠদান কৰিব লগা হয়।

৫। নতুন শিক্ষকলৈ শিক্ষাদানৰ পৰামৰ্শ —

[illegible] এটা কথা আছে—পঢ়াগ, পাঠে বোলে পাণ—এই তিনিত বাক্যে নিচিন্তে আন। ইয়াৰ পৰাই বুজিব পাৰি শিক্ষকতা কৰা কিমান কঠিন। শাস্ত্ৰ মতেও শিক্ষকৰ প্ৰায় -৪ টা লক্ষণ থাকিব লাগে। আগৰ দিনত পণ্ডিত আখ্যা পোৱা শিক্ষকতকৈ নতুন শিক্ষক-সকলে বৃত্তি বুলি ধৰি নলৈ আনক জ্ঞানৰ পোহৰ দেখুৱাই দেশৰ আৰু সমাজৰ উন্নতি সাধনত মনোযোগ দিব লাগে। ছাত্ৰ-ছাত্ৰীৰ মনোযোগ আকৰ্ষণ কৰাৰ উপৰিও নানা কৌশল উদ্ভাৱন কৰি কোন ধৰণে শিক্ষা দিলে সহজে ছাত্ৰ-ছাত্ৰীৰ বোধগম্য হয় তাৰ লক্ষ্য কৰিব লাগে। বিশেষত শিক্ষকজন সমাজপ্ৰিয় আৰু আদৰ্শগত হ'ব লাগে। সেয়েহে শিক্ষকে সমাজৰ লগত ঘনিষ্ঠ সম্বন্ধ আৰু পৰম্পৰা ৰক্ষা কৰি নিজৰ আদৰ্শৰে আনক পৰিচালিত হ'বলৈ শিকাব লাগে। মুঠতে বিদ্যালয়তে শিক্ষক নহয় সমাজৰ সকলো কামতে শিক্ষক হ'ব পৰা জনহে প্ৰকৃত লোক।

—x—

# শ্ৰীমাখন শৰ্মা ঃ প্ৰধান শিক্ষক



যোৰহাট নগৰৰ ৮ কিলোমিটাৰ পূবৰ কাছগড়ালত শ্ৰীমাখন শৰ্মাৰ জন্ম হয় ১৯৩০ চনৰ ১৪ অক্টোবৰ তাৰিখত। তেওঁখেতৰ পিতৃ ৺চন্দ্ৰধৰ শৰ্মা আৰু মাতৃ ৺দময়ন্তী দেৱী। তেওঁখেতৰ পিতাক বাগিচাৰ বৰ কেৰাণী আছিল আৰু ল'ৰা ছোৱালীৰ শিক্ষাত বিশেষ মনোযোগ দিছিল। ককায়েক এজন চৰকাৰী ডাক্তৰ হৈছিল।

শ্ৰীশৰ্মাই নাওপলীয়া প্ৰাথমিক বিদ্যালয়ত শিক্ষা সাং কৰি প্ৰথমে মিচন হাইস্কুলত, পিচত চাৰিগাওঁ বেজবৰুৱা ব্ৰাঞ্চ এম ই. স্কুলত পঢ়ে। বেজবৰুৱা ব্ৰাঞ্চ এম ই স্কুলত পঢ়ি ৬ষ্ঠ শ্ৰেণীত নগাওঁৰ বলিয়াবৰ হাইস্কুলত পঢ়ে। ৭ম শ্ৰেণীত পুনৰ যোৰহাটলৈ আহি যোৰহাট বেজবৰুৱা হাইস্কুলৰ পৰা ১৯৫২ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি জে বি কলেজত নাম ভৰ্ত্তি কৰে। স্নাতক শ্ৰেণীত পঢ়ি থাকোঁতেই স্থানীয় ৰাইজৰ অনুৰোধত পৰি কাছগড়াল এম. ই. স্কুল প্ৰতিস্থাৰ মুখ্য নায়ক হ'ব লগা হয়। শিক্ষকতাৰ পৰা জন্মভূমিৰ গোষ্ঠীৰ অনুৰোধত চাব্-এডিটৰ কামত সোমায়। সহকাৰী সম্পাদকৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিসংখ্যা বিভাগৰ কামত সোমায়।

ঘক্তরা অসুবিধাত এই সকলো চাকৰি এৰি ঘৰলৈ অহাত স্থানীয় ৰাইজে এম. ই. স্কুলৰ প্ৰধান শিক্ষক পাতে। শিক্ষক প্ৰাৰ্থীৰূপেই স্নাতক উপাধি লাভ কৰে। তেখেতৰ আগমনৰ লগে লগেই স্কুলে চৰকাৰী মঞ্জুৰী লাভ কৰে। তেখেতে শ্ৰীমঞ্জুৰী দেৱীৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰে আৰু চাৰিটি সন্তানৰ এখন সংসাৰ চলায়।

## শিক্ষক জীৱন

শিক্ষকতা জীৱনৰ অভিজ্ঞতা তেখেতৰ মতে,--"প্ৰথম শিক্ষকতা জীৱন আৰম্ভ হওঁতে মনত এটা প্ৰেৰণা পাইছিলো। কাৰণ সেই সময়ত যিবোৰ ছাত্ৰ ছাত্ৰীক পঢ়াবলৈ পাইছিলো সেইবিলাক পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ থকা ল'ৰা-ছোৱালী আছিল। শিক্ষা দান দি ইমান ভাল লাগিছিল যে, ঘৰত থকা সময়খিনিতো চিন্তাই ঠাই পাইছিল ইয়াতকৈয়ো কি ধৰণে পঢ়ালে ল'ৰা ছোৱালী আৰু ভাল হব। কেৱল নিজক পাঠদানতে আবদ্ধ নাৰাখি ছাত্ৰ ছাত্ৰীয়ে ইংৰাজী ভাষা শুদ্ধকৈ আৰু সহজ ভাৱে শিকিবলৈ ৪ম শ্ৰেণীৰ বাবে Modern English Grammar আৰু ৬ষ্ঠ-৭ম শ্ৰেণীৰ বাবে এখন ইংৰাজী ৰচনা লিখিলো। পুথি দুখনৰ পৰা বহুতো উপকাৰ পোৱাৰ কথা ছাত্ৰ ছাত্ৰীৰ পৰা জানিব পাৰিছো।"

## সামাজিক জীৱন

"কলেজীয়া জীৱনত সমাজৰ কাম কৰাৰ কথাত প্ৰাধান্য দিয়া নাছিলো। মই আছিলো এজন চৌধন যুৱক। কিন্তু অদৃশ্য হাতৰ পৰশে মোক টানি আনিলে অনুন্নত, শিক্ষাত অৱহেলিত এটা অঞ্চলত শিক্ষাৰ পোহৰ বিলাবলৈ। মই হলো অঞ্চলটোৰ কেন্দ্ৰস্থান বিদ্যা-লয়খনৰ শিক্ষক। শিক্ষকতাই হ'ল জীৱনৰ ব্ৰত। বিভিন্ন সামাজিক কামত নিজকে ব্ৰতী কৰাৰ উপৰিও ১৯৬০ চনত যোৰহাট মধ্য ইংৰাজী শিক্ষক সংস্থাৰ উপ সভাপতি নিৰ্বাচিত হও। পুনৰ সংস্থাৰ সভাপতি নিৰ্বাচিত হৈ দক্ষতাৰে শিক্ষক সমাজৰ সেৱা আগবঢ়াই আহিছো। একাধিক বাৰ সভাপতি হৈ থকাৰ পিচত ১৯৮৬ চনৰ পৰা ৰাজ্যিক

# ৰাষ্ট্ৰিক পুৰস্কাৰপ্ৰাপ্ত প্ৰধান শিক্ষক
# শ্ৰীতৰুণ চন্দ্ৰ হাজৰিকা



মোৰ জন্ম নগাওঁ জিলাৰ উত্তৰপেটভা গাঁৱত ১৯৩৭ চনৰ মাঘ মাহৰ কোনো এটা বুধবাৰত। গাঁৱৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষা সাং কৰি দক্ষিণপাট হাইস্কুলত পঢ়োঁ। ১৯৫২ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ নগাওঁ মহাবিদ্যালয়ত আই. এ. পঢ়োঁ। ১৯৫৪ চনত আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ সেই একে মহাবিদ্যালয়তে বি. এ. পঢ়োঁ। বি. এ. পঢ়া শেষ নোহওঁতেই চিলঙত [illegible] ৰেচম আৰু বয়ন বিভাগত কেৰাণী চাকৰিত সোমাব লগা হ'ল।

সৰুৰে পৰা সামাজিক কামত ৰাপ থকাৰ কাৰণে চিলঙত থাকি ভাল নাপালো। এনেতে দক্ষিণপাট হাইস্কুলত শিক্ষকতা কৰাৰ সুবিধা পাই চাকৰী চাকৰি ইস্তফা দি ১৯৫৭ চনৰ আগষ্ট মাহৰ ১ তাৰিখে শিক্ষক চাকৰিত ভৰ্তি হওঁ। এয়ে শিক্ষক জীৱনৰ আৰম্ভণি। ১৯৫৯ চনত শিক্ষক পৰীক্ষাৰ্থী হিচাপে পৰীক্ষা দি বি. এ. পাছ কৰোঁ। ১৯৬৬ চনত সফলভাৱে বি. টি. প্ৰশিক্ষণ গ্ৰহণ কৰোঁ।

মোৰ কৰ্মময় জীৱন বহুমুখী। শিক্ষকতাৰ বৃত্তিৰ উপৰিও অন্যান্য সামাজিক অনুষ্ঠানৰো দায়িত্ব বহন কৰিব লগা হৈ আহিছে। সেই বুলি মূল দায়িত্ব পালনৰ ক্ষেত্ৰত কোনো দিনে অৱহেলা কৰা নাই। দক্ষিণপাট হাইস্কুলত শিক্ষকতা কৰি থকা সময়ত সেই অঞ্চলৰ ৰাইজে ছোৱালীৰ কাৰণে এখন সুকীয়া হাইস্কুল পতাৰ সিদ্ধান্ত লৈছিল। প্ৰথম অৱস্থাত স্কুলৰ তিনিটা শ্ৰেণী খোলা হয় আৰু ব্যৱস্থা কৰি সম্পাদকৰ দায়িত্ব মোৰ ওপৰতে অৰ্পণ কৰিছিল। নতুন স্কুলৰ নিজা মাটিবাৰী আৰু ঘৰ নোহোৱালৈকে পুৱা ভাগত দক্ষিণপাট হাইস্কুলতে শ্ৰেণী সমূহ বহুওৱা হৈছিল। তাতে অবৈতনিক ভাৱে শিক্ষকতাৰ দায়িত্ব কান্ধ পাতি লৈছিলোঁ। তদুপৰি কৃষক ৰাইজৰ সৰ্বাঙ্গীণ মঙ্গলৰ বৃহত্তৰ ঋণ দান সমবায় সমিতিৰো প্ৰতিষ্ঠাপক অবৈতনিক সম্পাদক হিচাপে প্ৰায় ২ বছৰ কাল কাম সম্পাদন কৰিছিলোঁ। কৰ্মস্থানৰ পৰিবৰ্তন ঘটাত সেইবোৰ দায়িত্বৰ পৰা অব্যাহতি ল'ব লগা হৈছিল।

অসমৰ প্ৰাক্তন বিত্ত আৰু ৰাজহ মন্ত্ৰী ৺মতিৰাম বৰাদেৱ আৰু স্থানীয় ৰাইজৰ দাবীত বিশেষকৈ ৺বৰাদেৱৰ হেঁচাত ১৯৬১ চনৰ ৩১ অক্টোবৰ তাৰিখত দক্ষিণপাট হাইস্কুলৰ পৰা চাকৰি ইস্তফা দি পাহিলা নবেম্বৰপৰা ফুলগুড়ি হাইস্কুলত প্ৰধান শিক্ষক হিচাপে যোগদান কৰোঁ। বিভাগীয় অনুমতি আৰু ১৯৬১ চনৰ পহিলা জানুৱাৰীৰ পৰা বিদ্যালয়ক স্বীকৃতি প্ৰদান কৰে। উল্লেখযোগ্য যে ১৯৬২ চনৰ পহিলা জানুৱাৰীৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়েও নৱম আৰু দশম শ্ৰেণী খুলিবলৈ অনুমতি দিয়াৰ লগতে স্বীকৃতিও প্ৰদান কৰে।

ইং ১৯৬৫ চনত সেই সময়ৰ চৰকাৰে মাধ্যমিক শিক্ষাৰ সম্প্ৰসাৰণ মাত্ৰাধিক হোৱা বুলি অত্যুৎসাহী হৈ সেই সময়ৰ প্ৰচলিত ঘাটি মঞ্জুৰী নীতি বন্ধ কৰি বিদ্যালয়সমূহৰ উন্নয়নত বাধা আৰোপ কৰে। চৰকাৰৰ বৈষম্যমূলক মঞ্জুৰী নীতিৰ অৱসান ঘটাবলৈ ৰাজ্যজুৰি এক সংঘবদ্ধ প্ৰচেষ্টা চলোৱাৰ প্ৰয়োজন আহি পৰিছিল। তেনে এক

উদ্দেশ্যে লৈ ১৯৬৭ চনত পোন প্ৰথমে নগাওঁ জিলাত এটা নতুন শিক্ষক সংগঠন গাঢ় উঠিছিল। ১৯৬৮ চনত জিলা শিক্ষক সংগঠনৰ সম্পাদকৰ দায়িত্ব লব লগা হ'ল। আমাৰ যত্নত ১৯৬৯ চনৰ জুলাই মাহত নগাওঁ জিলাৰ এহা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বাণিজ্যিক ভিত্তিত শিক্ষক-সকলৰ এখন অভিবৰ্তন অনুষ্ঠিত হয়। সেই অভিবৰ্তনতে অসম হাইস্কুল শিক্ষক সংস্থাৰ জন্ম।

ই° ১৯৭০ চনৰে পৰা ১৯৭৭ চনলৈকে অসম হাইস্কুল শিক্ষক সংস্থাৰ বাণিজ্যিক সম্পাদকৰ গুৰু দায়িত্ব পালন কৰিব লগা হৈছিল। আমাৰ কাৰ্য্যকালত অসমৰ অস্থায়ী ৰাজধানী দিচপুৰ বহু বিধানসভাৰ প্ৰথমখন অধিবেশনৰ কালতে বিধান সভা আৰু জিলা পৰিষদসকলৰ কাৰ্য্যালয়ৰ সন্মুখত ১৯৭৩ চনৰ ৬ জুন তাৰিখৰ পৰা সত্যাগ্ৰহ আন্দোলন সম্পাদিত হৈছিল। এই আন্দোলনৰ সফল পৰিণতি আছিল অসম চৰকাৰ আৰু শিক্ষক সংস্থাৰ মাজত সম্পাদিত হোৱা ৯ জুন তাৰিখৰ ঐতিহাসিক চুক্তি। ঘাটিমঞ্জুৰী নীতি পুনৰ প্ৰৱৰ্তিত হ'ল। তদৰ্থ মঞ্জুৰী নীতি সংশোধিত হ'ল অসম মাধ্যমিক শিক্ষা পৰিষদলৈ শিক্ষক প্ৰতিনিধি মনোনীত কৰাৰ ব্যৱস্থা প্ৰবৰ্তন হ'ল। মঞ্জুৰীদানৰ ক্ষেত্ৰত ৰাজনৈতিক প্ৰভাৱ তথা চল-চাতুৰীৰ অৱসান ঘটিল। তিনিটা বছৰৰ বিৰতিৰ পাচত ১৯৮০ চনৰ পৰা বৰ্তমানলৈকে সংস্থাৰ সভাপতিৰ দায়িত্বত আছোঁ। সেই একেদৰে ১৯৭৪ চনৰে পৰা মাজতে তিনিটা বছৰ বাদ দি বৰ্তমানলৈকে অসম মাধ্যমিক শিক্ষা পৰিষদতো সদস্য হিচাপে জড়িত হৈ থকা হৈছে। ইয়াৰ উপৰিও জন্ম লগ্নৰ পৰা নগাওঁ জিলা উচ্চ আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়-সমূহৰ প্ৰধানসকলৰ অধিবিদ্যা পৰিষদ আৰু বাণিজ্যিক অধিবিদ্যা পৰিষদৰ লগতো সক্ৰিয় ভাৱে জড়িত হৈ আছোঁ।

মানবিশিষ্ট প্ৰশ্ন কাকত প্ৰস্তুত কৰা আৰু যোগান ধৰা, বিভিন্ন পৰীক্ষাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীৰ শিক্ষা লাভৰ মূল্যাংকন কৰা, শিক্ষক-সকলৰ মাজত বৃত্তিমূলক সমন্বয় গঢ়ি তোলা আৰু আলোচনা চক্ৰ,

চম্ প্ৰশিক্ষণ, মুখপত্ৰ প্ৰকাশ আদিৰ জৰিয়তে শিক্ষকসকলৰ শিক্ষাদান আৰু বৃত্তিমূলক জ্ঞান বৃদ্ধিৰ বাবে যত্ন প্ৰস্তুত লোৱাৰ উদ্দেশ্যে ১৯৭২ চনত গঠিত হোৱা নগাওঁ জিলা আন্তঃ হাইস্কুল পৰীক্ষা পৰিষদৰ সভাপতিৰ দায়িত্ব ১৯৭৮ চনৰে পৰা বৰ্তমানলৈকে বহন কৰি থকা হৈছে। আমাৰ কাৰ্যকালতে পৰিষদৰ নিজা পুঁজিৰে অসম ৰাজ্যিক পৰিবহন নিগমৰ আস্থানৰ নিচেই ওচৰতে নগাওঁ চহৰৰ মাজ মজিয়াত মাটি কিনি এতিয়ালৈকে ত্ৰিনিশ মানুহ বহি সভা সমিতি পাতিব পৰা অসম টাইপৰ এটা স্থায়ী ভৱন নিৰ্মিত হৈ পৰিছে আৰু এই ভৱনক স্থায়ী সাচ বাবেৰে পিমানে সু-সজ্জিত কৰা হৈছে। শিক্ষাৰ উন্নয়নৰ সকলো কামত ব্যৱহৃত হোৱা, আৰু হব পৰা এই ভৱনৰ নাম 'শিক্ষা ভৱন' ৰখা হৈছে।

প্ৰচলিত শিক্ষা ব্যৱস্থা টিচৰ পৰা উত্তৰাধিকাৰী সূত্ৰে চলি অহা এক শিক্ষা ব্যৱস্থা। বৰ্তমানৰ শিক্ষা ব্যৱস্থাই সমাজৰ প্ৰয়োজনীয়তা পূৰণ কৰাত বিফল হৈছে। তদুপৰি আমাৰ ৰাজ্যখনত এক নীতি-বিহীন আৰু পৰিকল্পনা বিহীন শিক্ষা ব্যৱস্থা চলি আছে। বিদ্যালয় খোলাৰ ক্ষেত্ৰতো কোনো নীতি থকা দেখা নাযায়। ঠাই বিশেষে বিদ্যালয় মাত্ৰাধিক ভাৱে বাঢ়িছে। সকলোতে বৈষম্য বিৰাজমান। অহৈতুক ৰাজনৈতিক প্ৰভাৱেৰে ভাৰাক্ৰান্ত। শিক্ষানুষ্ঠানসমূহত সুস্থ পৰিবেশৰ অভাৱ। শিক্ষক ছাত্ৰ, শিক্ষক-অভিভাৱক তথা সমাজৰ মাজত পাৰস্পৰিক সম্বন্ধ মধুৰ নহয়। শিক্ষানুষ্ঠানসমূহৰ ওপৰত সমাজৰ পোনপটীয়া নিয়ন্ত্ৰণ লোপ পোৱাৰ বাবে তাৰ উন্নয়নৰ প্ৰতি সমাজ উদাসীন হৈ পৰিছে। ৰাজ্যিকীকৰণ ব্যৱস্থা প্ৰৱৰ্তনৰ ফলত কোনো কোনো শিক্ষক কৰ্মচাৰ, চৰকাৰী, বিভাগ, সমাজ আনকি বিদ্যালয় প্ৰধানসকলৰো নিয়ন্ত্ৰণৰ বাহিৰত। এতিয়া প্ৰায়সকল শিক্ষকে শিক্ষকতা কৰা বুলি উপলব্ধি কৰিব নোৱাৰে; 'চাকৰি' কৰা বুলি ভাবিহে ভাল পায়। শিক্ষা সংস্কাৰৰ ক্ষেত্ৰতো গতানুগতিকতাই ঠাই পাইছে। শিক্ষক কৰ্মচাৰীসকলৰ বাবে নিৰ্দিষ্ট আচৰণ

বিধি থকা নিতান্তই প্ৰয়োজন। শিক্ষকসকলক ৰাজনীতি কৰিব দিব নালাগে। এনে কাৰণতো শিক্ষানুষ্ঠানৰ পৰিবেশ বিনষ্ট হোৱা দেখা যায়।

সময় আৰু সমাজৰ প্ৰয়োজনীয়তা পূৰাব পৰাকৈ শিক্ষা ব্যৱস্থা নকৈ গঢ় দিয়া উচিত। সাধাৰণ শিক্ষা গ্ৰহণৰ বাবে সকলো ছাত্ৰ-ছাত্ৰী সমানে আগ্ৰহশীল আৰু সমৰ্থবান নহয়। মাধ্যমিক স্তৰৰ পৰাই সাধাৰণ শিক্ষাৰ লগতে বিভিন্ন বৃত্তিমূলক শিক্ষা প্ৰবৰ্তনৰ দিহা কৰিব পাৰিলে ভাল হয়। শিক্ষা ব্যৱস্থাৰ অৰ্থনৈতিক দিশৰ দায়িত্ব পোন-পটীয়া ভাবে চৰকাৰে লব লাগে আৰু পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব সমাজৰ ওপৰত ন্যস্ত হব লাগে। কোনো ঠাইত নকৈ অনুষ্ঠান পাতিব লগা হলে তেনে ক্ষেত্ৰত চৰকাৰেহে আগভাগ লব লাগে। শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত জিলা পৰ্য্যায়ত শিক্ষাবিদসকলক লৈ একোখন স্বত-ন্ত্ৰীয়া বাছনি কমিটী গঠিত হব লাগে। উক্ত কমিটীত শিক্ষক সংস্থাৰ প্ৰতিনিধি ৰখাৰ ব্যৱস্থা থাকিব লাগে। অকল পৰীক্ষাৰ নম্বৰৰ ওপৰতে ভিত্তি নকৰি লিখিত পৰীক্ষা লোৱা আৰু মৌখিক সাক্ষাৎ-কাৰৰো ব্যৱস্থা থকা উচিত। এই দুয়ো ব্যৱস্থাই শিক্ষক হব খোজা লোকজনক সকলো প্ৰকাৰে জনাব সুবিধা দিব।

বিশ্ব বিশ্ৰুত দাৰ্শনিক পণ্ডিত এগৰাকীৰ মতে—এজন প্ৰধানমন্ত্ৰী হোৱাতকৈ এজন প্ৰকৃত শিক্ষক হোৱা টান কাম। শিক্ষকতা বৃত্তিৰ প্ৰতি ৰাপ আৰু শ্ৰদ্ধা নথকা লোক শিক্ষক হবলৈ অহা উচিত নহয়। শিক্ষকৰ দায়িত্ব অপৰিসীম। বিদ্যালয়ৰ চাৰিবেৰৰ মাজতে ই সীমাবদ্ধ হব নোৱাৰে। পাৰিবাৰিক, সামাজিক জীৱনৰ প্ৰতিটো ক্ষেত্ৰলৈকে ই বিস্তৃত। তদুপৰি নিজা বৃত্তিমূলক জ্ঞান বৃদ্ধি, মানসিক উন্নয়ন আদিৰ কাৰণেও নিজে সদায় প্ৰস্তুত থাকিব লাগিব। অধ্যয়নৰ প্ৰতি আসক্তি নথকা, শিকিবলৈ আগ্ৰহ নথকা শিক্ষক ভাল শিক্ষক হব নোৱাৰে। আনফালে দক্ষ আৰু প্ৰতিভাৱান শিক্ষকৰ অভাৱত সমগ্ৰ শিক্ষা ব্যৱস্থাৰ অধোগতি হব পাৰে।

শিক্ষক ত্যাগৰ প্ৰতীক। এই ত্যাগ বৈষয়িক ত্যাগ নহয়। এই ত্যাগ এটা মহান জাতি, এখন সৰ্বাঙ্গ সুন্দৰ সমাজ তথা দেশ গঢ়ি তোলাৰ ক্ষেত্ৰত থকা তেওঁলোকৰ দায়িত্ব পালনৰ ত্যাগ। শিক্ষকতাৰ আদৰ্শক বৈষয়িক লাভালাভেৰে কেতিয়াও জুখিব নোৱাৰি। অনুষ্ঠানটোক আপোন বুলি নভবা বা ভাবিব নোৱাৰা শিক্ষকৰ সংখ্যা নগণ্য নহয়। নিৰ্দ্ধাৰিত সময়খিনি কোনো প্ৰকাৰে পাৰ কৰি দিব বিচৰা মনোভাৱৰ শিক্ষকৰ সংখ্যাও উলাই কৰিব পৰা বিধৰ নহয়। আগৰ দিনৰ তুলনাত আজি কালি ছাত্ৰ ছাত্ৰীক লিখিত কাম কৰাৰ ওপৰত বিভিন্ন অজুহাতত গুৰুত্ব দিয়া নহয়। আগতে শিক্ষকে বিদ্যালয় ছুটী হোৱাৰ পাচতো বিদ্যালয়তে বহি লিখিত বহীবোৰ চাই দিছিল। ছাত্ৰ-ছাত্ৰীৰ লিখিত টোকাৰ ওপৰত চহী নথকাৰ কাৰণেও শিক্ষকে তেনে ছাত্ৰ-ছাত্ৰীক শাস্তি বিধান কৰিছিল।

আজি কালি প্ৰায়েই অভিযোগ শুনা যায় যে শিক্ষকসকলে ব্যক্তিগত বৈষয়িক লাভৰ আশাত শ্ৰেণীৰ পাঠদানত মনোযোগ আৰু গুৰুত্ব নিদিয়ে। এনে অভিযোগ শিক্ষক সম্প্ৰদায়ৰ প্ৰতি অপমানসূচক। শিক্ষকৰ প্ৰতি সমাজৰ শ্ৰদ্ধা হেৰাই যোৱা ইও এক কাৰণ। সমাজৰ প্ৰতি থকা দায়বদ্ধতা উপলব্ধি কৰি হেৰাই যোৱাৰ উপক্ৰম হোৱা আত্মসম্মান আৰু মৰ্য্যাদা পুনৰ প্ৰতিষ্ঠাৰ বাবে ঘৰুৱা শিক্ষকতা কৰা মনোভাব ত্যাগ কৰা উচিত হব। বৈজ্ঞানিকসকলৰ অশেষ ত্যাগ, কষ্ট স্বীকাৰ, জীৱন জোৰা সাধনাৰ বলতেই সৃষ্টি হোৱা বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ দ্বাৰা প্ৰকৃতিৰ ভূগৰ্ভৰ পৰা মূল্যবান সম্পদ আহৰণ সম্ভৱ হৈছে। সেই একেদৰে প্ৰকৃতিৰ কোলাত লালিত পালিত হৈ ডাঙৰ দীঘল হোৱা প্ৰচুৰ সম্ভাৱনা থকা আমাৰ ছাত্ৰ-ছাত্ৰীসকলক ভৱিষ্যতৰ সমাজ তথা দেশৰ একো একোটা মূল্যবান সম্পদত পৰিণত হব পৰাকৈ শিক্ষক সমাজেও বৈজ্ঞানিকসকলৰ দৰে জীৱনজোৰা কষ্ট, ত্যাগ আৰু সাধনা কৰিব লাগিব।

পাঠদান ৰসাল আৰু ছাত্ৰ ছাত্ৰীৰ মনোগ্ৰাহী কৰিবৰ কাৰণে

শিক্ষকৰ পূৰ্ব প্ৰস্তুতি অপৰিহাৰ্য্য। পূৰ্ব পাঠৰ আলোচনা নকৰাকৈ নতুন পাঠদান কাৰ্য্য আৰম্ভ কৰা উচিত নহয়। মুঠতে শিক্ষকৰ ব্যক্তিত্ব আৰু প্ৰত্যুৎপন্নমতিতাই হৈছে [illegible] পাঠ্যক্ৰম, পাঠ্যপুথি আৰু শিক্ষাদানৰ পদ্ধতি আৰু কৰ্তব্যনিষ্ঠাই হে সকলোতকৈ প্ৰয়োজনীয় কথা।

নানা কাৰণত আগৰ দিনৰ তুলনাত আজি কালি ছাত্ৰ-ছাত্ৰীসকলৰ পঢা শুনাৰ প্ৰতি ধাউতি কমি যোৱা দেখা যায়।

আগতে শিক্ষা সীমাবদ্ধ আছিল। প্ৰাথমিক শিক্ষা গ্ৰহণৰ পাচতেই অধিকাংশই পঢা শুনা একেবাৰে বাদ দিছিল। কিছু সংখ্যক অভিভাৱকেহে ল'ৰা ছোৱালীক উচ্চ শিক্ষা লাভ কৰিবলৈ পঠাইছিল আৰু সেইসকল ল'ৰা ছোৱালীৰ অধিকাংশৰে পঢা শুনাৰ প্ৰতি আগ্ৰহ আছিল। আজি কালি সকলো ঠাইৰ আৰু সকলো স্তৰৰ পৰাই ল'ৰা-ছোৱালী পঢা-শুনা কৰিবলৈ দেখা যায়। এইবোৰ ল'ৰা-ছোৱালীৰ অধিকাংশ অভিভাৱক অশিক্ষিত আৰু সেইবাবে ল'ৰা-ছোৱালীৰ পঢা শুনাৰ ক্ষেত্ৰত উদাসীন। ৰুচি আৰু সামৰ্থ্য অনুসৰি পঢাৰ সুবিধা নোপোৱা বাবেও কিছুমান ছাত্ৰ-ছাত্ৰীয়ে সাধাৰণ শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত অনীহা প্ৰকাশ কৰে। সাধাৰণ শিক্ষাত পাৰদৰ্শিতা দেখুৱাব নোৱাৰা বহু ল'ৰা ছোৱালীক বৃত্তিমূলক শিক্ষাত বিশেষ পাৰদৰ্শিতা দেখুওৱাৰ বহু নিদৰ্শন আছে। উচ্চ শিক্ষা গ্ৰহণৰ অন্তত কেতবোৰ লোকৰ অগ্ৰজ-সকলক নিষ্কৰ্মা হৈ বছৰৰ পাচত বছৰ ধৰি পৰিয়ালৰ বোজা স্বৰূপ হৈ থকা দেখি কিছুমান ছাত্ৰ-ছাত্ৰীয়ে তেনে শিক্ষাৰ পৰা কোনো লাভ নহব বুলি ভাবিব ধৰিছে। আনকি বহু অভিভাৱকৰ মনলৈকো তেনে হতাশজনক ভাব আহি পৰিছে।

বয়স আৰু মানসিক স্তৰৰ তুলনাত পাঠ্যক্ৰমৰ বোজা মাত্ৰাধিক হোৱাৰ বাবেও বেছিভাগ ছাত্ৰ ছাত্ৰী শিক্ষা গ্ৰহণ কৰিবলৈ অপাৰগ হৈ পৰিছে। তদুপৰি বজাৰুৱা 'নোট' বহী আৰু সৰুৱেপৰা ঘৰুৱা শিক্ষকৰ ওপৰত নিৰ্ভৰ কৰি চলা প্ৰায়বোৰ ছাত্ৰ ছাত্ৰীৰ নিজস্ব চিন্তা চৰ্চা আৰু সৃজন শক্তি লোপ পাব ধৰিছে। এনে ছাত্ৰ ছাত্ৰীয়ে

শ্ৰেণীত মনোযোগ নিদিয়ে আৰু পৰীক্ষা গৃহত অসৎ উপায় গ্ৰহণৰ চেষ্টা চলায়। কোনোটাও বিষয়ত অকৃতকাৰ্য্য হৈও বছৰৰ পাছত বছৰ ধৰি ওপৰৰ শ্ৰেণীলৈ প্ৰমোচন দিয়াৰ ফলতো বহু ছাত্ৰ ছাত্ৰীয়ে পঢ়া শুনাৰ প্ৰতি বিশেষ গুৰুত্ব নিদিয়ে। অশিক্ষিত অভিভাৱকসকলে পৰীক্ষাত পাছ হোৱা বুলি জানিয়েই আনন্দ লভে। সেই একে ধৰণৰ অপৰিকল্পিত আৰু অনিয়ন্ত্ৰিত শিক্ষা প্ৰসাৰণেও শিক্ষা গ্ৰহণৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ অমনোযোগিতা বঢ়াইছে। নিৰ্দিষ্ট শ্ৰেণীৰ অকুলন সংখ্যা হেতু কোনো নতুন বিদ্যালয়ত ওপৰৰ শ্ৰেণীৰ নাম ভৰ্তি কৰাৰ সুবিধা পোৱাৰ পাছত তেনে ছাত্ৰ-ছাত্ৰীয়ে আৰু তেওঁলোকৰ [illegible]সকলে পঢ়া শুনাত বিশেষ কোনো মনোযোগ নিদিয়ে।

শিক্ষাৰ প্ৰতি ছাত্ৰ ছাত্ৰীৰ অনিহা প্ৰকাশৰ আটাইতকৈ ডাঙৰ কাৰণটো হ'ল বিদ্যালয়ত সমাজৰ সুস্থ পৰিৱেশৰ অভাৱ। আগৰ দিনৰ তুলনাত আজি কালি বাহিৰা আকৰ্ষণ বাঢ়ি গৈছে। মেল মিটিং, আন্দোলন, ম'হজোৰা কিছু উৎসৱ, চিনেমা নানা খেল ধেমালি, টেলিভিচন আদিয়ে ল'ৰা ছোৱালীৰ মনবোৰ পঢ়া-শুনাৰ পৰা আঁতৰাই নিছে। বাধ্যবাধকতাৰ মাজত বিদ্যালয়ত আবদ্ধ হৈ থকা সময়খিনিৰ বাহিৰে অধিকাংশ ছাত্ৰ ছাত্ৰীয়ে দিনটোৰ বাকীখিনি সময় পঢ়া-শুনাত খৰচ নকৰে। অভিভাৱক তথা সমাজেও তেনেবোৰ ক্ষেত্ৰত নিজৰ কৰণীয় কৰ্তব্য আৰু পালনীয় দায়িত্ব পালন নকৰে।

— × —

## গুৱাহাটী বিশ্ববিদ্যালয়ৰ

## ডঃ অশোক কুমাৰ গোস্বামী



১৯৩৮ চনৰ ১১ এপ্ৰিল (২৮ চ'ত অশোকাষ্টমী তিথিত) যোৰহাট মহকুমাৰ চাৰিঙীয়া গাঁৱৰ ধাপকটা বৰ সত্ৰত জন্ম। পিতৃ ধাপকটা বৰ সত্ৰৰ বৰ্তমান সত্ৰাধিকাৰ শ্ৰীযুক্ত নন্দকান্ত গোস্বামী আৰু মাতৃ স্বৰ্গীয়া যোগদা দেৱী (গোস্বামী)। অতি কেঁচুৱাতে মাতৃহাৰা হোৱাত আইতা স্বৰ্গীয়া দময়ন্তী গোস্বামীৰ লালন পালনত অশোক কুমাৰ গোস্বামী ডাঙৰ দীঘল হয়।

শ্ৰীগোস্বামীয়ে পশ্চিম যোৰহাটৰ ২৯ নম্বৰ চাৰিঙীয়া প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে আৰু ১৯৪৬ চনৰ পৰা ১৯৫৪ চনলৈ দহোটীয়া উচ্চ ইংৰাজী বিদ্যালয়ত (সম্প্ৰতি উচ্চতৰ মাধ্যমিক) মাধ্যমিক শিক্ষা লয়। ১৯৫৪ চনত শ্ৰীগোস্বামীয়ে সংস্কৃতত 'লেটাৰ' সহ প্ৰথম বিভাগত 'জলপানি' সহ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। অতি বেয়া ধৰণে চকুৰ অসুখত ভুগি থকাৰ বাবে এই পৰীক্ষাৰ প্ৰস্তুতিৰ কালত শ্ৰীগোস্বামীক হিতাকাংক্ষী শিক্ষক আৰু

বন্ধুবান্ধৱে কিতাপ পত্র পঢ়ি দিব লগা হৈছিল আৰু পৰীক্ষাগৃহৰ 'ৰোগী কক্ষ'ৰ পৰাহে শ্ৰীগোস্বামীয়ে পৰীক্ষা সম্পূৰ্ণ কৰিছিল, তদুপৰি মাধ্যমিক শিক্ষাৰ কালছোৱাত দহোটীয়া হাইস্কুলৰ বেবাগবাকী শিক্ষক আৰু অন্যান্য সদাশয় লোকৰ আৰ্থিক সহায়তহে অত্যন্ত দুখীয়া পৰিয়ালৰ ল'ৰা শ্ৰীগোস্বামীৰ শিক্ষা সম্ভৱ হৈছিল, তথাপি শ্ৰীগোস্বাম প্ৰবেশিকা পৰীক্ষাৰ ফলাফল আছিল সেই সময়ত চালুকীয়া অৱস্থাত থকা দহোটীয়া হাইস্কুলৰ শৈক্ষিক দিশত প্ৰথম উল্লেখযোগ্য সাফল্য।

শ্ৰীগোস্বামীয়ে ১৯৫৬ চনত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ মাধ্যমিক কলা (সেই সময়ত 'আই এ' বুলি কোৱা হৈছিল) পৰীক্ষাত ষষ্ঠস্থান অধিকাৰ কৰি সংস্কৃতত 'লেটাৰ' সহ সফলতা আৰ্জন কৰে। ১৯৫৮ চনত চকুৰ কাৰণে স্নাতক পৰীক্ষাত বহিব নোৱাৰি দহোটীয়া হাইস্কুলত অস্থায়ীভাৱে শিক্ষক হয়। ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক (বি, এ,) পৰীক্ষাত সংস্কৃতত সন্মান (অনাৰ্ছ) লৈ শ্ৰীগোস্বামীয়ে প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰে আৰু বিশ্ববিদ্যালয়খনৰ স্নাতক পৰীক্ষাত (সেই বছৰৰ) সৰ্বোচ্চ নম্বৰ লাভ কৰি বিশেষ যোগ্যতা দেখুৱায়। ১৯৫৯ চনৰপৰা ১৯৬১ চনলৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত গোস্বামীয়ে স্নাতকোত্তৰ শিক্ষা গ্ৰহণ কৰে; কিন্তু অত্যন্ত চকুৰ অসুখৰ বাবে শ্ৰীগোস্বামীয়ে পুনৰ তিনিটা শৈক্ষিক বছৰ হেৰুৱাব লগা হয়। ১৯৫৯ ৰপৰা ১৯৬৩ লৈকে শ্ৰীগোস্বামীয়ে যোৰহাটত চুক্তিত থকা ধলৰ সত্ৰ উচ্চ ইংৰাজী বিদ্যালয় আৰু গুৱাহাটীৰ কামৰূপ একাডেমীত শিক্ষকতা কৰে। ১৯৬৪ চনৰ মাৰ্চ মাহত অনুষ্ঠিত এম, এ, পৰীক্ষাত বহি শ্ৰীগোস্বামীয়ে 'সংস্কৃত' বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি কৃতকাৰ্য্য হয় আৰু স্বৰ্ণপদক লাভ কৰে। ১৯৬৪ চনত কেইমাহ মানৰ কাৰণে যোৰহাটৰ নিউ যোৰহাট কলেজ (এতিয়াৰ 'যোৰহাট মহাবিদ্যালয়') আৰু যোৰহাট জগন্নাথ বৰুৱা কলেজত

অধ্যাপনা কৰি সেইবছৰৰে ডিচেম্বৰৰ ৭ তাৰিখে শ্ৰী গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰবক্তা হিচাবে যোগদান কৰে। ১৯৭৯ চনত 'ভাষা পৰিচ্ছেদৰ শব্দ খণ্ডৰ সমালোচনাত্মক ব্যাখ্যা' শীৰ্ষক ন্যায়দৰ্শনমূলক গ্ৰন্থৰ ভিত্তিত শ্ৰীগোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'ডক্টৰেট' উপাধি লাভ কৰে। ১৯৮১ চনত ড° গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অন্যতম 'প্ৰাধ্যাপক' (ৰীডাৰ) হিচাবে নিযুক্তি লাভ কৰে আৰু 'গৱেষণা 'তত্ত্বাৱধায়ক' ( ৰিচাৰ্চ গাইড )ৰ দায়িত্ব পায়। তেখেতৰ তত্ত্বাৱধানত এতিয়ালৈকে তিনিজন গৱেষকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি, এইচ, ডি ডিগ্ৰী লাভ কৰিছে আৰু ৭ জনে যথাযথ ভাবে গৱেষণা কাৰ্যত প্ৰবৃত্ত আছে। ব্যক্তিগত ভাবেও ড° গোস্বামীৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ত বিভিন্ন গৱেষণামূলক নিবন্ধ প্ৰকাশ পাইছে।

অধ্যয়ন অধ্যাপনাৰ উপৰিও ড° গোস্বামী বিভিন্ন সামাজিক সাংস্কৃতিক অনুষ্ঠানৰ লগত নিবিড় ভাবে জড়িত হৈ আছে। বিশেষ ভাবে উল্লেখ কৰিবলগীয়া ড° গোস্বামীয়ে বৰ্তমান বহন কৰা দায়িত্ব হ'ল—তেখেত ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় মুক্ত বিশ্ববিদ্যালয়ৰ গুৱাহাটী কেন্দ্ৰৰ সংযোজক (Co-oidination)। ১৯৮৬ চনৰ ডিচেম্বৰ মাহৰ পৰা আৰম্ভ হোৱা এই কেন্দ্ৰটিৰ যোগেদি অসমত মুক্ত বিশ্ববিদ্যালয়ৰ বিভিন্ন পাঠ্যক্ৰমৰ সম্প্ৰসাৰণ ঘটিছে। ড° গোস্বামী ১৯৭৯ চনৰপৰা ১৯৮৬ চনলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ মাধৱ বেজবৰুৱা ছাত্ৰাবাসৰ অধীক্ষক আৰু ১৯৮৭-৮৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় শিক্ষক সন্থাৰ সভাপতি আছিল। তেখেত তিনিবছৰৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয় শৈক্ষিক পৰিষদৰ ( একাডেমিক কাউন্সিল )ৰ সদস্য আছিল। সম্প্ৰতি ড° গোস্বামী গুৱাহাটী বিশ্ববিদ্যালয় কৰ্ট মহাসভাৰ সদস্য।

**শিক্ষকতাৰ পটভূমি:** ১৯৫৬ চনত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা 'আই, এ, পৰীক্ষা ( কলা শাখাত মাধ্যমিক স্তৰৰ

পৰীক্ষা ) দি উঠি কিছু দিনৰ বাবে ( এমাহ মান নেকি ? ) দহোটীয়া উচ্চ মাধ্যমিক বিদ্যালয়ত ( আজি কালি উচ্চতৰ মাধ্যমিক ) শিক্ষক হিচাবে সোমাইছিলো। দিন কটাবৰ বাবে বা হাত খৰছ উলিয়াবৰ বাবে সেই চাকৰিত সোমাইছিলো যদিও বেচ এক আনন্দ লাভ কৰিলো। ১৯৫৮ চনত চকুৰ অসুখৰ বাবে বি, এ, পৰীক্ষা নিদি ( ড্ৰপকৰি ) প্ৰায় এবছৰ কাল দহোটীয়াত শিক্ষক হ'লো। ১৯৬১ চনত আকৌ চকুৰ কাৰণেই এম, এ, পৰীক্ষা দিব নোৱাৰি প্ৰায় তিনিবছৰ কাল স্কুলত শিক্ষকতা কৰিছিলো। আঢ়ৈ বছৰ ধৰি যোৰহাটৰ চুঁৰিত থকা ধলৰ সত্ৰ উচ্চ মাধ্যমিক বিদ্যালয়ত আৰু প্ৰায় ৭।৮ মাহ মান গুৱাহাটীৰ কামৰূপ একাডেমীত শিক্ষকতা কৰিলো। এইবিলাক নিযুক্তি আছিল জীৱনৰ সাময়িক সংকট মোচনৰ বাবে। নিজৰ পঢ়া-শুনাৰ খৰছ গোটোৱা আৰু চলি থকাৰ বাবে অস্থায়ী ব্যৱস্থা। কিন্তু গোজেই গজালি হ'ল। সমগ্ৰ জীৱন শিক্ষক হৈ থকাৰ এক পটভূমি ৰচিত হ'ল। হ্ৰস্বকালীন শিক্ষকতাতো এক বুজাব নোৱাৰা সুখ আৰু শান্তিৰ উপলব্ধি ঘটিল – সেয়ে হ'ল পৰৱৰ্তী জীৱনৰ পাথেয়। সৰু কালৰে পৰা ভাষণ প্ৰেমী আছিলো। অন্যহাতে স্কুলীয়া আৰু কলেজীয়া জীৱনত বিভিন্ন বিষয়ৰ ভিতৰত সাহিত্যত বিশেষকৈ সংস্কৃত সাহিত্যত অধিক পাৰদৰ্শিতা দেখুৱাব পাৰিছিলো। সেয়ে শিক্ষক জীৱনৰ বাবে উপযোগী হৈয়ে নিজৰ অজানিতেই গঢ় লৈ উঠিছিলোনেকি ?

**বৰ্তমান অৰ্থনৈতিক আৰু সামাজিক পটভূমিত মোৰ জীৱনৰ মূল্যাঙ্কন :**

এই সন্দৰ্ভত চিন্তা বা প্ৰত্যুত্তৰ নিশ্চয় আপেক্ষিক হব আমি বিদ্যালয়, মহাবিদ্যালয়ত পঢ়ি থকা কালত শিক্ষকসকলৰ দা-দৰমহা উৎসাহজনক নাছিল। কিন্তু যোৱা দুটা দশকত সকলো স্তৰৰ শিক্ষকৰেই বেতনৰ নিৰিখ ক্ৰমাগত ভাবে বৃদ্ধি কৰা হৈছে। বিশ্ব-

বিশ্ববিদ্যালয় অনুদান আয়োগে নির্দ্ধাৰণ কৰা নিৰিখত বেতন ভোগী এজন অধ্যাপক হিচাবে আমাৰ মনোবেদনা থকাৰ অৱকাশ থাকিব নালাগিছিল। পিছে বজাৰত বয়বস্তুৰ আকাশচুম্বী উৰ্দ্ধমুখী মূল্য আৰু আধুনিক জীৱনৰ নিত্য নতুন চাহিদাৰ পৰিপ্ৰেক্ষিতত আমাৰ অৰ্থনৈতিক জীৱন 'টালিটুপলি মাৰি চলা বিধৰ' বুলি ক'লে অপলাপ কৰা নহব। চাকৰি জীৱনৰ অন্তিম পৰ্য্যায়ত (দহ বছৰৰো কম সময়ত) যোৰহাটৰ ধাপকটাত থকা ভাড়ে বেয়াই পুৰণি পৈতৃক ঘৰখনৰ বাদে নিজাকৈ কোনো মাটিঘৰ, সা-সম্পত্তি কৰিব পৰা বা কৰা হোৱা নাই। ইয়াৰ বাবে ব্যক্তিগত আক্ষেপ নাথাকিলেও আত্মীয় স্বজনৰ বা বন্ধুবান্ধৱৰ প্ৰশ্নবাণৰ প্ৰায়ে সন্মুখীন হব লগা হয়। উত্তৰাধিকাৰী সূত্ৰে পোৱা সম্পত্তি, প্ৰচুৰ অৰ্থপ্ৰদ ব্যৱসায়, আৰু বিভিন্ন সৎ অসৎ অৰ্থকৰী বৃত্তিৰ ফলত আমাৰ সামাজিক জীৱনত উৎকট অৰ্থনৈতিক বৈষম্যৰ সৃষ্টি হৈছে। তেনে এক সমাজত হয়তো ভোগ বিলাস-বহুল জীৱন ধাৰী বহুজনৰ দৃষ্টিত এজন অধ্যাপকৰ জীৱনৰ কোনো চমৎকাৰিতা বা আকৰ্ষণ নাই। কিন্তু ব্যক্তিভেদে ৰুচিভেদ যেনেদৰে হয় জীৱনদৰ্শনৰো পাৰ্থক্য হব পাৰে। সেয়েহে আমি ব্যক্তিগত জীৱন বৃত্তিত বেদনাবিহীন ভাবে বৰ্তমানলৈকে গতিমান হৈ আছো ; শিক্ষকৰ জীৱনত অনুভৱ কৰা মাদকতা বা অনিৰ্বচনীয় সুখেই ইয়াৰ কাৰণ। বৰ্তমানৰ সামাজিক তথা অৰ্থনৈতিক পট-ভূমিত আমাৰ জীৱনৰ মূল্যাঙ্কন আনে যি ভাবেই নকৰক, শিশুকাল আৰু যুৱাকালৰো এছোৱাত অত্যধিক অভাৱ—অনাটনত ভুগি অহা এজন ব্যক্তি হিচাবে নিজকে সৌভাগ্যশালী বুলিয়েই অনুভৱ কৰোঁ, যিহেতু আপেক্ষিক আৰ্থিক স্বচ্ছলতাৰ লগতে বিদ্যোপাৰ্জ্জন আৰু বিদ্যাদানেৰে জীৱন কটোৱাত সুবিধা লাভ কৰিছোঁ।

**শিক্ষকতাৰ কালত প্ৰচলিত ব্যৱস্থাৰ সন্দৰ্ভত মোৰ নিজস্ব মনোভাৱ :**

(১) প্ৰচলিত শিক্ষা ব্যৱস্থাত শ্ৰেণীত শিক্ষাদানৰ প্ৰক্ৰিয়া

শিক্ষক কেন্দ্রিক ( Teacher Centred )। শিক্ষকে কৈ যায়, শিক্ষাৰ্থীয়ে শুনি যায়। পাঠদান প্ৰায়ে 'বক্তৃতা'ত পৰিণত হয়। ফলত শিক্ষাৰ্থীয়ে পাঠ্যৰ লগত পূৰ্ণ পৰিচয় লাভ কৰিলেনে ? বুজিব পাৰিলেনে ? নুবুজাকৈ থাকি গ'লনে ? বিভিন্ন সন্দেহৰ অৱকাশ থাকি যায়। এই প্ৰক্ৰিয়া 'শিক্ষাৰ্থী কেন্দ্রিক (Student Centred) হোৱাটো বাঞ্ছনীয়। শিক্ষাৰ্থীয়ে শ্ৰেণীলৈ আহোঁতে নিৰ্দ্ধাৰিত পাঠৰ লগত যথাসম্ভৱ নিজে পৰিচিত হৈ আহিব—শিক্ষাৰ্থীয়ে, প্ৰতিজনে, নুবুজা অংশ / বিষয়ত শিক্ষকৰ দৃষ্টি আকৰ্ষণ কৰিব। শিক্ষকে সংশয় দূৰ কৰিব। শিক্ষকে শিক্ষাৰ্থীক প্ৰশ্ন কৰিব। শিক্ষাৰ্থীয়ে উত্তৰ দিব। শিক্ষাৰ্থীয়ে পৰিপ্ৰশ্নেৰে শিক্ষকৰ পৰা জ্ঞান গোটাই ল'ব। বক্তৃতাৰ স্থান 'কথোপকথন' বা 'সমূহীয়া আলোচনাই ( Group discussion ) অধিকাৰ কৰিব। এয়া হব শিক্ষা দানৰ বিজ্ঞান-সম্মত প্ৰক্ৰিয়া।

(২) এটা / দুটা বছৰৰ মূৰত সকলো পত্ৰৰ ওপৰত পৰীক্ষা লোৱা এতিয়ালৈকে আমাৰ শিক্ষানুষ্ঠানৰ সৰহভাগৰে নিয়ম। কিন্তু কেইখন মান মাত্ৰ পত্ৰৰ ওপৰত শিক্ষাদান কৰি সাময়িক পৰীক্ষাৰ (Term and Examination ) 'চিমেষ্টাৰ'ৰ ৰূপত ব্যৱস্থা কৰাৰ পোষকতা কৰোঁ। পাচ কৰি যোৱা এখন পত্ৰত (paper) ( অন্য এক পত্ৰত অকৃতকাৰ্য্য হোৱাৰ বাবে) আকৌ পৰীক্ষা দিব লগা বিধি যুক্তিসঙ্গত নহয়।

(৩) বৰ্তমানৰ পৰীক্ষা ব্যৱস্থাত নম্বৰ (মূল্যাঙ্ক) দিয়া কাৰ্য্য বিতৰ্কৰ বিষয় হৈ পৰিছে বহুকাৰণত। প্ৰধানকৈ এটা কাৰণ হ'ল—ক্ৰমে ৪৪ আৰু ৪৫ পোৱা বা ক্ৰমে ৫৯ আৰু ৬০ পোৱা দুজন পৰীক্ষাৰ্থীৰ মাজত বৌদ্ধিক অৰ্হতাৰ তাৰতম্য বিশেষ নাথাকে। কিন্তু মূল্যাঙ্ক পত্ৰ ( mark sheet )ত সেই দৰে মূল্যাঙ্ক (নম্বৰ) উঠাৰ লগত সমাজে দুইজন ছাত্ৰক বেলেগ ধৰণে চায় আৰু ব্যৱহাৰ কৰে। সেয়ে আজি কালি উন্নত দেশসমূহে গ্ৰহণ কৰা

'ক, খ, গ' আদি ( A, B, C আদি ) গ্ৰেডৰ ব্যৱস্থা গ্ৰহণহে বাঞ্ছনীয়।

**বৰ্তমান সমাজ আৰু শিক্ষকলৈ মোৰ পৰামৰ্শ :**

(১) অভিভাৱকসকলে নিজৰ ল'ৰা-ছোৱালীৰ ৰুচি আৰু সামৰ্থ্য অনুযায়ী কোনো এক পাঠ্যক্ৰমত শিক্ষা দিয়াৰ চিন্তা কৰিব লাগে। ছাত্ৰ ছাত্ৰীসকলেও নিজৰ ৰুচি আৰু অহৃতাৰ ভিত্তিতহে শিক্ষাৰ বিষয় নিৰ্দ্ধাৰণ কৰিব লাগে। ভৱিষ্যতে অধিক অৰ্থোপাজনৰ সুবিধা হ'ব বুলি কোনো এক শিক্ষা বিষয়ত প্ৰায় বলপূৰ্বক ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰিলে ব্যক্তি আৰু সমাজ উভয়ৰে শক্তি আৰু সময়ৰ অপচযহে হয়। কোনো এক দিশত সম্যক জ্ঞান আৰু অৰ্হতা লাভেৰে ভৱিষ্যতে সমাজৰ সেৱা কৰাৰ উদ্দেশ্যেৰেহে ছাত্ৰ-ছাত্ৰীসকলক বিদ্যানুষ্ঠানলৈ পঠাব লাগে—ব্যক্তিগত লাভৰ মানসিকতাৰে নহয়, যোগ্যজন সমাজ সেৱাত প্ৰবৃত্ত হলেও তেওঁৰ ব্যক্তিগত উন্নতি স্বতঃসিদ্ধ।

(২) সমজুৱাসকলে শিক্ষানুষ্ঠানসমূহৰ পৰিবেশ সুস্থ আৰু পবিত্ৰ হৈ থকাত সক্ৰিয় সহযোগিতা কৰিব লাগে। সংশ্লিষ্ট শিক্ষানুষ্ঠান-সমূহ সুস্থ ভাবে আৰু সমগ্ৰ সমাজৰ অনুকূলে পৰিচালিত হৈছেনে? বৌদ্ধিক নিষ্কলুষতা আৰু প্ৰগতি অব্যাহত আছেনে? অনুষ্ঠান-সমূহৰ ক্ষেত্ৰত দায়বদ্ধভাবে অভিভাৱক তথা ৰাইজে গঠনমূলক পৰামৰ্শেৰে কৰ্তৃপক্ষসমূহক সহায় কৰিব লাগে। আৰ্থিক অভাৱগ্ৰস্ত শিক্ষানুষ্ঠানৰ ক্ষেত্ৰত ৰাইজে সঙ্ঘবদ্ধ হৈ বিশেষ ভূমিকা গ্ৰহণ কৰিব লাগে।

(৩) নিজৰ ল'ৰা-ছোৱালীহঁতে যাতে পুৱা গধূলি পঢ়া-শুনাত নিয়মীয়া হয়, 'সামাজিক', 'সাংস্কৃতিক' বাস্তভাৰ নামত যাতে শিক্ষাৰ্থীৰ জীৱন-পথৰপৰা পিচলি নপৰে, 'ড্ৰাগছ্' আদি ভয়াবহ ৰাগী-সমূহৰ পৰা আঁতৰত থাকে—এই সকলো বিষয়তে অভিভাৱক-

সকল সদা সচেতন হৈ অতি সাৱধানেৰে কিন্তু মৰম সনা ব্যৱহাৰেহে নিজ পুত্ৰ কন্যাসকলৰ কল্যাণৰ হকে তৎপৰ হব লাগে।

(৭) আজিৰ পৃথিৱীত প্ৰতি বিষয়তে জ্ঞান নিত্য নতুন হৈ পৰিছে পৰিধি সদায় বহল হব লাগিছে। সেয়ে মাননীয় শিক্ষক সকলেও সদায়ে নতুন নতুন বিভিন্ন গ্ৰন্থৰ লগত পৰিচয় ৰাখি প্ৰস্তুতি সহকাৰে ছাত্ৰ-ছাত্ৰীসকলৰ সম্মুখীন হব লাগে। শ্ৰেণীত শিক্ষক শিক্ষাৰ্থীৰ মাজৰ প্ৰক্ৰিয়া পৰিকল্পনা আৰু প্ৰস্তুতিপূৰ্বক হে হোৱা উচিত।

(৫) পৰীক্ষাসমূহৰ সন্দৰ্ভত নিৰীক্ষক আৰু পৰীক্ষক উভয়ৰূপত শিক্ষকসকলৰ দায়িত্ব গুৰুত্বপূৰ্ণ। এই ক্ষেত্ৰত ক্ৰমা • ভা.ৰ নি ৎস্থ সৃষ্টি হৈছে আৰু পুঙ্খানুপুঙ্খ পৰ্য্যালোচনাৰো অৱকাশ আছে। আমি আজিলৈ সংক্ষেপে ইয়াকে কওঁ পৰীক্ষা আৰু পৰীক্ষা গৃহত শিক্ষকৰ ভূমিকা দায়িত্বপূৰ্ণ। অৱহেলা আৰু উদাসীনতা, নিৰ্লিপ্ততা আৰু নিষ্ক্ৰিয়তা দুৰ্ভাগ্যজনক হব, দেশৰ ভৱিষ্যতৰ বাবে বিপজ্জনক হব। সঙ্ঘবদ্ধ হৈ দায়িত্ব সহকাৰে শিক্ষকসকলে পৰীক্ষা গৃহত ক্ৰমশঃ বৃদ্ধি পোৱা দুৰ্নীতিক বাধা দিব লাগে আৰু সমাজত শিক্ষকসকলে পাব-লগীয়া সন্মানৰ লগত সঙ্গতি ৰাখি শিক্ষকৰ অন্যান্য ভূমিকা সাহসিকতাৰে কৰিব লাগে। এজন শিক্ষকে শ্ৰেণীত যি বিষয়ত পাঠদান কৰে, সেই বিষয়ত তেওঁৰ ছাত্ৰ-ছাত্ৰীয়ে 'ঘৰুৱা শিক্ষক' লোৱা বা লবলগীয়া হোৱাটো শিক্ষকজনে নিজৰ বৈফল্য আৰু লজ্জাৰ কাৰণ বুলি ভাবিব লাগে।

**শিক্ষাৰ্থীৰ প্ৰতি মোৰ মনোভাৱ আৰু সহযোগিতা ঃ**

এজন শিক্ষকৰ শিক্ষাৰ্থীৰ প্ৰতি সমীচিন মনোভাৱ আৰু পূৰ্ণ সহযোগিতাৰ বাবে অনুকূল সামাজিক আৰু ৰাজনৈতিক পৰিবেশ আৰু গাঁথনিৰ প্ৰয়োজন। তথাপি ব্যক্তিগতভাবে শিক্ষাৰ্থীসকলৰ বাবে মোৰ মনোভাৱ চিৰন্তন স্নেহ আৰু শুভেচ্ছাপূৰ্ণ, সৰ্বদা অনুকূল, সেয়ে বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত যোৱা তিনিটা দশক

ধৰি শিক্ষকতাৰ কালছোৱাত শিক্ষাৰ্থীসকলৰ সৈতে একাত্মবোধেৰে জীৱন যাপন কৰিছোঁ। শ্ৰেণীৰ বাহিৰতো, ঘৰেপৰে আৰু আওবাৰে 'বিদ্যাদান' কৰিছোঁ। আৰ্থিক, শৈক্ষিক বা অন্যান্য প্ৰকাৰে যথাসাধ্য সহায় আগবঢ়াইছোঁ; ছাত্ৰসন্থা তথা ছাত্ৰসকলৰ দ্বাৰা আয়োজিত সামাজিক, সাংস্কৃতিক অনুষ্ঠানত নিবিড়ভাৱে জড়িত হৈছোঁ। ছাত্ৰসকলৰ প্ৰতি থকা এই সহযোগী মনোভাৱৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ মাধৱ বেজবৰুৱা ছাত্ৰাবাসত সাত বছৰ ধৰি অধীক্ষক হিচাবে দায়িত্ব পালন কৰিছিলো। গুৱাহাটী বিশ্ববিদ্যালয়ত এজন অধ্যাপকৰ জীৱনত এনে দায়িত্ব গ্ৰহণ বাধ্যতামূলক নহয়। আনহাতে 'অসম আন্দোলন'ৰ পক উঠা কালছোৱাত এনে পদবীত থকা কাৰ্য্য অতি দায়িত্বশীল আৰু দুৰ্বহ হৈ উঠিছিল, তথাপি ছাত্ৰ আবাসীসকলৰ সান্নিধ্যই আছিল সেই কালছোৱাত এটা ডাঙৰ আনন্দৰ উৎস।

# শ্ৰীমতী কৃষ্ণা দাস ঃ প্ৰধান শিক্ষয়িত্ৰী



সুখ্যাত আইনজীৱি স্বৰ্গীয় ৰাইচৰণ দাসগুপ্তা মোৰ পিতৃদেৱ। মাতৃ ৺শেবলিনী দাসগুপ্তা। মই পিতা-মাতাৰ কণিষ্ঠ সন্তান। নিজ ঘৰতে শিক্ষা আৰম্ভ কৰি পিতা-মাতাই পঞ্চম শ্ৰেণীতহে মোক আনুষ্ঠানিক শিক্ষাত ভৰ্তি কৰাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ১৯৫০ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰি, গুৱাহাটী সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত স্নাতক শ্ৰেণী পৰ্য্যন্ত শিক্ষা লাভ কৰোঁ। এই মহাবিদ্যালয়ত মই পাইছিলো সকলো বিদগ্ধ শিক্ষক-শিক্ষয়িত্ৰী। প্ৰত্যেকজনেই আছিল নিজ নিজ বিভাগত অনুকৰণীয় যোগ্যতাৰ অধিকাৰী। মোৰ শিক্ষাৰ প্ৰতি যি স্পৃহা আছিল সেই জ্ঞান পিপাসা সেইসকলৰ পৰা সম্পূৰ্ণৰূপে লাভ কৰিছিলো।

১৯৫৬ চনত যোৰহাট নিবাসী শ্ৰীযুত নীহাৰ ৰঞ্জন দাসৰ সৈতে আমাৰ বৈবাহিক সম্বন্ধ স্থাপন হয়। অদ্য পৰিমিত আমি সুখী সাংসাৰিক জীৱন অতিবাহিত কৰি আছো। ১৯৫৬ চনৰপৰা সুদীৰ্ঘ আঠ বছৰ আমি কোনো চাকৰি বাকৰি কৰা নাছিলো। ১৯৬৪ চনত দেৱীচৰণ ছোৱালী মহাবিদ্যালয়ৰ পৰা বি. এ. পাছ কৰো। দেৱীচৰণ

মহাবিদ্যালয়ৰ সেই সময়ৰ অধ্যক্ষ শ্ৰীযুত অভয়পদ ভট্টাচাৰ্য্যৰ সহায়তাৰ কথা জীৱনত মনত থাকিব। শ্ৰীযুত ভট্টাচাৰ্য্যৰ ওচৰত মই একান্ত ঋণী।

## শিক্ষকতাৰ পটভূমি

১৯৬৪ চনত যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সহ অধ্যক্ষ শ্ৰীযুত মাধৱ চন্দ্ৰ চক্ৰৱৰ্ত্তী (মামা)ৰ সৌজন্যত আৰু চেষ্টাত যোৰহাট ৰেলওৱে জংচন ষ্টেচনত কণ কণ শিশুহঁতৰ লিখা পঢ়াৰ সুবিধাৰ্থে এখন প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰে কেইজনমান বিদ্যুৎসাহীলোকে। সেই সময়ত আমি শ্ৰদ্ধেয় মাধৱ বাবুৰ প্ৰতিবেশী তেখেতে সেই সময়ত চাইছিল ভদ্ৰ সম্ভ্ৰান্ত পৰিয়ালৰ শিক্ষয়িত্ৰী যি অন্ততঃ বিনা বেতনে ল'ৰা-ছোৱালী পঢ়াব পাৰে। সেই সময়ত মোৰ হাতত অফুৰন্ত সময়। ইয়াৰ উপৰিও শিক্ষকতা বৃত্তিত আছিল একান্ত অনুৰাগ। মই জানিছিলো কেৱল শিক্ষকেই মানুহ গঢ় দিয়াৰ একমাত্ৰ কাৰিকৰ। সেয়ে ভাবিলো এটি শিশুকো যদি প্ৰকৃত অৰ্থত শিক্ষা দান দিব পাৰো তেন্তে মই নিজকে ধন্য মানিম। কেৱল মাহিলী ত্ৰিকুৰি টকা বেতনতে সন্তুষ্ট হৈ গ্ৰহণ কৰিলো শিক্ষকতাৰ বৃত্তি—এই সৰু বিদ্যালয়তে।

## বৃত্তিকালিন অভিজ্ঞতা

সুদীৰ্ঘ ত্ৰিশ বছৰৰ অভিজ্ঞতাত দেখিবলৈ পালো শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্তন। নতুন শিক্ষানীতি প্ৰণয়ত ইংৰাজী ভাষাৰ সীমিতকৰণ। ইংৰাজী ভাষাৰ শিক্ষা দিয়া হৈছে পঞ্চম শ্ৰেণীৰ পৰা। যদি ইংৰাজী ভাষা এটা অৱশ্যে পাঠ্য বিষয়ৰূপে নিৰ্বাচন কৰা হয়, তেন্তে সেই ভাষাক কিয় পঞ্চম শ্ৰেণীত আৰম্ভ কৰালৈ অপেক্ষা কৰিব লাগে। ভাৰতীয় মাতৃ ভাষাত যেনেকৈ অ, আ, ক, খ, শিকোৱা হয় প্ৰাথমিক পৰ্য্যায়তে ; সেইদৰে প্ৰাথমিক পৰ্য্যায়ৰ পৰা a, b, c, d আৰম্ভ কৰিলে কি অপৰাধ হয় ? যাৰ কাৰণে দেখা গৈছে ওপৰ শ্ৰেণীত ছাত্ৰ-ছাত্ৰীয়ে ইংৰাজী ভাষা আয়ত্ত কৰিব নোৱাৰে। যাৰ ফলশ্ৰুতি হৈছে—প্ৰতি বছৰ ইংৰাজী ভাষাত অকৃতকাৰ্য্য হোৱাৰ সংখ্যা

ক্ৰমান্বয়ে অধিকৰ পৰা অধিকতৰ হৈছে। মাতৃভাষাৰ দৰেই যদি প্ৰাথমিক স্তৰৰ পৰা ইংৰাজী শিকোৱা হয় তেনেহ'লে ইয়াকো আশা কৰা যায়, সেই ভাষা ছাত্ৰ-ছাত্ৰীৰ স্বতঃস্ফূৰ্ত হব। ই মোৰ সম্পূৰ্ণ ব্যক্তিগত পৰামৰ্শ। যদি ইংৰাজী ভাষাকে বাধ্যতামূলক হিচাবে ৰখা হয় তেন্তে তাক মাতৃ ভাষাৰ দৰে প্ৰাথমিক স্তৰৰ পৰা ৰখাৰ পৰামৰ্শ।

শিক্ষাৰ মান নিম্নগামী হোৱাৰ কাৰণ ত্ৰিবিধ যাক বোলে ত্ৰিবেণী সঙ্গম—

ক) চৰকাৰী পুস্তকৰ সময় মতে সৰবৰাহৰ অভাব।

(খ) পুস্তকৰ অন্তৰ্গত ভাষাৰ অসঙ্গতি, ছপাৰ ভুল ভ্ৰান্তি।

(গ) পাঠ্যক্ৰমৰ অতিৰিক্ত বোজা (over loaded), নিয়মিত চৰকাৰী পুস্তকৰ যোগানৰ অভাব। একক শিক্ষকৰ প্ৰচেষ্টা কেতিয়াও শিক্ষাৰ মানদণ্ড উচ্চ হব পাৰে বুলি মই নাভাবো। তাত প্ৰয়োজন অভিভাৱকৰ একান্ত মনোযোগ। কিন্তু দুখৰ বিষয় বেছি ভাগ অভিভাৱকৰ দেখা যায় অমনোযোগী ভাবাপন্ন, অধিকাংশ অভিভাবকে ভাবে যে তেওঁলোকৰ ল'ৰা-ছোৱালী বিদ্যালয়ত ভৰ্তি কৰি দিলেই তেওঁলোকৰ কৰ্তব্য শেষ। তেওঁলোকৰ ল'ৰা ছোৱালী নিয়ম মতে বিদ্যালয়ত গৈছেনে নাই অথবা নিয়মিত শ্ৰেণীৰ কাম অথবা ঘৰৰ কাম কৰিছেনে নাই তাৰ প্ৰতি কোনো মনোযোগ নাই (class work, home work ইত্যাদি) কিছুমান ভিন্ন বাহ্যিক আকৰ্ষণে ছাত্ৰ-ছাত্ৰীবিলাকক পাঠ বিমুখ কৰিছে। যেনে—(ক) বাহিৰৰ আকৰ্ষণ—চিনেমা, টি. ভি. আৰু নানা উত্তেজনামূলক প্ৰচাৰ পত্ৰ।

(খ) অৰ্থনৈতিক অবস্থাৰ কাৰণে অভিভাবকৰ শিক্ষাৰ প্ৰতি সচেতনাৰ অভাব।

(গ) যাৰ কাৰণে ছাত্ৰ ছাত্ৰীবোৰে নিজৰ জীৱিকাৰ প্ৰতি আকৃষ্ট হয়।

শিক্ষক-শিক্ষয়িত্ৰীৰ ভূমিকা হ'ল অভিভাৱকৰ পিচৰ স্থান, দিনৰ দহটাৰ পৰা আবেলি তিনি বা চাৰে তিনিটা পৰ্য্যন্ত তেওঁলোকৰ দিন

কাটে ছাত্ৰ-ছাত্ৰীবিলাকক লৈ। গতিকে শিক্ষক-শিক্ষিকাসকলে জানিব লাগিব প্ৰত্যেক ছাত্ৰ ছাত্ৰীক ব্যক্তিগত ভাবে। শিক্ষক-শিক্ষিকা হব লাগিব একেবাৰে নিষ্ঠাবান আদৰ্শ ও অনুকৰণীয় চৰিত্ৰৰ অধিকাৰী ও নিৰ্ভীক চিত্তৰ।

শিক্ষক মানেই হ'ল সমাজ গঢ়াৰ এজন খনিকৰ আৰু সেই দায়িত্ব ন্যস্ত কৰা এজন নিপুণ কাৰিকৰ।

## শিক্ষকৰ প্ৰতি পৰামৰ্শ

সঁচাকৈয়ে যদি আমি সুস্থ, সমৃদ্ধিশালী সমাজ গঢ়ি তুলিবলৈ আশা কৰো তেন্তে সৰ্ব প্ৰথমে শিক্ষাবিদসকলে বিদেশী শিক্ষাৰ অন্ধ অনুকৰণ নকৰিব—তাৰ মাজত আমাৰ দেশৰ কাৰণে উপযোগী আৰু প্ৰয়োজনীয় অংশ গ্ৰহণ কৰা। কাৰণ বিদেশী শিক্ষা ব্যৱস্থা অনুকৰণ কৰিলে কোনো দিনেই জাতীয় শিক্ষা ব্যৱস্থাত সফল হব নোৱাৰি। কাৰণ যি শিশু জন্ম হওঁতে যি পৰিবেশৰ লগত পৰিচিত হয় পৰৱৰ্তী জীৱনটো শিশুৱে তাকেই অনুসৰণ কৰে। কিন্তু নতুন শিক্ষানীতিত শিশুৱে নাজানিব তাৰ জাতিৰ ইতিহাস, তাৰ ঐতিহ্য, নাজানিব নিজৰ দেশৰ ভূগোল—যি তাৰ মানসিকতাত চিৰন্তন ছাপ পৰিব। ইতিহাস, ভূগোলহীন শিক্ষা হব সেই শিশুৰ ওচৰত যিমান দুঃখকৰ সিমান লজ্জাকৰ। কাৰণ Child is not a miniature form of man, but man in making.

## শ্ৰীমহেন্দ্ৰমোহন মহন্ত ঃ প্ৰধান শিক্ষক



শ্ৰীমহন্ত দবামৰা গজলা সত্ৰৰ সকলোৰে শ্ৰদ্ধা আৰু মৰমৰ ৺সোন গোসাই ( মহন্ত) ৰ ঘৰত জন্ম গ্ৰহণ কৰে। তেখেতৰ পিতৃ মাতৃৰ নাম ৺পদ্মাৱতী মহন্ত। সৰুতে পিতৃহীনা মহন্তই বিধবা মাক আৰু তিনিটা ভায়েকক মানুহ কৰিবৰ বাবে অক্লান্ত পৰিশ্ৰম কৰিব লগা হয়। প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিচতে অৰ্থনৈতিক অনাটনৰ বাবে জীৱন সংগ্ৰামত নামি পৰিব লগা হয়। নিচেই কম বয়সতে সংসাৰ পৰিচালনাৰ ভাৰ মূৰপাতি লব লগা হোৱাত মহন্তই জীৱিকা নিৰ্বাহৰ বাবে শিক্ষকতাৰ বৃত্তি গ্ৰহণ কৰে। এলেঙ্গী মধ্য ইংৰাজী বিদ্যালয়ত প্ৰধান শিক্ষকৰূপে যোগদান দি অদ্য পৰিমিত সেই পদ সুখ্যাতিৰে পৰিচালনা কৰি আহিছে।

পৰিপাটি সাজ-পোষাক, সুন্দৰকৈ মূৰ ফণিওৱা সুন্দৰ সুঠাম চেহেৰাৰ ( ৫০ বছৰৰ পিচতো চফল ডেকাৰ দৰে ) মানুহজনেই শ্ৰীমহেন্দ্ৰমোহন মহন্ত। সকলোকে সহজে মুহিব পাৰে বাবেই হয়তো নামটোৰ লগত "মোহন" শব্দৰ সংযোগ। নিজৰ দায়িত্ব আৰু কৰ্তব্য, আৰু ব্যক্তিত্বৰ প্ৰতি সচেতন মহন্তই নিজৰ ঘৰখন যেনেকৈ আদৰ্শ

ঘৰৰূপে গঢ়ি তুলিবলৈ সংগ্ৰাম কৰি আহিছে,' সেইদৰেই নিজৰ বিদ্যালয়খন গঢ়ি তোলাতো চেষ্টা আৰু সেৱা আগবঢ়াই আহিছে। পৰিয়ালৰ ভৰণ পোষণত ব্যস্ত থকা মহন্তই কিছু পলমকৈ নাহৰকটীয়া কলেজৰ উপাধ্যক্ষ তুলসী মহন্তৰ ভগ্নী শ্ৰীমতী মীনা মহন্তৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰে। বৰ্তমান দুটি কন্যা সন্তান আৰু এটি পুত্ৰ সন্তানেৰে মহন্তৰ এখন সুখৰ সংসাৰ। এলেঙ্গী অঞ্চলৰ মহন্ত এজন ডাঙৰ খেলিয়ক।

স্থানীয় অঞ্চলটোৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত মহন্ত ওতঃ-প্ৰোত ভাবে জড়িত। তেখেত যোৰহাট জিলা মধ্য ইংৰাজী শিক্ষক সংস্থাৰ এজন সক্ৰিয় সদস্যৰ উপৰিও ৰাজ্যিক সংস্থাত সুখ্যাতিৰে সুদীৰ্ঘ কাল প্ৰতিনিধিত্ব কৰি আহিছে। ৰাজ্যিক সংস্থাৰ প্ৰতিখন সভাত অধিবেশনত বৰ্তমানৰ "শিক্ষক" পুথিৰ সম্পাদক আৰু শিক্ষক সমন্বয় সমিতিৰ সভাপতিৰ লগত উটোৰ দৰে সুদীৰ্ঘ দিন লাগি থাকি দিহা পৰামৰ্শ দি আহিছে। মহন্তৰ সকলো কামতে নিষ্ঠা আৰু একাগ্ৰতাৰ পৰিচয় পোৱা যায়।

বৰ্তমান শিক্ষা ব্যৱস্থাৰ প্ৰতি মত প্ৰকাশ কৰি তেখেতে কয় যে, স্বাধীনোত্তৰ কালছোৱাত অসম শিক্ষা বিষয়ত যথেষ্ট আগ বাঢ়িছে যদিও সি আশাপ্ৰদ নহয়। ইয়াৰ মূল কাৰণ হ'ল—(১) জনসংখ্যা অনুপাতে কম শিক্ষিতৰ হাৰ, (২) জনসাধাৰণৰ ৰক্ষণশীল মনোভাৱ (৩) উপযুক্ত শিক্ষকৰ অভাৱ, (৪) অৰ্হতাসম্পন্ন শিক্ষকৰ কামৰ প্ৰতি অমনোযোগিতা (৫) বিদ্যালয়ৰ জৰাজীৰ্ণ ঘৰ, (৬ শিক্ষাৰ সা-সঁজুলিৰ অভাব (৭) শিক্ষক অভিভাৱকৰ সম্বন্ধহীন (৮) অনিয়মিত নিযুক্তি আৰু (৯) বৃত্তিমুখী শিক্ষাৰ অভাব।

এনেবোৰ আলৈ আহুকালৰ মাজতো অসমত শিক্ষাৰ যি অগ্ৰগতি হৈছে—তাকো ৰাজ্যত মাজে মাজে উদ্ভৱ হোৱা অশান্ত পৰিস্থিতি আৰু পৰিবেশে পঙ্গু কৰি পেলাইছে। সেয়ে সমাজ আৰু শিক্ষকক আত্ম-বিশ্লেষণৰ বাবে আহ্বান জনাই তেখেতে কয়—আমাৰ শিক্ষক বন্ধুসকলে

"শিক্ষক" শব্দৰ মহত্ত্ব আৰু গুৰুত্বৰ কথা অনুধাবন কৰি নিজকে অতি যত্ন সহকাৰে আগবঢ়াই নিনিলে আমাৰ কাৰণে আদৰ্শ আৰু কৰ্তব্যক জীয়াই ৰখা টান হৈ পৰিব। শিক্ষক সদায় শিশুৰ Friend, Philosopher and guide হবই লাগিব। শিক্ষকে শ্ৰেণীত পাঠদানৰ কাৰণে প্ৰবেশ কৰোতে নিজক বিষয় জ্ঞানত সমৃদ্ধ হৈ লোৱা একান্ত প্ৰয়োজন। পাঠদান কালত ছাত্ৰ ছাত্ৰীক বিষয়বস্তুৰ প্ৰতি আকৃষ্ট কৰি ৰখাৰ কৌশল অৱশ্যে শিকিবই লাগিব। স্কুল-শিক্ষাৰ বা অভিভাৱকসকলৰ দায়িত্বও নিচেই কম নহয়। শিক্ষক ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ ত্ৰিবেণী সঙ্গমত দেশে একবিংশ শতিকাত বিপুল গৌৰৱে প্ৰবেশ কৰিব পাৰিব বুলি ভবাৰ থল ওলাব।

——

## শ্ৰী ভদ্ৰকৃষ্ণ গগৈ

### প্ৰাক্তন শিক্ষক



শিৱসাগৰ মহকুমাৰ দোপদৰ মৌজাৰ কুকুৰাচোৱা নবা গাঁৱৰ এটি দুখীয়া খেতিয়ক পৰিয়ালত ১৮৫১ শকৰ (১৯২৯ চন) ভাদ মাহৰ কোনোবা এটা তাৰিখত শ্ৰীভদ্ৰকৃষ্ণ গগৈৰ জন্ম গ্ৰহণ কৰে।

দেউতাকৰ নাম ৺মঙ্গলা গগৈ আৰু মাকৰ নাম ৺তেপৰী গগৈ। ছাত্ৰ বৃত্তি পৰীক্ষাৰ ছমাহৰ আগতে ১৯৫২ চনত মাক আৰু সপ্তম শ্ৰেণীৰ বছৰেকীয়া পৰীক্ষাৰ ২৯ দিনৰ আগত ১৯৪৪ চনত দেউতাকৰ অকাল বিয়োগ হয়।

১৯৩৪ চনৰ পৰা ১৯৩৮ চনৰ ভিতৰত ১১২ নং দোপদৰ হাট আৰু ২৭০ নং লালিমছিগা প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা আহৰণ কৰি ১৯৩৯ চনৰ পৰা ১৯৪২ চনলৈ আমগুৰি মধ্য ইংৰাজী বিদ্যালয়ত, ১৯৪৩ চনৰপৰা ১৯৪৮ চনলৈকে আমগুৰি হাইস্কুলত মাধ্যমিক শিক্ষা আহৰণ কৰে।

তেখেতৰ ষোল্ল বছৰীয়া শিক্ষা আহৰণৰ কালছোৱাত যথেষ্ট বিপৰ্যয় মাজেদি অতিবাহিত কৰিব লগা হয়। মাকৰ মৃত্যুৰ পাচত

টেংগীত ধান বানি ভায়েকভ-নীয়েকহঁতক ভাত খাল্কি খুৱাই প্ৰাথমিক শিক্ষা লব লগা হৈছিল। ইমানখিনি কৰিও বিদ্যালয়ত নিয়মিত ভাবে উপস্থিত থাকি পঢ়া শুনাত খ্যাতি লাভ কৰি শিক্ষকৰ প্ৰিয় পাত্ৰ হব পাৰিছিল।

১৯৪৭ চনত পিতৃৰ বিযোগৰ পাচত ভায়েক ভনীয়েক আৰু মাহী মাকক পোহপাল দিয়াৰ দায়িত্ব হল বুলি মাধ্যমিক শিক্ষা আহৰণ কৰিছিল। আৱশ্যক বোধে বিভিন্নজন বিদ্যোৎসাহী লোকৰপৰা আৰ্থিক সাহায্য ভিক্ষা কৰি হাজিৰা কাম কৰি পৰিয়ালৰ পেট ভাত মোৰোলাই কিতাপ-পত্ৰ যোগাৰ কৰি পঢ়া শুনা কৰিছিল। পাচলৈ তেখেতৰ এই অৰ্থনৈতিক দৈন্যতাই ছাত্ৰ আন্দোলনত ... ক্ৰয় কৰিবলৈ বাধ্য কৰায়। ফলত তেখেতে শেষান্ত পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰিলে।

ছাত্ৰ বৃত্তি বিদ্যালয়ত নাম ভৰ্তি কৰা তাৰিখৰ পৰাই তেখেতে বিভিন্ন স্তৰৰ সামাজিক অনুষ্ঠানত অংশ গ্ৰহণ কৰে। 'খ' মান শ্ৰেণীৰ পৰা শ্ৰেণীৰ কেপ্তেইন আৰু পাচলৈ বেউটা শ্ৰেণীৰ কেপ্তেইন হৈ প্ৰধান শিক্ষকক সন্তুষ্ট কৰিছিল।

১৯৪১ চনৰ স্বাধীনতা গণ আন্দোলনত ষষ্ঠ শ্ৰেণীত পঢ়ি থাকোঁতেই সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। শিক্ষা আহৰণৰ পৰা বিৰত থাকি দোপদৰ অঞ্চলত এখনি প্ৰাথমিক কংগ্ৰেছ কমিটী গঠন কৰি সম্পাদকৰ দায়িত্ব পালন কৰিছিল। কিছুদিন (পলাতক) আত্ম গোপন কৰি স্বাধীনতা আন্দোলনৰ নেতাসকলক সহায় সহযোগ আগ বঢ়াইছিল।

১৯৪৫/৪৬ চনত ছাত্ৰ সন্মিলনৰ সদস্য ভুক্ত হৈ শিৱসাগৰ জিলা ছাত্ৰ সন্মিলনৰ সহঃ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে।

১৯৪৮ চনত প্ৰবেশিকা পৰীক্ষা দিয়াৰ আগত প্ৰায় তিনিমাহ কাল আত্ম গোপন কৰি ছাত্ৰ সন্মিলনৰ কাম চলাব লগা হয়। পৰীক্ষাত প্ৰবেশ কৰিছিল যদিও কৃতকাৰ্য্য নহ'ল।

কালক্ৰমত তেখেতৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰী হোৱাত

তেখেতে দেশৰ বামপন্থী আন্তৰ্জাতিক ৰাজনৈতিক দলৰ আদৰ্শ গ্ৰহণ কৰি দেশ সেৱাত আত্ম নিয়োগ কৰে।

১৯৪৯ চনৰ ৩০ নবেম্বৰত তিতাবৰৰ এখন জনসভাত তেখেতক গ্ৰেপ্তাৰ কৰি যোৰহাট কাৰাগাৰত বন্দী কৰি থয়।

১৯৪৯ চনৰ ৩০ নবেম্বৰৰ পৰা ১৯৫১ চনৰ ২৮ ফেব্ৰুৱাৰীলৈকে তেখেতে যোৰহাট, নগাওঁ আৰু দিল্লী কাৰাগাৰত বন্দী হৈ ৰাজনৈতিক শিক্ষা আহৰণ কৰে। যোৰহাট জেইলৰ পৰা ২য় বাৰ প্ৰবেশিকা পৰীক্ষাত প্ৰবেশ কৰাৰ প্ৰস্তুতি চলাইছিল যদিও কৃতকাৰ্য্য নহ'ল।

১৯৫১ চনৰ ১লা মাৰ্চত সুপ্ৰীম কোৰ্টৰ ৰায় অনুসৰি দিল্লী জেলৰ পৰা বিনা চৰ্তে মুক্তি লাভ কৰি ঘূৰাই আহি তেওঁ দোপদৰত সমাজ সেৱা কামত যোগদান কৰে।

১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনৰ এখন জন সভাৰ সিদ্ধান্ত অনুসৰি দোপদৰ মধ্য ইংৰাজী বিদ্যালয়খনিয়ে জন্ম লাভ কৰে, আৰু সেই দিনাই শ্ৰীভদ্ৰকৃষ্ণ গগৈক পৰিচালনা সমিতিৰ সম্পাদক আৰু বিদ্যালয়-খনিৰ প্ৰধান শিক্ষক পদত নিয়োজিত হৈ বিদ্যালয়খান প্ৰতিষ্ঠাৰ দায়িত্ব গ্ৰহণ কৰে।

তেখেতৰ ঐকান্তিক প্ৰচেষ্টাত শিক্ষা-দীক্ষাক অতিশয় পিচ পৰা অঞ্চলত কঠোৰ পৰিশ্ৰমৰ বিনিময়ত স্কুলখনিয়ে ১৯৫৩ চনত চৰকাৰী স্বীকৃতি আৰু ১৯৫৪ চনত চৰকাৰী অনুদান লাভ কৰিবলৈ সমৰ্থ হয়।

বিদ্যালয়খনিৰ ল'ৰা ছোৱালী বিচাৰ, কাঠ বাঁহ নিজে কান্ধেৰে কঢ়িয়াই ধান চাউল, ভেটি-মাটি, টকা-পইচা সংগ্ৰহ কৰি ঘৰ দুৱাৰ, আচবাব নিৰ্মাণ কৰাৰ উপৰিও বিভাগীয় কৰ্তৃপক্ষৰ ওচৰত আবেদন নিবেদন কৰি অজস্ৰ পৰিশ্ৰম কৰি খুউব কম দিনৰ ভিতৰতে বিদ্যালয়-খনি গাঢ় তোলে। ছাত্ৰ-ছাত্ৰীসকলকো বিদ্যালয় চৌহদত নিজৰ তত্বাবধানত ৰাখি শিক্ষা দান দি এম, ই, শেষান্ত পৰীক্ষাত সুফল অৰ্জন কৰিছিল।

১৯৫২ চনৰ ১লা মাৰ্চৰ পৰা ১৯৮৭ চনৰ ৩১ মে তাৰিখলৈকে

তেখেতে এই স্কুলতে প্ৰথম ছমাহৰ বাবে প্ৰধান শিক্ষক হিচাবে আৰু বাকী কালছোৱাত ১৯৭৭ চনলৈ সহকাৰী শিক্ষক আৰু পৰিচালনা সমিতিৰ সম্পাদক আৰু বাকী কালছোৱা সহকাৰী শিক্ষক হিচাবে শিক্ষকতা কৰি ১৯৮৭ চনৰ ১ জুনৰ দিনা অৱসৰ গ্ৰহণ কৰে।

শিক্ষকতাৰ কালছোৱাত ছাত্ৰ ছাত্ৰীক শিক্ষা দান (পাঠদান) দিয়া কৰ্তব্য নিষ্ঠাৰে পালন কৰি বিদ্যালয়খনৰ (ঘৰ-দুৱাৰ, আচবাব আৰু পাৰিতোষিক সংগ্ৰহ কৰি) পৰিচালনাৰ দায়িত্ব দৃঢ়ভাৱে পালন কৰিছিল। ইয়াৰ উপৰিও স্থানীয় ৰাজহুৱা কাম-কাজত সহযোগিতা কৰি আমোদ পাইছিল।

তেখেত দোপদৰ হাইস্কুলৰো প্ৰতিষ্ঠাপক সম্পাদক আছিল। তেওঁৰ কাৰ্য্যকালতে বিদ্যালয়খনিয়ে স্বীকৃতি লাভ কৰি একবালীন আৰু তদৰ্থ মঞ্জুৰী অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল, আৰু হাবি বননিৰে ভৰা আৰ্থিক, সামাজিক আদি সকলো দিশতে পিচপৰা দোপদৰ অঞ্চলটিয়ে শিক্ষা-দীক্ষাত কিছু উন্নতিৰ পোহৰ লাভ কৰে।

শ্ৰীগগৈ শিৱসাগৰ জিলা মধ্য ইংৰাজী শিক্ষক সংস্থাৰ অন্যতম প্ৰতিষ্ঠাপক আৰু সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ অন্যতম প্ৰতিষ্ঠাপক। ১৯৬১ চনৰ পৰা ১৯৮৭ চনলৈকে শিৱসাগৰ জিলাৰ সাধাৰণ সম্পাদক আৰু ১৯৮৬ চনলৈকে ৰাজ্যিক কাৰ্য্যনিৰ্বাহকৰ সদস্য, আৰু এটা কাৰ্য্যকালত উপ সভাপতিৰূপে শিক্ষক সংগঠন সেৱা কৰিবলৈ সমৰ্থ হৈছিল।

## প্ৰচলিত শিক্ষা ব্যৱস্থাৰ প্ৰতি মতামত

প্ৰচলিত শিক্ষা ব্যৱস্থাৰ প্ৰতি নিজৰ মনোভাৱ প্ৰকাশ কৰি শ্ৰীগগৈয়ে কয় যে—বৰ্তমান গৃহীত ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ফলাফলত ব্যক্তিগত সন্দেহ থকাত ইয়াৰ ওপৰত মতামত দিয়াৰ পৰা বিৰত ৰলো। তেখেতে কয়, ইতিপূৰ্বে প্ৰচলিত শিক্ষা আয়োগৰ নীতিসমূহ দেশৰ কাৰণে যথেষ্ট ফলপ্ৰসূ হোৱা সত্বেও বাস্তৱত ৰূপায়ণৰ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ নকৰি নতুন এটা নীতি পুনৰ আমদানী কৰাৰ যুক্তিযুক্ততা

ক'ত ? সম্পদৰ অভাবৰ কথা দোহাই দি কোঠাৰী আয়োগৰ বাস্তব দৃষ্টিভঙ্গীসম্পন্ন চুপাৰিশসমূহ অৱজ্ঞা কৰি নতুন নীতি এটা খিযাল খুচিত গ্ৰহণ কৰা এখন কল্যাণকামী ৰাষ্ট্ৰৰ বাবে কোনোও গ্ৰহণযোগ্য হব নোৱাৰে। অসমৰ শিক্ষা ব্যৱস্থা, শিক্ষাব পৰিকল্পনা পাঠ্যক্ৰম পদ্ধতি আৰু প্ৰণালী, অসমৰ জলবায়ু, পৰিবেশ আৰু পৰিস্থিতিৰ সাপেক্ষে সৰ্ব ভাৰতীয় পৰ্যায়ত ৰজিতা থুবাই নিৰ্দ্ধাৰণ কৰাতো কামনা কৰে।

বৰ্তমান শিক্ষা ব্যৱস্থাত থকা শিক্ষক নিয়োগ সম্পৰ্কত প্ৰসংগে শিক্ষা জগতৰ ভাবিষ্যতে চৰকাৰলৈ এটি পৰামৰ্শ আগ বঢ়ায়। লেখকৰ মতে ডাক্তৰ, ইঞ্জিনিয়াৰ তৈয়াৰ কৰাৰ যি ব্যৱস্থা আছে, মানুহ গঢ়া শিক্ষক তৈয়াৰ কৰাৰো এটা ব্যৱস্থা কৰিব লাগে। পুৰণা পাত্ৰৰ ৰূপ কেৱল নতুন ঢাকনিকে দিয়াৰ ব্যৱস্থা নকৰি ( যিটো বৰ্তমান চলি আছে ) পুৰণা পাত্ৰটোক সম্পূৰ্ণ মেৰামতি কৰি নিযুক্তৰ আগতেই শিক্ষক বনাই লোৱাৰ ব্যৱস্থা কৰিলে দেশত উপযুক্ত শিক্ষকৰ অভাৱ নহব।

নবীন শিক্ষকলৈ পৰামৰ্শ

বৰ্তমান মানব সমাজত বিশেষকৈ উন্নয়নশীল দেশসমূহত আটাইতকৈ উত্তম ব্যক্তিজনেই হল শিক্ষক। শিক্ষা ব্যৱস্থা যেনেকুৱাই নহওক সমাজে তেওঁলোকৰ পৰা সমুচিত পৰা বহুখিনি আশা কৰে। এই আশা আকাঙ্ক্ষা পূৰণৰ ক্ষেত্ৰত শিক্ষকসকলৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ। সেই কথা গভীৰ ভাবে উপলব্ধি কৰি নিজকে এজন উপযুক্ত ব্যক্তিত্বসম্পন্ন শিক্ষক হিচাবে গঢ়ি ভৱিষ্যত বৰ্ণধাৰ স্বৰূপ শিশু-সকলক ঐকান্তিকতা আৰু নিষ্ঠাৰে শিক্ষা দান কৰিবলৈ ব্ৰতী হবলৈ উদীয়মান নতুন শিক্ষক সহকৰ্মীসকলৰ প্ৰতি গোহাৰি জনায়।

১৯৭৭ চনৰ আগৰ শিক্ষক আৰু পিচৰখিনি শিক্ষকৰ অৱস্থা তথা সা-সুবিধাৰ কথা তুলনা কৰি লেখকে কয় যে, একালত শিক্ষকসকলে অভাব অনাটন আৰু শিক্ষাদানৰ পৰিবেশহীন অৱস্থাত একান্ত আন্তৰিকতা আৰু একাগ্ৰতাৰে সেৱা আগবঢ়াই কৃতিত্ব অৰ্জন কৰিছিল।

বৰ্তমান শিক্ষকৰ আৰ্থিক, সামাজিক সকলো দিশত বিশেষ সা সুবিধা পোৱাৰ ব্যৱস্থা হৈছে। শিক্ষকক আৰু বহুত লাগে যদিও যিখিনি পাইছে তাৰ তুলনাত ছাত্ৰ-ছাত্ৰী তথা সমাজক কিমান দিব পাৰিছে বা দিবলৈ সংকল্পবদ্ধ হৈছে তাৰ পৰ্য্যালোচনা নিজে নিজে কৰাৰ সময় হৈছে।

নিজকে দক্ষ, কৰ্মপটু আদৰ্শ শিক্ষক সাজিবলৈ একাগ্ৰচিত্তে বিষয় বস্তুৰ অধ্যয়ন, শিক্ষাসম্পৰ্কীয় জ্ঞান আহৰণ বৰ জৰুৰী কথা হৈ পৰিছে। দেশৰ দ্ৰুত পৰিবৰ্তন, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতি, মানৱ বিজ্ঞানৰ নিত্য নতুন আৱিষ্কাৰৰ সম্ভেদ আজিৰ শিক্ষকে নিজে আহৰণ কৰি দেশৰ ভৱিষ্যত নাগৰিকসকলক দিবই লাগিব। আজিৰ ছাত্ৰ যেতিয়া ভৱিষ্যতে মানুহ হ'ব—তেতিয়া পালমাৰি শিক্ষা দিয়া শিক্ষকজনৰ অৱস্থা নিজৰ ছাত্ৰৰ ওচৰত দুঃখী লগা হব।

আজিৰ প্ৰতিজন নবীন শিক্ষকেই একোজন অৰ্হতাসম্পন্ন আদৰ্শ আৰু সু-শিক্ষক হোৱা কামনা কৰে এই অৱসৰপ্ৰাপ্ত শিক্ষক গৰাকীয়ে। শেষত শ্ৰীগগৈদেৱে নিজৰ মন্তব্য দাঙি ধৰি কয় যে—"বোকাত পৰি থকা আধুনিকতাৰ দৃষ্টিত অৱহেলিত পৰাধীন যুগৰপৰা স্বাধীনোত্তৰ আদিম অৱস্থাত বাটপথ নথকা আৰ্থিক, সামাজিক আদি সকলো দিশতে পিচ পৰা গাঁৱৰ ৰাইজৰ লগতে সম্বন্ধ স্থাপন কৰি, অশেষ বাধা বিঘিনি নেওচি শিক্ষাৰ নীৰৱ বিপ্লৱত জীৱন আহুতি দিয়া শিক্ষা গুৰু-সকলৰ জীৱনী, অভিজ্ঞতা আৰু পৰামৰ্শসমূহৰ ইতিহাস স্বৰূপ এই পুথি প্ৰকাশ কৰাৰ যি প্ৰচেষ্টা—সেই প্ৰচেষ্টা লৈ স্বাগত সম্ভাষণ জনাই মোৰ ক্ষুদ্ৰ জীৱনৰ ক্ষুদ্ৰ অভিজ্ঞতা সদাৰ কৰিলো।"

# মহম্মদ ফাইজোৰ ৰহমান

প্ৰধান শিক্ষক



"ওমা খালকতুল জীন্না ওবাল ইনছা ইল্লা লি আবুদুন (কোৰআন) আৰু মই জীন আৰু মানুহক কেৱল মোৰ উপাসনা কৰিবলৈহে সৃজন কৰিছো।

আল্লাই জীন আৰু মানৱক তেওঁৰ উপাসনা কৰিবলৈহে সৃজন কৰিছে। উপাসনা দুবিধ। আল্লাহৰ আদেশ নিষেধ মানি চলি।যবিলাক বাধ্য কৰাটো একান্ত কৰ্তব্য কাম আৰু সামাজিক ভাবে সংসাৰত কোনদৰে বসবাস কৰিলে মানুহে মিলাপ্ৰীতিৰে হিংসা দ্বেষ পৰিহাৰ কৰি সুখৰ সংসাৰ গঢ়িব পাৰে ইও এটা আল্লাহৰ আদেশ। গতিকে অমূল্য মানৱ জীৱন লাভ কৰিবলৈ পোৱাটো আমাৰ কাৰণে আল্লাহৰ এটা মহৎ দান। এই মহৎ দানৰ প্ৰতি যথা যোগ কৃতজ্ঞতা স্বীকাৰ কৰি সংসাৰলৈ আমি যি কামৰ কাৰণে জন্ম গ্ৰহণ কৰিছো, সেই কাম সৰুৱেই হওঁক বা ডাঙৰেই হওঁক তাক যথাযথ পালন কৰাটো আমাৰ নিতান্ত কৰ্তব্য। আল্লাহৰ ওচৰত চিৰ কৃতজ্ঞ যে আমি ইতৰ প্ৰাণী হিচাবে জন্ম নলৈ মনুষ্যৰূপে জন্ম লাভ কৰিলো।

যোৰহাট নগৰৰ অন্তৰ্গত তৰাজান সোণাৰী গাঁওত ইং ১৯২২ চনৰ ১৪ এপ্ৰিল তাৰিখে এটি মধ্যবিত্ত পৰিয়ালত এই অভাজনৰ জন্ম হয়। পিতৃৰ নাম মৰহুম ছমিৰুদ্দিন আহমদ আৰু মাতৃৰ মৰহুমা চাহাৰণ নিছা। পৰিয়ালৰ পাঁচজন ককাই ভাইৰ ভিতৰতে মযেই সুমনীয়া। বাই-ভনী নাই।

সৰুৰে পৰা মাতৃৰ আদৰ আৰু যত্নত ডাঙৰ দীঘল হোৱাত মাতৃৰ পৰা মিতব্যয়ী আৰু কষ্টকৰ জীৱন যাপন কৰাৰ লগতে ঈশ্বৰ পৰায়ণ হ'বলৈ অনুপ্ৰেৰণা পাওঁ। নিৰ্দিষ্ট সময়ত বুঢ়াগোহাঁইৰ পুখুৰী প্ৰাথমিক বিদ্যালয়ত নাম ভৰ্তি কৰি তেতিয়াৰ নিয়মমতে পাঁচোটা শ্ৰেণীত অধ্যয়ন কৰিব লাগিছিল। এইখিনিতে প্ৰাথমিক বিদ্যালয়ত এটি অভিজ্ঞতাৰ উল্লেখ কৰিব খুজিছো। আমি তেতিয়া ৩য় শ্ৰেণীৰ ছাত্ৰ আছিলো। তেতিয়াৰ অসম উপত্যকাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক মাননীয় শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী দেৱে বিদ্যালয় পৰিদৰ্শন কৰিবলৈ আহিছিল। তেখেতে আমাক বিশেষ্য বিশেষণ পদৰ উদাহৰণ দিবলৈ কৈছিল। আমি যথাযথ উত্তৰ দিছিলো। সেইদিনা মই এটা অলপ ফটা চোলা পিন্ধি গৈছিলো। তেখেতে মোৰ চোলাটোৰ ফটা অংশত হাত দি 'ফটা চোলা' বুলি কৈ "ফটা" শব্দটো বিশেষণ বুলি বুজাইছিল। উপস্থিত শিক্ষক আৰু ছাত্ৰৰ আগত এই কথাত বৰ লাজ পাই সেই দিনাৰ পৰা কাপোৰ কানি অলপ ফাটিলেই চিলাই লবলৈ যত্নপৰ হৈছিলো আৰু এই অভ্যাস অদ্য পৰিমিত আছে।

সেই দিনত প্ৰাথমিক বৃত্তি পৰীক্ষাৰ কাৰণে বিদ্যালয় উপ-পৰিদৰ্শক মহোদয়ে বিদ্যালয়লৈ গৈ বৃত্তি পৰীক্ষাৰ্থীসকলক বাছনি কৰিছিল। তেতিয়া স্কুল কম আছিল, ছাত্ৰও বেছি নাছিল। ছাত্ৰী নাছিল বুলিব পাৰি। মাননীয় মৰহুম মহম্মদ আলী চাহেব তেতিয়াৰ বিদ্যালয় উপ-পৰিদৰ্শক আছিল। দীঘল পকা ডাঢ়িসহ দীঘল চোলাৰে সৈতে তেখেতক দেখিলে আমাৰ বৰ ভয় আৰু শ্ৰদ্ধা উপজিছিল। আনকি শিক্ষকসকলে ও তেখেতক বৰ সমীহ কৰি চলিছিল। মোক

আৰু শ্ৰীন ীন্দ্ৰ নাথ শৰ্মা নেওগক বৃত্তি পৰীক্ষলৈ বাছনি কৰিছিল। বৃত্তি পৰীক্ষাটো তেখেতে আমাৰ মৌখিক আৰু কছৰতৰ পৰীক্ষা লৈছিল। তেতিয়াৰ মৌখিক পৰীক্ষা আজি-কালিৰ দৰে প্ৰশ্ন কাকতত উত্তৰ কৰিব নালাগিছিল। ঘূৰণীয়াকৈ পৰীক্ষাৰ্থীসকলক ( অনুমানিক ২০।৩০ জন মান হব ) মুকলি ঠাইত থিয় কৰোৱাই সন্মুখৰ মাটিত কাগজ কলম থবলৈ দি মৌখিক সকলোৰে শুনাকৈ পঢ়ি দিছিল। অলপ সময়ৰ পিছত 'লিখা' বুলি ক'লে সকলোৱে মাটিৰ পৰা বহী কলম বুটলি উত্তৰ লিখিব লাগিছিল। সেইদৰে দেশী কছৰতৰ পৰীক্ষা লওঁতে মুকলি ঠাইত ঘূৰণীয়াকৈ বাহিৰৰ ফালে মুখ কৰি থিয় কৰাই লয়। এনে অৱস্থাতে দুটা তিনিটা নাম কৈ সকলোকে কছৰত কৰি দেখুৱাবলৈ কয় ভুল কৰা সকলক মাজলৈ ঠেলি দি বাকীবোৰক লগে লগে নম্বৰ দিয়ে হাতৰ কামৰ পৰীক্ষা এটাৰ পিচত এটাকৈ ল'ৰা বছুৱাই আনৰপৰা চাব নোৱাৰাকৈ পৰীক্ষা লৈছিল। তেতিয়াৰ দিনত স্কুলত ব্যায়াম কৰা, হাতৰ কাম কৰা আদি বাধ্যতামূলক আছিল।

প্ৰাথমিক শিক্ষা শেষ কৰি যোৰহাট নৰ্মাল স্কুলৰ অধীনৰ ৩ নং অভ্যসন বিদ্যালয়ত ( প্ৰেক্টিচিং স্কুল ) তিনি বছৰ পঢ়ি ১৯৩৩ চনত ১ম বিভাগত মজলীয়া পৰীক্ষাত (M. V. পৰীক্ষাত ) উত্তীৰ্ণ হৈ যোৰহাট বেজবৰুৱা হাইস্কুলত ষষ্ঠ শ্ৰেণীত নাম ভৰ্তি কৰো। এই বিদ্যালয়ৰ পৰা ১৯৩৯ চনত ২য় বিভাগত মেট্ৰিকুলেশ্যন পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ কাৰণে যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ আই, এ,ৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম ভৰ্তি কৰো।

নৰ্মাল প্ৰেক্টিচিং স্কুলত পঢ়োতে তেতিয়াৰ নৰ্মাল স্কুলৰ শিক্ষক-বৃন্দ আৰু ছাত্ৰসকলৰ দ্বাৰা পাঠদান গ্ৰহণ কৰিবলৈ পাই নিজকে ধন্য মানিছিলো। তদুপৰি সেই সময়ৰ প্ৰেক্টিচিং ৩ নং স্কুলৰ প্ৰধান শিক্ষক স্বৰ্গীয় নকুল চন্দ্ৰ সভাপণ্ডিত প্ৰমুখ্যে স্বৰ্গীয় কালীচৰণ পাটোৱাৰী

স্বৰ্গীয় দেহপুৰ গগৈ, স্বৰ্গীয় সোনাপতি শৰ্মা আদি গুণী আৰু স্বনাম ধন্য শিক্ষাবিদসকলৰ উপযুক্ত শিক্ষাদানৰ উপৰিও চৰিত্ৰ গঠন, অধ্যয়নৰ প্ৰতি ৰাপ শিক্ষকৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধা আদি সদ্ গুণবিলাকৰ উৎকৰ্ষ সাধনত যথেষ্ট অনুপ্ৰেৰণা পাইছিলো। সেই সময়ত যোৰহাট বেজবৰুৱা হাইস্কুলৰ প্ৰধান শিক্ষক স্বৰ্গীয় মথুৰ বৰুৱা দেৱৰ পৰিচালনাত স্কুলৰ অৱস্থা জয় জয় ময় ময় আছিল। পঢ়া শুনা, খেলা ধুলা সকলো ক্ষেত্ৰতে বেজবৰুৱা হাইস্কুলৰ সুনাম আছিল আৰু ইয়াৰ ছাত্ৰসকলৰ একতাক সকলোৱে সমীহ কৰিছিল।

আমি উক্ত স্কুলত পঢ়া দিনৰ প্ৰধান শিক্ষক স্বৰ্গীয় মথুৰ বৰুৱাদেৱ সহকাৰী প্ৰধান শিক্ষক স্বৰ্গীয় নকুল বৰবৰুৱাদেৱ বেজবৰুৱা হাইস্কুলৰ গৰাকী স্বৰ্গীয় দেবেন্দ্ৰ নাথ বেজবৰুৱাদেৱ, ৺টঙ্কেশ্বৰ চলিহা. ৺পদ্মনাথ শৰ্মা, ৺উপেন শৰ্মা আদি আদৰ্শ শিক্ষাবিদসকলৰ শিক্ষাদান, ছাত্ৰৰ প্ৰতি মৰম চেনেহৰ উপৰিও তেখেতসকলে ছাত্ৰক কেনেদৰে শাসন কৰি স্কুলৰ নিয়মানুবৰ্তিতা বজাই ৰাখিছিল তাক ভাবিলে আজিও আমাৰ তেখেতসকলৰ প্ৰতি শ্ৰদ্ধাত মূৰ দো খায়। আজি আমি আমাৰ বৰ্তমান কৰ্মময় জীৱনত তেখেতসকলে দি যোৱা আদৰ্শৰ অনুকৰণ কৰি গৌৰৱ বোধ কৰো।

জগন্নাথ বৰুৱা কলেজত থকা কালত (১৯৩৯-৪৩ স্বনাম ধন্য প্ৰাচ্য আৰু পাচাত্য বিদগ্ধ পণ্ডিত স্বৰ্গীয় কৃষ্ণকান্ত সন্দিগৈদেৱ প্ৰমুখ্যে ৺তুলসী নাৰায়ণ শৰ্মাদেৱ, ৺গুণগোবিন্দ দত্ত, ৺প্ৰফুল্ল প্ৰাণ চাংকাকতী, ৺তুলাল চন্দ্ৰ ভূঞা, ৺পি এম চাৰোৱান, ৺ফণীধৰ দত্ত, ৺নবীনচন্দ্ৰ গোস্বামী, ৺পদ্মেশ্বৰ গগৈ, ৺হেম বৰুৱা, শ্ৰীযুত যজ্ঞেশ্বৰ, শৰ্মা শ্ৰীযুত হেৰম্ব বৰপূজাৰী আদি মণিষীসকলৰ শিক্ষাদান আৰু তেখেত-সকলে আমাৰ প্ৰতি যি মৰম, চেনেহ, সহায় সহানুভূতি দেখুৱাইছিল সেই বিলাক আজিও আমাৰ মনত গভীৰ সাঁচ বহুৱাইছে।

কলেজীয়া শিক্ষা B. A. পৰীক্ষাতে শেষ কৰি যোৰহাট মধ্য ইংৰাজী মাদ্ৰাছাত আৰবী শিক্ষক এগৰাকীৰ ছুটিত মাহিলী ২২.০০

টকা বেতনত ১৯৪৪ চনত এবছৰ কাল শিক্ষকতা কৰি চাকৰি জীৱনৰ পাতনি মেলিছিলো। ১৯৪৫ চনৰ আৰম্ভণীতে দহোটীয়া মজলীয়া বিদ্যালয়ত (M. V. School) ইংৰাজী বিষয়ৰ শিক্ষকৰ পদ এটি খালী হোৱাত সেই চাকৰীত ১৭।২।৪৫ চনত নিযুক্তি পাওঁ; আৰু তেতিয়াৰ পৰা সেই বিদ্যালয়ত কাম কৰি থকাৰ পিচৰ বছৰত অৰ্থাৎ ১৯৪৬ চনৰ এপ্ৰিল মাহত দহোটীয়া হাইস্কুল এই অঞ্চলৰ প্ৰধান শিক্ষকৰ দায়িত্বত প্ৰথম আৰম্ভ হয়। সেই সময়ত যোৰহাট আৰু ঢেৰগাওঁৰ মাজত কোনো উচ্চ শিক্ষাৰ বিদ্যালয় নাছিল। দহোটীয়া হাইস্কুলে আংশিক ভাৱে হলেও সেই অভাৱ পূৰণ কৰিবলৈ সমৰ্থ হৈছিল। ১৯৪৬ চনত ৭ম মান শ্ৰেণী আৰম্ভ কৰি বছৰে বছৰে বিভাগীয় অনুমতি লৈ ৮ম, ৯ম, আৰু ১০ম শ্ৰেণী খুলি পূৰ্ণ হাইস্কুল ১৯৪৯ চনত হয় আৰু ১৯৫০ চনত প্ৰথম মেট্ৰিকুলেশ্যন পৰীক্ষা দি এজন ছাত্ৰই (শ্ৰীমহেন্দ্ৰ নাথ বৰা) উত্তীৰ্ণ হয়। ইয়াৰ পিচৰ পৰা পৰীক্ষাৰ ফলাফল ভাল হোৱাৰ উপৰিও তৰ্ক প্ৰতিযোগিতা, আকস্মিক বক্তৃতা, খেল-ধেমালি আদিত অংশ গ্ৰহণ কৰি স্কুল টুৰ্ণামেণ্টত প্ৰথম স্থান লাভ কৰিছিল। শ্ৰীমান অশোক গোস্বামীয়ে (বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰীডাৰ) তৰ্ক প্ৰতিযোগিতা আৰু আকস্মিক বক্তৃতাত ১ম স্থান লাভ কৰি স্কুললৈ গৌৰৱ কঢ়িয়াই আনিছিল। তেওঁ শিক্ষান্ত পৰীক্ষাত বৃত্তি লাভ কৰিও স্কুলৰ সুনাম আনিছিল। শ্ৰীমান অশোক গোস্বামীকে প্ৰমুখ্য কৰি শ্ৰীমান ব্ৰজগোপাল ভট্টাচাৰ্য, শ্ৰীমান ভুবন চন্দ্ৰ দত্ত, আদি ভালেমান ছাত্ৰ-ছাত্ৰীয়ে নিজৰ কৰ্মময় জীৱনত প্ৰতিষ্ঠা লাভ কৰি সুনাম অৰ্জা দেখিবলৈ পাই আমি সকলোকেয়ে গৌৰৱ বোধ কৰিছো। ১৯৫৮ চনলৈকে দহোটীয়া হাইস্কুলত দায়িত্বপূৰ্ণ পদত থাকি বিদ্যালয় পৰিচালনা সভাৰ লগত মতানৈক্য হোৱাত চাকৰি এৰি যোৰহাটৰ ডকলঙীয়া বাগানৰ স্কুল আৰু অফিচৰ চাকৰিত ১৪ বছৰ কাল কটাই পুনৰ ১৯৭৪ চনত যোৰহাট মধ্য ইংৰাজী মাদ্ৰাছাত প্ৰধান শিক্ষকৰ পদ খালী হোৱাত বিভাগীয় অনুমতি সাপেক্ষে

এই বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে নিযুক্তি পাওঁ। ইয়াত সুখ্যাতিৰে আঠ বছৰ কাল প্ৰধান শিক্ষকতা কৰি ১৯৮১ চনৰ ৩১ মাৰ্চত অৱসৰ পাওঁ।

অৱসৰ লোৱাৰ লগে লগে ১৯৫৫ চনৰ মেয়াই স্থাপন কৰা যোৰহাট উচ্চ মাদ্ৰাছাৰ প্ৰধান শিক্ষকৰ দায়িত্ব লৈ বৰ্তমানলৈ উক্ত মাদ্ৰাছাখনিত শিক্ষকতা কৰি আছে। ইয়াৰ পৰা ১৯৭৮ চনৰে পৰা (H.S.L.C. Examination আৰু A.H.M. Examination) হাইস্কুল শিক্ষান্ত পৰীক্ষা আৰু হাই মাদ্ৰাছা পৰীক্ষা দি আহিছে আৰু ফলাফলো সন্তোষজনক বুলিব পাৰি। বৰ্তমান এই উচ্চ মাদ্ৰাছাখনি উন্নতিৰ পথত। দহোটীয়া হাইস্কুলত চৌদ্ধ বছৰ থকা শিক্ষকতা কৰা কালছোৱাত ভুগৰাণী সুখ্যাত শিক্ষাবিদৰ লগত একেলগে কাম কৰাৰ সুযোগ পাইছিলো। তেখেতসকল স্বনামধন্য বিশিষ্ট শিক্ষাবিদ বিখ্যাত গঠন হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক স্বৰ্গীয় হৰেশ্বৰ বৰঠাকুৰদেৱ আৰু অসমৰ বিশিষ্ট শিক্ষাবিদ অৱসৰপ্ৰাপ্ত বিদ্যালয় সহকাৰী পৰিদৰ্শক স্বৰ্গীয় আনন্দেশ্বৰ বৰুবাদেৱ। মোৰ চাকৰি জীৱনৰ সফলতাৰ গুৰিতে এখেতসকলৰ যথেষ্ট অৱদান আছে। তেখেত সকল প্ৰধান শিক্ষক হিচাপে থকা অৱস্থাত মযো সহকাৰী প্ৰধান শিক্ষক হিচাপে কাৰ্য্য পৰিচালনা কৰাত তেখেতসকল সুযোগজনাৰ পৰা নানান দিহা পৰামৰ্শ, শিক্ষাদান প্ৰসঙ্গ, স্কুল পৰিচালনা কাৰ্য্যালয়ৰ নথিপত্ৰ ৰখা, বিভিন্ন চিঠি, দৰ্খাস্ত আদি লিখাৰ আহি আদিৰ অভিজ্ঞতা পাই নিজকে ধন্য মানিছিলো।

বৰ্তমান ১৯৪৪ চনৰ পৰা ১৯৮৮ চনলৈকে এই ৪৪ বছৰ কাল প্ৰাথমিক, মজলীয়া, মধ্য ইংৰাজী মাদ্ৰাছা, উচ্চ মাদ্ৰাছা, উচ্চ মাধ্যমিক বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে কাম কৰিবলৈ পোৱাত সকলো পৰ্য্যায়ৰ বিদ্যালয়ৰ অভাৱ অভিযোগ শিক্ষা ব্যৱস্থা আদিৰ সম্যক জ্ঞান লাভ কৰিবলৈ সুযোগ পাইছিলো। লগতে প্ৰাথমিক, মজলীয়া আৰু উচ্চ মাধ্যমিক বিদ্যালয়ৰ বিভিন্ন সন্থাসমূহৰ সম্পাদক, উপ-সভা-

পতি ৰূপে কাৰ্য্য নিৰ্বাহ কৰিবলৈ পোৱাত সকলো পৰ্য্যায়ৰ শিক্ষক-শিক্ষয়িত্ৰীৰ লগত সৌহাৰ্দ ভাৱ গঢ়ি তোলাৰ সুযোগ পোৱাৰ সৌভাগ্য হৈছিল।

সামৰণিত ইয়াকে কব খোজো যে শিক্ষকতা কৰা এটা অতি পবিত্ৰ সমাজ হিতৈষী কাম। সমাজক গঢ় দিয়াত শিক্ষকৰ বৰঙণি যথেষ্ট। শ্ৰেণীত পাঠদান কৰাৰ উপৰিও শিক্ষকে ছাত্ৰ-ছাত্ৰীৰ মনোভাৱ, মেধা স্বাস্থ্য আৰ্থিক অৱস্থা, পৰিবেশ আদিৰ বুজ লৈ শিক্ষাদানত অগ্ৰসৰ হলে বিশেষ সুফল পোৱাত সহায় হয়। ছাত্ৰ-ছাত্ৰীৰ ঘৰৰ অভিভাৱকৰ লগত যোগাযোগ ৰখাটোৱে ছাত্ৰ-ছাত্ৰীক নিয়মিত পাঠ গ্ৰহণ কৰা, স্কুল খতি কৰাৰ পৰা বিৰত থকা, মিছাৰ আশ্ৰয় নোলোৱা আদি কাৰ্য্যত বিশেষ সহায়ক হয়। এইবিলাক কাৰ্য্য ব্যৱস্থাই শিক্ষাৰ মানদণ্ড উন্নীত কৰাত যথেষ্ট অৰিহণা যোগাব বুলি ভাবো।

ভগৱানৰ ওচৰত সমূহ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষবৃন্দৰ উত্তৰোত্তৰ কামনাৰে মোৰ এই সামান্য পৰিচয়ৰ সামৰণি মাৰিলো।

## শ্ৰীবিনীত বৰা

প্ৰধান শিক্ষক



চাৰিগাঁও বুৰঞ্জী প্ৰসিদ্ধ গাঁও। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত পতা চাৰিখেলৰ এখেল। বুৰঞ্জীয়ে কোৱা খেলটিৰ এটি শ্ৰমজীৱি কৃষক পৰিয়াল। ১৯৪১ চনৰ ১৬ মাঘত জন্ম গ্ৰহণ কৰা পৰিয়ালৰ কণিষ্ঠ জনেই শ্ৰীবিনীত বৰা। দেউতাকৰ নাম ৺মনেশ্বৰ বৰা আৰু মাতৃৰ নাম ৺কলিদৈ বৰা। ককায়েক শ্ৰীআনন্দ বৰা আৰু বায়েক ৺জয়মতী বৰুৱা।

পৰিয়ালৰ ভিতৰত কণিষ্ঠ হোৱাত শ্ৰীবৰা অতি আলাসৰ লাড়ু। কৃষিজীৱি পৰিয়ালটিত শ্ৰমৰ পৰিবেশৰ মাজত ডাঙৰ দীঘল হোৱাৰ কাৰণেই তেওঁ বোধহয় অক্লান্ত। পৰিয়ালৰ সকলো খৰুৱা কামত সহায় কৰিও ৬নং চাৰিগাঁও প্ৰাথমিক বিদ্যালয়ত অ-আ, ক-খ শিকাৰ পাতনি মেলি ১৯৫৫ চনত প্ৰাথমিক শিক্ষা শেষ কৰি বাহনা উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগায়। সেই সময়ত এম.ই. পৰীক্ষাটো বাধ্যতামূলক। পৰীক্ষাটো বাত্তিক ভিত্তিত শিক্ষাধিকাৰৰ অধীনত পৰিচালিত হৈছিল। সেই এম. ই. পৰীক্ষাত শ্ৰীবৰাই দ্বিতীয় বিভাগত

উত্তীর্ণ হৈছিল। এফালে ঘৰুৱা কাম, অন্যফালে ওপৰ শ্ৰেণীত পঢ়াৰ জটিলতা। এইটো এটা সমস্যা। ঘৰুৱা পৰিৱেশে পঢ়াৰ ক্ষেত্ৰত অনুকূল নহয়। পূৰ্বে উল্লেখ কৰাৰ দৰে খেতি বাতিৰ বাহিৰ উৎপাদন সমূহ বজাৰত বেচা কিনা কৰা এটা তেওঁৰ পৰিয়ালৰ এটা পেছা। তাৰ উপৰিও তেওঁলোকৰ গাঁওত সংস্থাপিত এটা পঘা বাটি হাত বজাৰ কৰাটো এটা সামূহিক ব্যৱসায়, সেইবাবে গাঁৱৰ ডেকাসকলৰ লগত হাট বজাৰ কৰাটো সাপ্তাহিক নিয়মীয়া কাম হৈ পৰে। তাৰ উপৰি ঘৰখনত বাৰী বিভিন্ন শস্যৰ বীজ পচাই তাৰ পুলিসমূহ বিক্ৰী কৰাটো তেওঁলোকৰ পৰিয়ালৰ এটি মস্ত উপাৰ্জনৰ বাট। এনেকৈয়ে শ্ৰীবৰাই "Dignity of Labour"ৰ মূল্যবোধ উপলব্ধি কৰি সৰুৰে পৰাই আত্মনিৰ্ভৰশীল হবলৈ শিকিলে, শ্ৰীবৰাই ১৯৬০ চনত মেট্ৰিক পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰাত উচ্চ শিক্ষা লবলৈ বাট মুকলি হয়। তেওঁৰ ককায়েকে বোকাখাতা বাগানত চাকৰি কৰে। বায়েকক বিয়া দিয়াৰ পিছত তেওঁৰ পৰিয়ালত বৃদ্ধ বাপেক আৰু ৰুগ্ন মাতৃ মাত্ৰ। মহাবিদ্যালয়ত নাম লগাবলৈও তেতিয়া আৰ্থিক সংকট। দুজন বন্ধুৰ সহায়ত যোৰহাট ভকেচনেল কালেজত নাম লগাই ষ্টেনগ্ৰাফী পঢ়ে। লগে লগে তাতেই টেলিগ্ৰাফী আৰু টাইপ—মেকানিক অতিৰিক্ত বিষয় হিচাবে লৈ দুবছৰ তাতেই অধ্যয়ন কৰে। ৰুগ্ন মাকক ধাৰাসাৰে পৰিচৰ্য্যা কৰিব লগা হোৱাত আটাইবেইটা বিষয়ত কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলেও মনৰ দৃঢ়তাৰ কাৰণেই তৃতীয় বিভাগত ষ্টেনগ্ৰাফীত ডিপ্লমা লবলৈ সমৰ্থ হোৱাতো উল্লেখযোগ্য মনত অদম্য আশা কলেজ পঢ়িবলৈ লাগে। আৰ্থিক সংকটে বিছাৰিছে চাকৰি। বৰাৰ মন দোদুল্যমান। এনেতে জীৱনত প্ৰথম চাকৰি পালে চিলংৰ সচিবালয়ত ষ্টেনগ্ৰাফাৰ হিচাবে। তেতিয়াৰ চোৰচাওত থকা ৰুগ্ন মাক আৰু বৃদ্ধ বাপেকক এৰি চিলংত চাকৰি কৰিবলৈ যায় কেনেকৈ? গধূলি অকলশৰে চোতালত বহি তেতিয়া বৰাই হেনো চকুপানী টোকে।

লগৰ কেইজন মানৰ পৰামৰ্শ মতে ইণ্টাৰমেদিয়েট পৰীক্ষা

প্ৰাইভেটকৈ দিয়াৰ পৰিকল্পনা হ'ল। উপায় বিচাৰি কাষ চাপিলে জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ শ্ৰীসোনাৰাম দত্ত আৰু অনিল বৰুৱাৰ। শ্ৰীবৰাই ইণ্টাৰমিডিয়েট পৰীক্ষাত দ্বিতীয় বিভাগত উত্তীৰ্ণ হয় ১৯৬১ চনত। পৰীক্ষা উত্তীৰ্ণ হৈ তেওঁ সেই সময়ত পুৰা ভাগত চলি থকা চাৰিগাওঁ বালিকা বিদ্যালয়ত সহকাৰী শিক্ষকৰূপে শিক্ষক জীৱনৰ পাতনি মেলে। এনেকৈ এবছৰ শিক্ষকতা কৰাৰ পিছত ১৯৬৪ চনত হাতীগড় মধ্য ইংৰাজী বিদ্যালয়ৰ পৰিচালনা সমিতিৰ আহ্বান ক্ৰমে উক্ত বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে যোগদান কৰে। শ্ৰীবৰাই সেই বিদ্যালয়খন মোৰ আৰু তোৰ সমাজখনৰ আপোন কৰি লৈ শিক্ষানুষ্ঠানটি তথা ৰাইজৰ উন্নতিত মনোনিৱেশ কৰে। অঞ্চলটিত বাঘৰ চোং নাইকীয়া কৰি চালিৰ তলত শিক্ষাদান দিয়া অৱস্থাৰ পৰা তেওঁ নিজা প্ৰচেষ্টাৰে তাত এটি স্থায়ীঘৰ নিৰ্মাণ কৰি অঞ্চলটিত শিক্ষাৰ পোহৰৰ মুখ দেখুৱায়। এনেকৈ বাহনা নৈশ বিদ্যালয় আৰু হাতীগড় মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰি থাকোঁতেই শ্ৰীবৰাই স্নাতক উপাধিৰ কাৰণে হাবিয়াস কৰি নন-কলেজিয়েট কেণ্ডিডেট হিচাবে জয়সাগৰ কলেজৰ পৰা ১৯৭১ চনত প্ৰথম খণ্ডৰ পৰীক্ষা দি কৃতকাৰ্যতা লাভ কৰে। তাৰ পাচত কানৈ মহাবিদ্যালয়ৰ পৰা স্নাতক দ্বিতীয় খণ্ডৰ পৰীক্ষা দি স্নাতক উপাধি লবলৈ সমৰ্থ হয়। তাতেই শ্ৰীবৰা ক্ষান্ত নেথাকি ১৯৭৩ স্নাতকোত্তৰ উপাধিৰ কাৰণে মন মেলে। যেনে কাম তেনে ফল। সেইবাৰো তেওঁ যোৰহাট স্নাতকোত্তৰ মহাবিদ্যালয়ৰ পৰা সুখ্যাতিৰে বি. টি. ডিগ্ৰী অৰ্জন কৰে। মই জানি আচৰিত হলো—বৰাই বোলে ডিব্ৰুগড়ত স্নাতক দ্বিতীয় খণ্ডৰ ফাইনেল পৰীক্ষা দিওতে পুৰা চাৰিগাঁওৰ পৰা গৈ ডিব্ৰুগড়ত পৰীক্ষা দি সেই একে-দিনাই ঘূৰি আহি বাহনা নৈশ বিদ্যালয়ত পাঠদান দিছিলহি। সেই সময়ত তেওঁক বোলে বৰ্তমানৰ যোৰহাটৰ চিফ কাউনচিলৰ তেওঁৰ ভাতৃ প্ৰতীম ডিম্বেশ্বৰ বৰাই সহায় কৰিছিল। তেওঁ প্ৰতিষ্ঠা কৰা হাতীগড় উচ্চ ইংৰাজী বিদ্যালয়খনিয়ে দোপতদোপে উন্নতি কৰি বিভাগীয়

স্বীকৃতি অৰ্জন কৰাৰ পৰা বিদ্যালযখনি চৰকাৰীকৰণ হব পৰাৰ সামৰ্থতা লাভ কৰে। মধ্য ইংৰাজী বিদ্যালয়খনিক গয়না লৈ স্থানীয় ৰাইজৰ সহযোগত ১৯৭৬ চনত হাইস্কুল পতিষ্ঠা কৰি তেওঁ এতিয়া হাতীগড উচ্চ ইংৰাজী বিদ্যালয়ৰ পূৰ্ণ পৰ্য্যায়ৰ প্ৰধান শিক্ষক হিচাবে পদোন্নতি লাভ কৰি নিজ কৰ্মদক্ষতাৰ পৰিচয দাঙি ধৰে।

প্ৰধান শিক্ষক হিচাবে শ্ৰীবৰা এজন সুদক্ষ পশাসক। বিদ্যালযৰ কাম কাজ, পৰীক্ষা আদি চলোৱাত বৰাৰ বেছ সু-নাম আছে। হাইস্কুল শিক্ষান্ত পৰীক্ষাত বোলে তেখেতৰ নিৰ্ভীকতা দেখি ৰাইজে শলাগ লয। মহাবিদ্যালয পৰ্য্যায়ৰো পৰীক্ষা চলাবলৈ তেওঁক মাতি নিয়া হয়। বিভিন্ন চৰকাৰী বিভাগসমূহৰ লগত তেওৰ সম্পৰ্ক দেখিলে আচৰিত নহৈ নোৱাৰি। বিশেষকৈ শিক্ষাবিভাগৰ প্ৰয়োজনীয কাম সহজ আৰু সময় সাপেক্ষে হাচল কৰাত বৰা অদ্বিতীয়। হাইস্কুল শেষান্ত পৰীক্ষাৰ তেওঁৰ স্কুলৰ ফলাফল সন্তোষজনক। পাচৰ শতকৰা হাৰ ৫০% ৰ পৰা ৬২% ৰ ভিতৰত।

সামাজিক দিশত শ্ৰীবিনীত বৰা অঞ্চলটিৰ প্ৰতি ঘৰ মানুহ, প্ৰতিটো অঞ্চল. প্ৰতিটো ৰাজহুৱা অনুষ্ঠানৰ লগত সম্পৰ্ক অতি নিবিড়। যি ফালেই যায তাতেই একোটা নতুন আঁচনিৰ উন্মেষ সৃষ্টি কৰা এজন ব্যক্তি। সৰুতে মইনা খেলৰ নিয়মীয়া সদস্য, আনকি মইনা খেলত প্ৰধান মন্ত্ৰী হৈ কেইবা বছৰো চাৰিগাঁও জ্যোতি মইনা পাৰিজাত-খনি পৰিচালনা কৰিছিল। পাচত তেওঁৰেই চাৰিগাঁও জ্যোতি মইনা পাৰিজাতৰ পৰিচালক তথা যোৰহাট জিলা মইনা পাৰিজাতৰ সম্পাদকৰ গুৰু দায়িত্ব বহন কৰিছিল. তেওঁৰ সম্পাদনাতেই জিলা পাৰিজাতৰ ফালৰ পৰা "পাৰিজাত" নামৰ এখনি মুখপত্ৰও প্ৰকাশ হৈছিল।

বাহনা বালক বিদ্যালয়ত পঢ়ি থাকোতেই সেই অঞ্চলটিৰ যুৱক যুৱতীসকলৰ লগত তেখেতৰ সম্পৰ্ক গঢ়ি উঠে। ১৯৫৬ চনত কেই-জনমান যুৱকৰ লগত তেখেতেই প্ৰথম বাহনাত এটি ক্লাব প্ৰতিষ্ঠা কৰে। "ৰাহনা ইউনাইটেড" ক্লাব নামেৰে নামকৰণ হোৱা এই

ক্লাৱটিয়েই বহুমুখী সাংস্কৃতিক অনুষ্ঠান হিচাবে ক্রমান্বয়ে প্রসাৰতা লাভ কৰি "বাহনা সৰ্বোদয় সাংস্কৃতিক সংঘ" নামেৰে ৰাইজৰ মাজত প্ৰতিষ্ঠা লাভ কৰি আছে আৰু সেই সংঘৰ তেখেত আজিও সভাপতি হিচাবে কাৰ্য্য নিৰ্বাহ কৰি আছে। শ্ৰীবৰা চাৰিগাঁও জনকল্যাণ সংঘৰো এজন সক্ৰীয় সদস্য। এইটি অনুষ্ঠানৰ এসময়ৰ সম্পাদক শ্ৰীযুত চক্ৰপাণি বৰুৱাৰ ভাতৃ প্ৰতীম নিৰ্দেশত চাৰিগাঁও জনকল্যাণ সংঘৰ আৰ্থিক আৰু সাংগাঠনিক ক্ষেত্ৰত শ্ৰীবৰাই আগবঢ়োৱা ভূমিকা সৰ্বজন বিদিত।

অঞ্চলটিত অনুষ্ঠিত হোৱা উৎসৱসমূহ শ্ৰীবৰাৰ অবিহনে নিষ্প্ৰভ হোৱাটো সকলোৱে পৰিলক্ষিত হয়। শ্ৰীশ্ৰীশংকৰদেৱৰ জন্মোৎসৱ, বিহু সন্মিলন বা অন্যান্য ৰাজহুৱা সভাসমিতিৰ প্ৰথম বিষয় বাব পৰিছিল শ্ৰীবৰাৰ ওপৰত। শংকৰদেৱৰ জন্মোৎসৱ পাতি অঞ্চলটিৰ ৰাইজৰ মাজত শান্তি সম্প্ৰীতি অটুত ৰখাৰ উপৰিও ইয়াৰ পৰা সংগৃহীত ধনেৰে ৰাজহুৱা পুঁজি টনকিয়াল কৰাত সহায় কৰিছিল। ছুচৰি থিয়েটাৰ ভাওনা আদি অনুষ্ঠানবোৰটো শ্ৰীবৰা আছিল আগবণুৱা।

চাৰিগাঁও উচ্চ বালিকা বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ সময়ৰ উল্লেখযোগ্য কৰ্মীসকলৰ ভিতৰত শ্ৰীবৰাও অন্যতম। হাবি ভাঙি, স্কুল ঘৰৰ ভেটি তোলা, গাঁৱৰ পৰা কাঠ বাহ তুলি ঘৰ সজা, ছাত্ৰী বিচাৰি আনি বিদ্যালয়ত নাম ভৰ্ত্তি কৰোৱা, আৰু শেষত শিক্ষকতাও কৰিব লগা কথা চাৰিগাঁও উচ্চ ইংৰাজী বালিকা বিদ্যালয়ৰ "ৰূপালী জয়ন্তীৰ স্মৃতি গ্ৰন্থত" বহুলকৈ প্ৰকাশ পাইছে।

চাৰিগাঁও কলামন্দিৰ তেখেতৰ এটি আপোন অনুষ্ঠান। এই অনুষ্ঠানৰ বাবে তেখেতে ধনে-জনে দেহে-কেহে খাটি আছে। তাৰ তেওঁ এজন পৰিচালনা সমিতিৰ বিশিষ্ট সদস্য।

বাহনা অঞ্চলত যি কেইটি অনুষ্ঠান বৰ্তমান গঢ়ি উঠিছে সেই সকলোবোৰৰে প্ৰথম বিষয় ববীয়া শ্ৰীবৰা। বাহনা নৈশ উচ্চ ইংৰাজী বিদ্যালয়খন অসমৰ ভিতৰতে প্ৰথম চৰকাৰী স্বীকৃতি প্ৰাপ্ত নৈশ

বিদ্যালয়। এই অঞ্চলৰ অভাৱ গ্ৰস্ত আৰু দিনৰ ভাগত পঢ়িবলৈ সুবিধা নোপোৱা প্ৰাপ্ত বয়সী সকলৰ চাহিদালৈ লক্ষ্য ৰাখি যোৰহাট কেন্দ্ৰীয় মহাবিদ্যালয়ৰ বৰ্তমানৰ অধ্যক্ষ শ্ৰীযুত নৰেন্দ্ৰ নাৰায়ণ বৰুৱা আৰু কেইজনমান শিক্ষকৰ সহযোগত শ্ৰীবৰাই বাহনা নৈশ উচ্চ ইংৰাজী বিদ্যালয়খনি প্ৰতিষ্ঠা কৰিছিল। শ্ৰীবৰাৰ জীৱনৰ আটাইতকৈ ডাঙৰ সাফল্য হ'ল বাহনা মহাবিদ্যালয় প্ৰতিষ্ঠা। বাহনাত উচ্চ শিক্ষাৰ কাৰণে যিখন প্ৰথম ৰাজহুৱা সভা ১৯৬৬ চনৰ মে মাহত পতা হৈছিল তাৰ আহ্বায়ক আছিল শ্ৰীবৰা আৰু শ্ৰীনগেন্দ্ৰ নাথ হাজৰিকা। মহাবিদ্যালয় প্ৰতিষ্ঠা সভাৰ পৰিপ্ৰেক্ষিতত প্ৰথম তদৰ্থ কমিটিৰ সম্পাদক আছিল শ্ৰীবৰা। আৰু তেওঁৱেই চাকৰিৰ পৰা ৩ মাহ কাল ছুটী লৈ বাহনা পঞ্চায়ত ভৱনত বাহনা মহাবিদ্যালয় কাৰ্য্যালয়টো চলাইছিল।

বাহনা বালিকা উচ্চ ইংৰাজী বিদ্যালয়ৰ ক্ষেত্ৰত কোনো বিষয়-ববীয়া নহলেও বাহনা সৰ্বোদয় সাংস্কৃতিক সংঘৰ সমূহ সদস্যকে এক গোট কৰি এই বালিকা বিদ্যালয়খনি পতাত তেখেতৰ যি অৰিহণা তাক ৰাইজে নুই কৰিব নোৱাৰে। বাহনা চাৰিগাঁওত পতা জন-স্বাস্থ্য বিভাগৰ পানীযোগান আঁচনি, পশু চিকিৎসালয় স্থাপন আদিত তেওঁৰ ভূমিকা সৰ্বজন বিদিত। বাহনা সংঘৰ পৰা মাটি দি তেওঁ-লোকেই এই অনুষ্ঠান দুটা পতাত আগভাগ লৈছিল। অঞ্চলটিত গুণগত প্ৰাথমিক বিদ্যালয়ৰ অভাৱলৈ লক্ষ্য কৰি বাহনা সৰ্বোদয় সাংস্কৃতিক সংঘৰ সৌজন্যত বাহনা মহাবিদ্যালয়ৰ অধ্যক্ষৰ সহযোগত ১৯৮৪ চনত এখন আদৰ্শ "বাল্যভৱন" পাতে। এই বিদ্যালয়খন পাতোঁতে [illegible] এখনি বিস্তৃত আঁচনি যুগুতাই তাৰ ৰূপদান কৰাত শ্ৰীবৰা অন্যতম প্ৰতিস্থাপক। ইয়াৰ ওপৰিও আপদে বিপদে, অসুখে-বিসুখে, বিয়াই-সবাহে ৰাইজৰ ঘৰলৈ গৈ তেওঁ ব্যক্তিগত ভাৱে মাত লগোৱাত কোনো ক্ৰুটী নকৰে। নিঃসহায়ৰ দুখীয়া ল'ৰা-ছোৱালীক যথা সম্ভৱ সহায় কৰাটো তেওঁৰ জীৱনৰ অন্য এটা দিশ। বাহনা

নৈশ বিদ্যালয়ত চাকৰি কৰাৰ পৰাই এতিয়া তেওঁ হাটীগড় উচ্চ ইংৰাজী বিদ্যালয়ত চাকৰি কৰালৈকে লক্ষীমপুৰৰ শ্ৰীমোহন বৰা মাজুলীৰ—ৰামধন কলিতা, জালুকনিৰ মহেন্দ্ৰ গগৈ, [illegible]ৰ মাখন হাজৰিক, যোৰহাট নগৰৰ অজিত নেওগক সকলো প্ৰকাৰৰ আৰ্থিক আৰু কায়িক সহায় আগবঢ়াই [illegible] পঢ়ায় তেওঁৰ অঞ্চলৰ শ্ৰীশৰৎ [illegible] ডাঃ গোবিন্দ কলিতা, মায়াকান্ত বৰা আদি বহুতকেই বিভিন্ন প্ৰকাৰৰ সহায় আগবঢ়ায়। [illegible] বৰ্তমান তেওঁ বিদ্যালয়ত পঢ়া শালেৰ একজন দুখীয়া-নিচলা ছাত্ৰ-ছাত্ৰীৰ পাঠ্যপুথি, পঢ়াৰ মাচুল আদি দি সহায় কৰি আহিছে। তেওঁৰ বায়ন [illegible] পিচত ছুগলৈকে ভাগিন ভাগিনক তেওঁৰ লগলৈ আনি ভৰণ-পোষণৰ সকলো ভাৰ গ্ৰহণ কৰিছে। বৰ্তমান ঘৰত থাকি ডাঙৰ ভাগিনীয়ে বি. এ, আৰু সৰুটিয়ে উচ্চ মাধ্যমিক পৰীক্ষাত বৰ্তমান [illegible] কৰিছে। এই অঞ্চলটো ৰাইজৰ অনুষ্ঠান প্ৰতিষ্ঠানবিলাকৰ প্ৰতি শ্ৰীবৰাৰ অৱদান ভূমিকাৰ কথা ৰাইজৰ ... অবিস্মৰণীয় হৈ ৰব।

যোৱা বছৰ ১৯৮৮ চনত হোৱা অভূতপূৰ্ব বানপানীত বিধ্বস্ত হোৱা লোকসকলক আগবঢ়োৱা শ্ৰীবৰাৰ সেৱা প্ৰশংসনীয়। অন্য ঠাইৰ দৰে তেখেতৰ স্কুলটো চৰকাৰে এটি সাহায্য শিবিৰ পাতিছিল। এই শিবিৰ পৰিচালনাত, সাহায্য সামগ্ৰী বিতৰণৰ পদ্ধতি আৰু শিবিৰৰ পৰিবেশ দেখি সকলো বিভাগৰে বিষয়াসকল তথা মন্ত্ৰীমহোদয়লৈকে তবধ মানিছিল। তেওঁক বিভিন্ন বিভাগ আৰু সংগঠনৰসমূহৰপৰা ভূয়সী প্ৰশংসা কৰাৰ উপৰিও এই ক্ষেত্ৰত তেওঁক পুৰস্কৃতো কৰা হৈছিল।

এশিয়া শেহতীয়াকৈ বোলে শ্ৰীবৰাই বাহনা মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীৰাজেন দত্তৰ লগত চাৰিগাঁও মৌজাত প্ৰাপ্ত বয়স্ক নিৰক্ষৰতা দূৰীকৰণৰ সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰে আগবঢ়োৱা এখনি আঁচনি ৰূপায়ণ কৰিবলৈ হাতত লৈ যাৱতীয় কামত আগ বাঢ়িছে। আমি আশা কৰিছো বৰাই তাতো কৃতকাৰ্য্যতা লাভ কৰক।

৬০ ৰ দশকৰ সময়ত সামাজিক তথা ৰাজনৈতিক বাতাবৰণ

আজিৰ দৰে নাছিল। তেনে সময়তে অসমত যুৱশক্তি একত্ৰিত কৰি অসম মাতৃৰ সেৱা কৰাৰ উদ্দেশ্যে তেখেত আৰু কেইজনমান যুৱকৰ সহযোগত শিৱসাগৰ জিলাত যুৱক সন্মিলন নামেৰে এটি সংগঠন গঢ় দি তেখেতেই সম্পাদকৰ দায়িত্ব বহন কৰিছিল। তেখেতৰ কাৰ্য্যকালতেই সদৌ অসম ভিত্তিত যুৱসন্মিলনৰ অভিবৰ্ত্তন পাতি সংগঠনটো ৰাজ্যিক ভিত্তিত গঢ় দিয়া হয়। আৰু ইয়াৰ তেখেত যুটীয়া সম্পাদক আছিল। ১৯৬০ ৬১ চনৰ ভাষা আন্দোলনৰ প্ৰভাৱ শ্ৰীবৰাৰ গাত বাৰুকৈয়ে পৰিছিল। সেই ভাষা আন্দোলনত এজন সাধাৰণ কৰ্মী হিচাবে অংশ গ্ৰহণ কৰোতে পুলিচ নিৰ্য্যাতনৰ পৰা বাচি থাকিবলৈ বহুত দিন ঘৰৰ পৰা আঁতৰি থাকিব লাগিছিল। ১৯৬২ চনৰ চীনা আক্ৰমণৰ বিভীষিকাৰ সময়ত দক্ষিণ পাৰৰ তেখেত এজন অগ্ৰণী যুঁজাৰু আছিল। চীনা আক্ৰমণত বিতাৰিত হৈ অহা তেজপুৰ—লক্ষীমপুৰৰ সীমামূৰীয়া ঠাইৰ ত্ৰাসগ্ৰস্ত ৰাইজক বাহনাত আশ্ৰয় দিয়াত তেখেতে আগভাগ লৈছিল। সেই সময়ত প্ৰয়োজন হলে আক্ৰমণৰ সন্মুখীন হবলৈ সাধাৰণ ৰাইজক প্ৰশিক্ষণ দিয়া আৰু ডেকাসকলৰ কাৰণে অসামৰিক প্ৰশিক্ষণ শিবিৰ পাতি তাৰ তেখেত আহ্বায়ক হৈ সামৰিক কুচকাৱাজ শিকাৰ দৃশ্য আমাৰ মনলৈ আহে।

শিশু অনুষ্ঠানৰ লগতো শ্ৰীবৰাৰ সম্পৰ্ক অতি নিবিড়। এই অঞ্চলৰ আটাইবিলাক শিশু অনুষ্ঠানৰ প্ৰতিনিধিত্ব কৰি অসম সমাজ কল্যাণ উপদেষ্টা পৰিষদৰ অধীনত শ্ৰীবৰাই অসমৰ বিভিন্ন ঠাইত ভালে কেইটা অৱসৰ বিনোদন শিবিৰ পৰিচালনা কৰি তাত সুখ্যাতি অৰ্জন কৰে। তেখেতৰ সামাজিক ভূমিকালৈ শিক্ষকগোষ্ঠীৰ এইবাৰ দৃষ্টি পৰিল। প্ৰথমতে মধ্য ইংৰাজী শিক্ষক সন্থাৰ পৰীক্ষা ব'ৰ্ডৰ ২ টা কাৰ্য্যকালৰ বাবে তেখেতক সম্পাদক নিৰ্বাচিত কৰিলে। ১৯৭৮ চনৰ পৰা একেলেঠাৰীয়ে চাৰি বছৰৰ বাবে যোৰহাট জিলা মধ্য ইংৰাজী শিক্ষক সন্থাৰ সাধাৰণ সম্পাদকৰ দায়িত্ব তেখেতক অৰ্পণ কৰা হ'ল। আৰু তাৰ পাচত একাদিক্ৰমে চাৰি বছৰ সদৌ অসম

নধ্য ইংৰাজী শিক্ষক সন্থাৰ ৰাজ্যিক সদস্য হিচাবে শিক্ষক সংগঠনটিলৈ সেৱা আগ বঢ়ায়। ইয়াৰ উপৰিও সেই সময়ৰ অবিভক্ত শিৱসাগৰ জিলাৰ শিক্ষক সন্থাৰ সমন্বয়ৰক্ষী সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

যোৱা ছয় বছৰীয়া অসম আন্দোলনত শ্ৰীবৰা যোৰহাটৰ এজন অন্যতম নেতা আছিল। সংগঠক হিচাবে আন্দোলনত অংশ লবলৈ শ্ৰীদুলাল বৰঠাকুৰ, শ্ৰীদুলেশ্বৰ হাজৰিকাৰ লগ হৈ তেখেতে যোৰহাট শিক্ষক সংগঠন বেহদাৰ একত্ৰীকৰণ কৰাৰ চেষ্টা চলায়। তাৰ ফলতে যোৰহাটত শ্ৰী বৰা আৰু শ্ৰীঅতী হাজৰিকাই কৰ্মচাৰীসকলৰ সংগঠন গাঢ় তুলিলে। মুঠতে শ্ৰী বৰা হ'ল যোৰহাট জিলা কৰ্মচাৰী পৰিষদৰ জন্ম দাতা। কৰ্মচাৰী পৰিষদৰ যুটীয়া সম্পাদক আৰু সম্পাদক হিচাবে যি পাঁচ বছৰ কাল গুৰু দায়িত্ব বহন কৰিলে, চাৰি বাৰ গ্ৰেপ্তাৰ বৰণ কৰি ফাটেক খাব লগা হোৱাৰ উপৰিও পুলিচৰ অত্যাচাৰত নিৰ্যাতিত হৈ নিজৰ স্বাস্থ্য পৰ্যান্ত ঘূৰ্ণীয়া কৰিব লগাত পৰিল।

শ্ৰীবৰাই শিক্ষক হিচাবে শিক্ষাদান কৰাৰ উপৰিও তেখেত ভালে কেইখন পুথিৰ ৰচকো। তেখেতে ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ কেইবাখনো পুথি ৰচনা কৰিছে। তাৰ ভিতৰত "ষ্টুডেণ্ট এচেইজ এণ্ড লেটাৰছ" "সচিত্ৰ ৰচনা সাৰথি" "মাধ্যমিক ৰচনা চয়ন" আদি প্ৰধান ইয়াৰ উপৰিও "অকণিৰ হৰিচন্দ্ৰ" "গৃহস্থ আৰু পাৰ" আদি শিশু নাটকো তেখেতৰ সাহিত্য অনুৰাগৰ নিদৰ্শন।

শ্ৰীবৰা এগৰাকী লেখত লবলগীয়া শিল্পীও। তেখেতৰ থিয়েটাৰ, ভাওনা আদিত বিভিন্ন চৰিত্ৰ ৰূপদান দিয়াৰ খ্যাতি আছে। লগে লগে এজন কৃতী খেলুৱৈ। তেখেতে এসময়ত জিলা পৰ্য্যায়ৰ ফুটবল খেলত প্ৰতিনিধিত্ব কৰিছিল। ভলী, বেড্‌মিণ্টন, কেৰম আদিৰ তেখেত নিপুণ খেলুৱৈৰ উপৰিও ফুটবলৰ এজন স্বীকৃত প্ৰাপ্ত ৰেফাৰী।** ৰাইজৰ আশীৰ্বাদত তেওঁৰ সাংসাৰিক জীৱন মধুৰ

বুজিয়ে পৰ পাৰে। যোৱা ১৯৭১ চনৰ [illegible] ফেব্রুৱাৰীত হৃদযন্ত্র বন্ধ হৈ মৃত্যু বৰণ কৰে। ১৯[illegible] চনৰ জুনত বাৰি চালাৰ [illegible]ৰ পাচনীৰ একমাত্র কন্যা শ্রীমতী ধনমণি পাচনীক বিয়া কৰায়। তাৰ তেৰ দিনৰ পিছত তেওঁৰ দেউতাকে বাৰ্দ্ধক্যজনিত কাৰণত ইহলীলা সম্বৰণ কৰে। বৰা হাতে কৰা মানুহ— তেওঁ পৰিয়ালক লগে ল'গই চাকৰিত পুনৰাই লয়। তেওঁৰ পৰিয়াল এতিয়া বাহন বালক উচ্চ ইংৰাজী বিদ্যালয়ৰ মেধাবী স্নাতক শিক্ষয়িত্রী [illegible] [illegible] যাতে চাকৰি [illegible] চিন্তা। ল'ৰা-ছোৱালী [illegible], ডাঙৰজনী ছোৱালী সপ্তম মান শ্রেণীত। [illegible] স্বপ্ন [illegible] অভিজিৎ বৰা, ৬ষ্ঠ মানৰ ছাত্র, পেট মোচটি ছোৱালী [illegible] বৰা, জন্ম হৈছিল [illegible] আনন্দ লনৰ ক্ষেত্রত [illegible]। ল'ৰা-ছোৱালী কেইটি [illegible] শুনাই দেয়া হয় [illegible] শ্রীবৰাৰ এখন বহুল সমাজ আছে [illegible] মোৰ [illegible] দেখিছো অসমৰ বিভিন্ন ঠাইত তেওঁৰ অপাৰ বন্ধু। জেষ্ঠজনৰ সম্বোধন —“বিনীত আহিলা ? তোমাৰ ভাল নে ? বহা। আমাৰ ফালে এবাৰ নাবাচোন। সহকর্মী সকলে কয়— বৰা ভালে ছাগে। বৰাৰটো সিহঁৰ চিন্তা, এইবাৰ চাগে স্কুললৈ গ্রাণ্ট পাইছেই। এইবাৰ হলে আমাকো সহায় কৰি দিব লাগিব দেই।” ইত্যাদি !! তাৰ উপৰিও ৰাজনৈতিক নেতাৰ পৰা চৰকাৰী বিষয়া বর্গলৈকে আৰু শিক্ষাবিদৰ পৰা বিভিন্ন সমাজ কৰ্মীলৈ শ্ৰীবৰাৰ ওতঃপ্রোত সম্পর্ক।

শ্রীবৰা মূঠতে এজন অমায়িক উদাৰ সৰবৰহী মৃদুভাষী উদীয়মান অক্লান্ত সমাজ কর্মী। শ্রীবৰাৰ জীৱনৰ প্রধান আদর্শ হ'ল —সম্মানত কৈ কৰ্তব্য ডাঙৰ। তেখেত কৰ্ম ক্ষেত্রত সদায় Elderado.

শিক্ষক হিচাবে শিক্ষা সম্পৰ্কত তেখেতৰ কিছু নিজা মতামত আছে। তাৰ ভিতৰত নতুন শিক্ষা নীতিৰ বিষয়ে তেখেতে ভাবে— বৰ্তমান কৰ্মমুখী আঁচনি যুগোপযোগী উচিত হৈছে। নতুন শিক্ষানীতিয়ে ছাত্র-ছাত্রীৰ গুণগত উপকাৰ সাধিব। এই ক্ষেত্রত

শিক্ষকসকলৰ আস্থা ব্যক্তিগত নৈপুণ্যতা আৰু নৈতিক প্ৰমূল্যৰ প্ৰয়োজন। সমাজৰ বিশৃঙ্খলতা আৰু ছাত্ৰ সমাজৰ নৈতিক অধপতনলৈ লক্ষ্য কৰিলে শিক্ষাৰ ক্ষেত্ৰত বাইজ তথা অভিভাৱকৰ দায়িত্ব অধিক। কোঠাৰী আয়োগৰ "School Complex"ৰ ভূমিকা [illegible] যাল বাপি [illegible] পোষণ কৰে। নতুন শিক্ষানীতি [illegible] কাৰ্যকৰী কৰিবলৈ যাওঁতে চৰকাৰ [illegible] বিভাগীয় কৰ্তৃপক্ষই বিদ্যালয় [illegible] পাঠ্যক্ৰমৰ লগত সম্পৰ্ক থকা শিক্ষা [illegible] সহযোগিতা [illegible] চালে ইয়াৰ সুফল আশা কৰিব নোৱাৰি।

## শ্ৰীমুক্তিনাথ শৰ্মা, এম, এ, বি, টি, বেচিক ট্ৰেইণ্ড, এল, এল, বি।

প্ৰাক্তন অধ্যক্ষ, নৰ্মাল স্কুল, যোৰহাট।

শিক্ষকতাৰ পৰম্পৰা ৰক্ষা কৰি অহা এটি পৰিয়ালতে শিৱ-সাগৰত ১৯২১ চনত এওঁৰ জন্ম। ছয়টি কন্যাৰ পিছত মুক্তিনাথ' (শিৱ দ'ল)ৰ কৃপাত জন্ম হোৱা বুলি নামকৰণ সেইমতে হ'ল। যোৰহাট নৰ্মাল স্কুলৰ চালে চকু ৰোৱা ২নং প্ৰেক্টিচিং স্কুল (যি স্কুল ভাঙি বি. টি. কলেজৰ ঘৰ সজা হ'ল)ত শিক্ষা আৰম্ভ কৰি তৰাজানৰ বৰগোহাঁই পুখুৰীৰ পাৰত অৱস্থিত ৩ জনীয়া শিক্ষকৰ ১নং মিউনিচিপেল বালক স্কুল (বৰ্তমানে তৰাজান মজলীয়া বিদ্যালয়) লৈ আহে। ১৯৩০ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ তৃতীয় মানত ভৰ্তি হৈ ১৯৩৮ চনত প্ৰথম বিভাগত ভূগোলত লেটাৰ সহ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিকুলেছন পাছ কৰে। যোৰহাট কলেজ (বৰ্তমানে জগন্নাথ বৰুৱা কলেজ ৰ পৰা ১৯৪০ চনত প্ৰথম বিভাগত আই, এ, পাছ কৰি কলিকতাৰ স্কটিছ চাৰ্চ্চ কলেজৰপৰা 'অৰ্থনীতি'ত অনাৰ্চ সহ ১৯৪২ চনত বি, এ, পাছ কৰে। ৪২ ৰ গণ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ হেতু স্নাতকোত্তৰ শিক্ষা পৰিত্যাগ কৰিব লগা হয়। ১৯৪৩ চনত আৰ্ল ল কলেজত অধ্যয়ন কৰিবলৈ লৈ আৰ্থিক অসুবিধাৰ হেতু চিলেটত চিভিল ডিফেন্সৰ সহকাৰী প্ৰশিক্ষকৰ প্ৰশিক্ষণ লৈ যোৰহাটত ৬০্ টকা দৰমহাত সহকাৰী প্ৰশিক্ষকৰূপে শিক্ষক জীৱনৰ পাতনি মেলে। হাইদৰাবাদৰ চিভিল ডিফেন্স কলেজৰপৰা ৱাৰ্ডেণ চাৰ্ভিচ, হাই এক্সপ্লচিভ আৰু ইউ, এক্স, বি, তিনিওটা বিষয়তে

প্ৰথম শ্ৰেণী লাভ কৰা তেওঁৱেই একমাত্ৰ অসমীয়া। ১৯৫৫ চনত চিভিল ডিফেন্স বিভাগ উঠি যোৱাত সেই বছৰৰে ডিচেম্বৰ মাহত তেজপুৰ চৰকাৰী হাইস্কুলত সহকাৰী শিক্ষক ৰূপে নিয়োজিত হয়। গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুললৈ বদলি হৈ আহি ১৯৪৭-৪৮ চনত দিল্লীৰ জমিয়া-মিলিয়াৰ পৰা বেচিক টিচাৰ্চ ট্ৰেইনিং লৈ তিতাবৰৰ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত প্ৰতিষ্ঠাপক শিক্ষক ৰূপে যোগ দিয়ে। ১৯৫০ চনত যোৰহাট চৰকাৰী হাইস্কুললৈ বদলি হয়। ১৯৫৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা বুৰঞ্জীত এম. এ. পাছ কৰি উচ্চতৰ মাধ্যমিকৰ বিষয় শিক্ষক হয়। ১৯৬১ চনত গুৱাহাটী বিশ্ব-বিদ্যালয়ৰপৰা প্ৰথম শ্ৰেণী সহ বি, টি. পাছ কৰে। ১৯৭০ চনৰপৰা ১৯৭৭ চনলৈকে যোৰহাট নৰ্মাল স্কুলৰ অধ্যক্ষ পদত থাকে। এই সাত বছৰীয়া অধ্যক্ষতাৰ কালছোৱা যোৰহাট নৰ্মাল স্কুলৰ এক সোণালী যুগ বুলিব পাৰি। শিক্ষা, খেলা ধূলা, কলা-কৃষ্টি সকলো দিশতে যোৰহাট নৰ্মাল স্কুলে এক সন্মানিত স্থান লাভ কৰিছিল। ১৯৭৭ চনত অৱসৰ লৈ ১৯৮৫ চনত এল এল বি, পৰীক্ষা পাছ কৰি ১৯৮৭ চনৰপৰা ওকালটি আৰম্ভ কৰি কৰ্মময় জীৱনৰ এক নতুন পাতনি মেলিছে।

শিক্ষকতাৰ পটভূমি :

উনুকিউৱা হৈছে যে শিক্ষকৰ পৰম্পৰা থকা পৰিয়ালতে এখেতৰ জন্ম। প্ৰপিতামহ ডম্বৰুধৰ শৰ্মা (ভট্টাচাৰ্য্য) আছিল পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ সমসাময়িক আৰু ৰজাঘৰত, স্বীকৃতিপ্ৰাপ্ত সংস্কৃতজ্ঞ পণ্ডিত। পিতামহ তোয়ধৰ শৰ্মা ভট্টাচাৰ্য্য) আছিল উনবিংশ শতিকাৰ উজনী অসমৰ বিখ্যাত পণ্ডিত আৰু তেওঁৰ টোলতে কীৰ্তিচন্দ্ৰ গোস্বামীকে আদি কৰি বিখ্যাত সংস্কৃতজ্ঞ পণ্ডিতসকলে শিক্ষালাভ কৰিছিল। সাহিত্য সম্ৰাট বেজবৰুৱাও তেখেতৰ ছাত্ৰ আছিল। পিতৃ পণ্ডিত লক্ষ্মীনাথ শৰ্মা, বিদ্যাৰত্ন আছিল ১৯০৪ চনৰে কলিকতা বিশ্ববিদ্যালয়ৰ

সংস্কৃত এম এ, পাছ কৰা প্ৰথম অসমীয়া আৰু কটন কলেজিয়েট, শিৱসাগৰ চৰকাৰী আৰু যোৰহাট চৰকাৰী হাইস্কুলৰ প্ৰথম অসমীয়া হেডমাষ্টৰ আৰু অসমৰ এগৰাকী অগ্ৰগণ্য শিক্ষাবিদ আৰু সংস্কৃতজ্ঞ পণ্ডিত

প্ৰথম দৃষ্টিতেই এনেকুৱা লাগে যে বংশগতি (heredity)ৰ স্বাভাৱিক প্ৰক্ৰিয়াৰ যোগেদি শিক্ষকৰ জন্ম হোৱাৰ নৈলে তেওঁ সামাই আছিল। বংশগতি কিন্তু এটাই স্বীকাৰ নকৰোঁ। কেৱল মাত্ৰ আমাৰ দেশত পেচাগত বৃত্তি পুৰুষ পুৰুষানুক্ৰমে বিদ্যমান থাকে, যেনে মুচী ধুনীয়াৰ, নাপিত, কমাৰ, কুমাৰ, সোণাৰী, মাছমৰীয়া আদিৰ মাজত চলি অহা দেখা গ'লেও বংশগতিৰ প্ৰভাৱ থকা বুলি কব নোৱাৰি। শৈশৱ কালৰ পৰা ঘৰখনত দেখা অহা বৃত্তি টো সহজে অনুকৰণ আৰু অভ্যাসৰ যোগে আয়ত্ত কৰি লোৱা ই অৱস্থাৰ পৰা পৰিচালন অন্ন সংস্থানৰ আৱিষ্কাৰ যোগাই দিয়ে পৰিচালনকাৰী সাধাৰণতে হয় মধ্যবিত্ত নহয় দুখীয়া শ্ৰেণীৰ। বৃত্তিসমূহো খাটিখাই চলিব শ্ৰম-জনিত। বৌদ্ধিক শ্ৰম আশ্ৰিত বৃত্তিসমূহ পুৰুষ পুৰুষানুক্ৰমে চলি অহাটো সাধাৰণতে সম্ভৱ নহয়। গতিকেই শিক্ষকতালৈ অহাটো তেওঁ এক আকস্মিক ঘটনা বুলিয়েই ভাবো। ১৯১৩ চনত অসামৰিক প্ৰতিৰক্ষাৰ প্ৰশিক্ষকৰ চাকৰিত যোগ দিয়া ক্ষণটোৱেই শিক্ষক জীৱনৰ আৰম্ভণি। 'গ্ৰেট হেডমাষ্টৰ' বুলি জনাজাত পিতৃ আৰু যশস্বী পণ্ডিত হিচাবে খ্যাত পিতামহৰ আদৰ্শই পৰোক্ষভাৱে শিক্ষকতাৰ মানসিক প্ৰক্ৰিয়াত প্ৰভাৱ যে পেলাইছিল তাৰো অস্বীকাৰ নকৰো।

সমাজ সেৱক

ছাত্ৰ অৱস্থাতে শ্ৰীশইকীয়াৰ সমাজ সেৱাৰ মনোভাব গঢ়ি উঠা দেখা যায়। তৰাজান ছাত্ৰ সন্মিলনৰ সম্পাদক নিৰ্বাচিত হৈ তৰাজান নাট্য মন্দিৰত এটি পুথি ভঁড়াল স্থাপন কৰি অক্লান্ত পৰিশ্ৰমেৰে ইয়াৰ গঢ়

দিছিল। ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত যোৰহাটৰ প্ৰায়খিনি কংগ্ৰেছ নেতাৰ জেললৈ যোৱাত ছাত্ৰসকলেই আন্দোলনৰ গুৰি ধৰিব লগা হৈছিল। সেই বছৰতে শ্ৰীশৰ্মা যোৰহাট জিলা ছাত্ৰ য়ুনিয়নৰ সভাপতি নিৰ্বাচিত হোৱাত আন্দোলন চলাই যাবৰ কাৰণে সাধাৰণ সভাই তেওঁক সৰ্বোচ্চ ক্ষমতা দি 'জি, অ', চি', ৰ ভাৰ দিয়ে। ইতিমধ্যে কেউফালে গঢ়ি উঠিল মহাযুদ্ধৰ সৈন্যৰ ছাউনি, বায়ুসেনাৰ আড্ডা, সৈন্যৰ খদম দম। ছাত্ৰসকলৰ মাজত আদৰ্শৰ বিভ্ৰাট ঘটিল। কমিউনিষ্ট ভাবাপন্নসকলে 'পিপোলছ' ৱাৰ'ৰ ধ্বনি দি ইতিমধ্যে আঁতৰি গ'ল। কিছুমানে চোৰাংচোৱাৰ বৃত্তি ল'লে। বাকীসকলৰ মাজতো হিংসা অহিংসাৰ আদৰ্শ লৈ মতভেদ আৰম্ভ হ'ল। কংগ্ৰেছি নেতা পাতলি-নেতা বোলাই থকা দুই-এক নিষ্ক্ৰিয় হৈ থাকিল, তালেমানে মিলিটেৰীৰ ঠিকা লৈ ৰাতিটোৰ ভিতৰতে ধনী হোৱাৰ সপোন দেখিলে। আন্দোলন চেঁচা পৰি আহিল। অসামৰিক প্ৰতিৰক্ষাৰ প্ৰশিক্ষক হৈ থাকোঁতে বাহিনীৰ নেতৃত্ব লৈ ১৯৪৪ চনৰ বান-বিধ্বস্ত অঞ্চলত সাহায্য সেৱা আগবঢ়াই প্ৰশংসাৰ পাত্ৰ হৈছিল। ১৯৫০ চনৰ বৰভূঁইকপত অসম আৰু অৰুণাচলৰ বিস্তৰ অঞ্চল ক্ষতিগ্ৰস্ত হয়। দক্ষ খেলুৱৈ আৰু স্কাউট মাষ্টাৰ শ্ৰীশৰ্মাই যোৰহাট চৰকাৰী হাইস্কুলৰ ১২ জনীয়া বয় স্কাউটৰ দল লৈ যোৰহাট অঞ্চলত উদ্ধাৰ কাৰ্য্য আৰু সাহাৰ্য্য অভিযান চলাই বিদ্যালয়খনিলৈ বিশেষ গৌৰৱ কঢ়িয়াই আনে আৰু শ্ৰীশৰ্মা আৰু স্কাউট দলক অসমৰ ৰাজ্যপালৰ প্ৰশংসাৰ পত্ৰ স্বাধীনতা দিৱসত প্ৰদান কৰি সন্মানিত কৰে। তেওঁ সেইসময়ত শিক্ষকতাৰ উপৰিও যোৰহাটৰ Earthquake Relief Society'ৰ অবৈতনিক সম্পাদকৰ ভাৰো বহন কৰিব লগা হৈছিল। দ্বিতীয় মহাযুদ্ধৰ অভিজ্ঞতা থকা হেতু ১৯৬২ চনৰ চীন-ভাৰত যুদ্ধ আৰু পুনৰ ১৯৬৫ চনৰ পাক্ ভাৰত যুদ্ধৰ সময়ত অসম চৰকাৰে তেওঁক শিক্ষা বিভাগৰপৰা সাময়িকভাবে আজৰাই আনি যোৰহাটৰ অসামৰিক প্ৰতিৰক্ষাৰ প্ৰশিক্ষণৰ ভাৰপ্ৰাপ্ত বিষয়াৰ দায়িত্ব দিছিল। যোৰহাট

নাইট হাইস্কুল, তৰাজান মজলীয়া বিদ্যালয়ৰ তেখেতেই প্ৰতিষ্ঠাতা। অৱসৰ গ্ৰহণৰ পিচতো তৰাজান মজলীয়া বিদ্যালয়, যোৰহাট নাইট হাইস্কুল, তৰাজান শ্মশান পৰিচালনা সমিতি, গেটৱে টু হেল্‌থ ইন্সষ্টিটিউট আদিৰ সভাপতি আৰু বিভিন্ন মহাবিদ্যালয় আৰু উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভ্য হিচাবে সেৱা আগবঢ়াই আহিছে। বিভিন্ন শিক্ষামূলক আৰু শিক্ষকসকলৰ সভা-সমিতিত তেখেতৰ সাৰগৰ্ভ আলোচনা আৰু পৰামৰ্শ সৰ্বজন বিদিত। 'জেউতি'ৰ সম্পাদনা বিভিন্ন বাতৰি কাকত আৰু আলোচনীত প্ৰকাশ পোৱা মূল্যৱান প্ৰবন্ধৰাজিৰ উপৰিও তুখন পুথি 'বুৰঞ্জীৰ কাহিনী' আৰু 'বাবৰ নামা' ইতিমধ্যে প্ৰকাশ পাইছে। 'বাবৰ নামা' অসমীয়া ভাষাৰ এক আপুৰুগীয়া পুথি। অপ্ৰকাশ ভালেকেইখন পুথি আছে।

শিক্ষাৰ প্ৰচলিত ব্যৱস্থা সম্পৰ্কত তেখেতে কয় যে শিক্ষাৰ উদ্দেশ্য হ'ল শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক ভাবে এক সুস্থ, সৱল আৰু সক্ষম নাগৰিক গঢ়ি তোলা। ১৯৪৩ চনৰপৰা ১৯৭৭ পৰ্য্যন্ত শিক্ষকতাৰ কালছোৱাত ভাৰতত কেইবাটাও ৰাজনৈতিক আৰু অৰ্থ-নৈতিক পট পৰিবৰ্তন ঘটিছে। লগে লগে শিক্ষাৰ দৰ্শন, আদৰ্শ, নীতি, পদ্ধতি আৰু আঁচনিৰো সঘনে সাল-সলনি ঘটাব লগা হৈছিল। প্ৰাক্ স্বাধীনতা কালৰ শিক্ষা এক শ্ৰেণী কেৰাণী তৈয়াৰ কৰা শিক্ষা বুলি একে টিলিকিতে উৰাই দিয়া হ'ল যদিও ক্ৰমে বুনিয়াদী শিক্ষা পদ্ধতি, ৰাধাকৃষ্ণণ আয়োগৰ, মুডালিয়াৰ আয়োগ আৰু কোঠাৰী আয়োগৰ পৰামৰ্শৰ কাৰ্য্যকৰণ প্ৰত্যেকবাৰতে অসমাপ্ত অৱস্থাতে এৰিব লগা হ'ল। প্ৰত্যেকবাৰৰ দোমোজাত ছাত্ৰ-ছাত্ৰীয়ে যাতনা ভুগিলে। প্ৰতিবাদ আৰু সমালোচনাৰ ঢৌ উঠিল। এনেকৈ বিদ্যালয়তে শিক্ষকসকলৰ বিভিন্ন সেৱাৰ বিভিন্ন ভাগ কৰি শিক্ষক-সকলৰ মাজৰ পৰিবেশ বিনষ্ট কৰা হ'ল। শিক্ষাৰ মাধ্যম মাতৃভাষা কৰা হ'ল। কিন্তু ইংৰাজী মাধ্যমৰ স্কুল কাঠফুলাৰ দৰে গঢ়ি উঠিল যিবিলাকৰ পৃষ্ঠপোষক হ'ল আগশাৰীৰ নেতা, বিষয়া আৰু শাসনৰ

গাদীত বহা প্ৰভাৱশালীলোক। মাতৃভাষা মাধ্যমৰ বিদ্যালয়সমূহৰ বিদ্যালয় গৃহ, শিক্ষাৰ সঁজুলি, শিক্ষক নিয়োগ আদি সকলো দিশৰ পৰাই চৰম অৱহেলাৰ মাজত। এনে চাকনৈয়াৰ মাজত শিক্ষক-সকলেই শিক্ষাৰ মানদণ্ড নিম্নগামী হোৱাৰ গ্লানি মূৰ পাতি ল'ব লগা হৈছে।

শিক্ষা ব্যৱস্থা কেনে হোৱা উচিত তাক একেষাৰতে কোৱাটো সম্ভৱ নহয়। শিক্ষাৰ উদ্দেশ্য মানৱ জাতিৰ কাৰণে একেটাই হ'লেও দেশভেদে সমাজ ব্যৱস্থা, অৰ্থনীতি, ৰাষ্ট্ৰীয় আদৰ্শ, সাংস্কৃতিক পৰম্পৰা আদিয়ে ৰূপায়িত কৰে। ই হ'ল একোখন সমাজৰ অন্তহীন, বিৰামহীন সদাপৰিবৰ্তনশীল এক প্ৰক্ৰিয়া। মানৱ সমাজে দ্ৰুত গতিত প্ৰগতি লাভ কৰিছে আৰু ইয়াৰ চাহিদাও বৃদ্ধি পাইছে। প্ৰগতিৰ সোঁত প্ৰবাহিত কৰি ৰাখিবলৈ আৰু পূৰণাৰ্থে মানুহক উপযুক্ত কৰি তোলাৰ মূল চাবি-কাঠি শিক্ষাৰো প্ৰগতি সূচক পৰিবৰ্তন অৱশ্যম্ভাৱী। প্ৰায় আঢ়ৈ হাজাৰ বছৰৰ আগতে গ্ৰীক মানিষী এৰিষ্টটলে আক্ষেপৰ সুৰত কৈছিল –"শিক্ষানো কি, আমি কেনেকৈ দিব লাগে, এই বিষয়ে এতিয়ালৈকে কোনো একমতলৈ আহিব পৰা নাই। শিশুৱে সু-জীৱনৰ গঢ় দিবৰ কাৰণে বা সু-অভ্যাসৰ কাৰণে কিনো শিকিব লাগে সেই বিষয়ে মানুহ একমত হ'ব পৰা নাই। শিক্ষাৰ উদ্দেশ্য বুদ্ধি বৃত্তিৰ বিকাশ নে নৈতিক চৰিত্ৰ গঠন……।' দুহাজাৰ বছৰৰ পাচতো একেই সমস্যা আমাৰ সম্মুখত। 'ক্ষুদ্ৰ পৃথিৱী' সমস্যা, জৰ্জৰিত ভাৰতক আগবঢ়াই নিবলৈ আৱশ্যক হৈছে এটি সুস্থ সৱল ৰাজনৈতিক চেতনা, একতা আৰু দৃঢ়তা। তাৰ বাবে লাগে জাতীয় অনুশাসন, দূৰদৃষ্টি, সু-নেতৃত্ব, সহযোগিতা আৰু শ্ৰম আৰু ইয়াৰ একমাত্ৰ চাবি-কাঠি হ'ল শিক্ষাপৰিকল্পনা। 'The future of India is Bhaped in the class rooms'. শিক্ষা পৰিকল্পনাৰ উল্লেখ কৰোতে সৰ্বভাৰতীয় সামৰা কোঠাৰী আয়োগৰ পৰামৰ্শ (জুন ১৯৬৬) থোৰতে আলোচনা কৰিলে আমাৰ সুন্দৰ পৰিকল্পনা বা পৰামৰ্শবিলাক কেনেকৈ অৱ-

হেলাৰ ফলত কাৰ্য্যকৰী হৈ মুঠে সি পৰিষ্কাৰ হৈ উঠিব। শিক্ষাৰ গাঁথনি সম্পৰ্কত পৰামৰ্শ আছিল :—(১) প্ৰাক্-প্ৰাথমিক —১—৩ বছৰ, (২) প্ৰাথমিক ৪ বছৰ, (৩) উচ্চ প্ৰাথমিক ৩ বছৰ, (৪) নিম্ন মাধ্যমিক ৩ বছৰ. ৫) উচ্চ মাধ্যমিক ২ বছৰ (৬) কলেজৰ প্ৰথম ডিগ্ৰী ৩ বছৰ, (৭) ২য় ডিগ্ৰী ২ বছৰ। আয়োগে কৃষি, বিজ্ঞান, অভিযান্ত্ৰিক, চিকিৎসা, শিক্ষক প্ৰশিক্ষণ আদিবো পৰামৰ্শ আগবঢ়ায়।

২৯।৬।৬৬ তাৰিখে দাখিল কৰা প্ৰতিবেদন অসমত আৰম্ভ কৰা হয় ১৯৭৩ চনত। শিক্ষাৰ বুনিয়াদ হ'ল প্ৰাক্-প্ৰাথমিক (৫ বছৰ বয়স পৰ্য্যন্ত) পৰ্য্যায। কিন্তু অসমত আজি ২২ বছৰৰ পিছতো ৭০% প্ৰাথমিক বিদ্যালয়তে প্ৰাক্-প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা নাই। নিম্ন মাধ্যমিক অৰ্থাৎ অষ্টমমান শেষ কৰি ১০% ছাত্ৰছাত্ৰী কাৰিকৰী বিদ্যালয় ( Jr Technical School ) লৈ যাব যিহেতু এই ১০% ই অষ্টম মানৰ উৰ্দ্ধত সাধাৰণ শিক্ষা লবলৈ প্ৰকৃততে অক্ষম বুলি ধৰা হৈছে। কিন্তু Jr. Technical School ৰ ব্যৱস্থা পৰিমিত নোহোৱাত এই ২০% ল'ৰা-ছোৱালীয়ে H. S. L. C. পৰীক্ষাত বছৰকৈ বছৰ ধৰি ওলমি থাকিব লগা হৈছে। এই ১৯৮৮ চনৰ অসমৰ H.S.L.C. পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ grace দিয়াৰ পিছতো হ'ল ২৫%। ২২৫১৮৯ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৫৬২৯০ জন উত্তীৰ্ণ হ'ল। অৰ্থাৎ ১৬৮৮-৯৯ জন বৈ গ'ল অহা বছৰলৈ আৰু কিছুহাজাৰৰ সংখ্যা বৃদ্ধিৰ অৰ্থে, কিছু সংখ্যক Jr. Teehnical School ৰ পৰা ওলাই আহিলেও নিয়োগৰ কাৰণে পৰিমিত উদ্যোগ আদি গঢ়ি নুঠাত নিবনুৱা হৈ বহি থাকিব লগা হৈছে।

নিম্ন মাধ্যমিক (H.S.L.C.) পাছ কৰাৰ পিচত ৪০% এ কাম কাজত ধৰিব, ৩০% কাৰিকৰী শিক্ষালৈ যাব। বাকী ৩০% হে ২ বছৰীয়া সাধাৰণ শিক্ষা ( উচ্চতৰ মাধ্যমিক ) লৈ যাব। কিন্তু বৃত্তি

বা কাৰিকৰী শিক্ষাৰ উপযুক্ত ব্যৱস্থা নোহোৱা হেতু ৩০%ৰ ঠাইত ৯০% ভাগ এতিয়া ২ বছৰীয়া সাধাৰণ শিক্ষালৈ গৈ আৰু এটা নিশ্চলতা (staquation) ৰ সৃষ্টি কৰিছে। শিক্ষা পৰিকল্পনাৰ লগত কৃষি, উদ্যোগ, বাণিজ্য আদিৰ ওতপ্ৰোত সম্বন্ধ. বৰ্তমান কেন্দ্ৰীয় চৰকাৰৰ নতুন শিক্ষানীতিৰ আঁচনিও অচিৰেই হেৰাই যোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। মুঠ জনসংখ্যাৰ ০.১% অভিজাত আৰু বিত্তবান শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ সুবিধাৰ্থে প্ৰতিষ্ঠা কৰিবলৈ লোৱা 'নবোদয় বিদ্যালয়' (১০।৭।৮৮ তাৰিখত সমগ্ৰ ভাৰতত মুঠ ২২০ খন) ৰ আঁচনিয়েই তাৰ আগতীয়া বাৰ্তা কঢ়িয়াই আনে।

ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ প্ৰতি অনিহা হোৱা বুলি পোনেই কোৱাটো উচিত নহয় বুলি ভাবে। ৰাষ্ট্ৰীয অব্যৱস্থাৰ হেতু বিভিন্ন স্তৰত ঘটা বিৰাট staquation. লগতে স্কুল কলেজৰপৰা ওলাই অহা যুৱক যুৱতীৰ জীৱনলৈ কল্পনাতীতভাৱে যি হতাশা আৰু দুৰ্য্যোগ চপাই আনিছে সি বিয়পি গৈ ৰাষ্ট্ৰব্যাপি ছাত্ৰৰ মাজত বিশৃঙ্খলা আৰু অস্থিৰতাৰ সৃষ্টি কৰিছে। অৱশ্যে সস্তীয়া চিনেমাৰ প্ৰভাৱত 'হিৰ' হোৱা, মাদক দ্ৰব্য সেৱন, সহজে ধন ঘটাৰ মোহে ছাত্ৰ ছাত্ৰীৰ মন বিচলিত কৰাটোও সত্য।

ৰাষ্ট্ৰীয় শিক্ষা পৰিকল্পনা, অৰ্থনৈতিক বিকাশ, ঔদ্যোগীক সম্প্ৰসাৰণ, কৰ্মসংস্থান আঁচনি আদিৰ লগত শিক্ষাৰ ক্ষেত্ৰত সমানে গুৰুত্বপূৰ্ণ মাতা-পিতা আৰু শিক্ষাগুৰুৰ দায়িত্ববোধ আঢ়ৈ হাজাৰ বছৰৰ আগৰ দুটা শ্লোকে কয়:

'মাতা শত্ৰু, পিতা বৈৰী যেন বালো ন পাঠিতঃ।
ন শোভতে সভামধ্যে হংসমধ্যে বকো যথা॥' (চাণক্য)
'মাতৃমান পিতৃমানাচাৰ্য্যবান পুৰুষো বেদ।' (শতপথ ব্ৰাহ্মণ)

শিশুক আচাৰ্য্যবান কৰিবলৈ গুৰুক লাগিব প্ৰকৃত শিক্ষকৰ গুণৰাজি। ছাত্ৰৰ প্ৰতি মনপ্ৰাণ ঢলা অকৃত্ৰিম স্নেহ, ছাত্ৰৰ মানসিক

শাৰীৰিক, স্বাস্থ্য, শক্তি, চাহিদা আৰু ঘৰুৱা পৰিবেশ উপলব্ধি কৰা শক্তি, বিষয় আৰু শিক্ষাদান কৌশলৰ ওপৰত থকা দক্ষতাইহে ছাত্ৰক আচাৰ্য্যবান কৰি তোলাৰ একমাত্ৰ পথ বুলি তেওঁ বিবেচনা কৰে।

সমাজবাদক আদৰ্শ আৰু উদ্দেশ্যৰূপে গ্ৰহণ কৰিলেও ভাৰত আজি ধীৰে ধীৰে ধনতন্ত্ৰৰ দিশত গতি কৰিছে। সমাজৰ সকলো স্তৰতে যি কোনো প্ৰকাৰ ধন চপোৱা মনোবৃত্তি এক ব্যাধি স্বৰূপে দেখা দিছে। এই বাতাবৰণে শিক্ষকসকলকো কলুষিত কৰাটো স্বাভাৱিক। ত্ৰিশৰ দশকত যোৰহাট চৰকাৰী হাইস্কুলত বাছনি পৰীক্ষাৰ পিছত মেট্ৰিক পৰীক্ষাৰ্থীসকলৰ ছুটীৰ পিছত দুমাহ ধৰি এটি ওপৰঞ্চি ক্লাছ বাধ্যতা-মূলক ভাবে লোৱা হৈছিল। জানুৱাৰী ফেব্ৰুৱাৰী মাহ শিক্ষক কেউ-জন ঘৰলৈ যাওঁতে প্ৰায়েই সন্ধ্যা লাগিছিল। এই ব্যৱস্থা প্ৰতিবছৰেই ছাত্ৰসকলৰ কল্যাণৰ অৰ্থে কৰা হৈছিল বিনামাচুলে। প্ৰাতঃস্মৰণীয় সেই মহান শিক্ষকসকলৰ ত্যাগ আজিৰ ছাত্ৰসমাজৰ কাৰণে স্বপ্নৰো অগোচৰ।

ওঁ অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া।
চক্ষুৰুন্মিলিতং যেন তস্মৈ শ্ৰীগুৰবে নমঃ॥

# ৰাষ্ট্ৰীয় বঁটা বিজয়ী অন্ধ শিক্ষয়িত্ৰী শ্ৰীকমলা বৰুৱা

— শৈলেন কুমাৰ শইকীয়া



কমলা বৰুৱা অসম তথা ভাৰতৰ দৃষ্টিহীন মহিলা সমাজখনৰ এটা পৰিচিত নাম। এই গৰাকী মহিলা নিজে অন্ধ হৈও অন্ধ সমাজখনলৈ বিশেষ ভাবে সেৱা আগবঢাব পাৰিছে।

বৰমপুৰ শ্ৰীমন্ত শঙ্কৰ মিচন অন্ধ বিদ্যালয়ৰ মাধ্যমিক শাখাৰ প্ৰধান শিক্ষয়িত্ৰী কমলা বৰুৱা। বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক নিজৰ সন্তানৰ দৰে মৰম কৰি পাঠদান কৰাটো শ্ৰীমতী বৰুৱাৰ অন্যতম বৈশিষ্ট্য। ছাত্ৰী অৱস্থাৰেপৰা সদায় নিয়মানুবৰ্ত্তিতা মানি চলা কমলা বৰুৱাই বৰ্তমানেও শিক্ষয়িত্ৰী অৱস্থাত আত্মীয় স্বজন, বন্ধু বান্ধৱৰ পৰা স্নেহ আৰু ছাত্ৰ ছাত্ৰীৰপৰা তেওঁৰ ব্যক্তিত্বই প্ৰচুৰ ভক্তি কঢ়িয়াই আনিছে। অকল অন্ধ মহিলা হিচাবেই নহয় এগৰাকী অসমীয়া মহিলা হিচাপে তেওঁ সৰ্বভাৰতীয় ভিত্তিত লাভ কৰা সন্মান অসমীয়া জাতিৰ বাবে গৌৰৱৰ বিষয়। অকল শিক্ষয়িত্ৰী হিচাপে শিক্ষাদান কৰাৰ

ক্ষেত্ৰতেই নহয় সমাজ সেৱাৰ ক্ষেত্ৰটো তেওঁ কৰ্মদক্ষতা দেখুৱাই সফলতা লাভ কৰিব পাৰিছে।

শ্ৰীমতী বৰুৱাই শিক্ষাৰ্থী হিচাপে নিজৰ দায়িত্ব নিষ্ঠা সহকাৰে পালন কৰাৰ বাবে ১৯৮৩ চনত ৰাষ্ট্ৰীয় বঁটাও পাবলৈ সক্ষম হয়। উল্লেখযোগ্য যে এই বঁটাৰ সন্মান অৰ্জিয়াই অনা তেওঁৱেই একমাত্ৰ অসমীয়া অন্ধ শিক্ষয়িত্ৰী।

সমাজ সেৱাৰ ক্ষেত্ৰতো ১৯৮৫ চনত দৃষ্টিহীন মহিলা সকলৰ উন্নয়নৰ বাবে গঠিত হোৱা "অসম দৃষ্টিহীন মহিলা পৰিষদ" গঠনত শ্ৰী মতী বৰুৱাৰ ভূমিকা উল্লেখযোগ্য। উক্ত সংগঠনৰ তেওঁ প্ৰতিস্থাপক সভানেত্ৰী। বৰ্তমানও এই দায়িত্ব তেওঁ বহন কৰি আছে।

১৯৮৫ চনৰ প্ৰথম ভাগত অসমত দৃষ্টিহীন সংগঠন খুলিবৰ বাবে কমলা বৰুৱাই "ALL INDIA CONFEDERATION OF BLIND" চমুকৈ এ. আই. চি. বিৰ নিমন্ত্ৰণত ইন্দোৰত সংগঠনৰ প্ৰশিক্ষণলৈ আহিছে। এ. আই. চি. বিৰ অংশ স্বৰূপ আন এটি উত্তৰ পূৰ্বাঞ্চলীয় সংগঠন "নৰ্থ ইষ্ট উইমেনচ চচাইটি অৱ ব্লাইণ্ড"ৰো তেওঁ সভানেত্ৰী।

অসমৰ দৃষ্টিহীন মহিলাসকলৰ উন্নয়নৰ বাবে ভাৰতৰ আন আন দৃষ্টিহীন সংগঠনৰ লগত সংগতি ৰাখি এই সকল মহিলাক আত্মনিৰ্ভৰশীল কৰি তুলিব পৰাকৈ চেষ্টা কৰি বোম্বাই, দিল্লী আৰু মাদ্ৰাজ আদিত অনুষ্ঠিত কেইবাখনো সৰ্বভাৰতীয় ভিত্তিত দৃষ্টিহীনসকলৰ উন্নয়ন সম্পৰ্কীয় আলোচনা চক্ৰত তেওঁ যোগদান কৰিছে।

১৯৮৬ চনৰ শ্ৰেষ্ঠা সমাজসেৱী হিচাবে National Assocition for the Blind India ইন্দিৰা নীলম খোৰচেদ কাঙ্গা মেমৰিয়েল বঁটা শ্ৰীবৰুৱাই লাভ কৰিছিল। উল্লেখযোগ্য যে এই বঁটা পোৱা এওঁৱেই প্ৰথম অসমীয়া মহিলা।

কমলা বৰুৱা জন্ম হয় তেজপুৰৰ কমলাবাৰীত। জন্মতে দৃষ্টি শক্তি আছিল যদিও তিনিবছৰ বয়সত বসন্তৰোগত আক্ৰান্তহৈ দৃষ্টিহীন হৈ

পৰে। ১৯৫৬ চনত বঢ়মপুৰৰ শ্ৰীশঙ্কৰ মিচনৰ অন্ধস্কুলত তেওঁক নাম ভৰ্ত্তি কৰা হয়। সেই বিদ্যালয়ৰপৰা পি-ইউ আৰু বি. এ. পাছ কৰে। ১৯৭০ চনত এই বিদ্যালয়ত সহকাৰী শিক্ষয়িত্ৰীৰূপে কামত যোগদান কৰে। নিজৰ কৰ্মদক্ষতাৰ ফলস্বৰূপে ১৯৭৩ চনত সেই বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব পায়। শ্ৰীমতী বৰুৱা এগৰাকী চেতাৰ বাদিকাও। বিদ্যালয়ত পঢ়ি থকা কালতে লক্ষ্ণৌ ভাতখণ্ডে সঙ্গীত বিদ্যাপীঠৰপৰা চেতাৰৰ শিক্ষা লাভ কৰিছিল। শিক্ষকতাকে ব্ৰত-হিচাবে লোৱা বৰুৱাই আজীৱন সমাজৰ প্ৰতি সেৱা আগবঢ়াবলৈ ইচ্ছা কৰে।

শ্ৰীমতী বৰুৱা সাংসাৰিক। বিদ্যালয়ৰ দৃষ্টিবান শিক্ষক পৱন বৰুৱাৰ লগত বিবাহ পাশত আবদ্ধ হয়। বৰ্তমান তিনিটা সন্তানৰ মাতৃ। উল্লেখযোগ্য যে অন্ধ হৈয়ো তেওঁ সংসাৰৰ আৰু গৃহস্থিৰ সকলো কাম নিয়াৰিকৈ কৰি এখন সুখী সংসাৰৰ গৰাকী।

## ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত
## শ্ৰীসুপ্ৰভা দাস, প্ৰধান শিক্ষয়িত্ৰী



শ্ৰীসুপ্ৰভা দাস কাছাৰ জিলাৰ ৰাধামাধব বিদ্যালয়ৰপৰা ৩১।১০।৮৬ চনত প্ৰধান শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰে। তেখেতৰ পিতাকৰ নাম ৺ৰোহিণীচৰণ দাস আৰু মাতৃৰ নাম ৺সুসঙ্গিনী দাস। এখেতৰ ঘৰ মৌলবী বজাৰ মহকুমাৰ বৰমচালৰ উত্তৰ অংশত। ১৯২৮ চনৰ অক্টোবৰ মাহত চিলেট জিলাত জন্ম গ্ৰহণ কৰিছিল। তাত মেট্ৰিক পাছ কৰি ১৯৪৭ চনত চিলচৰলৈ আহি চিনিয়ৰ ট্ৰেইনিং আৰু ফিজিকেল ট্ৰেইনিং পাছ কৰে। চিলচৰ চৰকাৰী ছোৱালী হাইস্কুল আৰু চিলংপট্টি এম. ই. স্কুলত শিক্ষিকাৰ জীৱন আৰম্ভ হয়। ১৯৪৯ চনত শিক্ষাবোৰ্ডে বাধ্যতামূলক স্কুল খোলাৰ সময়ত চিলচৰ দুৰ্গা শঙ্কৰ পাঠশালাত সহকাৰী শিক্ষয়িত্ৰীৰূপে যোগদান কৰে।

উক্ত বিদ্যালয়ত শিক্ষয়িত্ৰীৰূপে কাম কৰি থাকোতে চৰকাৰে এখেতক হাইলাকান্দিৰ জুনিয়ৰ ৰেডক্ৰচ প্ৰশিক্ষণ আৰু শালচাপৰাৰ

বুনিয়াদী চেমিনাৰলৈ পঠায়। ১৯৬৬ চনত প্ৰধান শিক্ষয়িত্ৰীৰূপে পদোন্নতি দি চিলচৰ জয়কুমাৰ বালিকা বিদ্যালয় আৰু তাৰ পিছত বিশ্বেশ্বৰ পাঠশালাত চাকৰি কৰে। এই বিদ্যালয়ত তিনি বছৰৰ ভিতৰত ১১ জন ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰিছিল ইয়াৰ পিচত ৰাধামাধব বালিকা বিদ্যালয়লৈ বদলি কৰে। এই বিদ্যালয়ত তেখেতৰ যত্নত প্ৰতি বছৰত ৮৯ জনকৈ ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰিছিল। ১৯৮৬ চনত অৱসৰ গ্ৰহণ কৰে।

শ্ৰীমতী দাসৰ একনিষ্ঠ শিক্ষকতা সেৱাৰ বাবে ১৯৮২-৮৩ চনত অসম চৰকাৰে কৃতী শিক্ষয়িত্ৰীৰূপে ৰাজ্যিক পুৰস্কাৰ প্ৰদান কৰে।

বৰ্তমান প্ৰচলিত শিক্ষাব্যৱস্থাৰ প্ৰতি নিজৰ মতামত আগবঢ়াই তেখেতে কয় যে, ১৯৭৩ চনৰপৰা দ্বাদশ বছৰীয়া (১০+২) শিক্ষাৰ নতুন পাঠ্যক্ৰম প্ৰৱৰ্তন কৰে। ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিৰ আধাৰত দেশৰ স্কুলৰ কেৰিকুলাম উন্নয়ন আৰু পাঠ্যপুথি প্ৰণয়ন কৰি প্ৰকাশ কৰা হৈছে। মাধ্যমিক পৰ্যায়ৰ বাদেও প্ৰাথমিক স্তৰৰ বিজ্ঞান শিক্ষা, জনসংখ্যা শিক্ষা, পুষ্টি স্বাস্থ্য শিক্ষা, আৰু পাৰিপাৰ্শ্বিক পৰিচ্ছন্নতা ইত্যাদি প্ৰকল্প মাধ্যমত বিভিন্ন শিক্ষা সামগ্ৰীৰ সাহাৰ্য্যৰ ব্যৱস্থা কৰা হৈছে। ই অতিশুভ কাম আৰু ইয়াৰ উপযুক্ত ব্যৱস্থা চৰকাৰে নিশ্চয় কৰিব। তেখেতে বৰ্তমান উশৃঙ্খল আৰহাৱাৰ প্ৰতি লক্ষ্য ৰাখি পাঠ্যপুথিত চৰিত্ৰৰ উন্নতিমূলক বিষয় সন্নিবিষ্ট কৰাৰ কামনা কৰে।

বৰ্তমান শিক্ষা ব্যৱস্থা কাৰ্য্যকৰী কৰিবলৈ হ'লে উপযুক্ত শিক্ষক নিয়োগ, পৰিবেশ গঠন, শিক্ষাৰ ক্ষেত্ৰত শিক্ষকৰ আত্মনিয়োগ আদি বিষয়ত শিক্ষক-শিক্ষয়িত্ৰীৰ মনোনিবেশ বাঞ্চা কৰে।

সময়ানুবৰ্তিতা আৰু স্কুলৰ শৃঙ্খলা ৰক্ষা কৰা শিক্ষাৰ প্ৰধান অঙ্গ। সেয়ে শিক্ষকে সেই বিষয়ত সজাগ দৃষ্টি ৰখা একান্ত প্ৰয়োজন। শিক্ষক-শিক্ষিকা মাৰ্জিত বেশভূষা আৰু আদৰ্শ-

স্থানীয় হোৱা প্ৰয়োজন। কাৰণ শিশুসকলে সদায় শিক্ষকক অনুকৰণ কৰে।

সামৰণিত তেখেতে আশা পোষণ কৰিছে যে অহা ১৯৯০ চনৰ পৰা কেন্দ্ৰীয় চৰকাৰে প্ৰাথমিক শিক্ষা অধিগ্ৰহণ কৰিব। এয়ে যদি সত্যত পৰিণত হয় তেন্তে ই আনন্দৰ কথা হব। তেখেতে কৈছে, “আমি অবসৰ গ্ৰহণ কৰিলেও আমাৰ ভাই বোনবা সুযোগ সুবিধা পালে খুবেই খুসী আৰু আনন্দিত হইব। সেই সঙ্গে বিদায়েৰ সুযোগ সুবিধা পালেও খুসী হইব।”

ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত

শ্ৰীসুবোধ তালুকদাৰ, প্ৰধান শিক্ষক



বৰপেটা জিলাৰ অন্তৰ্গত ঐতিহাসিক প্ৰসিদ্ধ এখন উন্নত গাঁও বহৰি। এই গাঁও অসমৰ চাৰিজনা গুৰুৰ অন্যতম শ্ৰীশ্ৰীহৰিদেৱ মহাপ্ৰভুৰ লীলাভূমি। আজিও তেখাৰ পদৰেণুৰে এই গাঁও মুখৰিত আৰু পৱিত্ৰ হৈ আছে।

এই বহৰি গাঁওতে এখন কৃষক পৰিয়ালত ১৯৩০ চনৰ ডিচেম্বৰ মাহৰ ১৭ তাৰিখ বুধবাৰে শুক্লা পঞ্চমী তিথিত জন্ম। মোৰ পিতৃ ৺ ভাৰত চন্দ্ৰ তালুকদাৰ, মাতৃ ৺ সাধেশ্বৰী তালুকদাৰ। আমি ভাই পাঁচ জন, ভনী এজনী।

১৯৩৯ চনত বহৰি বালক মজলীয়া বিদ্যালয়ত মোৰ শিক্ষা জীৱন আৰম্ভ হয়। ১৯৪৬ ৪৭ চনত এই বিদ্যালয়ৰপৰা সুখ্যাতিৰে এম. ভি পাছ কৰোঁ। ঘৰৰ আৰ্থিক অৱস্থা তেনেই শোচনীয় কাৰণে উচ্চ

শিক্ষালৈ মন মেলিব নোৱাৰিলোঁ। ঘৰতে গৃহস্থক খেতিৰ কৰ্মত সহায় কৰোঁ।

মোৰ চাকৰি জীৱন আৰম্ভ হয় ১৯৪৯ চনত। বৰপেটা লোকেল-বোৰ্ডৰ অধীনত সুন্দৰীদিয়া বালক মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষক পদত নিয়োজিত হওঁ ১।২।৪৯ ইং তাৰিখত। দুই বছৰ পিছত তাৰ পৰা বৰপেটা ন হাটী বালক প্ৰাইমাৰী বিদ্যালয়লৈ বদলি হৈ আহো। সেই স্কুলৰপৰাই ১৯৫৫-৫৬ চনত হাউলিলৈ জুনিয়ৰ বেচিক প্ৰশিক্ষণ লবলৈ যাওঁ প্ৰশিক্ষণত উত্তীৰ্ণ হৈ নিম্ন লিখিত বিদ্যালয়সমূহত শিক্ষকতা কাম কৰোঁ।

১। ধুবুৰীৰ চৰ প্ৰাইমাৰী স্কুলত প্ৰধান শিক্ষকৰ পদত।

২। বালাপাৰা বালিকা প্ৰাইমাৰী স্কুলত প্ৰধান শিক্ষকৰ পদত।

৩। তাৰাবাৰী বালিকা মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষকৰ পদত।

৪। বহৰি বালক মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষকৰ পদত।

১৯৮৫ চনত শিক্ষাবোৰ্ডৰ অধীনত হাউলি লৈ নৰ্মাল পঢ়িবলৈ যাওঁ। ইয়াত মই কৃতকাৰ্য্য হব নোৱাৰিলোঁ। নৰ্মাল পঢ়ি থকা অৱস্থাত ১৯৬১ চনত চৰকাৰৰ সহযোগত উত্তৰ ভাৰত ভ্ৰমণ কৰিবলৈ যাওঁ।

উত্তৰ ভাৰতৰ—লক্ষ্ণৌ, আগ্ৰা, ন-দিল্লী, ফটেপুৰচিক্ৰী, মথুৰা বৃন্দাবন, কাশী, গয়া, পুৰী, আদি দৰ্শন কৰি আহি ভাৰতৰ প্ৰথম বুদ্ধিজীৱী নগৰ কলিকতাত ভিক্টোৰীয়া মেমোৰিয়েল হ'ল অসম হাউচ, চিৰিয়াখানা, মিউজিয়াম, বোটানিকেল গাৰ্ডে, কালীঘাট, বেলুৰ মঠ, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ লাইব্ৰেৰী আদি নানান স্থান দৰ্শন কৰোঁ বুৰঞ্জী প্ৰসিদ্ধ স্থানসমূহ, তীৰ্থস্থানসমূহ লগতে উদ্যোগপূৰ্ণ স্থানসমূহ দৰ্শন কৰি নানা অভিজ্ঞতা লাভ কৰোঁ। কিতাপৰ পাতত পঢ়ি জ্ঞান অৰ্জনতকৈ দৰ্শনত যে অধিক জ্ঞান হয় মই বাৰুকৈয়ে উপলব্ধি কৰিছোঁ।

হাউলি নৰ্মাল স্কুলৰ পৰা আহি ১৯৬১-৬২ চনৰ পৰা নিম্ন লিখিত বিদ্যালয় সমূহত শিক্ষকতা কাম কৰোঁ।

১। বৰপেটা টাউন বালিকা মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষক পদত।

২। বহৰি বালিকা মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষক পদত।

৩। পালহাজী বালিকা প্ৰাইমাৰী বিদ্যালয়ত সহকাৰী শিক্ষক পদত।

৪। ভাতকুছি বালক প্ৰাইমাৰী বিদ্যালয়ত প্ৰধান শিক্ষকৰ পদত।

৫। মন্দিয়া বজাৰ প্ৰাইমাৰী বিদ্যালয়ত প্ৰধান শিক্ষকৰ পদত।

১৯৭৪ ইং চনত মই ৪৬ নং বহৰি বজাৰ বুনিয়াদী বিদ্যালয়লৈ বদলি হৈ আহোঁ। এই স্কুলত প্ৰধান শিক্ষক হিচাবে লগ পাওঁ— ৺ভবেন্দ্ৰ নাথ মোড়ল দেৱক। তেখেতৰ মৃত্যুৰ পিছতেই এই স্কুলতে ১৯৮০ চনত প্ৰধান শিক্ষক হিচাবে মই নিযুক্তি পাওঁ। ৺মোড়ল দেৱ প্ৰমুখ্যে মই কাম কৰি অহা শিক্ষানুষ্ঠান সমূহৰ জ্ঞানী, গুণী প্ৰধান শিক্ষক শিক্ষয়িত্ৰী সহকাৰী শিক্ষক শিক্ষয়িত্ৰী সকলৰ পৰা স্কুল পৰিচালনা সহকাৰী শিক্ষক শিক্ষয়িত্ৰীৰ প্ৰতি ব্যৱহাৰ ছাত্ৰ-ছাত্ৰী অভিভাৱক আদিৰ লগত সম্বন্ধ কেনে হোৱা উচিত এই সকলো কথাৰ জ্ঞানেই পাইছিলোঁ অজানিতে। আজি এই চেগতে তেখেত সকলক প্ৰণিপাত জনাইছোঁ।

প্ৰধান শিক্ষকৰ পদটো চাকৰি জীৱনৰ দায়িত্বপূৰ্ণ পদ। ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰাৰ উপৰিও সহকাৰী শিক্ষক সকলৰ অভাৱ অভিযোগ পূৰ্ণ কৰাৰ বাবে বিভাগীয় কতৃপক্ষৰ লগত যোগাযোগ ৰাখিছিলোঁ। অনুষ্ঠান, প্ৰতিষ্ঠান, আস্থান আদিত ৰাইজৰ লগত যোগাযোগ ৰাখি দান বৰঙণি আদি দি আহিছো।

ইং ১৯৭৭ আৰু ১৯৭৮ চনত চেঙা উন্নয়ণ বিষয়াৰ জৰিয়তে যোৰহাটলৈ প্ৰয়োগ পুষ্টিকৰ আঁচনিৰ প্ৰশিক্ষণ লবলৈ যাওঁ। যোৰহাটৰ পৰা আহি খণ্ড বিষয়া, স্কুলৰ ৮ জন শিক্ষক-শিক্ষয়িত্ৰী আৰু

৪০০ ( চাৰি ) শ ছাত্ৰ-ছাত্ৰীৰ সহযোগত বিদ্যালয় চৌহদত চৰকাৰৰ আঁচনি অনুসৰি উচ্চধৰণৰ ফল-মূলৰ বাগিছা এখন তৈয়াৰ কৰোঁ। বাগিছাত—নাৰিকল গছ, আম গছ, জামু গছ, লেবু ( টেঙা ) আনাৰস কল গছ, আমলখি আদি নানা ধৰণৰ গছ আছে। বৰ্তমানে এই বাগিছাৰ ফল-মূল শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী তথা বজাৰ আৰু গাঁওৰ মানুহেও খাই আনন্দ উপভোগ কৰিছে।

মোৰ অধীনত বৰ্তমানলৈ ৩০ জন ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিভামূলক বৃত্তি লাভ কৰিছে। বৰ্তমান আমাৰ স্কুলত শিক্ষক ৭ জন শিক্ষয়িত্ৰী ১ জনী। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৪০০ জন এই বৃত্তি পোৱা ছাত্ৰৰ ভিতৰত শ্ৰীপ্ৰশান্ত তালুকদাৰে প্ৰৱেশিকা পৰীক্ষাত ১৯৮৬ চনত প্ৰথম দহ জনৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰিছে।

১৯৮৭ চনৰ ৫ চেপ্তেম্বৰত মই অসম চৰকাৰৰপৰা কৃতী শিক্ষক ৰূপে স্বীকৃতি পাই পুৰস্কৃত হৈছোঁ। বৰ্তমান ৪ জন ল'ৰা আৰু ৪ জনী ছোৱালী মুঠ দহ জনীয়া পৰিয়াল খন আটোম টোকাৰিকৈ চলাই আছো। অহা ১৯৮৮ ইং চনৰ ৩১ ডিচেম্বৰ তাৰিখে মোৰ চাকৰি জীৱন শেষ হব।

শিক্ষা ব্যৱস্থাত মতামত—

আমাৰ বহৰি বজাৰ বুনিয়াদী বিদ্যালয়ত নানা গোষ্ঠিৰ নানা ভাষীক ল'ৰা-ছোৱালী পঢ়ে। অসমীয়া, বিহাৰী, মাৰোৱাৰী, বঙালী আদি ভাষাৰ ল'ৰা-ছোৱালী আছে যদিও পঢ়াৰ মাধ্যম অসমীয়া। অভিভাৱক সকলৰ লগত সমন্বয় ৰাখিয়ে ল'ৰা-ছোৱালী শিকোৱা হয়।

শিক্ষা ব্যৱস্থাত নানা আসোঁৱাহ কিতাপ পত্ৰত ভুল ত্ৰুটি আছে যদিও আমি শিক্ষক-শিক্ষয়িত্ৰী সকলে আলোচনাৰ মাধ্যমেৰে প্ৰয়োগৰ ক্ষেত্ৰত সচেতন হৈছিলো। বিদ্যালয়ৰ কোঠালিয়েই হৈছে শিক্ষাদান শিক্ষা গ্ৰহণৰ মুখ্য স্থান। তেনে উকা কোঠালিত প্ৰদীপন অবিহনে শিক্ষাদান আৰু গ্ৰহণত পূৰ্ণতা লাভ কৰিব নোৱাৰি। প্ৰাইমাৰী

বিদ্যালয় সমূহৰ কোনো নিজ'ববীয়া আয়ৰ পথ নাই। অথাপি দৈনন্দিন ব্যৱহাৰ্য্য হাতেৰে ঢুকি পোৱা বস্তুৰ লগত সমন্বয় ৰাখি শিক্ষাদান কৰা কাৰ্য্য চলি আছে। বিভাগীয় কৰ্তৃপক্ষই প্ৰত্যেক বিদ্যালয়তেই গণিত, বিজ্ঞান, ভূগোল আদি বিষয়ৰ প্ৰদীপন যোগান ধৰা অতীব আৱশ্যক।

বৰ্তমান গ্ৰাম্য অঞ্চলৰ ছাত্ৰ ছাত্ৰী সু-খাদ্যৰ অভাৱত শাৰীৰিক আৰু মানসিক ফালৰ পৰা দুৰ্বল হোৱা পৰিলক্ষিত হৈছে। তেনে ক্ষেত্ৰত কিতাপৰ বোজা কমাব পাৰিলে ভাল হয়; বিজ্ঞান ভূগোল আদি বিষয় সমূহ চ', আলোচনাৰ মাধ্যমত ছবি আৰু কাৰ্টুনৰ যোগেদি সৃষ্টিশীল মনৰ অধিকাৰী হবলৈ উৎসাহিত কৰা সাধু কথাৰ মাজেৰে পঠনত কৌতুহল জন্মোৱা আদি হব লাগে।

নজনা কথা জনাৰ প্ৰণালীয়েই হৈছে শিক্ষা। যি শিক্ষাই মানুহৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন কৰে তেনে শিক্ষাই প্ৰকৃত শিক্ষা। বৰ্তমান শিক্ষা ব্যৱস্থাত শাৰীৰিক আৰু মানসিক উৎকৰ্ষ সাধন হয় যদিও আধ্যাত্মিক উৎকৰ্ষ সাধন হোৱা যেন নালাগে। আধ্যাত্মিক উৎকৰ্ষ অবিহনে ক্ষমা, দয়া, প্ৰেম, ত্যাগ, ভক্তি, শ্ৰদ্ধা আদি মানবীয় গুণ ছাত্ৰ ছাত্ৰীয়ে আহৰণ কৰিব নোৱাৰে। সেয়ে বৰ্তমান শিক্ষা ব্যৱস্থাত এই মানবীয় গুণৰাজী আহৰণ কৰা ব্যৱস্থা প্ৰয়োগ কৰা দৰ্কাৰ

১। বৰ্তমান শিক্ষা-ব্যৱস্থাত দূৰদৰ্শনৰ অতীব প্ৰয়োজন।

২। ছাত্ৰ-ছাত্ৰীক দেশৰ বুৰঞ্জী প্ৰসিদ্ধ স্থান উদ্যোগ স্থান, তীৰ্থ স্থান, অভয়াৰণ্য আদি শিক্ষামূলক ভ্ৰমণৰ যোগেদি দৰ্শন কৰোৱা যুগুত।

৩। শীত কালীন বা বৰ্ষা কালীন শিবিৰ পাতি নিজৰ জিলা বা ৰাজ্যৰ ভিতৰত প্ৰাইমাৰী বিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীক মিলিত কৰি তেওঁলোকৰ খেলা-ধুলা, নাচ-গান, অভিনয় আদিৰ জৰিয়তে নিজৰ নিজৰ প্ৰতিভা বিকাশ কৰাৰ সুযোগ বিভাগীয় কৰ্তৃপক্ষই ব্যৱস্থা কৰি দিব লাগে। সঘনাই শিক্ষক শিক্ষয়িত্ৰী বদলি নকৰাটো ভাল।

৪। স্কুল-ঘৰ পকি হোৱা ভাল। ছাত্ৰ-ছাত্ৰীয়ে শৌচ প্ৰস্ৰাব কৰাৰ সুবিধা আৰু পানী খোৱাৰ ব্যৱস্থা থাকিব লাগে।

৫। পাঠ্য পুথি সময়মতে পোৱা ব্যৱস্থা কৰিব লাগে।

৬। স্কুল ঘৰ ৰক্ষণা-বেক্ষণৰ সু-ব্যৱস্থা থকা ভাল।

৭। সৰু সৰু ল'ৰা ছোৱালীৰ বাবে খেলাৰ সামগ্ৰী কিছুমান যোগান ধৰা ভাল।

৮। কিছুমান মানৱ সম্পদ বাছি উলিওৱাৰ কাৰণে নতুন শিক্ষা ব্যৱস্থা প্ৰৱৰ্তন কৰি ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰয়োগ কৰিবলৈ চৰকাৰে যি প্ৰস্তুতি লৈছে তাৰ বাবে শলাগ লৈছো। কিন্তু ১০ (দহ) দিনীয়া প্ৰশিক্ষণে সম্পুৰ্ণ নতুন পদ্ধতি এটা প্ৰয়োগৰ ক্ষেত্ৰত পূৰ্ণতা লাভ কৰিব নোৱাৰে যেন লাগে। সেয়েহে এনে নতুন শিক্ষা পদ্ধতি প্ৰয়োগ কৰাৰ আগ মুহূৰ্তত প্ৰত্যেক শিক্ষক শিক্ষয়িত্ৰীকে এবছৰ কাল প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে ভাল হয়।

ভবিষ্যত শিক্ষক শিক্ষয়িত্ৰীলৈ পৰামৰ্শ—

১। পঢ়াশালীত মই তিনি শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী লগ পাইছোঁ। উত্তম, মধ্যম, আৰু অধম শ্ৰেণীৰ। তেওঁলোকৰ মনোবৃত্তি বুজি লৈ মৰমৰ চলেৰে উপযুক্ত প্ৰদীপন নথকাতো পাঠদান কৰি মই সততে আনন্দ লাভ কৰি আছো। পাঠদান কৰোঁতে লক্ষ্য কৰিব লাগিব কেৰিকুলামৰ সহায়ত কৰা বছৰেকীয়া আঁচনি খনলৈ।

২। বছৰেকীয়া পৰীক্ষাৰ ফলাফলৰ পিছতেই অৰ্থাৎ শিক্ষাদানৰ আৰম্ভণিতে কেৰিকুলামৰ সহায়ত শিক্ষাদান আঁচনিখন প্ৰত্যেক শিক্ষক শিক্ষয়িত্ৰীয়ে তৈয়াৰ কৰা যুগুত।

৩। শিক্ষকৰ পাঠদানৰ পাঠত যথেষ্ট জ্ঞান থাকিব লাগে। শিক্ষক অধ্যয়ন পুষ্ট হোৱা ভাল। ভুল শিক্ষাই ছাত্ৰ-ছাত্ৰীক বিপথে নিয়াৰ সম্ভৱনা বেছি। ছাত্ৰ-ছাত্ৰীবিলাক প্ৰত্যেকেই একোজন সৈনিক, সিহঁতৰ অন্তৰ্নিহিত শক্তিবোৰ কামনাৰ গুলি স্বৰূপ। এই সৈনিক স্বৰূপ ছাত্ৰ-ছাত্ৰীবিলাকক শিক্ষকে নিষ্ঠাৰে শিক্ষাদান কৰা উচিত।

৪। ঘৰখনেই শিশুৰ আচল শিক্ষাৰ ঠাই। শিশুৰ বাবে ঘৰখন এখন বিদ্যালয়, সমাজখন মহাবিদ্যালয়। তেনে ক্ষেত্ৰত অভিভাৱক আৰু সমাজৰ লগত প্ৰত্যেক শিক্ষকেই সমন্বয় ৰখা কৰ্তব্য।

৫। আৱশ্যক বোধে স্কুলৰ প্ৰধান শিক্ষকজনে সহকাৰী শিক্ষকৰ ওপৰত স্কুলৰ কৰ্তব্য কামত- ভাগে ভাগে প্ৰত্যেক জনকে দায়িত্ব দিব। তেতিয়াহে স্কুল পৰিচালনাত সুফল পাব।

৬। সহকাৰী শিক্ষকে বুজি নোপোৱা যি কোনো কথা প্ৰধান শিক্ষক তথা লগৰ সহকাৰী শিক্ষকৰ লগত আলোচনা কৰি কথাটো বুজি লৈহে কৰ্তব্য পালনত প্ৰয়োগ কৰিব। তেতিয়াহে তাৰ সুফল পোৱাৰ সম্ভাৱনা থাকে।

শিক্ষকসকল দেশৰ মংগলকামী লোক। তেওঁলোকৰ ওপৰতে দেশৰ ছাত্ৰ-ছাত্ৰীক প্ৰকৃত নাগৰিক ৰূপে গঢ় দিয়াৰ দায়িত্ব অৰ্পিত হৈছে। এই গুৰু দায়িত্ব পালন কৰিবলৈ যাওঁতে মোৰ বোধেৰে শিক্ষকে তলত লিখা কথা খিনিলৈ মন কৰিব লাগে।

ক) শিক্ষকৰ উপদেশবোৰ "উপদেশতকৈ আৰ্হি বেছি কাৰ্য্যকৰী" তেনে কাৰ্য্যতহে সুফল পাব।

(খ) শিক্ষক সদায় সদাচাৰী, সদালাপী আৰু মিষ্টভাষী হব লাগে।

(গ) শিক্ষকৰ পিন্ধা সাজ-পোচাক নিয়মীয়া আৰু চাফচিকুণ হব লাগে।

(ঘ) শিক্ষকৰ সমদৃষ্টি আৰু নিৰপেক্ষ গুণ থাকিব লাগে।

(ঙ) শিক্ষকে ছাত্ৰ ছাত্ৰীৰ আগত ধূমপান কৰা, খং ৰাগ কৰা কাৰ্য্য নকৰি নৈতিক চৰিত্ৰত মহীয়ান হোৱা কাৰ্য্যহে ছাত্ৰ-ছাত্ৰীৰ আগত প্ৰদৰ্শন কৰিব। কিয়নো ছাত্ৰ-ছাত্ৰীয়ে শিক্ষক শিক্ষয়িত্ৰীক সদায় অনুকৰণ কৰে। অনুকৰণ সিহঁতৰ সহজাত প্ৰবৃত্তি।

(চ) শিক্ষকৰ গাত অধ্যৱসায় গুণ থাকিব লাগে। অধ্যৱসায় গুণ ছাত্ৰ-ছাত্ৰীৰ পঢ়া-শুনা, খেলা-ধূলা সকলোতে প্ৰযোজ্য।

শিক্ষকৰ গাত অধ্যৱসায় গুণ থাকিলেহে ছাত্ৰ-ছাত্ৰীয়ে অনুকৰণ কৰিব পাৰিব।

ইয়াৰ উপৰিও শিক্ষক বিষয় জ্ঞান, কৰ্তব্য জ্ঞান, নিয়মানুৱৰ্ত্তিতা, সময়ানুৱৰ্ত্তিতা আদি গুণেৰে বিভূষিত হৈ শিক্ষাদান কাৰ্য্যত ব্ৰতী হ'লে শিক্ষক জাতিটোৱেই দেশবাসীৰ মনত আদৰণীয় আৰু পূজ্য হৈ থাকিব বুলি মোৰ দৃঢ় বিশ্বাস। শিক্ষক, শিক্ষয়িত্ৰী পালমাৰা বিধৰ হব নেলাগে। প সমাৰী বিদ্যা শিকালে বা শিকিলে তেনে বিদ্যাই কোনো কাম নিদিয়ে।

## ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত

## শ্ৰীনিৰঞ্জন নাথ, প্ৰধান শিক্ষক

### দীঘলদাৰি মজলীয়া বিদ্যালয়, নগাওঁ : অসম



চমু জীৱনী: নগাওঁ জিলাৰ ৰহা মৌজাৰ অন্তৰ্গত দেউবালি কাকতি গাৱঁত এটি দুখীয়া কৃষক পৰিয়ালত জন্ম হওঁ ১৯৩৩ চনত। গাৱঁৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষা জীৱন আৰম্ভ হয়। ১৯৪২ চনত ৰহা হাইস্কুলৰ (এতিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়) ৩য় মান শ্ৰেণীত নাম লগাওঁ। ১৯৪৮ চনত ৺পিতৃদেৱে বিধবা মা আৰু ছয়টি সন্তান এৰি স্বৰ্গগামী হয়। তেতিয়াৰপৰা ঘৰৰ সম্পূৰ্ণ দায়িত্ব বহন কৰিব লগাত পৰে। দৰিদ্ৰতাৰ লগত যুঁজি যুঁজি ১৯৫০ চনত প্ৰৱেশিকা পৰীক্ষা কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত উত্তীৰ্ণ হওঁ। অৰ্থাভাৱত উচ্চ শিক্ষা লাভৰ আশা বাদ দি ১৯৫১ চনত ৰহা মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষকৰ পদত মকৰল হওঁ। ১৯৫৩ চনত ডেপুটেশ্যন পাই যোৰহাট নৰ্মাল স্কুলত ২য় বাৰ্ষিকত ভৰ্ত্তি হওঁ। ১৯৫৫ চনত অসম নৰ্মাল শিক্ষাৰ শিক্ষান্ত পৰীক্ষাত গণিত, ভূগোল, ছবি অঁকা, হাতৰ কাম আৰু শিক্ষা প্ৰদান বিষয়ত সন্মান সহকাৰে

উত্তীৰ্ণ হওঁ। একেদৰেই ১৯৫৮ চনত তিতাবৰ উচ্চ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰপৰা সুখ্যাতিৰে প্ৰশিক্ষণ পাছ কৰোঁ।

১৯৫৬ চনত বিবাহ কৰো আৰু সেই বছৰতে প্ৰধান শিক্ষকৰ পদলৈ প্ৰমোচন পাই বৰঙাবাৰী মজলীয়া স্কুলত যোগদান কৰোঁ। ১৯৫৮ চনত ওচৰৰ দীঘলদাৰি মজলীয়া বিদ্যালয়লৈ বদলি হৈ আহো আৰু তেতিয়াৰপৰা বিদ্যালয়খনিৰ উন্নতি কল্পে আত্মনিয়োগ কৰি আহিছো। লগে লগে কেন্দ্ৰ, মহকুমা আৰু প্ৰাদেশিক স্তৰৰ ভিন্ ভিন্ সভাৰ সদস্য আৰু সম্পাদকৰ দায়িত্ব লৈ শিক্ষা ক্ষেত্ৰৰ বিকাশ সাধন আৰু সতীৰ্থসকলৰ মৰ্য্যাদা বৃদ্ধিৰ হকে পাৰ্য্যমানে সেৱা কৰি আহিছো। তাৰোপৰি নিজ অঞ্চলত এখন প্ৰাথমিক, আন এখন ইংৰাজী মজলীয়া আৰু এখন উচ্চ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠা কৰি কাৰ্য্যনিৰ্বাহ সমিতিবোৰৰ সম্পাদকৰ গধুৰ দায়িত্ব বহন কৰোঁ। সম্পাদকৰ কাম যে অতি কষ্টসাধ্য সেই কথা কৰোঁতা সকলে নিশ্চয় জানে। পৰমেশ্বৰৰ কৃপাত আৰু ৰাইজৰ সহযোগত আটাই কেইটি শিক্ষানুষ্ঠান সম্প্ৰতি পূৰ্ণাঙ্গ হৈ উঠিল।

সাহিত্য সেৱাৰ প্ৰতি অনুৰাগ নাছিল বুলি কলে মিছা কোৱা হয়। ছাত্ৰজীৱনৰ পৰাই কবিতা আৰু প্ৰবন্ধ লিখি পঢ়ি ভাল পাইছিলো। যোৰহাট নৰ্মাল স্কুলত পঢ়ি থাকোতেই ১৯৫৫ চনত মোৰ প্ৰথম লিখা কবিতা পুথি "পুষ্পবন" যোৰহাটৰ সাৰদা দাস কোম্পানীয়ে প্ৰকাশ কৰিছিল আৰু পাতনিখন লিখিছিল যোৰহাটৰে প্ৰবীন সাহিত্যিক ৺যতি নাৰায়ণ শৰ্মাদেৱে। তিতাবৰ উচ্চ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লৈ থাকোতে "কিশলয়" নামৰ আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক হৈ দুটি সংখ্যা প্ৰকাশ কৰোঁ। সদৌ অসম মজলীয়া স্কুল শিক্ষক সন্থাৰ মুখপত্ৰ "শিক্ষা প্ৰদীপ"ৰ সম্পাদক আছিলোঁ।

১৯৮০ চনলৈ ঘকৱা আৰু সমজুৱা জঞ্জালত হাবু-ডাবু খাই ফুৰোঁতে একাণপতীয়াকৈ সাহিত্য চৰ্চা কৰিবলৈ সুযোগ নাপালো।

পিচত ওপৰত উন্নুকিয়াই অহা অনুষ্ঠান কেইটি পূৰ্ণ হৈ নিজস্ব গতিত আগবাঢ়ি যাব পৰা হোৱাত আহৰি পাই অঞ্চলৰ শিক্ষিত যুৱক-যুৱতী সকলৰ সহযোগত "কলঙ পৰীয়া সাহিত্য চ'ৰা" নামৰ এটি অনুষ্ঠান পতা হয়। চ'ৰাই আজিকোপতি মোক সভাপতিৰ দায়িত্বত ৰাখিছে। চ'ৰাৰ মুখপত্ৰ "পত্নমনিয়ে" সাতোটি বছৰত সাতোটি সংখ্যা প্ৰকাশ কৰিছে। লগে লগে মোৰ লিখা "শান্তিৰ সন্ধান" গদ্য সংকলন, "পঞ্চপুষ্প" গল্প সংগ্ৰহ আৰু "শনি পুথি" পদ্যাকাৰত সাহিত্যানুৰাগী ভিন্ ভিন্ প্ৰকাশকৰ উদ্যোগত প্ৰকাশ পায়। অপ্ৰকাশিত তথ্যপূৰ্ণ কেবাখনো পাণ্ডুলিপি প্ৰস্তুত হৈ আছে।

তাৰোপৰি সৃষ্টি, কালপুৰুষ, পত্নমনি, যুগবানী, বোকাৰ পত্নম' অসম সাহিত্য সভা পত্ৰিকাদি আলোচনীত আৰু বাতৰি কাকতত ভিন্ ভিন সময়ত লিখা ভালেমান প্ৰবন্ধ প্ৰকাশ পাই আহিছে। কালপুৰুষ জ্যোতিষ আলোচনীৰ প্ৰবন্ধ প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি পুৰস্কৃত হৈছোঁ। অসম সাহিত্য সভাৰ আজীৱন সদস্য হৈ আছো। পাঠ্য পুথিৰ সন্দৰ্ভত দোষ গুণ আঙুলিয়াই দি পাঠ্যক্ৰম সংশোধনত অৰিহণা যোগাই আহিছো। কলা সংস্কৃতিৰ চৰ্চাত স্থানীয় ভাওনা পাতি বিভিন্ন চৰিত্ৰৰ অভিনয় কৰিছো। অদ্যাপি সৰ্বজন 'সুখায় সৰ্বজন হিতায় চ' পৰাখিনি সামাজিক কাম কৰি থকা হৈছে। অসম চৰকাৰে কৃতী শিক্ষক হিচাবে ১৯৮৪।৮৫ চনৰ বাবে পুৰস্কাৰ প্ৰদান কৰিছে। সম্প্ৰতি সদৌ অসম জ্যোতিষ পৰিষদৰ এজন কাৰ্য্যনিৰ্বাহক সদস্য।

শিক্ষা ব্যৱস্থাৰ মতামত:—ভিন্ ভিন্ সময়ত ভিন্ ভিন্ বাতৰি কাকত আৰু আলোচনীত "শিক্ষা আৰু শিক্ষক", "শিক্ষা আৰু সমাজ", "শিক্ষা আৰু ৰাজনীতি" শীৰ্ষক ভালেমান প্ৰবন্ধ প্ৰকাশ পাইছে। সেইবোৰত সময়োপযোগী শিক্ষা ব্যৱস্থাৰ মতামত দাঙি ধৰা হৈছে। তথাপি অতি চমুকৈ কওঁ যে, বৃটিছ শাসন কালত শিক্ষাৰ উদ্দেশ্য আছিল কেৱল কেৰাণীগিৰিৰ বাবে উপযুক্ত কৰি

তোলা। সেই অনুপাতে সেই কালৰ শিক্ষাৰ লক্ষ্য আছিল কেৱল 3R অৰ্থাৎ Reading, Writting and Arithmetic. স্বাধীনোত্তৰ যুগত মহাত্মা গান্ধীৰ নেতৃত্বত শিক্ষাৰ লক্ষ্য ও উদ্দেশ্য বাস্তৱমুখী কৰি গঢ়িবলৈ বুনিয়াদী শিক্ষা নীতি ৰাষ্ট্ৰই গ্ৰহণ কৰিলে। এই শিক্ষাক 4H অৰ্থাৎ Head, Heart, Hand and Health বুলিব পাৰি। বৰ্তমান বিজ্ঞানৰ সম্প্ৰসাৰণ হোৱাত পৃথিৱীখন সৰু হৈ পৰিছে, আনকি পৃথিৱীখন এখন ঘৰৰ দৰে হৈছে আৰু পৃথিৱীৰ নৰনাৰী একেটি পৰিয়ালৰ লেখিয়া হৈছে। শিক্ষানীতি আৰু পদ্ধতিও তেনে পটভূমিত গঢ় লোৱা উচিত। বৰ্তমানৰ শিক্ষাৰ লক্ষ্য "আত্মবৎ সৰ্বভূতেষু, ভাতৃবৎ চ সৰ্বভূতেষু" হোৱা বাঞ্ছনীয়। তথাপি কৃষি প্ৰধান দেশ ভাৰতক উদ্যোগমুখী কৰি তুলিবলৈ পৰ্য্যাপ্ত কাৰিকৰী শিক্ষা অৰ্থাৎ হাতে কামে লাগি অভিজ্ঞতা অৰ্জন কৰাৰ শিক্ষা প্ৰৱৰ্তন কৰা বাঞ্ছনীয়। এজন নাগৰিক চাকৰিমুখী নহৈ স্বাৱলম্বী হব পৰাৰ শিক্ষা ব্যৱস্থা হোৱা ভাল। উত্তৰ পুৰুষৰ ওপৰতে দেশৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে যেতিয়া ৰাষ্ট্ৰই সৰ্বতো প্ৰকাৰ প্ৰযত্নৰে অধিক খৰচ বহন কৰি উত্তৰ পুৰুষক বাস্তৱমুখী কৰ্মঠ শিক্ষা প্ৰদান কৰিব লাগে। আশা কৰো নতুন শিক্ষা আঁচনিয়ে ( New Education Policy ) অদূৰ ভৱিষ্যতে এই লক্ষ্যত উপনীত কৰাব। দিনে দিনে বাঢ়ি অহা তথাকথিত শিক্ষিত নিবনুৱা সমস্যাই আমাৰ দেশৰ যুৱশক্তিৰ অপচয়ৰ ছবিখনি বিশ্বৰ আগত ডাঙি ধৰিছে আৰু ডেকা শক্তি অথলে গৈছে। যি শিক্ষা পদ্ধতিয়ে হাজাৰ হাজাৰ যুৱকক কৰ্মমুখী কৰিব নোৱাৰে সেই পদ্ধতিক ভাল বুলি কব নোৱাৰি।

সতীৰ্থসকললৈ পৰামৰ্শ : কবি জন্ম হয়, তৈয়াৰ নহয়। সেই দৰে প্ৰকৃত শিক্ষক জন্ম হয়, যি সন্মুখত থকা ছাত্ৰ-ছাত্ৰীৰেই নহয় সমাজখনৰো শিক্ষক হৈ পৰে অৰ্থাৎ সমাজত এজন আদৰ্শ পৰামৰ্শদাতা ৰূপে গণ্য হয়। এনে শিক্ষক সাম্প্ৰতিক কালত নাই এনে নহয়; বিৰল। বৰ্তমানৰ স্কুল কলেজৰ সংখ্যালৈ চাই তেনে গুণী

জ্ঞানী শিক্ষক অধিক পোৱা নাযায়। সৰহখিনি শিক্ষকে পেটৰ দায়ত পৰিহে শিক্ষকতাক বৃত্তি হিচাবে লয়। গুণী শিক্ষক হবলৈ সাধনাৰো আৱশ্যক। আমি যি চাম শিশুৰ আগত শিক্ষা প্ৰদান কৰো সেই সকল আচলতে পূৰ্ণ মানুহ। আমাৰ শিক্ষকৰ দুৰ্বলতা বা শিক্ষাপ্ৰদানৰ বিমুখতাখিনি ছাত্ৰ ছাত্ৰীয়ে দেখে আৰু বুজি পায়। শিশুসকলৰ মন পৈণত কাৰণেই আমি প্ৰকাশ কৰা শব্দবোৰ আৰু আমাৰ অভ্যাসবোৰ সংযত আৰু যথোপযোগী হোৱা প্ৰয়োজন। তেওঁলোকক দিব পৰাখিনিত অপাৰগ হলে আমাৰ দৈন্যতাখিনি বুজি উঠে আৰু প্ৰাপ্যখিনি নাপালেই হুমুনিয়া কাঢ়ে। তেনে হতাশাবোৰ লগ লাগি অভিশাপত পৰিণত হয়

আমাৰ বহুত শিক্ষকৰে ধাৰণা যে ডিগ্ৰী বা প্ৰশিক্ষণ পাচ কৰিলেই প্ৰকৃত শিক্ষক হওঁ আৰু আমাৰো যে জ্ঞান আহৰণ কৰিব লগা আছে সেই কথা লৈ ভ্ৰূক্ষেপ নকৰোঁ। সেই কথা প্ৰকৃত শুদ্ধ নহয়। আজীৱন জ্ঞান আহৰণৰ স্পৃহা যাৰ থাকে তেওঁহে প্ৰকৃত শিক্ষক হয়। অধ্যয়ন পুষ্ট মন সদায় সতেজ আৰু তেওঁহে যুগোপযোগী শিক্ষা প্ৰদান কৰিবলৈ সমৰ্থ হয়। প্ৰবাদ আছে যে "পঢ়াই পঢ়ে ৰোৱে পাণ। এই তিনিয়ে নিচিন্তে আন॥" পঢ়াজনৰ অধ্যয়নৰ প্ৰতি যেনে অবিৰত প্ৰচেষ্টাৰ প্ৰয়োজন পঢ়াওঁতা জনেও কি কৌশলেৰে ভাল পঢ়াব পাৰি তাৰ প্ৰতি সজাগ থকা প্ৰয়োজন।

এই কথাও অনস্বীকাৰ্য্য নহয় যে ৰাজনীতিৰ বা সমাজনীতি মেৰপাকত পৰি বা উপযুক্ত ক্ষেত্ৰ তথা পৰিবেশৰপৰা বঞ্চিত হৈ বহুজন আগ্ৰহী শিক্ষকে শিক্ষা প্ৰদানত আত্মনিয়োগ কৰিবলৈ সুযোগ নাপাই যন্ত্ৰৰ দৰে গতানুগতিক হৈ পৰে আৰু নিজৰ পাৰদৰ্শিতা প্ৰদৰ্শন কৰাত ব্যৰ্থ হয়। তথাপি সুযোগ সন্ধানী সকলে নিজস্ব কৰ্তব্য আন্তৰিকতাৰে পালন কৰিলে শিক্ষাৰ ক্ষেত্ৰখন বহুগুণে প্ৰোজ্জ্বল হব বুলি কব পাৰি। আজি কালি ৰাজনীতিকৰ স্বাৰ্থপূৰণৰ বলি হৈ শিক্ষকৰ ক্ষেত্ৰখন কলুষিত হৈছে।

জাতীয় চৰকাৰে শিক্ষা ব্যৱস্থা আৰু শিক্ষকৰ কল্যাণৰ হকে সকলোখিনি কৰিব পৰা নাই যদিও তাৰেখিনি যে ইতিমধ্যে কৰিছে তাকো মুই কৰা টান। ধনৰ প্ৰতি আগ্ৰহী হোৱাতকৈ গুণ আৰু কৰ্তব্যৰ প্ৰতিহে হব লাগে। ধন সদায় নাথাকে কিন্তু এজন সু শিক্ষকৰ যশ মান, কৃতিত্ব ছাত্ৰসকলৰ মনত আজীৱন সজীৱ হৈ থাকে। সেই গুণৰাশি প্ৰদৰ্শন কৰিবলৈ প্ৰযত্ন কৰিলে শিক্ষকজন নিশ্চয় চিৰ স্মৰণীয় হব। আজিৰ শিশুক ভৱিষ্যতৰ বাবে প্ৰকৃত কৰি গঢ়িব পাৰিলে তেনে নাগৰিকৰ দ্বাৰা দেশৰো মঙ্গল হব আৰু সমাজৰো হিত সাধন হব। সতীৰ্থসকলে শিক্ষকতাক ধন ঘটাৰ উপায় বুলি গণ্য নকৰি পৱিত্ৰ কৰ্তব্য বুলি ভাবিলে শিক্ষাৰ উদ্দেশ্য আৰু লক্ষ্য সাধনত সফল হব সন্দেহ নাই। ওম্ শান্তি।

## ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত
## শ্ৰীথ্ৰুলেশ্বৰ কাকতি, প্ৰধান শিক্ষক



দেৰগাঁও মৌজাৰ পূৰ্বাঞ্চলৰ টেকেলা বকৰা গাঁৱত ১৯৩১ চনৰ ২৮ আগষ্টত মোৰ জন্ম হয়। পিতৃৰ নাম স্বৰ্গীয় ৰত্ন কাকতি আৰু মাতৃৰ নাম স্বৰ্গীয়া মুহিলা কাকতি। মোৰ পিতৃদেৱ এগৰাকী কৃষক।

মোৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় হলো গাঁও প্ৰাইমাৰী বিদ্যালয়ত। ১৯৪৫ চনত এম্ ভি আৰু ১৯৪৭ চনত এম্ ই পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ ইংৰাজী বিদ্যালয়ৰ ৭ ম মান শ্ৰেণলৈকে পঢ়ি ঘৰুৱা অৱস্থা শোচনীয় হোৱাত শিক্ষা সাং কৰি খেতি-বাতি আৰু ঘৰুৱা শিক্ষকতা কৰি উপাৰ্জনৰ পাতনি মেলো।

শিক্ষাদানৰ প্ৰতি মন আগ্ৰহী হোৱাত গোলাঘাট মহকুমাৰ ডেপুটি ইন্সপেক্টৰ মহোদয়ক এখনি আবেদন দি সাক্ষাত কৰো। মোৰ প্ৰতি বিভাগীয় কৰ্তৃপক্ষ সদয় হৈ মৰঙ্গী মৌজাৰ অতি দুৰ্গম স্থান ৰকিয়াল গাঁৱত শিক্ষকতা কৰিবৰ সুযোগ পাওঁ আৰু ৭।২।৪৯

তাৰিখৰপৰা শিক্ষকতা জীৱনত ভৰি দিওঁ। পাচ পৰা অঞ্চলৰ বাসিন্দা বুলি অৱজ্ঞা নকৰি গাঁৱৰ ৰাইজক সুপৰেৰে পৰিচালিত কৰি কণ কণ ছাত্র ছাত্রীক পোহৰৰ পথ দেখুৱাৰ লগতে বয়সীয়াল সকলৰ নিৰক্ষৰতা দূৰ কৰা হয়।

১৯৫১।২ চনত খোৱাং গুৰু ট্ৰেইনিং অনুষ্ঠানৰপৰা ডিষ্টিংচন লৈ গুৰু ট্ৰেইনিং প্ৰশিক্ষণ পাচ কৰো।

ৰাজ্যিক শিক্ষা সংস্থাৰ ২ নং প্ৰকল্পত বিদ্যালয়খনি অন্তর্ভুক্ত কৰাত সকলো দিশতে প্ৰশিক্ষণ আদি লৈ শিক্ষাৰ মানদণ্ড উন্নতিৰ কাৰণে প্ৰচেষ্টা চলোৱা হয়। দেৰগাওঁ টাউন অভ্যসন বিদ্যালয়ৰ বর্তমান সময়লৈকে ৪৮ জন ছাত্র ছাত্রীয়ে যোগ্যতাৰে বৃত্তি লাভ কৰিছে।

মই সমাজৰ সকলো ক্ষেত্ৰতে জড়িত আৰু সমাজৰ কাম কৰি ভাল পাওঁ। সেয়ে দেৰগাঁওৰ সকলো অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত সম্পর্ক আছে। মোৰ মহাপুৰুষ শঙ্কৰদেৱৰ কলা, কৃষ্টি, সাংস্কৃতিক কর্মৰাজিত ৰাপ আছে। গায়ন, ভাওনা, নাম প্ৰসংগ, বৰগীত আৰু অন্যান্য গীত মাত আদি গোটেই জীৱন চৰ্চা কৰি আহিছো। ১৯৮৩ চনত অসম চৰকাৰে কৃতী শিক্ষক হিচাপে যোগ্যতাৰ পুৰস্কাৰ প্ৰদান কৰে।

অসম চৰকাৰৰ তত্ত্বাৱধানত হোৱা অসম প্ৰাথমিক বৃত্তি পৰীক্ষাৰ পৰীক্ষক হিচাবে মূল্যায়ন কৰিবলৈ সুযোগ পাওঁ।

বৰ্তমান শিক্ষা ব্যৱস্থাৰ মতামত :

বৰ্তমান শিক্ষা ব্যৱস্থাৰ বিষয়ে বিভিন্ন লোকৰ বিভিন্ন মতামত শুনা যায়। কিন্তু এইটো ঠিক যে আমাৰ শিক্ষা ব্যৱস্থাত কিছুমান কেৰোণ আছে আৰু তাক আঁতৰাবলৈ সমাজত এটা জাগৰণ হোৱা দেখা গৈছে। স্বাধীনতাৰ ছকুৰি বছৰ হৈ যোৱাৰ পিছতো আমাৰ দেশত

শিক্ষিতৰ হাৰ আশানুৰূপে বৃদ্ধি পোৱা নাই। এখন স্বাধীন আৰু গণতান্ত্রিক দেশত সর্বসাধাৰণক শিক্ষিত কৰি তুলিবলৈ আমাৰ শিক্ষা ব্যৱস্থাক প্রস্তুত কৰি তুলিব লাগিব। ৰাষ্ট্রীয় নতুন শিক্ষা ব্যৱস্থাই দেশখনত শিক্ষাৰ ক্ষেত্রত বিশেষ ধৰণৰ পৰিবর্তন আনিব বুলি আশা কৰিব পাৰি। কিন্তু প্রাথমিক শিক্ষাৰ উন্নতিৰ ওপৰত আমি সদায় গুৰুত্ব দি আহিব লাগিব।

ভৱিষ্যত শিক্ষক-শিক্ষয়িত্রীলৈ পৰামর্শ:

দেশৰ যি কোনো শিক্ষা ব্যৱস্থাকেই ফলপ্রসু কৰি তুলিবলৈ হলে শিক্ষকৰ প্রচেষ্টাই হ'ল মূল কথা। অভিভাৱক তথা সমাজকো সচেতন কৰি তুলিবলৈ হ'লে শিক্ষকসকলেই চেষ্টা কৰিব লাগিব। বিশেষকৈ প্রাথমিক শিক্ষা ব্যৱস্থাত শিশুসকলৰ ভৱিষ্যত জীৱন চৰিত্র গঠন কৰাত শিক্ষকসকলৰ দায়িত্ব অসীম। শিক্ষকসকলৰ প্রতিও, তেওঁলোকৰ অসুবিধা আৰু অভাৱবোধৰ প্রতি চৰকাৰ আৰু সমাজৰ দায়িত্ব আছে সঁচা, কিন্তু ছাত্রৰ মাজত নিয়মানুবর্তিতা, সংযম, শিক্ষাৰ প্রতি একনিষ্ঠতা, চৰিত্রৰ দৃঢ়তা সৃষ্টি কৰিবৰ বাবে আমাৰ শিক্ষকসকলৰ যথেষ্ট পৰিশ্রম একাগ্রতা, ধৈর্য্য আৰু কিছু ত্যাগৰ প্রয়োজন। শিক্ষক হিচাবে প্রত্যেক শিক্ষকেই প্রয়োজনীয় অর্হতাৰে নিজক প্রস্তুত কৰি লব লাগিব।

# ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত

# শ্ৰীঠানুৰাম শৰ্মা



জীৱনী হৈছে একোজন পুৰুষৰ কৰ্মময় জীৱনৰ চমু ইতিহাস। জীৱন কালৰ সুখ-দুখ, হাঁহি-কান্দোন, ঘাট-প্ৰতিঘাটৰ একোখন বাস্তৱ ছবি জীৱনীত প্ৰতিফলিত হয়। একোজন আদৰ্শ পুৰুষৰ আদৰ্শৰ চানেকিয়ে হৈছে পৰবৰ্ত্তী সমাজখনৰ বাবে উন্নতিৰ সোপান। মোৰ শৈক্ষিক জীৱনৰ চমু ইতিহাস পৰবৰ্ত্তী সমাজ খনৰ বাবে কেনে আদৰ্শ-নীয় সেযা মোৰ বাবে ভাবাতীত কথা। তথাপি ত্ৰুটী বিচ্যুতিৰ মাজেদি অতীত হোৱা মোৰ জীৱনৰ চমু পৰিচয় দাঙি ধৰিলোঁ।

১৯২৮ চনৰ ৩১ ডিচেম্বৰত নগাওঁ জিলাৰ কাছমাৰী মৌজাৰ বেবেজীয়া গাঁওত মোৰ জন্ম হৈছিল। মোৰ পিতাৰ নাম ৺মণিৰাম শৰ্মা আৰু মাতৃৰ নাম শ্ৰীমতী ভদ্ৰেশ্বৰী দেৱী। দেউতা ঐশ্বৰ্য্যশালী লোক নাছিল। কোনোমতে পেট ভাত মুকলি কৰি খাই আছিল। মাটি-বাৰি বুলিবলৈ মাত্ৰ কেই বিঘা মান মাটি আছিল। তেখেতৰ প্ৰধান জীৱিকা যজমান বৃত্তিয়ে আছিল বুলিব পাৰি।

১৯৩৩ চনত মোৰ শিক্ষা জীৱন আৰম্ভ হৈছিল। দেউতাই মোক বেবেজীয়া প্ৰাথমিক বিদ্যালয়ত নাম ভৰ্ত্তি কৰাই দিছিল। তেতিয়া শ্ৰীযুত জীৱন বৰাদেৱ বিদ্যালয়ৰ হেড্ পণ্ডিত আছিল। তেওঁ স্বভাৱত বৰ অমায়িক আছিল। আমাৰ বাবে তেওঁ এজন আদৰ্শনীয় শিক্ষক আছিল। ১৯৩৮ চনত এই বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ বেবেজীয়া হাইস্কুলত ভৰ্ত্তি হৈছিলোঁ। এই বিদ্যালয়ত মই অষ্টমমান শ্ৰেণীলৈকে পঢ়িছিলোঁ। ছাত্ৰ হিচাপে মই মধ্যমীয়া আছিলোঁ। ইমানতে মোৰ শিক্ষা জীৱনৰ অন্ত পৰিছিল। কিয়নো সেই সময়ত চিৰ নমস্য ৺দেশভক্ত তৰুণ ফুকন, ৺কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আদি দেশ প্ৰেমীক নেতাসকলে অসমত ভাৰত স্বাধীনতা আন্দোলনৰ গুৰি ধৰিছিল। আমাৰ নগাওঁ জিলাতো ৺মতিৰাম বৰা, ৺পূৰ্ণ শৰ্মা আদি নেতাসকলৰ সবল নেতৃত্বত এই আন্দোলনৰ ভৰপক হৈছিল। মই বিয়াল্লিশৰ গণ আন্দোলনত অংশ গ্ৰহণ কৰিছিলোঁ। ১৯৪৩ চনত কৰ্ণাটকত গাওঁ ৰক্ষী বাহিনীৰ প্ৰশিক্ষণ লবলৈ গৈছিলোঁ। তেতিয়া নগাঁৱৰ পৰা ৺বসুদেৱ শৰ্মা আৰু ৺সতীন্দ্ৰ শৰ্মাহতো গৈছিল। এই প্ৰশিক্ষণৰ কাল ৬ মাহ আছিল। প্ৰশিক্ষণৰ পাছতে মোক নগাওঁ জিলাৰ গাওঁ ৰক্ষী বাহিনীৰ নায়ক হিচাপে নিযুক্তি দিছিল। মই মোৰ দায়িত্ব সুচাৰুৰূপে পালন কৰিছিলোঁ। দায়িত্ব পালন কৰিও বৰ আমোদ পাইছিলোঁ।

ইয়াৰ পাছত নিবনুৱা জীৱন যাপন কৰাটো মোৰ পক্ষে বৰ অসহনীয় হৈছিল। সেই কাৰণে আত্ম নিৰ্ভৰশীল বৃত্তি অৱলম্বন কৰিম বুলি ভাবি ১৯৪৩ চনত মই কঠিয়াতলী মৌজাৰ গৰু বন্ধা বিজাৰ্ভৰ ওচৰত নামবৰ গাওঁলৈ আহি ফল-মূলৰ বাগিছা প্ৰতিষ্ঠা কৰিছিলোঁ। এইটোৱে আছিল মোৰ জীৱিকাৰ তেতিয়া একমাত্ৰ সম্বল। এনেতে ১৯৪৯ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে মাননীয় শিক্ষা মন্ত্ৰী ৺মতিৰাম বৰাই প্ৰাইমাৰী স্কুলৰ শিক্ষক হিচাপে মোক নিযুক্তি দিয়ে। মই দৰমহা পাইছিলো ১২ টকা মাত্ৰ। এইদৰে মোৰ শৈক্ষিক জীৱন

আৰম্ভ হৈছিল। প্ৰথমে মই নগাওঁ জিলাৰ ভেলৌগুৰি প্ৰাথমিক বিদ্যালয়ত কাম কৰিছিলোঁ। তেতিয়া নগাওঁ জিলা শিক্ষা সংমণ্ডলৰ ডি. আই আছিল ৺জয় কান্ত শৰ্মা।

চাকৰি জীৱন আৰম্ভ হোৱাৰ ৩ বছৰৰ পাছত মোৰ সাংসাৰিক জীৱন আৰম্ভ হৈছিল। ৺সোনাৰাম বৰঠাকুৰৰ একমাত্ৰ জীয়ৰী শ্ৰীমতী সাবিত্ৰী দেৱীৰ সৈতে মোৰ শুভ বিবাহ হৈছিল। আৰ্থিক অৱস্থা পুতৌ জনিত হোৱাৰ বাবে মোৰ বৈবাহিক জীৱনৰ প্ৰাৰম্ভিক কাল নানা আহৈ-আহুকালৰ মাজেদি পাৰ হৈ গৈছিল।

মই কঠিয়াতলী আৰু ভেলৌগুৰি অঞ্চলৰ বিভিন্ন সামাজিক কামৰ সৈতে জড়িত আছিলোঁ। সেই সময়ত কঠিয়াতলীত উচ্চ শিক্ষাৰ কোনো অনুষ্ঠান নাছিল। ১৯৪৯ চনত কঠিয়াতলীত চন্দন চিং বৰদলৈ এম, ই স্কুল প্ৰতিষ্ঠ হৈছিল ১৯৫৯ চনত কঠিয়াতলী হাইস্কুল প্ৰতিষ্ঠা হৈছিল। এই দুয়োখন স্কুলৰ প্ৰতিষ্ঠাপক কৰ্মীসকলৰ সৈতে ময়ো জড়িত আছিলোঁ। কিন্তু ভেলৌগুৰি এম, ই স্কুলখন মোৰ চেষ্টাতে গঢ় লৈ উঠিছিল। ১৯৬০ চনত মোক এই স্কুলৰ সম্পাদক হিচাপে নিযুক্তি দিয়ে। মোৰ কাৰ্য্যকালৰ ভিতৰতে স্কুলখনে চৰকাৰী মঞ্জুৰী পাইছিল। ইয়াৰ উপৰিও সৰু সুৰা বিভিন্ন সামাজিক অনুষ্ঠানৰ লগতো মই জড়িত আছিলোঁ। এইদৰে মোৰ চাকৰী জীৱন নানা ঘাট-প্ৰতিঘাট আৰু কৰ্মৰ মাজেদি অতিবাহিত কৰি ১৯৮৬ চনৰ ৩১ মাৰ্চত অৱসৰ পাওঁ।

শিক্ষকৰ সমূহ গুণ মোৰ নাছিল। কিন্তু প্ৰকৃত শিক্ষক হবলৈ যৎপৰোনাস্তি হ'লেও চেষ্টা কৰিবলৈ কৃপানালী কৰা নাছিলোঁ। শিক্ষকতা মই পেশা বা বৃত্তি হিচাপে লোৱা নাছিলোঁ। শিক্ষকতা মোৰ জীৱনৰ ব্ৰত আছিল। ফুল কুমলীয়া ল'ৰা ছোৱালীহঁতক পাঠ দান কৰি অপাৰ আনন্দ পাইছিলোঁ। ১৯৮৭ চনৰ ৫ চেপ্তেম্বৰ তাৰিখে মোক অসম চৰকাৰে "অসম ৰাজ্যিক বটা" আগ বঢ়াইছিল। চৰকাৰে প্ৰদান কৰা কৃতি শিক্ষকৰ এই বঁটাটোৱে মোৰ শ্ৰম সাৰ্থক

হোৱাৰ স্বাক্ষৰ বহন কৰিলে। তথাপি মই ইয়াৰ বাবে বেছি আমোদ পোৱা নাই। মই নিজ হাতে গঢ়ি তোলা ছাত্ৰ-ছাত্ৰীসকলে যে আজি দেশৰ ধৰণী স্বৰূপ হৈ পৰিছে, ইয়াত হে বেছি আনন্দ পাইছোঁ।

প্ৰকৃত ছাত্ৰ গঢ়ি তোলাই প্ৰত্যেকজন শিক্ষকৰ কৰ্তব্য হওক এয়ে আমাৰ কামনা।

শিক্ষানীতিৰ ওপৰত মতামত :—

শিক্ষা বুলিলে সাধাৰণতে আমি লিখা-পঢ়া আৰু গণনা কৰাৰ কথাই বুজোঁ। প্ৰকৃততে লিখা-পঢ়া আৰু গণনা কৰাকেই এটি শিশু তথা মানব জীৱনৰ সৰ্বাঙ্গ বা সম্পূৰ্ণ শিক্ষা বুলি আমি কব নোৱাৰো। আমি তেতিয়াহে এটি শিশুক সম্পূৰ্ণ শিক্ষা প্ৰাপ্ত বুলি কব পাৰিম, যেতিয়া শিশুটিৰ শাৰীৰিক, মানসিক আৰু নৈতিক আৰু আধ্যাত্মিক বিকাশ ঘটিব।

মই পঞ্চাঙ্গ পদ্ধতি, সমন্বয় পদ্ধতি, ৰেন্টন পদ্ধতিৰ কিতাপ আৰু আৰুণিক, প্ৰহ্লাদ আদি গুৰুসকলৰ তত্বজ্ঞান, পূৰ্বৰ আশ্ৰমৰ শিক্ষাৰ কিতাপসমূহ পঢ়ি যি অভিজ্ঞতা পাইছিলোঁ ইয়াৰ পৰা বুজিব পাৰিছোঁ, যে পূৰ্বৰ গুৰুসকলৰ আশ্ৰমৰ শিক্ষাতকৈ বৰ্তমানৰ শিক্ষানীতি বহুত উন্নত হ'ল। কিন্তু তুলনামূলক ভাবে আধ্যাত্মিক শিক্ষা বিলুপ্তিৰ পথত। বৰ্তমান আধ্যাত্মিক জ্ঞান শিক্ষাৰ মাজত নাই বুলিব পাৰি। ইয়াৰ ফলত শিশুৰ মানসিকতাত ঘুনে ধৰিছে আৰু নৈতিক অধঃপতন হৈছে। সৎ শিক্ষা বুলিলে আধ্যাত্মিক আৰু নৈতিকতালৈ লক্ষ্য ৰাখি শিক্ষা দান কৰাকেই বুজায়। এই দৃষ্টিভঙ্গিৰ মাধ্যমেৰে শিক্ষা দান কৰিলেহে প্ৰকৃত ছাত্ৰ গঢ়ি তুলিব পাৰি।

শিক্ষাৰ ডাঙৰ ডাঙৰ প্ৰমাণ পত্ৰ পালেই মানুহ প্ৰকৃত শিক্ষিত হৈছে বুলিব নোৱাৰি। এইবোৰ ব্যৱসায়ৰ আহিলাহে মাত্ৰ। এই-খিনিতে এটা কথা উনুকিয়াব বিচাৰিছো—এজন শিক্ষকে এখন গাওঁ বা নগৰত দধীচি মুনিৰ নিচিনা এজন ছাত্ৰ তৈয়াৰ কৰিম বুলি যত্ন কৰিলে আংশিক ভাবে শতকৰা বিশজনকহে উপকৃত কৰাব পাৰিব। ইয়াৰ

প্ৰধান কাৰণ হৈছে। বংশানুবৰ্তন, পৰিবেশ আৰু অৰ্থনৈতিক অৱস্থা আদিৰ হেঁচা। এইবোৰ হেঁচাৰ বাবেই ধাকীসকল ক্ষতি গ্ৰস্ত হোৱাৰ মূল কাৰণ। কিন্তু সেইবোৰ কাৰণ অধ্যয়ন কৰি শিক্ষা দান কৰিলেহে ছাত্ৰ সকলে উপকৃত হ'ব বুলি ভাবোঁ। আৰু শিক্ষক সকলবো সেইটোৱে কৰ্তব্য হ'ব লাগে।

ভবিষ্যত শিক্ষকৰ প্ৰতি পৰামৰ্শ ঃ—

"পঢ়াই পঢ়ে ৰুৱে পাণ
এই তিনিয়ে নিচেন্তে আন।"

এই প্ৰবচন ফাঁকিৰ পৰা বুজা যায়—শিক্ষা গ্ৰহণ কৰাটো যিমান টান কাম, ঠিক তেনেকৈ পঢ়োৱা অৰ্থাৎ শিক্ষা প্ৰদান কৰাটোও সহজ নহয়। শিক্ষক হ'বলৈ হ'লে নিজেও এক প্ৰকাৰ শিক্ষাৰ্থী হ'ব লাগিব। শিক্ষা দান বা পাঠদান কৰাৰ আগতে বিষয় তথা পাঠটোৰ বিষয়ে পুংখানুপুংখ অধ্যয়ন কৰি ছাত্ৰ-ছাত্ৰীক পাঠদান কৰিব লাগে সকলো ছাত্ৰ-ছাত্ৰী সমান মেধাবী নহয়। তেওঁলোকৰ মন আৰু মগজুও সমান নহয়। সেই কাৰণে তেওঁলোকৰ মানসিক আৰু অন্যান্য পৰিবেশৰ কাৰণ অধ্যয়ন কৰিহে শিক্ষা দান কৰিব লাগে। তদুপৰি পাঠদানৰ উপযুক্ত আৰু লাগতীয়াল আহিলা আৰু পৰিবেশ সজাই পৰাই লোৱা ভাল। আহিলা সমূহৰ অভাবেও পাঠদান কাৰ্য্যত বাধা সৃষ্টি কৰা দেখা যায়।

কেতিয়াবা ছাত্ৰইহে শিক্ষক জনতকৈ ওজা হোৱা দেখা যায়। ছাত্ৰৰ উত্তৰ আৰু প্ৰশ্নৰ পৰাও বহুত শিকিব লগীয়া কথা থাকিব পাৰে। এই ক্ষেত্ৰত শিক্ষক অতিষ্ঠ হ'ব নালাগিব। উপস্থিত বুদ্ধি খটুৱাই ছাত্ৰজনে সন্তুষ্ট হোৱাকৈ উত্তৰ দিব লাগিব।

শিক্ষক জন আৰ্হি হ'ব লাগিব। তেওঁৰ সাজ-পোছাক, কথা-বতৰা, চাল-চলন, আচাৰ-ব্যৱহাৰ অনুকৰণীয় হোৱা বাঞ্চনীয়। কণ-কণ ছাত্ৰ-ছাত্ৰীয়ে নিজৰ অভিভাৱকতকৈও শিক্ষকৰ কথা বেছি

অনুকৰণ আৰু অনুসৰণ কৰা বাস্তৱত দেখা যায়। সেয়েহে শিক্ষক বা শিক্ষয়িত্ৰী নিতান্তই শ্ৰদ্ধাভাজন, আদৰ্শবান হোৱাটো প্ৰয়োজন। ফুল পুলিক মালিয়ে যিদৰে যত্ন লয়, সেইদৰেই শিক্ষকে ছাত্ৰ-ছাত্ৰীক যত্ন লোৱা প্ৰয়োজন। এই দিশৰপৰা শিক্ষকৰ দায়িত্ব যথেষ্ট।

মোৰ শিক্ষকতাৰ কালচোৱাত এইদৰে বিভিন্ন দিশত পোৱা অভিজ্ঞতাৰ পৰা মই পৰৱৰ্তী শিক্ষকসকলৰ প্ৰতি পৰামৰ্শ আগ বঢ়ালোঁ।

## ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত শিক্ষক

## শ্ৰীজিতেন্দ্ৰ নাথ শৰ্মা, অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক



তেতিয়া আহিন মাহৰ ১ তাৰিখ। ১৯৩১ চনৰ ২ আহিন তাৰিখত বাটশৰ গাঁৱৰ এটি মধ্যবিত্ত পৰিয়ালত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম ৺হাৰকান্ত শৰ্মা আৰু মাতৃ ৺গোবিন্দা প্ৰিয়া দেৱী। পিতৃ-মাতৃয়ে উভয়ে ধৰ্মাপৰায়ণ আছিল। পিতৃদেৱ সংস্কৃত শিক্ষা প্ৰেমী লোক আছিল। পিতৃদেৱৰ মই ২য় ল'ৰা সন্তান। শাস্ত্ৰীয় মতে ৫ বছৰ বয়সত বিদ্যাৰম্ভ হ'ল ৬ বছৰ বয়সত গাঁওৰ পৰা ২ মাইল আঁতৰত থকা নিম্ন প্ৰাইমাৰী স্কুলত পিতাই নাম লিখাই দিলে। ১৯৩৭ চনত "বৰ্নি" নিম্ন প্ৰাইমাৰী স্কুলৰ পৰা প্ৰাইমাৰী স্কুল পাছ কৰিলো। ১৯৪১ চনত ২য় বিভাগত এম্ ই পাছ কৰিলো। ১৯৪২ চনৰ গণ আন্দোলনত প্ৰায় ৪ মাহৰো অধিক কাল সমাজৰ তথা নিজ গাওঁৰ সংগঠনমূলক কামত নিজকে আত্মনিয়োগ কৰিছিলো। ১৯৪২ চনৰ গণআন্দোলনে স্কুলত নাম কাটিলে। গাঁওৰ এজন

লোকে আমাক তিনিজন ল'ৰাক লগত নি পুনঃ স্কুলত নাম ভৰ্তি কৰাই দিলে। শ্ৰেণীত পঢ়ি থাকি ১৯৪৭ চনত কলিকতা বিশ্ব-বিদ্যালয়ৰ অধীনত Matriculation পৰীক্ষা পাছ কৰিলো। ঘৰৰ আৰ্থিক অৱস্থা সন্তোষজনক নাছিল যদিও পিতাৰ অনুমতি সাপেক্ষে কলেজত নাম লগালো।

## শিক্ষকতাৰ পটভূমি :

১৯৫০ চনত আই এ মহলাৰ ফাইনেল পৰীক্ষা দি ককয়া হাই-স্কুলত সহকাৰী শিক্ষক হিচাপে প্ৰায় ২ বছৰ কাল কাম কৰিলো। তাৰ পিচত "নলবাৰী ছোৱালী হাইস্কুলত" এটি সহকাৰী শিক্ষকৰ পদ খালী হোৱাত গাঁওৰ ল'ৰা চহৰত থকাৰ আশাতে যোৱা ১৯৫১ চনৰপৰা ১৯৫৫ চনৰ ৩১ আগষ্টলৈ কাম কৰিলো।

চৰকাৰী চাকৰিলৈ মনত ইচ্ছা হ'ল। বুনিয়াদী শিক্ষা বিভাগৰ বিশেষ বিষয়াই প্ৰধান আৰু সহকাৰী শিক্ষকৰ কাৰণে জলপানী দি শিক্ষক প্ৰশিক্ষণৰ কাৰণে আবেদন পত্ৰ খুজিলে। মই তিতাবৰ উচ্চ বুনিযাদী প্ৰশিক্ষণ মহাবিদ্যালয়ত প্ৰশিক্ষণ লোৱাৰ কাৰণে সুযোগ পালো। নলবাৰী ছোৱালী হাইস্কুলৰ সহকাৰী শিক্ষক পদৰপৰা ১ বছৰৰ কাৰণে "উচ্চ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ"ত নাম ভৰ্তি কৰিলো। ইয়াৰ পিছত ৩ মাহৰ কাৰণে গুৱাহাটী ছাত্ৰীবাৰীৰ আৱবান্ বেছিক স্কুলতো ( Guwahati Satribari Basic School ) কাম কৰিছিলো। যোৱা ১৯৫৭ চনৰ এপ্ৰিল মাহৰ ৫ তাৰিখত "নলবাৰী সত্ৰ মজলীয়া বিদ্যালয়ত" প্ৰধান শিক্ষক হিচাপে কামত যোগদান কৰিছিলো। ২৯ বছৰৰো অধিক কাল "প্ৰধান শিক্ষক হিচাপে কাম কৰি জন সমাজত সুখ্যাতি লাভ কৰি আহিছো। গোটেই নলবাৰী জিলাৰ ভিতৰতে এই নলবাৰী সত্ৰ মজলীয়া বিদ্যালয়ৰ মজলীয়া শেষান্ত পৰীক্ষাৰ ফলাফল ভাল।

মই প্ৰধান শিক্ষক হৈ থাকোতে প্ৰাইমাৰী শাখাত বৃত্তি পোৱাৰ

উপৰিও মজলীয়া শেষান্ত পৰীক্ষাত পুৰণি কামৰূপ জিলাৰ ভিতৰত ৬ষ্ঠ স্থান পাই মজলীয়া পৰীক্ষাত বৃত্তি পাইছিলে। ১৯৬২ চনত নলবাৰী কলেজত তিনিবছৰীয়া বি, এ, পাঠ্যক্রম নৈশ শাখাত আৰম্ভ হ'ল , মইও মনৰ আবেগ ৰাখিব নোৱাৰি বি এ ত নাম ভৰ্তি কৰিলো। বহু কষ্টেৰে মই যোৱা ১৯৬৯ চনত বি-এ পাছ কৰিলো।

মই বি-এ. পাছ কৰাত বিদ্যালয়ৰ ছাত্ৰসকলে মোক ওলগ জনাইছিল। দ্বিগুণ উৎসাহেৰে স্কুলৰ কামত লাগি গলো। সমাজতো আগতকৈ সমস্যা অলপ বাঢ়িল যেন। ঘৰৰ ল'ৰা-ছোৱালী আটাই কেইজন ডিগ্ৰীধাৰী হ'ল। কাৰণ পিতাক-মাকক ল'ৰা-ছোৱালীয়ে অনুকৰণ কৰে। ডাঙৰ ল'ৰাটোকো এম্ এছ ছি, পঢ়ুৱালো সিও এম্ এছ ছিত ১ম শ্ৰেণীৰ ৩য় স্থান লৈ পাছ কৰিলে।

১৯৮১ চনত নলবাৰীত প্ৰতিস্থা হোৱা আইন মহাবিদ্যালয় নলবাৰী সত্ৰ মজলীয়া বিদ্যালয়তে নলবাৰী আইন কলেজখন খোলাৰ কাৰণে লিখিত অনুমতি দিলো। ব্যস্ততাৰ মাজতো আনন্দ আছে। এইদৰে কলেজৰ শ্ৰেণীসমূহত উপস্থিত থাকি আইন কলেজৰ ৩য় বাৰ্ষিক পালোগৈ। আইন কলেজৰ পাঠ্যক্ৰম শেষ কৰিলো। লাহে লাহে চাকৰি অৱসৰৰ সময় ওচৰ চাপিলেহি। এই স্কুলত ২৯ বছৰৰো অধিককাল কাম কৰিলো। যোৱা ৩০।৪।৮৬ তাৰিখে বিদ্যালয়ৰ জ্যেষ্ঠ শিক্ষকৰ হাতত ২৯ বছৰীয়া প্ৰধান শিক্ষকৰ সকলো দায়িত্ব সমজাই দি ঘৰলৈ আহিলো। অবসৰ পালো।

অসমৰ শিক্ষা বিভাগৰ ফালৰ পৰাও মজলীয়া পৰ্য্যায়ৰ শিক্ষা দানৰ ক্ষেত্ৰত, একনিষ্ঠ আৰু কৃতিত্বপূৰ্ণ সেৱাৰ স্বীকৃতিৰূপে ৰাজ্যিক বঁটা, নগদ ধনৰ বঁটা আৰু এখন প্ৰশংসাপত্ৰ লাভ কৰিলো।

## শিক্ষা ব্যৱস্থাত মতামত :

শিক্ষা ব্যৱস্থা স্থবিৰ বা স্থিতিশীল (static) নহয়। ই হৈছে গতিশীল (dynamic)। দেশ বা সমাজ এখনৰ শিক্ষা ব্যৱস্থা দেশখনৰ

অর্থনৈতিক অৱস্থাৰ ওপৰত যাইকৈ নিৰ্ভৰ কৰে। যি শিক্ষাই দেশৰ অৰ্থনৈতিক চাহিদা পূৰণ কৰিব পাৰে বা যি শিক্ষাই দেশখনৰ সমৃদ্ধি বঢ়াব পাৰে, যি শিক্ষাই—আন্তৰ্জাতিক দেশসমূহৰ লগত ফেৰ-মাৰি দেশখন চহকী কৰি তুলিব পাৰে আৰু যি শিক্ষা বহিৰ্জগতৰ কৃষ্টি সভ্যতাৰ ভাৰসাম্য ৰক্ষা কৰিব পাৰে, তেনেকুৱা শিক্ষাই আমাৰ দেশত প্ৰৱৰ্ত্তিত হোৱাটো উচিত। অতীজৰ ঋষি-মুনি সকলোৱে মত পোষণ কৰি আহিছে যে—

"আজৰা মৰাবৎ প্ৰাঃজ্ঞ বিদ্যাং অৰ্থং চ চিন্তয়েৎ।" গতিকে ঋষি-মুনি সকলৰ মতেও বিদ্যাৰ জৰিয়তে গোটেই জীৱনটোৱে অৰ্থ চিন্তা কৰিব লাগে।

আমাৰ ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাইও এনেকুৱা সুনিপুন সামৰিক-লোক আৰু বিশিষ্ট দাৰ্শনিক পণ্ডিতৰ সৃষ্টি কৰিব পাৰিছে আৰু ভৱিষ্যতেও দুগুণে দাৰ্শনিক পণ্ডিতৰ সৃষ্টি হব।

দেশৰ শিক্ষা ব্যৱস্থাৰ ৰূপান্তৰ কৰিবলৈ হ'লে এই কেইটা উপাদনৰ বৰ দৰকাৰ।

উপাদান সমুহ ঃ

১। বিদ্যালয় স্থাপনৰ ঠাই নিৰ্বাচন।

২। বিদ্যালয়ৰ সমাজখনৰ পৰিবেশ।

৩। শিক্ষক নিযুক্তি।

৪। শ্ৰেণী বিন্যাস বা এটা শ্ৰেণীত কিমান সংখ্যক ছাত্ৰই একে-লগে পঢ়া-শুনা কৰিব পাৰে।

৫। শিক্ষনীয় আচবাব।

৬। এজনীয়া শিক্ষকৰ ঠাইত দুজন বা ততোধিক শিক্ষক নিযুক্তি।

৭। শিক্ষক প্ৰশিক্ষণৰ ব্যৱস্থা।

৮। পাঠ্যক্ৰম।

৯। পৰিদৰ্শন।

১০। অবসৰ প্ৰাপ্ত অভিজ্ঞ শিক্ষকক সাধাৰণ জলপানী দি হলেও পুনৰ নিযুক্তি দিয়াৰ ব্যৱস্থা।

১১। শিক্ষা বিভাগৰ ফালৰপৰা শিক্ষাবিদক বিদ্যালয়লৈ আমন্ত্ৰণ কৰি আনি শিক্ষা বিষয়ক বা শৰীৰ তত্ব বিষয়ৰ জ্ঞান দিয়াৰ ব্যৱস্থা।

উপাদন সমূহৰ ভিতৰত পাঠ্যক্ৰম সম্পৰ্কে আলোচনা কৰাৰ থল আছে।

পাঠ্যক্ৰম তৈয়াৰ হোৱাৰ আগতে ল'ৰা ছোৱালীৰ ১। বয়স (Age) ২। যোগ্যতা (Ability) ৩। ধাৰণ কৰিব পৰা শক্তি (Aptitude)ৰ প্ৰতি লক্ষ্য কৰা উচিত। এটা কথা ইয়াত উল্লেখ কৰা ভাল হব যেন পাও যে শিক্ষাবিদ সকলে মত পোষণ কৰি আহিছে যে "শিশুৰ অন্তৰ্জগতখন এখন প্ৰেম মধুৰ নাটক" (The inner drama in baby's life is a drama of love)। গতিকে শিশুৰ মনত কোনে দুখ নিদিয়াকৈ আখৰ শিকোৱাৰ যত্ন কৰিব লাগে। অতি পুৰণি পাঠ্যক্ৰমতকৈ বৰ্তমানৰ পাঠ্যপুথি অতি কৌশল যুক্ত, সহজ-সৰল আৰু বুদ্ধি-মত্তাৰ পৰিচায়ক হৈ পৰিছে।

ভৱিষ্যত শিক্ষক-শিক্ষয়িত্ৰীলৈ পৰামৰ্শ ঃ

আমি সাধাৰণতে দুটা একে ধৰণৰ শব্দ পাই আহিছো। শব্দ দুটা হ'ল ১। শিক্ষা ২। দীক্ষা—শিক্ষা শব্দই শিকোৱা বুজায়। দীক্ষা শব্দই সম্পূৰ্ণ শিকোৱা সুবুজায়। শিষ্যই আবাসিক ভাবে থাকি আধ্যাত্মিক জ্ঞান, ব্ৰহ্মচৰ্য্য আদি জ্ঞান দিয়াকে দীক্ষা দিয়া বুলি কওঁ। গতিকে কবলৈ গ'লে এজন (১) শিক্ষা গুৰু আৰু আনজন (২) দীক্ষা গুৰু।

আমি হৈছো শিক্ষাগুৰু অৰ্থাৎ শিক্ষক। আমি ছাত্ৰ-ছাত্ৰীক শিকাওঁহে। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকৰ পৰা বিশ্ববিদ্যালয়ৰ Lecturer লৈ বা Professor লৈ আমি সকলোৱেই শিক্ষক।

শিক্ষকৰ ক্ষেত্ৰত কব খুজিছো

(১) শিক্ষকজন সদায় ব্যক্তিত্বপূৰ্ণ হব লাগে।

(২) শ্ৰেণীত পাঠ দান দিওঁতে সদায় নিজৰ গাম্ভীৰ্য্যতা ৰক্ষা কৰিব লাগে।

(৩) শিশুৱে শিক্ষকক অনুকৰণ কৰে। গতিকে শ্ৰেণীত পাঠ দান দিওঁতে হাত বা অইন কোনো অঙ্গৰে মুদ্ৰা দোষ থাকিব নালাগে।

(৪) শ্ৰেণীত পাঠ দান দিওঁতে শিক্ষক সদায় পৰ্দাখনৰ পিছৰ পিনে নাইবা বাহিৰৰ পিনে থকা যেন হব লাগে অৰ্থাৎ ( Behind the screen or outside the screen )

(৫) পাঠ দানৰ আগতে, শিক্ষকে আগেয়ে পাঠটো প্ৰস্তুত কৰি লব লাগে।

(৬) ভুল কথা শিকোৱা উচিত নহয়।

(৭) অসমীয়া বা ইংৰাজী সাহিত্যৰ যথাযথ শব্দাৰ্থ দিবৰ কাৰণে যত্নবান হব লাগে।

(৮) ব্লেক বোৰ্ডত লিখাৰ পিছত শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ লিখা হ'লে শিক্ষকে ব্লেক বোৰ্ডখন মুচি থোৱাটো ভাল।

(৯) অঙ্ক শিকাওঁতে শিক্ষকে উদাহৰণৰ দুই এটা অঙ্ক বুজাই দিয়াৰ পিছত ছাত্ৰ-ছাত্ৰীক নিজাকৈ অঙ্ক কৰিব দিলেহে প্ৰকৃত বিকাশ সাধন হয়।

(১০) বিজ্ঞান শিকাওঁতে বোৰ্ডত ছবিবোৰ আঁকি বুজাই দিয়াটো ভাল।

(১১) ভূগোল শিকাওঁতে দেশ, মহাদেশ আদিৰ মেপ মানচিত্ৰ ব্যৱহাৰ কৰাটো ভাল।

(১২) শিক্ষক সদায় সহজ-সৰল হব লাগে। নিজৰ কথাই যে সদায় শুদ্ধ হয়, এনে কথা ভাবিব নেলাগে। সময়ত নিজৰো

কেতিয়াবা ভুল হব পাৰে। গতিকে শ্ৰেণীত শিক্ষকে আগেয়ে শুদ্ধকৈ জানিহে ছাত্ৰ-ছাত্ৰীক মৰম স্নেহ দয়াৰে শিকাব লাগে।

মোৰ সুদীৰ্ঘ ২৯ বছৰীয়া প্ৰধান শিক্ষকৰ অভিজ্ঞতাৰে নিজৰ জীৱনজোৰা অভিজ্ঞতাৰ আত্ম প্ৰকাশ আপোনা সকলৰ আগত সভক্তি অ ক সহৃদয়ে দাঙি ধৰিলো। দোষা-দোষৰ কাৰণে ক্ষমা ভিক্ষা মাগিলো।

পৰিশেষত, সভক্তিৰে আপোনাসকলৰ ওচৰত আশীৰ্বাদ বিচাৰিলো।

——

## এন, চি, ই আৰু টি আৰু ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত
## শ্ৰীশেফালিকা চক্ৰৱৰ্ত্তী

প্ৰধান শিক্ষয়িত্ৰী

ৰাষ্ট্ৰপতি পুৰস্কাৰ প্ৰাপ্ত (১৯৮৮)



ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলৰ অসম ৰাজ্যৰ কাচাৰ জিলাৰ অন্তৰ্গত কাটি-গড়াগাঁৱৰ বিখ্যাত ব্ৰাহ্মন পৰিয়ালত ১৯৩২ চনৰ ২৯ জুন তাৰিখে শ্ৰীমতী শেফালিকা চক্ৰবৰ্ত্তীৰ জন্ম হয়। তেখেতৰ দেউতাক প্ৰখ্যাত শিক্ষাবিদ আৰু লব্ধ প্ৰতিষ্ঠ শিক্ষক স্বৰ্গীয় ক্ষিতিশ চন্দ্ৰ চক্ৰৱৰ্ত্তী আৰু মাতৃ শ্ৰীস্নেহলতা চক্ৰৱৰ্ত্তী। তেখেত মাক দেউতাকৰ দ্বিতীয় সন্তান। উল্লেখযোগ্য যে, মৌলিক সাহিত্য সৃষ্টিৰ স্বীকৃতি ৰূপে ১৯৭৮ চনত অসম চৰকাৰে যি আঠজন কৃতি সাহিত্যিকক পেন্সন আৰু নগদ পাঁচ হাজাৰ টকা মূল্যৰ পুৰস্কাৰ প্ৰদান কৰি সন্মান আগবঢ়াইছিল সেইসকলৰ ভিতৰত তেখেতৰ পিতাকও এজন।

এই সুযোগ্য পিতাকৰ দ্বাৰা বিদ্যা আৰম্ভ কৰিছিল কণমানি শেফালিকাই বাল্যকালত। পিতাৰ সুনিপুন শিক্ষাদানৰ ফলত

বাল্যকালৰ পৰা শেফালিকাৰ শিক্ষাৰ বিষয়ে অকৃত্তিম অনুৰাগ উত্তৰোত্তৰ বৃদ্ধি পায়, লগতে শিক্ষক সমাজৰ প্ৰতি ঐকান্তিক শ্ৰদ্ধা ভক্তি তেখেতৰ অন্তৰৰ মণি কোঠাত সঞ্চিত হবলৈ ধৰে।

প্ৰাথমিক বিদ্যালয়ৰ শেষ পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হৈ সিদ্ধেশ্বৰ মধ্য ইংৰাজী বিদ্যালয়ত ভৰ্ত্তি হৈ তাৰ পৰা এম. ই. পৰীক্ষা পাছ কৰে। ইয়াৰ পিচত সূচীশিল্পৰ মধ্য ডিপ্লোমা পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হয়।

১৯৪৯ চনৰ মে মাহত তেখেতৰ শিক্ষয়িত্ৰী জীৱন আৰম্ভ হয়। শিক্ষকতাকে জীৱনৰ পৰম আৰু চৰম ব্ৰত হিচাবে গ্ৰহণ কৰি অত্য-পৰিমিত শ্ৰদ্ধা সহকাৰে এই ব্ৰত পালন কৰি আহিছে। ভগবানৰ কাষত তেখেতৰ প্ৰাৰ্থনা শিক্ষকতা জীৱনৰ শেষ দিন পৰ্য্যন্ত এই ব্ৰত পালন কৰিবলৈ সামৰ্থ দান কৰে যেন। ১৯৫৩-৫৪ চনত বেচিক ট্ৰেইনিং পাছ কৰে।

শিক্ষাদান কাৰ্য্যত তেখেতৰ মনোভাব প্ৰকাশ কৰি কয় শিক্ষা-দান কাৰ্য্যত মই মোৰ পৰম আৰাধ্য পিতৃদেৱৰ পথ অনুসৰণ কৰি আহিছো। ছাত্ৰ শিক্ষকৰ মধুৰ সম্পৰ্ক, সহকৰ্মীসকলৰ লগত বন্ধুত্ব-সুলভ ব্যৱহাৰ, শিক্ষক অভিভাৱকৰ যোগাযোগ আৰু কৰ্ত্তৃপক্ষৰ লগত সংযোগ ৰক্ষা কৰি মই মোৰ কৰ্ত্তব্য পালন কৰি আহিছো। বিদ্যালয়ৰ সৰ্বাঙ্গীন উন্নতি, নিজৰ কৰ্ত্তব্য পালন— জ্ঞান বিশ্বাসত কোনো দিন কাৰ্পণ্য বা শিথিলতা প্ৰদৰ্শন কৰা নাই।

মই ১৯৮০-৮১ চনত দিল্লীত অনুষ্ঠিত নেচনেল কাউন্সিল অৱ এডুকেশনেল ৰিচাৰ্চ এণ্ড ট্ৰেইনিঙত যোগদান কৰি তাত অনুষ্ঠিত লিখিত প্ৰবন্ধ প্ৰতিযোগিতাত নিৰ্বাচিত হৈ প্ৰমাণ পত্ৰ সহ ৫০০ টকাৰ পুৰস্কাৰ পাবলৈ সমৰ্থ হওঁ।

১৯৮৭ চনত আদৰ্শ প্ৰাথমিক শিক্ষক হিচাবে স্বীকৃতি লাভ কৰি অসম চৰকাৰৰ ৰাজ্যিক পুৰস্কাৰ ৭৫০'০০ টকা আৰু এখন প্ৰশংসা পত্ৰ লাভ কৰো।

শিক্ষকতা জীৱনৰ কৰ্তব্য পালনৰ মাজেদি মই মোৰ অভিজ্ঞতা লব্ধ জ্ঞানৰ ওপৰত ভিত্তি কৰি কোমলমতি ছাত্র-ছাত্রীসকলৰ বাবে "ছোটদেৰ বুনিয়াদী ব্যাকৰণ ও ৰচনা" প্রকাশ কৰি শিশুসকলক শিক্ষা লাভত সহায় কৰিছো আৰু তেওঁলোক উপকৃত হৈছে বুলি মোৰ বিশ্বাস হৈছে।

## শিক্ষা ব্যৱস্থাত মতামত

বৰ্তমান ৰাজ্যত পাঁচোটা স্তৰত শিক্ষা ব্যৱস্থা চলি আছে। মই যিহেতু এগৰাকী প্রাথমিক বিদ্যালয়ৰ শিক্ষয়িত্রী সেয়ে প্রাথমিক স্তৰত প্রৱৰ্তিত শিক্ষা ব্যৱস্থাৰ সম্পৰ্কত চমু মতামত দাঙি ধৰিবলৈ চেষ্টা কৰিছো।

অতি আনন্দৰ কথা যে অসম চৰকাৰে বাধ্যতামূলক প্রাথমিক শিক্ষা সাৰ্বজনীন কৰিবৰ বাবে সকলো ব্যৱস্থা হাতত লৈছে। ইয়াৰ উপৰিও বিনামূলীয়া পাঠ্যপুথি বিতৰণে কোমল মতি শিশুসকলক লিখা পঢ়াত সুযোগ প্রদান কৰিছে। অনুন্নত অঞ্চলত পোছাক পৰিচ্ছদ পাওনীয়া আহাৰৰ যোগানে দৰিদ্র জনসাধাৰণক নিৰক্ষৰতা দূৰিকৰণত সহায় আগবঢ়োৱাত চৰকাৰৰ ভূমিকা প্রসংশনীয় হৈছে। একজনীয়া শিক্ষকৰ বিদ্যালয়ত একাধিক শিক্ষক নিয়োগ ব্যৱস্থা দ্রুতগতিত চৰকাৰে ললেহে আশা কৰা মতে শিক্ষাদানৰ মানদণ্ড উন্নত হব। শিক্ষাৰ ক্রমবিকাশ, শিক্ষকৰ প্ৰশিক্ষণ, বিদ্যালয়ৰ ঘৰ নিৰ্মাণ, শিক্ষাদানৰ সা সঁজুলি যোগান ব্যৱস্থা প্রয়োজন অনুসাৰে হোৱা নাই যদিও যিখিনি কৰা হৈছে সি আদৰণীয়।

কিন্তু ৰাজ্য চৰকাৰৰ দ্বাৰা গৃহিত এই ব্যৱস্থা সমূহেই শিক্ষাৰ মানদণ্ডৰ উন্নতিৰ শেষ ব্যৱস্থা বুলি আমাৰ মনে নধৰে। শিক্ষাৰ ক্ষেত্ৰত সৰ্বাধিক উন্নতিৰ বাবে ৰাজ্য চৰকাৰে নিম্ন লিখিত বিষয়ৰ প্ৰতি বিশেষ মনযোগ দিয়া কাম্য।

## শিক্ষা ব্যৱস্থাত পৰামৰ্শ

কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা গৃহিত নতুন শিক্ষানীতি প্রত্যেক ৰাজ্যিক

চৰকাৰে বিশেষ মনযোগ সহকাৰে বিচাৰ বিবেচনা কৰি শিক্ষাৰ উন্নতি কল্পে সুনির্দিষ্ট পন্থা গ্রহণ কৰিব লাগিব।

(১) গাঁৱৰ প্রতিজন মানুহক বিশেষকৈ অনুন্নত অঞ্চলত বসবাস কৰা লোকৰ শিক্ষাৰ প্রতি অনুৰাগ বৃদ্ধি কৰিব লাগিব।

(২) এই বিলাক অঞ্চলত শিক্ষাদানৰ অনুকূল পৰিবেশ সৃষ্টি কৰিব লাগিব।

(৩) ব্যাপক হাৰত শিক্ষাদানৰ উপযোগী বিদ্যালয়ৰ ঘৰ আৰু দৰ্শন, শ্রৱণ আৰু ইন্দ্রিয় কেন্দ্রিক (Audiovisual) উপকৰণৰ ব্যৱস্থা কৰিব লাগিব।

(৪) সর্বসাধাৰণ মানুহক দৰিদ্র সীমাৰেখাৰ উৰ্দ্ধত তোলাৰ ব্যৱস্থা কৰিব লাগিব।

(৫) শিশুৰ বয়স, মন আৰু চৰিত্রক কেন্দ্র কৰি উন্নত মানৰ পাঠ্য-পুথি প্রস্তুত কৰিব লাগে।

(৬) শিক্ষক-শিক্ষয়িত্রীৰ মানসিক মান উন্নয়নৰ কাৰণে কেন্দ্রীয় চৰকাৰৰ ঘোষিত বেতনক্রম অনুযায়ী ৰাজ্যিক চৰকাৰেও ৰাজ্যৰ শিক্ষক কর্মচাৰী সকলৰ বেতনৰ হাৰ ধাৰ্য্য কৰি দিব লাগে।

(৭) কর্মৰত শিক্ষক-শিক্ষয়িত্রীৰ ল'ৰা-ছোৱালীৰ উচ্চ শিক্ষাৰ ভাৰ চৰকাৰে বহন কৰিব লাগে।

(৮) ৰুগ্ন শিক্ষক শিক্ষয়িত্রীৰ সু চিকিৎসাৰ ভাৰ খৰতকীয়া কৈ চৰকাৰে বহন কৰিব লাগে।

(৯) নিম্নতম তিনিবছৰ শিক্ষকতা কৰাৰ পাছত পদ স্থায়ীকৰণ, ভবিষ্যনিধি খোলাৰ ব্যৱস্থা আৰু অবসৰ পোৱাৰ ছয়মাহৰ ভিতৰত পেন্সন পোৱাৰ দিহা কৰিব লাগে।

(১০) চাকৰি কালিন মৃত শিক্ষক শিক্ষয়িত্রীৰ অৰ্হতা সম্পন্ন ল'ৰা ছোৱালীক বৰ্তমানতকৈও অধিক খৰতকীয়া ভাবে চাকৰি দিয়া বাধ্যতামূলক হব লাগে।

## শিক্ষক শিক্ষয়িত্ৰী লৈ পৰামৰ্শ

বিগত পয়ত্ৰিশ বছৰৰ শিক্ষকতা জীৱনত এগৰাকী শিক্ষয়িত্ৰী হিচাবে মোৰ যি অভিজ্ঞতা সঞ্চয় হৈছে তাৰ ভিত্তিতেই আমাৰ ভবিষ্যত শিক্ষক-শিক্ষয়িত্ৰী ভাই ভনীলৈ এটি নিবেদন কৰিছো। ইংৰাজীত এটা কথা আছে "To be is religion not to know." অৰ্থাৎ হোৱাটোৱেই ধৰ্ম জনাটো ধৰ্ম নহয়।"

উপযুক্ত শিক্ষক হিচাবে সমাজত প্ৰতিষ্ঠা লাভ কৰিবলৈ হলে—সকলোৱে এটা কথাকে চায় শিক্ষকতাৰ প্ৰতি উৎসৰ্গীত জীৱন। অৰ্থাৎ শিক্ষকতাক জীৱনৰ ব্ৰত হিচাবে গ্ৰহণ কৰিব লাগিব। চৰিত্ৰ বল আৰু জ্ঞানবলেই শিক্ষকৰ আটাইতকৈ ডাঙৰ সম্বল বা অৱলম্বন। সকলো শিক্ষকেই চৰিত্ৰবল আৰু জ্ঞান বলত বলিয়ান হব লাগিব। নিত্য নতুন জ্ঞান আহৰণ আৰু সেই সকলো বিষয়তে ছাত্ৰ-ছাত্ৰীক উদ্বুদ্ধ কৰাৰ মৃত সঞ্জীৱনী মন্ত্ৰত শিক্ষক দীক্ষিত হব লাগিব।

শিক্ষক-শিক্ষয়িত্ৰীয়ে সদাচাৰ, মিতব্যয়, দয়া, ধৈৰ্য্য, সহানুভূতি, অনুকম্প, অধ্যৱসায়, চিৰ জিজ্ঞাসু মনোভাব, সু স্বাস্থ্য, মধুৰ আলাপ আদি সদগুণৰ অধিকাৰী হবলৈ চেষ্টা কৰিব লাগিব।

"আপুনি আচৰি ধৰ্ম, জীৱেৰে শিখায়"—শিক্ষক-শিক্ষয়িত্ৰী যদি নিজে এইবিলাক গুণৰ অধিকাৰী হব পাৰে তেনেহলে কোমলমতি শিশুসকলক সুশিক্ষা দান কৰি উপযুক্ত নাগৰিক কৰি গঢ়ি তোলাৰ যোগ্যতাৰ অধিকাৰী হব পাৰিব, অন্যথাই সকলো প্ৰচেষ্টা প্ৰহসনত পৰিণত হব বুলি আমাৰ বিশ্বাস।

শেষত শিক্ষক-শিক্ষয়িত্ৰীলৈ আমাৰ নিবেদন—প্ৰথমে নিজকে উপযুক্ত কৰি গঢ়ি লৈ—যাৰ শিক্ষাৰ ভাৰ আপোনালোকৰ ওপৰত ন্যস্ত কৰা হৈছে—সেই সকলক উপযুক্ত নাগৰিক কৰি গঢ়ি তোলক। সেইয়া হলেহে দেশৰ সৰ্বাঙ্গীন উন্নতি সাধন হব। অন্যথাই আমাৰ কৃত অপৰাধৰ ক্ষমা নহব। *

* শ্ৰীমতী চক্ৰৱৰ্তীয়ে ১৯৮৮ চনৰ কৃতি শিক্ষয়িত্ৰীৰূপে ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰিছে। চক্ৰৱৰ্তীলৈ আমাৰ আন্তৰিক অভিনন্দন থাকিল। —সম্পাদক।

## ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত
## শ্ৰীস্নেহলতা শইকীয়া

প্ৰধান শিক্ষয়িত্ৰী

মৰনৈগুৰি নিম্ন বুনিয়াদী বালিকা বিদ্যালয়



শোণিতপুৰ জিলাৰ কলাবাৰী অঞ্চলৰ মৰনৈগুৰি গাঁৱৰ আফুৰা বংশত ১৯৩৬ চনৰ এপ্ৰিল মাহৰ ১ তাৰিখে মোৰ জন্ম। মোৰ দেউতাৰ নাম ৺দ্ৰোণ কান্ত শইকীয়া আৰু মাৰ নাম ৺যোগেশ্বৰী শইকীয়া। ৫ বছৰ বয়সতে মোৰ মাতৃ বিয়োগ হয়।

সেই সময়ত কলাবাৰীত স্ত্ৰী শিক্ষা লাভৰ কোনো সুবিধা নাছিল। কলাবাৰী মজলীয়া বিদ্যালয় খনিয়েই এই অঞ্চলৰ একমাত্ৰ শিক্ষানুষ্ঠান। এই বিদ্যালয়ত ৫ বছৰ বয়সত দেউতাই মোক নাম ভৰ্ত্তি কৰি দিয়ে। ১৯৪৮ চনত মজলীয়া বিদ্যালয়ৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ এক প্ৰকাৰ শিক্ষাৰ সামৰণি মাৰিলো। যিহেতু সেই সময়ত স্ত্ৰীৰ উচ্চ শিক্ষাৰ কোনো অনুষ্ঠান কলাবাৰীত নাছিল। ঘৰতে অভ্যাস কৰি ৰাষ্ট্ৰভাষাৰ বিশাৰদ মহলালৈ গতি কৰিলো।

কলাবাৰীৰ কেইজনমান সমাজসেৱী শিক্ষানুৰাগী উদ্যোক্তাৰ আপ্ৰাণ চেষ্টা, চিন্তা চৰ্চাৰ মাধ্যমেৰে কলাবাৰীৰ মাজ মজিয়াত অৰ্থাৎ মৰনৈগুৰিত ১৯৪৯ চনত এখন বালিকা প্ৰাথমিক বিদ্যালয় স্থাপন কৰিলে। এই বিদ্যালয়ৰ প্ৰতিস্থাপক শিক্ষয়িত্ৰী হিচাবে মোকে নিযুক্তি দিলে। সেই দিনাৰেপৰা মই ৰাইজৰ সেৱাত বিনা বেতনেৰে সেৱিকা হ'লো। ৺দ্ৰোণকান্ত শইকীয়া, ৺পদ্মেশ্বৰ ফুকন, ৺দীননাথ ভূঞা ৺ললিত চন্দ্ৰ ভূঞা, ৺নেত্ৰচন্দ্ৰ গোস্বামী, ৺দেহীৰাম বৰা, শ্ৰীযুত টংগ মহন্ত শ্ৰীদূৰ্গা ভূঞা, শ্ৰী কেশৱ শইকীয়া—এখেত সকলেই হ'ল কলাবাৰীৰ স্ত্ৰী শিক্ষাৰ গুৰি ধৰোঁতা।

মোৰ শিক্ষকতা জীৱনত তেখেতসকলক স্মৰিবই লাগিব। গতিকে লিখিলো।

১৯৫১ চনত এই বিদ্যালয়ে চৰকাৰী মঞ্জুৰী পায় ১৯৫৪-৫৫ চনত মই বুনিয়াদী প্ৰশিক্ষণ পাছ কৰো। ১৯৬১ চনৰেপৰা আজিলৈকে এই বিদ্যালয়ৰপৰা ৭৫ জনী ছাত্ৰীয়ে বৃত্তি লাভ কৰিছে। মযো এই বিদ্যালয়তে মঞ্জুৰী হোৱা দিনৰে পৰা প্ৰধান শিক্ষয়িত্ৰী হিচাবে কাম কৰি আহিছো। বৰ্তমান বিদ্যালয়ৰ শিক্ষয়িত্ৰী ৫ গৰাকীলৈ বৃদ্ধি পাইছে। ১৯৭২ চনত শিক্ষা বিভাগৰ নিৰ্বাচিত শিক্ষক হিচাবে পৰিগণিত হওঁ। ১৯৮৪ ৮৫ চনত কীৰ্তি শিক্ষক হিচাবে চৰকাৰৰ মান পত্ৰ লাভ কৰো। নাজানো কি গুণত গুণীত দেখি চৰকাৰে এই মান পত্ৰ অভাগীক প্ৰদান কৰিলে। সেইটো বিচাৰকৰহে বিচাৰ্য্য।

১৯৬৭ চনত বিবাহ পাশত বান্ধ খোৱা ১০ বছৰৰ পিছতেই মোৰ স্বামী ৺হেমচন্দ্ৰ শইকীয়াৰ কৰ্কট ৰোগত মৃত্যু হয়। সেই দিনাৰেপৰা দুখী সুখী জীৱনকে লৈ কলাবাৰী মহিলা আৰু মইনাসকলৰ বাবে সেৱা কৰি আহিছো। মইনা অনুষ্ঠান মহিলা অনুষ্ঠান আৰু তপিনী অনুষ্ঠান প্ৰতিষ্ঠা কৰি আজি পৰ্য্যন্ত গুৰি ধৰি আহিছো। লগতে অঞ্চলৰ প্ৰায় বিলাক অনুষ্ঠানৰ লগত ওতঃপ্ৰোতঃ ভাৱে জৰিত হৈ জীৱন নিৰ্বাহ কৰিছো।

**শিক্ষা ব্যৱস্থাত মতামত:** মোৰ শিক্ষকতা জীৱনত এতিয়া-লৈকে ৩টা নীতি শিক্ষাদন কাৰ্য্যত উপনীত হৈছো। (১) প্ৰচলিত শিক্ষা, (২) বুনিয়াদী শিক্ষা আৰু (৩) ৰাষ্ট্ৰীয় শিক্ষা।

প্ৰচলিত শিক্ষাত পাঠ্য পুথিয়েই আদি মূল। এই শিক্ষাত মুখস্থ বিদ্যাই প্ৰাধান্য। এই শিক্ষাত ছাত্ৰ-ছাত্ৰীক প্ৰত্যক্ষভাৱে বাস্তৱমুখী কৰিবলৈ টান। ফলত শিক্ষকে কেৰিকুলাম মতে শিক্ষা শেষ কৰিবলৈ যাওঁতে ছাত্ৰ-ছাত্ৰীৰ পৰা মুখস্থ জ্ঞান লবহে পাৰে।

পূৰ্বৰ প্ৰচলিত শিক্ষা প্ৰাথমিক পৰ্য্যাযত ৫ বছৰীয়া কৰা হৈছিল। ক-মান শ্ৰেণীত ছাত্ৰ ছাত্ৰীক ১ম ৬ মাহত শিক্ষকে স্কুল মাতৃৰ কামহে কৰিব লাগে। পাছৰ ৬ মাহ তেওঁলোকৰ ওচৰত শিক্ষক হব লাগে। বাকী চাৰিটা শ্ৰেণীত আমি ছাত্ৰ ছাত্ৰীক শাৰীৰিক মানসিক আৰু অধ্যাত্মিক জ্ঞানৰ পৰিসৰ বঢ়াব পাৰো।

ইয়াৰ পিছতে বুনিয়াদী শিক্ষাৰ প্ৰচলন হয়। এই শিক্ষা কৰ্মকেন্দ্ৰিক শিক্ষা। বিভিন্ন কামৰ জৰিয়তে শিশুৱে বাস্তৱমুখী শিক্ষা লাভ কৰিব পাৰে।

বৰ্তমান প্ৰচলিত শিক্ষাত ৪ বছৰীয়া পাঠ্যক্ৰমে ঠাই পায়। এই পাঠ্যক্ৰমত আমি অসুবিধাত পৰিছোহক। কাৰণ গাঁৱলীয়া বিদ্যালয় সমূহত যেতিয়া ৬ বছৰ বয়সত ল'ৰা ছোৱালীৰ নাম ভৰ্ত্তি কৰে, তেতিয়া ৬ মাহ বিদ্যালয়মুখী অভ্যাসন কৰোতেই যায়। বাকী ৩ বছৰ ৬ মাহ পাঠ্যক্ৰম মতে শিক্ষা দান কাৰ্য্য শেষ কৰিবলৈ কোনো কোনো সময়ত জপিয়াব লগা হয়। কিয়নো প্ৰাথমিক বিদ্যালয়ৰ শেষ পৰীক্ষাত উচিত মূল্যাঙ্কন হবই লাগিব। নহলে বিদ্যালয়ৰ শিক্ষাদান কাৰ্য্য-সন্তোষজনক নহয়। চৰকাৰী বহীত ৰেখা পাত হব। আনহাতে ৫ বছৰ বয়সলৈকে শিশু ঘৰুৱা অৱস্থা আৰু পৰিবেশত থাকে, ঘৰুৱা পৰিবেশ ভাল হ'লে শিশুজনো সুস্থ সমাজ পৰিবেশী হৈ বিদ্যালয়লৈ আহে। কোনো ক্ষেত্ৰত সকলো শিশুৱে হয়তো তেনে

পৰিবেশ নাপাবও পাৰে। গতিকে মই ভা'বা সকলো প্ৰাথমিক বিদ্যালয়তে প্ৰাক্ প্ৰাথমিক শাখা হ'লে ও বহুবীয়া শিক্ষাদান কাৰ্য্যত সহায় হব।

আনহাতে বিদ্যালয়সমূহত শিক্ষণীয় ·সা-সজুলিৰ যোগান ধৰি শিক্ষা· এটা সুস্থ বাতাবৰণ গঢ়ি তুলিব লাগিব। বৈজ্ঞানিক দৃষ্টি ভঙ্গীৰে ছাত্ৰ-ছাত্ৰীৰ মাজত নতুনত্ব আনিবলৈ শিক্ষক তৎপৰ হব লাগিব।

শিক্ষকে নিজে বহুত জানো বুলি ভবা অনুচিত। শিক্ষক সহ শিক্ষক ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱক এই তিনি শক্তি মিলি শিক্ষা দানৰ আদান প্ৰদান চলালে সহজে উপকৃত হব পাৰি। শিক্ষকে ছাত্ৰ-ছাত্ৰীক বিষয় বস্তুৰ শিক্ষা দিবলৈ যাওঁতে প্ৰথমে সিহঁতে ভাল পোৱা এটা পৰিবেশ সৃষ্টি কৰি ললে. পঢ়াই ভাল লাগে। যেনে "মা আমি শদিয়ালৈ যাম, শতফুল খাম" এই গীতটো এফাকি গালে সিহঁত আনন্দত উৎফুল্ল হব। তাৰ পিছত শদিয়া কি? চামেপা কি? ক'ত? ব্ৰহ্মপুত্ৰ নদীৰ উপকাৰ অপকাৰ, ব্ৰহ্মপুত্ৰ উপত্যকাৰ জ্ঞান, উপনদী সমূহৰ প্ৰকৃতি আদিৰ বিষয়ে ছাত্ৰ-ছাত্ৰীৰ জ্ঞান জন্মাব পৰা যায়। এইদৰে আনন্দ দায়ক পৰিবেশৰ সমন্বয় ৰাখি শিক্ষা দান কৰিলে লৰা-ছোৱালীৰ সহজে বিষয় বস্তুৰ প্ৰতি জ্ঞান জন্মিব। বৰ্তমান ৰাষ্ট্ৰীয় শিক্ষা নীতিটো এই ভাৱাৰ্থ বিলাক পোৱা হৈছে।

ভৱিষ্যত শিক্ষক-শিক্ষয়িত্ৰীলৈ পৰামৰ্শ :—

দেশৰ সম্পদসমূহৰ ৰক্ষণা বেক্ষন, চৰিত্ৰ গঠন, দৈহিক. মানসিক, বৌধিক জ্ঞানেৰে গুণীত কৰিবলৈ আগবাঢ়ি অহা জনেই শিক্ষক, আৰু সম্পদ সকল হ'ল ছাত্ৰ। শিক্ষক জনৰ গাত শিক্ষকতা গুণ থাকিব লাগিব। সহজ, সৰল, মৰমীয়াল, ধৈৰ্য্য, সহিষ্ণু, অধ্যৱসায়ী, চাফ-চিকুন নিয়মানুবৰ্তিতা, নম্ৰতা আদি গুণৰ অধিকাৰী শিক্ষকজন প্ৰকৃত শিক্ষক। শিক্ষকে ধন ঘটিবলৈ আহিছো বুলি ভাবিব নালাগে। শিক্ষকতা কৰি প্ৰকৃত মানৱ গঢ়িম বুলি ভাবিবহে লাগে। শিক্ষক

অলপতে ভাগৰিব নালাগে। শিক্ষকজনে ৬-১০ বছৰীয়া শিশুৰ লগত মিলাই লৈ শিক্ষাদান দিব লাগে। শিক্ষকে নিজে বহুত জানিলেও সময়ত ছাত্ৰ-ছাত্ৰীৰ ওপৰত সেই মনোভাৱ লব নাপায়। সিহঁত আলফুলীয়া, বাঁহৰ লেকেছীডাল যেনেকৈ যেনিয়েই ভাজ দিয়ে, সেই পিনেই ভাজ লয়। তেনেকৈ শিশু সকলক যি পথেদি নিয়ে সেই পথেই গতি কৰে। অৰ্থাৎ শিশু অনুকৰণ প্ৰিয়। শিক্ষক সকল হ'ল পথ প্ৰদৰ্শক। ছাত্ৰ ছাত্ৰীক সুপথে লৈ যোৱাটো শিক্ষকৰ প্ৰধান কৰ্তব্য।

এই পথ আবিষ্কাৰ কৰিব লাগিলে শিক্ষকে বিদ্যালয়ৰ আশে পাশে থকা ৰাজহুৱা পৰিবেশ, প্ৰাকৃতিক পৰিবেশ, বিদ্যালয়ৰ পৰিয়ালটিৰ পৰিবেশৰ লগত খাপ খুৱাই চলিবলৈ শিকিব লাগে। কৰ্তৃপক্ষই ঘনাই শিক্ষক বদলি কৰিলে ছাত্ৰ-ছাত্ৰীৰ শিক্ষাদানত বাধা পৰে। কৰ্তৃপক্ষই ছাত্ৰ-ছাত্ৰীৰ পৰিবেশন ঘনাই পৰিবেশ কৰা যুগুত সমগ্ৰ ভাৰতবৰ্ষৰ শিক্ষাৰ লগত ৰজিতা খুৱাই প্ৰাথমিক শিক্ষাও দিয়াৰ প্ৰচেষ্টা চলোৱা অতি আৱশ্যক কিন্তু ৰজিতা খাইছেনে নাই, এইটো লক্ষণীয় হ'ল কৰ্তৃপক্ষৰ।

মন্তব্য : ভাৰতবৰ্ষৰ সকলো শিশুকেই নিজৰ শিশু বুলি ভাবি, শিক্ষকে জীৱিকা নিৰ্বাহৰ পথ হিচাবে শিক্ষকতা কৰিছো বুলি গণ্য নকৰি, আজিৰ দেশৰ সম্পদ শিশু সকলক শিক্ষা দি প্ৰাথমিক শিক্ষাৰ ভেটি সুদৃঢ় কৰিবলৈ সকলো শিক্ষক শিক্ষয়িত্ৰীৰ ওচৰত প্ৰাৰ্থনা জনালো। বৰ্তমান চৰকাৰে প্ৰাথমিক শিক্ষাক সৰ্ব্বোচ্চ আসন দিছে আৰু প্ৰাথমিক শিক্ষক সকলক সকলো দিশতে সহায় কৰি আহিছে। সেয়েহে সকলো শিক্ষকৰ ভৱিষ্যত মঙ্গল কামনা কৰিলোঁ।

## শ্ৰীভোগৰাম মেধি

ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত

ৰামজাং আটি ( ৰহা )



জন্ম :—নগাওঁ জিলাৰ ৰহাৰ পৰা প্ৰায় ২ কিঃ মিঃ মিটাৰমান উত্তৰে জনজাতি অধ্যুষিত ৰামজাং আটি গাৱঁত ১৯২৫ চনৰ ২৫ আগষ্টত মোৰ জন্ম হয়। পিতৃৰ নাম ৺ভোগেশ্বৰ মেধি আৰু মাতৃৰ নাম ৺ৰানেশ্বৰী মেধি ককাদেউতাক দক্ষিণপাট সত্ৰাধিকাৰ প্ৰভুৱে নিৰ্মালি দি পতা মেধি। আগত ককা বায়ন আৰু দেউতা আছিল নাম লগোৱা ও পাঠক।

শিক্ষা :—মোৰ প্ৰাথমিক জ্ঞানৰ বাবে প্ৰাথমিক চকু মুকলি হবৰ কাৰণে গাৱঁৰ পৰা প্ৰায় ৩ কিলোমিটাৰ বাট এককাল, এবুকু পানীত কাপোৰ সলাই সৰাগাওঁ প্ৰাথমিক বিদ্যালয়লৈ সদায় নিৰ্য্যাতনৰ মাজেৰে অহা-যোৱা কৰিছিলোঁ। প্ৰাথমিক জ্ঞানৰ সীমা পাৰ হোৱাৰ পিছত তাতোকৈ কিছু বহল জ্ঞানৰ আকাঙ্খাৰে ৰহা উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্তি হওঁ। গাৱঁৰ পৰা ৰহালৈ ৰাস্তায়েদি সৰাগাওঁ হৈ প্ৰায় ৪ কিলোমিটাৰ দূৰ। ঠায়ে ঠায়ে এবুকু, এডিঙি পানীত কাপোৰ

সলাই স্কুললৈ অহা যোৱা কৰাৰ পৰিত্ৰান পোৱা নগল। ইয়াৰ কিছু সকাহ বিচাৰি কটহগুৰি বৃহৎ জনজাতি গাৱঁতে থাকি জ্ঞান আহৰণৰ উপায় ঠিক কৰা হ ল ১৯৪১ চনত।

শিক্ষাৰ ছাঁতে কৰ্ম :--তাতে তলোৱাকৈ ৰামজাং আটি আৰু কটহগুৰি গাওঁ মিলি এখনি প্ৰাথমিক কংগ্ৰেছ কমিটি গঠন কৰা হয়। ৺দলিচন ডেকা সভাপতি আৰু এই শুভাজনক সম্পাপক হিচাপে লৈ এখনি কাৰ্য্যকৰী কমিটি গঠন কৰা হয়। পৰমেশ্বৰৰ কৰ্তব্যত বাধা দিয়াৰ অধিকাৰ নাই। এনে অৱস্থাতে মোৰ ভাতৃ লিখক শঙ্কৰী কলা কৃষ্টিৰ আৰু ঢোল বাদ্যৰ গবেষক শ্ৰীগোপীকান্ত মেধি আৰু পাঁচজনী ভনীক মোৰ হাতত গোটাই দি পিতৃ-মাতৃ নিজ স্থানলৈ গুচি যায়। সেই সময়তে ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত অসমৰ অন্যতম গুৰি ধৰোঁতা মাননীয় শ্ৰীমহেন্দ্ৰ হাজৰিকাৰ পৰামৰ্শ ক্ৰমে বন্ধৰ দিন, ৰবিবাৰ বা সুবিধা পালেই সেই সময়ৰ পৰিস্থিতি সাপেক্ষে গোপনে ৰাইজৰ মাজত কংগ্ৰেছ সেৱা আৰম্ভ কৰা হয়। তেতিয়া মই ৰহা শাখা কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক আছিলো। ইয়াৰ মাজেৰে বহু নিৰ্য্যাতন পাব হৈ যায়।

১৯৪২ চনত মই তেতিয়া ৯ম শ্ৰেণীৰ ছাত্ৰ। সেই সময়ত শ্ৰেণী-বোৰত মিলিটেৰী সোমাই শিক্ষক ছাত্ৰ আদি কৰি সকলোকে মাৰ ধৰ কৰি আঘাত কৰে। তাৰে ভিতৰত এই অভাজনো আছিলো। তেতিয়াৰ পৰা শিক্ষা আহৰণৰ প্ৰতি মনোনিবেশ নকৰি বাৰ পুজীয়া মিকিৰ গাৱঁৰ অন্যতম মুক্তি যুজাৰু মাননীয় শ্ৰীনন্দি ডেকা দেৱৰ লগত লগ হৈ আভ্যন্তৰীণ কংগ্ৰেছৰ সেৱা কাৰ্য্যত লিপ্ত হওঁ। সেই বাৰ-পুজীয়াতে মিলিটেৰীয়ে কৰায়ত্ব কৰাৰ উমান পাই মোৰ সহযোগী মৃত দতৰাম দেউৰী, শ্ৰীকুলাই চন্দ্ৰ বৰদলৈ তিনিওৱে ভেশচন কৰি খোজ কাঢ়ি গুৱাহাটী উজান বজাৰৰ নিবাসী অধিবক্তা ভবেশ বৰুৱাৰ ঘৰত থাকি মাটি কটা আৰু পাহাৰৰ পৰা কাঠ অনা কাম কৰি কেইবা মাহো পেট প্ৰৱৰ্তাই আছিলো।

তাৰ পাছত গুৱাহাটীৰ পৰা আহি অঞ্চলৰ বিভিন অনুষ্ঠান প্ৰতিষ্ঠান আদি নানা বিত্ত্বা আহৰণৰ মাধ্যমেৰে কংগ্ৰেছৰ কাম কৰি ফুৰোঁতে লম্বোদৰ দাৰোগাই ৰহাত বন্দুকেৰে আঘাত কৰি হাজোতত থয়। যাৰ ফলত আজিও চিৰ ৰুগীয়া হিচাবে জীৱন অতিবাহিত কৰিব লগাত পৰিছো। অৱশ্যে 'পলিটিকেল' চাফাৰৰ হিচাবে চৰকাৰী পঞ্জীয়ন বহীত ৭৯৭ পৃষ্ঠাৰ ১৬৭৬ ক্ৰমিক নম্বৰত নাম আছে যদিও কোনো ক্ষেত্ৰত চৰকাৰৰ পৰা আজিকোপতি সহাৰি পোৱা হোৱা নাই।

সাংস্কৃতিক ও কৰ্ম জীৱন :—সেই অৱস্থাতে ঢোলৰ শিক্ষা লৈ ঢুলীয়া হলোঁ। হাৰমনিয়াম, তবলা, মহৰ শিঙৰ পেঁপা কালি ডবা, নেগেৰা বৰতাল, সবছুৱা নাম, নামৰ পাৰ্টি লৈ নাম গাই ফুৰা আৰু গাৱেঁ গাৱেঁ যাত্ৰা অভিনয় কৰাকে ধৰি সকলো বোৰতে ব্যস্ত থাকো। এনেতে মই পঢ়া সৰাগাওঁ প্ৰাথমিক বিত্ত্বালয়ৰ প্ৰধান শিক্ষক মহোদয় ৺মৰ্এসিং ডেকা ঢুকায়। তাতে পুথি পঢ়ি থাকোতে বুঢ়াসকলে ১৯৪৭ চনত সেই বিত্ত্বালয়তে শিক্ষকতা কৰিবলৈ দি উপ-পৰিদৰ্শক মহোদয়ৰ পৰা নিযুক্তি পত্ৰ উলিয়াই লৈ আহে। সেই দিন ধৰি দেওবাৰৰ বাহিৰেও অন্য বন্ধ আদিত অলপো সময় নষ্ট নকৰাকৈ ৰাইজৰ সেৱাৰ কামত লাগি থাকো। তাৰ পাচত ১৯৪৯ চনত শ্ৰীথুলেশ্বৰী মেধিৰ লগত বিবাহ পাশত সোমাওঁ। তাৰ পাচত ঈশ্বৰৰ দয়াক্ৰমে মোৰ সহধৰ্মিনীৰ গৰ্ভত একেটি মাত্ৰ পুত্ৰ সন্তান শ্ৰীইন্দ্ৰমোহন মেধি বি. এ. ক লাভ কৰিলো। তেওঁ বৰ্তমান স্থানীয় শ্ৰীমন্ত শঙ্কৰদেৱ মধ্য ইংৰাজী বিত্ত্বালয়ৰ প্ৰধান শিক্ষক হিচাবে কাম কৰি আছে। তেওঁ সমাজ সেৱক হিচাবেও ৰাইজৰ সেৱা আগবঢ়াই আছে।

সমাজ সেৱা :—যদিও ঈশ্বৰৰ ইচ্ছাত মই আৰু পুত্ৰ সন্তান নাপালো অৱশ্যে কিছু চিন্তাৰ পৰা মই সামজ সেৱা কামত আত্মনিয়োগ কৰিবলৈ সুবিধাহে পালো। মোৰ সমাজ সেৱা কামবোৰৰ দায়িত্ব এনেধৰণৰ আছিল—সাৰ্বজনীন মঠবৰড়ি থানত ১৭ বছৰ সভাপতি,

ৰামজাংআটি প্ৰাথমিক বিদ্যালয় আৰু পুঁথিভঁৰালত বহু বছৰ ধৰি ক্ৰমে সভাপতি আৰু সম্পাদক, জিলা সংস্কৃতিৰ—সভাপতি, বৃহৎ মঠৰবৰি বাৰপূজীয়া কৃষি সহায়ক সমবায় সমিতিৰ ১৫ বছৰ সভাপতি কাহিগুৰি হাইস্কুলৰ প্ৰতিষ্ঠাৰ পৰা ১৩ বছৰ সম্পাদক, ২৮ বছৰ ধৰি ৰহা মৌজাৰ প্ৰাথমিক শিক্ষক সন্থাৰ ক্ৰমে—সম্পাদক আৰু সভাপতি, দীৰ্ঘ দিন ধৰি ৰহা সাৰ্বজনীন কলা কৃষ্টি পৰিষদৰ—সম্পাদক, বাৰোৱাৰী সমাজৰ—ৰাস গায়ন ( কেন্দ্ৰ ৰহা ), বহু বছৰ ধৰি পশ্চিম নগাওঁ শঙ্কৰ দেব সংঘৰ – প্ৰতিষ্ঠাপক সম্পাদক, ৰামজাংআটি গাৱঁৰ গ্ৰামোন্নয়ন--- সম্পাদক, কপিলি উন্নয়ন খণ্ডৰ পুথি ভঁৰাল সন্থাৰ সভাপতি, আঞ্চলিক পঞ্চায়ত আৰু সমবায় সমিতিৰ সদস্য, জিলা ও প্ৰাদেশিক সংঘৰ সদস্য, জিলা হ'লচেল কনজুমাৰচ কোঃ অপাৰেটিভৰ - সদস্য, বহু বছৰ ধৰি জিলা শিক্ষক সন্মিলনীৰ-- সভাপতি ও ৰাজ্যিক সদস্য, ৰহা কলেজ গভৰ্ণিং বডিৰ--সদস্য, শিক্ষক ফেডাৰেচনৰ -সদস্য, ৰহা আঞ্চলিক কৰ্মচাৰী পৰিষদৰ—উপ সভাপতি, ৰহা মাৰ্কেটিং চচাইটিৰ– সদস্য। ইয়াৰ বাহিৰেও অনান্য কিছুমান অনুষ্ঠানৰ বিষয় বাবৰ পৰা আঁতৰি আহি বৰ্তমান নিজে চলাৰলিব পৰা আঞ্চলিক ভিত্তিত কেইটামান সভাপতি বিষয় বাব ৰখা হৈছে। অন্যহাতেদি ঢোলৰ প্ৰতিযোগিতা বিহু নৃত্য আৰু বিহু কন্যা প্ৰতিযোগিতাত নিৰীক্ষকৰ কাম আদিৰ পৰা ৰাইজে আজিও এৰি দিয়া নাই।

বদলিৰ নিৰ্যাতন :—যি সময়ত চৰকাৰে প্ৰাইমেৰী শিক্ষকসকলক নগণ্য দৰমহা দিছিল ৩ মাহ বা ৪ মাহৰ পিচত। এই সন্দৰ্ভত জিলা আৰু ৰাজ্যিক শিক্ষক গোটে চৰকাৰৰ ওচৰত বিভিন্ন ধৰণৰ অভিযোগ উৎথাপন কৰিছিল। এই ক্ষেত্ৰত নগাওঁ জিলাৰ শিক্ষক সকলৰ মাজত তীব্ৰ অভিযোগকাৰী হিচাবে এই অভাজনো আছিলো। যাৰ ফলত বছেৰেক পূৰ নৌহওঁতেই বদলি কৰি মোক চৰকাৰে নিৰ্য্যাতিত কৰিছিল। তাৰ পাচত মই ১৯৫৮ চনত ওচৰৰে বাউলা বৰি প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদৰ পৰা অব্যাহতি লৈ ৫ মাইল দূৰৰ

খেলা-ধূলা, সংস্কৃতিমূলক ভাৱধাৰা জগাই তুলিব লাগিব। যাৰ দ্বাৰা ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক, শাৰিৰীক, সামাজিক আবেগিক, নৈতিক আৰু আধ্যাত্মিক সকলো বিলাক দিশতে সৰ্বাঙ্গীন বিকাশ সাধন হোৱাত সহায়ক হব পাৰে।

৩। নিম্ন স্তৰৰ পৰাই শিক্ষা আহৰণৰ ক্ষেত্ৰত সুস্থ শৈক্ষিক পৰিবেশ সৃষ্টি কৰি বিজ্ঞান সম্মত ভাবে কাৰিকৰী বৃত্তিমূলক আৰু উদ্যোগমুখী শিক্ষাৰ ব্যৱস্থা কৰিব লাগে।

ভবিষ্যৎ শিক্ষক শিক্ষয়িত্ৰীলৈ পৰামৰ্শ ঃ—আজিৰ ছাত্ৰই কাইলৈ দেশৰ নাগৰিক। গতিকে ছাত্ৰৰ প্ৰকৃত পথ পদৰ্শক হিচাবে শিক্ষক সমাজে ছাত্ৰ সমাজক পুত্ৰবৎ জ্ঞান কৰি সু শিক্ষাৰে শিক্ষিত কৰি গঢ়ি তুলিব লাগিব। শিক্ষক, শিক্ষা, সমাজ. ছাত্ৰ-ছাত্ৰী আৰু শৈক্ষিক বিষয় বস্তুৰ লগত পৰস্পৰ সম্বন্ধ আছে। শিক্ষকে শিক্ষণীয় বিষয় বস্তুৰ ওপৰত অধিক জ্ঞানবন্ত হৈ ছাত্ৰ ছাত্ৰীক পাঠ দান কৰিব লাগে। সমাজৰ লগতো শিক্ষকৰ ভূমিকা যথেষ্ট আছে। এখন সুস্থ সমাজ আৰু আদৰ্শবাদী সমাজ গঢ়ি তুলিবৰ কাৰণে জন বিস্ফোৰণ প্ৰতিহত কৰাৰ মানসেৰে বিভিন্ন বিষয়কে ধৰি শিক্ষকজন নিজে আদৰ্শবাদী, সমাজ প্ৰিয়, সৎচৰিত্ৰবান, নৈতিকতা পূৰ্ণ, আৰু ভাল আচৰণৰ হব লাগিব। যাৰ ফলত সুন্দৰ পৰিবেশ সৃষ্টিৰ আশা কৰিব পাৰি আৰু ছাত্ৰ-ছাত্ৰীসকলে সেই আদৰ্শৰে অনুপ্ৰাণিত হৈ উৎকৰ্ষ সাধন কৰিব পাৰে। মুঠতে শিক্ষকজন সৰ্বগুণী হোৱাটো বাঞ্চনীয়।

## শ্ৰীদেৱযানী ৰাজখোৱা

**প্ৰধান শিক্ষয়িত্ৰী**

**তৰাজান সোণাৰী গাওঁ প্ৰাথমিক বিদ্যালয়**

**ৰাষ্ট্ৰিক পুৰস্কাৰ প্ৰাপ্ত**



১৯৩৫ চনত শিৱসাগৰ জিলাৰ তৰাজান সোণাৰী গাওঁৰ এটি সাধাৰণ পৰিয়ালত শ্ৰীদেৱযানী ৰাজখোৱাই জন্ম গ্ৰহণ কৰে। তেখেতৰ পিতৃ শ্ৰীযুত কনক চন্দ্ৰ বৰদলৈ আৰু মাতৃ ৺নীলিমা বৰদলৈ। বৰ্ত্তমানেও তেখেতৰ ৮৬ বছৰীয়া পিতৃ গাৱঁৰ এজন কৰ্মঠ ব্যক্তি আৰু বৰ বায়েন।

প্ৰায় পাঁচ বছৰ বয়সত শ্ৰীদেৱযানী ৰাজখোৱাই যোৰহাটৰ দেৱীচৰণ বৰুৱা বালিকা বিদ্যালয়ত শিক্ষা জীৱনৰ পাতনি মেলে। ১৯৪৫ চনত সেই বিদ্যালয়ৰ পৰাই প্ৰাথমিক শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত হাইস্কুলীয়া শিক্ষাত ব্ৰতী হয়। কিন্তু নৱম মানৰ পৰাই ঘৰুৱা নানা আৰ্থিক অনাটনৰ হেতু সুস্থ মনে শিক্ষা লাভ কৰাত তেখেত যথেষ্ট অসুবিধাৰ সন্মুখীন হ'ব লগা হয়। যিহেতু পাঁচটি ভাই-ভনীৰ ভৰণ-পোষণৰো চিন্তাও

কিছু পৰিমাণে কাৰবলগীয়া হয়। স্কুলৰ মাহিলি কিজখিনিও নানা অসুবিধাৰ মাজেৰে দিন লগায়া হয়। নানান ঘৰুৱা সমস্যাৰ মাজেৰে ১৯৫৩ চনত উক্ত স্কুলৰ পৰাই প্ৰবেশিকা পৰীক্ষা দিছিল যদিও তেখেতে সেই পৰীক্ষাত উত্তীৰ্ণ হব পৰা নাছিল। ইযাৰ পাছত তেখেতে চাকৰিৰ অনুসন্ধানত ঘূৰিব লগা হয়। এই অনুসন্ধানত ঘূৰোতেই ১৯৫৪ চনত Community Project অৰ তৰফৰ পৰা নগাঁৱৰ ৰহা বুনিযাদী কেন্দ্ৰত বুনিয়াদী প্ৰশিক্ষণ লবলৈ সুবিধা পায় প্ৰশিক্ষণ কালত বহু কণ কণ ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰাৰ ক্ষেত্ৰত তেখেতৰ মনত গভীৰ হেঁপাহ জন্মে। প্ৰশিক্ষণ শেষ কৰি কিছুদিন চাকৰিৰ অনুসন্ধানত এনেয়ে থাকিব লগা হয়। প্ৰথম বাৰ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ব পৰা নাছিল যদিও তেখেতৰ মনোবল অটুট আছিল। সেয়ে সেই সময়খিনিতে পুনৰ প্ৰবেশিকা পৰীক্ষা দিবলৈ মন কৰি প্ৰাইভেট পৰীক্ষাৰ্থী হিচাবে ১৯৫৫ চনত প্ৰবেশিকা পৰিক্ষাত উত্তীৰ্ণ হয়

১৯৫৫ চনৰ ১১ মাৰ্চত ১৩৬ নং ৰাজাবান সোণাৰী গাওঁ প্ৰাথমিক বিদ্যালয়ত শ্ৰীমতী দেবযানী ৰাজখোৱাই চাকৰি জীৱন আৰম্ভ কৰে। চাকৰি কালৰ প্ৰথমাৰম্ভ'ৰ পৰাই তেখেতে ঘৰখনৰ ভৰণ পোষণকে আদি কৰি প্ৰায় বিলাক দায়িত্ব বহন কৰিব লগাত পৰে। কাৰণ আগতেই কৈ অহা হৈছে যে তেখেত আৰ্থিক সমস্যাত ভোগা এটি অতি সাধাৰণ পৰিয়ালৰ জ্যেষ্ঠা জীয়ৰী। কিন্তু বিদ্যালয়ত শিক্ষাদানৰ ক্ষেত্ৰত শ্ৰীমতী ৰাজখোৱাক ঘৰুৱা কোনো জঞ্জালে ব্যাঘাট জন্মাব পৰা নাছিল। মাত্ৰ তেখেতে নিজে কিছু কঠোৰ পৰিশ্ৰম কৰিব লগাত পৰিছিল।

দুটা বছৰ চাকৰি কৰাৰ পাছত ১৯৫৭ চনত শ্ৰীমতী দেবযানী ৰাজখোৱা সোণাৰী গাঁৱৰে নিবাসী শ্ৰীযুত বঙ্কেশ্বৰ ৰাজখোৱাৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। সাংসাৰিক হোৱাৰ পাছতো তেখেতে পূৰ্ণ উদ্যমেৰেই চাকৰি কৰি থাকে। কিন্তু ঘৰুৱা সমস্যাই স্বামীৰ ঘৰতো

এৰা নিদিলে। তাৰোপৰি জ্যেষ্ঠা ছোৱালী হিচাবে বিয়াৰ পাছতো ভাই ভনীৰ প্ৰায় বিলাক দায়িত্বই এইখন ঘৰৰ পৰাই বহন কৰিব লগা হয়। কিন্তু চাকৰি চলোৱাৰ ক্ষেত্ৰত স্বামীয়ে সকলো প্ৰকাৰ সহ-যোগ কৰাৰ বাবে তেখেতে কোনো দিনে চাকৰিত অসুবিধা পোৱা নাছিল, বৰং দ্বিগুণ উৎসাহেৰে কাম কৰিবলৈ সুবিধা পাইছিল

শিক্ষাদানৰ ক্ষেত্ৰত গণিত ভূগোল, বিজ্ঞান, চিত্ৰকলা আদি বিষয়ত ৰাজ্যিক শিক্ষা সংস্থাৰ পৰা বহুতো বাৰ প্ৰশিক্ষণ লাভ কৰে। শিক্ষাদানৰ ক্ষেত্ৰত শ্ৰীমতী ৰাজখোৱাই এটা কথাত মন বেছিকৈ চিন্তা কৰিছিল যাতে প্ৰতিটো ছাত্ৰ ছাত্ৰীয়েই প্ৰাথমিক পৰ্য্যায়ত লাভ কৰিব লগা শিক্ষাকণ কোনো খুঁত নথকাকৈ আয়ত্ব কৰিব পাৰে আৰু সহকৰ্মী সকলকো এই ক্ষেত্ৰত সচেতন হবৰ কাৰণে পৰামৰ্শ আগবঢ়ায়। এই ক্ষেত্ৰত তেখেতৰ উদ্দেশ্য যে সফল হৈছে তাৰ প্ৰমাণ তেখেতৰ স্কুলত শিক্ষালাভ কৰি যোৱা ছাত্ৰ-ছাত্ৰীসকলৰ উন্নতিয়েই প্ৰমাণ কৰে। মাত্ৰ শিক্ষাদানৰ ক্ষেত্ৰত আন্তৰিকতাৰে উচ্চ নীচ কোনো বিচাৰ নকৰি শিক্ষাদানত ব্ৰতী হোৱাটোৱেই তেখেতৰ মূল উদ্দেশ্য।

তেখেতে যোৱা ১৯৮৭ চনৰ '৫ চেপ্তেম্বৰ' দিনা ১৯৮৫/৮৬ চনৰ কৃতী শিক্ষয়িত্ৰী হিচাবে ৰাজ্যিক পুৰস্কাৰ লাভ কৰে। কিন্তু দুৰ্ভাগ্য বশতঃ তেখেতৰ এই কৃতিত্বৰ ক্ষেত্ৰত বিশেষ ভাবে অৰিহণা যোগোৱা আৰাধ্য স্বামীয়ে এই শুভ সংবাদটি শুনিবলৈ নাপালে। ১৯৮৫ চনৰ ২২ ডিচেম্বৰত তেখেতে পত্নীসহ পাঁচোটি কন্যা সন্তানক এৰি ইহ সংসাৰ ত্যাগ কৰে। স্বামী বিয়োগৰ পিছৰ পৰাই তেখেত শাৰিৰীক আৰু মানসিক ভাবে ভাগি পৰে যদিও পিছত নিজকে দৃঢ় কৰি লবলৈ সক্ষম হয়।

বৰ্তমান তেখেতে সোণাৰী গাওঁ প্ৰাথমিক বিদ্যালয়ত কৰ্মৰত অবস্থাত আছে। ১৯৮৬ চনত শ্ৰীমতী দেবযানী ৰাজখোৱাই শিক্ষক-তাৰ ১০ দিনিয়া প্ৰশিক্ষণ লয়।

শিক্ষা ব্যৱস্থাত মতামত :—

ৰাজ্যিক শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদ তথা ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদে শিক্ষা ব্যৱস্থাত বৰ্তমানে যি শিক্ষানীতি উদ্ভাৱন কৰিছে সেই শিক্ষানীতি অনুসৰি সমূহ শিক্ষক-শিক্ষয়িত্ৰীয়ে ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাদান কৰিলে ছাত্ৰ-ছাত্ৰীসকল শিক্ষা লাভৰ ক্ষেত্ৰত যথেষ্ট উপকৃত হব বুলি তেওঁলোকে ভাবে।

নবীন শিক্ষকলৈ পৰামৰ্শ :—

এজন কৃতী শিক্ষক হবলৈ হলে ব্যক্তিজন মানসিক, নৈতিক, তথা শাৰিৰীকভাবে বহুবোৰ গুণৰ অধিকাৰী হব লগা হয়। এই গুণবোৰ শিক্ষকজনৰ মাজত প্ৰতিফলিত হ'লেহে শিক্ষকজনে শিক্ষকৰ কৰ্মসমূহ পালন কৰা হয়। গতিকে নবীন শিক্ষকসকলে শিক্ষকৰ ধৰ্মসমূহ পালন কৰিবলৈ যত্ন কৰা অতি প্ৰয়োজনীয়।

শিক্ষকসকলৰ শিক্ষাদানৰ বিষয় সমূহত গভীৰভাবে জ্ঞান থকা বিশেষভাবে আবশ্যক। ইয়াৰ বাবে শিক্ষক জীৱন জুৰি নতুবা বিশেষকৈ শিক্ষকতা কৰি থকা সময়খিনিৰ ভিতৰতেই শিক্ষা সম্পৰ্কীয় গ্ৰন্থ অধ্যয়ন আৰু শিক্ষা সম্পৰ্কীয় তথ্য পাতি সংগ্ৰহ কৰা উচিত। ছাত্ৰ-ছাত্ৰীয়ে জানিবলৈ উৎসুক হোৱা যি কোনো বিষয়ৰ ওপৰত খোকোজা নলগাকৈ জ্ঞান দিবলৈ শিক্ষকজনৰ মানসিক প্ৰস্তুতি থাকিব লাগিব। সেয়ে শিক্ষক সকলৰ নিজস্ব বৰ্ণনামূলক শক্তি, উদ্ভাৱনী শক্তি, কল্পনা শক্তি আদি মানসিক প্ৰবৃত্তিবোৰত প্ৰতিভা থকাটো ভাল। কিয়নো শিক্ষক সকলে ছাত্ৰ-ছাত্ৰীক যি শিক্ষাদান কৰে ছাত্ৰ-ছাত্ৰীসকলে তাকেই অনুকৰণ কৰে। নবীন শিক্ষকসকলে প্ৰবীন শিক্ষক সকলৰ পৰা শিক্ষাদানৰ বিভিন্ন কৌশল আৰু জ্ঞান আয়ত্ব কৰি ল'ব লাগে। স্মৃতি শক্তি প্ৰখৰ কৰা প্ৰতিজন শিক্ষকৰে প্ৰধান কৰ্তব্য বুলি ধৰিব পাৰি। কিয়নো বহু সময়ত দেখা যায় বিভিন্ন বিষয় সমূহত ছাত্ৰ ছাত্ৰীক জ্ঞান দিওঁতে শিক্ষকে বহুত কথা মনত ৰাখিব লাগে।

শাৰিৰীক গুণৰ পৰা চাবলৈ গলে শিক্ষক নিৰোগী আৰু স্বাস্থ্যবান

হোৱা প্ৰয়োজন। কিয়নো সুস্থ শৰীৰ এটা দেখাত অশুৱনী হলেও সুখী হয়, কিন্তু ৰুগীয়া শৰীৰ এটা দেখাত শুৱনি হলেও বিশ্ৰী হয়। নিৰোগী স্বাস্থ্যবান শিক্ষক এজনে কণ কণ লৰা-ছোৱালীহঁতৰ মন সহজে আকৰ্ষণ কৰিব পাৰে আৰু এনে শিক্ষক জনৰ মাজতহে ধৈৰ্য্য, ক্ষমা সহিষ্ণুতা আদি গুণবোৰ দেখা যায়। শিক্ষকসকলে নিজৰ সাজ-পোচাকৰ প্ৰতিও সচেতন হোৱা উচিত। শিক্ষকৰ সাজ পোচাক মাৰ্জ্জিত আৰু সুৰুচিপূৰ্ণ হোৱা ভাল।

নৈতিকতাৰ ফালৰ পৰা শিক্ষকৰ চৰিত্ৰ পবিত্ৰ হোৱাটো অতি আৱশ্যকীয়। কিয়নো সমাজৰ মানুহে ব্যক্তি বিশেষে কৰা পৰ্য্যালোচনাত শিক্ষকসকলৰ স্থান সদায়েই উৰ্দ্ধত। ইয়াৰোপৰি শিক্ষকসকলৰ চৰিত্ৰ পবিত্ৰ হ'লেহে ছাত্ৰ-ছাত্ৰীসকলৰ শ্ৰদ্ধা ভক্তি বাঢ়ে আৰু তেওঁলোক শিক্ষকসকলৰ প্ৰতি আস্থাবান হয়। ন্যায় পৰায়ণতাৰ প্ৰতি শিক্ষক সকলে সততে দৃষ্টি ৰাখিব লাগে। ছাত্ৰ-ছাত্ৰীৰ ক্ষেত্ৰতো শিক্ষক সকলে সদায় সমদৰ্শী হোৱা উচিত। তদুপৰি শিক্ষক সকল পৰিশ্ৰমী হোৱা উচিত। পৰিশ্ৰমী শিক্ষকৰ ছাত্ৰ-ছাত্ৰীয়েহে পৰিশ্ৰমী হয়। ধৈৰ্য্য, ক্ষমা, সহিষ্ণুতা, উদাৰতা আদি গুণবোৰ শিক্ষকৰ মাজত থকা নিতান্ত আৱশ্যক।

## শ্ৰীমুহিধৰ সোনোৱাল

ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত

প্ৰধান শিক্ষক



১৯৩১ চনৰ নৱেম্বৰ মাহৰ ১ তাৰিখে লক্ষীমপুৰ জিলাৰ উত্তৰ লক্ষীমপুৰ মহকুমাৰ কদম মৌজাৰ অন্তৰ্গত কদম সোনোৱাল গাঁৱৰ এটি দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰা হয়। পিতৃৰ নাম আছিল ৺গোপীনাথ সোনোৱাল আৰু মাতৃৰ নাম আছিল ৺দোলনা সোনোৱাল।

সৰু অৱস্থাৰ পৰা নানান অভাৱ-অনাটনৰ মাজেদি জীৱন অতিবাহিত হৈছিল। ৺পিতাৰ মৰণে বেছিকৈ অন্তৰাত আৰু শৰীৰত আঘাট দিছিল। নানান কষ্টৰ মাজেদি মডস্তীয়া বিদ্যালয় সমূহৰ শেষান্ত পৰীক্ষাত পাচ কৰা হয়। ঘৰুৱা অভাৱ অনাটনত পৰি উচ্চ শিক্ষা লাভৰ আশা ত্যাগ কৰি শিক্ষক চাকৰিৰ আশাত সেই সময়ৰ ডপুটী ইন্স্পেক্টৰ মহোদয়ৰ ওচৰলৈ ৺পিতাদেৱ যায়।

১৯৫১ চনত চৰকাৰৰ দ্বাৰা সাধাৰণ এটি বৃত্তি লৈ চতিয়া নৰ্মাল

স্কুলৰ তিনিবছৰীয়া পাঠ্যক্ৰমত পঢ়িবলৈ লোৱা হয়। উক্ত পাঠ্যক্ৰম শেষ কৰাত ইং ১২/৮/৫৪ তাৰিখত কদম এম, ভি, স্কুলৰ শিক্ষক পদত নিযুক্তি দিয়ে। প্ৰায় ১০ (দহ) বছৰ চাকৰি কৰাৰ পাছত বিদ্যালয়ৰ সহকাৰী শিক্ষক মহাশয় সকলৰ পৰামৰ্শত ১৯৬৪ চনত হাইস্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষাত পাচ কৰি উত্তৰ লক্ষীমপুৰ কলেজৰ বাতিৰ ভাগত পঢ়িবলৈ লোৱা হয়। নানান অসুবিধাৰ মাজেদি পি-ইউ পাঠ্যক্ৰম শেষ কৰি আৰু আগবাঢ়িবলৈ সাহস কৰিব নোৱাৰিলোঁ।

শিক্ষাদানৰ বাহিৰেও দুই-এটি সমাজ সেৱা কামত যোগ দিয়া হৈছিল।

১৯৮২ চনৰ মাৰ্চ মাহত বেমাৰী হৈ ডিব্ৰুগড় মেডিকেলত থকা অৱস্থাতে ঘৰত এদিনীয়া বেমাৰতে সোঁ-হাত স্বৰূপা পৰিবাৰে নশ্বৰ দেহ ত্যাগ কৰিলে। এতিয়া মই এজন পঙ্গু। দয়া কৰি অসম চৰকাৰে ১৯৮১ চনত আৰু ১৯৮৭ চনত দুটি বাজ্যিক বঁটা কৃপা-দৃষ্টিৰে আগ বঢ়াইছিল।

## শিক্ষা ব্যৱস্থাত মতামত

শিক্ষা ব্যৱস্থাত মতামত দাঙি ধৰিব পৰাটো মোৰ কাৰণে বৰ কঠিন বিষয়। তথাপিতো দুই এটি আগবঢ়ালো। অসম চৰকাৰে শিক্ষা নীতিত এতিয়াও এটা নীতিত উপনীত হব পৰা নাই। আগতে মহাবিদ্যালয়সমূহত ৪ (চাৰি) বছৰীয়া পাঠ্যক্ৰম বৰ্ত্তমান পাঁচ বছৰীয়া পাঠ্যক্ৰমত চলি আছে। জানিব পাৰিছো যে পুনৰ আকৌ ৪ (চাৰি) বছৰীয়া পাঠ্যক্ৰম হব নোক।

প্ৰাথমিক বিদ্যালয়সমূহত অতীতত আছিল পাঁচ বছৰীয়া পাঠ্যক্ৰম বৰ্ত্তমান চাৰি বছৰীয়া পাঠ্যক্ৰম চলি আছে। পাঠ্যপুথিসমূহ সময়ে সময়ে বেলেগ হৈ আছে। বিদ্যালয় ঘৰবোৰত নাই ছাল-বেৰ শিক্ষা-দানৰ সঁজুলি বৰ্ড, মেপ, চকি, টেবুল আদি নাই। কোনো কোনো বিদ্যালয়ত ছাত্ৰ-ছাত্ৰীৰ অনুপাতে শিক্ষক নোহোৱাত প্ৰধান শিক্ষক-সকলে শিক্ষক বিচাৰি হাহাকাৰ।

বৰ্ত্তমান অসম চৰকাৰে যি সৰ্ব ভাৰতীয় শিক্ষা-নীতি প্ৰচলনৰ

চেষ্টা চলাইছে, এই ক্ষেত্ৰত আমি আনন্দ পাইছো। তেতিয়াহে শিক্ষা বিষয়ত কিছু আগবাঢ়িব বুলি আমাৰ বিশ্বাস। চৰকাৰে যিমানেই শিক্ষা-নীতি পৰিবৰ্তন কৰক শিক্ষাদানৰ যাবতীয় সঁজুলি নাপালে আৰু শিক্ষক মহাশয়সকলে নিজ স্বাৰ্থ ত্যাগ কৰি শিক্ষাদানত লিপ্ত নহলে, পৰিদৰ্শক মহাশয়সকলৰ পৰাও সহানুভূতি নাপালে সকলো মিছা।

শিক্ষকে চৰকাৰৰ দোষা-দোষ হিচাব নকৰি একনিষ্ঠ হৈ নিজ বুদ্ধিৰে শিক্ষা দান দিয়াটোৱেই শিক্ষকৰ কৰ্তব্য বুলি ভাবোঁ।

## পৰামৰ্শ

হে শিক্ষা গুৰু সকল, মই এজন অতি সামান্য শিক্ষক। শিক্ষা-দীক্ষা কম, আপোনালোকলৈ শিক্ষামূলক পৰামৰ্শ আগ বঢ়াবলৈ যোৱাটো চন্দ্ৰটো চুব বিচৰা কথা। তথাপিটো দুই এটি আগবঢ়াইছো ক্ষমা কৰিব।

শিক্ষক সদায় সত্যবাদী, সৎ সাহসী, ধাৰ্মিক আৰু অহিংসাসূচক হোৱা উচিত। দ্ৰোণ গুৰুৱে একলব্যক কৰাদৰে কৰ্মৰ পৰা আঁতৰত থকা ভাল।

শিক্ষক পদত নিযুক্তি পোৱাৰে দিন ধৰি ভাবিব লাগিব যে, বিদ্যালয়খনি মোৰ প্ৰথম ঘৰ। ছাত্ৰ-ছাত্ৰীসকল মোৰ নিজা সন্তান, শিক্ষক-শিক্ষয়িত্ৰীসকল মোৰ ভাই-ভনী। শিক্ষা বিষয়তে হওঁক বা আন ক্ষেত্ৰতে হওঁক আপোন-পৰ, দুখীয়া-ধনী, উচ্চ-নীচ আদি ভাবধোৰ পৰিহাৰ কৰি চলিবলৈ যত্নপৰ হোৱা ভাল।

যেতিয়াবা বিদ্যালয়ৰ ক্ষেত্ৰত বা ছাত্ৰ-ছাত্ৰীৰ উন্নতিৰ ক্ষেত্ৰত আগ-বঢ়োৱাতে নিজ-ঘৰখনত অনিষ্ট হলেও তাক অনিষ্ট হোৱা বুলি ভাবিব নালাগিব। তেতিয়াহে বিদ্যালয়ৰ উন্নতি হব।

শিক্ষাদান ক্ষেত্ৰত প্ৰথম মানৰ পৰাই ছাত্ৰ-ছাত্ৰীক সংখ্যা পাতনত অংক বৰ্ণমালা লিখনিত ঠিক কৰি গাঢ়ি আনিবলৈ যত্নবান হব নোৱাৰিলে ভৱিষ্যতে সু-ছাত্ৰ গঠনত কষ্ট হব। নেওতাৰ জ্ঞান নথকা ছাত্ৰ-ছাত্ৰীক অংক জ্ঞান দিয়াত কঠিন হয়। গতিকে নেওতাৰ জ্ঞান শ্ৰেণীৰ

অনুপাতে ঠিক কৰি আনিবলৈ যত্নপৰ হোৱা উচিত। বানানৰ ক্ষেত্ৰত ইংৰাজী হওঁক অসমীয়াই হওঁক লিখাৰ অভ্যাস থাকিব লাগে।

যিকোনো পাঠদানৰ আগতে ছাত্ৰ-ছাত্ৰীক শাসনত ৰাখি প্ৰত্যক্ষ বস্তুৰ জ্ঞান দিবলৈ যত্ন লোৱা উচিত। নেদেখা বা নজনা বিষয় বস্তু হলেও তাক প্ৰত্যক্ষ বস্তুত বা বিষয়ত ৰূপায়ণ কৰিব পাৰিলে ছাত্ৰ-ছাত্ৰীৰ শিক্ষা গ্ৰহণত সহজ হয়।

বুৰঞ্জী, ভূগোল, বিজ্ঞান আদি বিষয়বোৰ পাঠদান দিওঁতে চমু-টোকাবোৰ আলোচনা যোগে ছাত্ৰ-ছাত্ৰী লিখি যাবলৈ দিব লাগে, আৰু পঢ়াৰ সময়ত লগে লগে টোকা লিখি যোৱাৰ অভ্যাস কৰোৱাটো বেছি ভাল।

গণিত বিষয়ৰ পাঠ-দান দিওঁতে দৰকাৰী আৰ্য্যাবোৰ মুখস্থ কৰোৱা ভাল।

নতুন অঙ্ক বা টান অঙ্কবোৰ বৰ্ডত বুজাওঁতে আলোচনা যোগে বুজাবলৈ যত্ন কৰিব লাগে। পিঠাগোৰাচৰ সূত্ৰ মতে অপৈণত ছাত্ৰক কঠোৰ বিষয়ৰ জ্ঞান নিদিয়াটো ভাল আৰু যিকোনো পাঠ দানৰ আগতে মৌখিক আলোচনা যোগেদি পাঠদান দিয়াটো ভাল বুলি মোৰ বিবেচনা হয়। শিক্ষক মিতব্যয়ী, সময় নিষ্ঠ, আৰু অমায়িক হোৱা ভাল। মাদক দ্ৰব্য ব্যৱহাৰৰ পৰা সদায় আঁতৰত থকা উচিত।

## ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত
## শ্ৰীৰজত চন্দ্ৰ গোস্বামী

### প্ৰধান শিক্ষক, ডিফলু প্ৰাথমিক বিদ্যালয়



অবিভক্ত শিৱসাগৰ জিলাৰ, যোৰহাট মহকুমাৰ হাতীগড় মৌজাৰ, আধাৰ সত্ৰত মোৰ জন্ম—১৯৩১ চনৰ ১১ জানুৱাৰীত।

পিতৃ ৺মাণিক চন্দ্ৰ গোস্বামী, মাতৃ ৺নীলকান্তি দেৱী। চাৰি ভাই-ককাই। দুগৰাকী ভনীৰ এগৰাকীহে জীৱিত।

মোৰ প্ৰাথমিক শিক্ষা আৰম্ভ কৰো—(সৌভাগ্যৰ কথা নিজে বৰ্তমান প্ৰধান শিক্ষকৰ দায়িত্বত থকা) ১১২ নং ডিফলু প্ৰাথমিক বিদ্যালয়ত মোৰ ৺পিতৃৰ প্ৰঃ শিক্ষকতাত।

মধ্য উচ্চ বাহনাত লৈ ১৯৫১ চনত প্ৰবেশিকা পৰীক্ষা দি অকৃতকাৰ্য্য হওঁ (বসন্ত ওলোৱা গাবে পেন্সিলেৰে পৰীক্ষা দিছিলো।)

ঘৰুৱা দুৰৱস্থাৰ হেতু উপাৰ্জনৰ সন্ধানত ভুমডুমাৰ বাইদাং বাগিছাত দুবছৰ থাকি ঘূৰি আহি বৰ্তমান বিজ্ঞান কলেজৰ ওচৰৰ গুকতগাওঁ প্ৰাঃ বিদ্যালয়ত শিক্ষকতা আৰম্ভ কৰো যদিও নিচেই

কম দবমহা হোৱাত মিকিৰ পাহাৰৰ ভিকুত কিছুদিন থাকি পুনৰ আহি ১৯৬০ চনত স্কুলত ভৰ্ত্তি হওঁ। এই সময়ত মই সেই সময়ৰ "যোৰহাট ডায়েৰী" গদা ঠাকুৰীয়াৰ চাহ মিঠাইৰ দোকানৰ এক প্ৰকাৰ মালিক হৈ পৰিছিলো।

মোৰ পিতৃ শিক্ষক জ্যেষ্ঠজন শিক্ষক গতিকে মোৰো এয়েহে হ'বৰ আশাৰে মন বান্ধি কামত অগ্ৰসৰ হওঁ।

১৯৬৩ চনত বালিগাঁৱৰ উৰাব সত্ৰৰ শ্ৰীশ্ৰী ৺খেতেকেশ্বৰ গোস্বামী ( জামাই ) গোসাইৰ প্ৰথম জীয়ৰীৰ পাণি গ্ৰহণ কৰো ...।

সেই চনতে বুনিয়াদী প্ৰশিক্ষণ লবলৈ গৈ ১৯৬৬ চনত কৃতি প্ৰশিক্ষাৰ্থী হিচাবে পুৰস্কাৰ পাওঁ। তাৰোপৰি নৱৰূপ প্ৰশিক্ষণ, ৰাজ্যিক শিক্ষা সংস্থাৰ দ্বাৰা আয়োজিত পাঠ্যপুথি প্ৰণয়ন, শিক্ষা আলোচনা চক্ৰাদিত যোগদান কৰাৰ সুবিধা পাইছো।

১৯৮৭ চনৰ ৫ চেপ্তেম্বৰত ৰাজ্যিক চৰকাৰৰ পৰা কৃতি শিক্ষকৰ বঁটা গ্ৰহণ কৰোগৈ।

১৯৭৩ চনত মোক বৰ্ত্তমান থকা বিদ্যালয়লৈ দিয়া মোৰ কামৰ দায়িত্বও বাঢ়িল। নতুন পাঠ্যক্ৰম চাৰিবছৰীয়া আৰম্ভ হ'ল।

মাজে মাজে জ্যোতিষৰ চৰ্চ্চা কৰো। সৃষ্টি, কালপুৰুষত জ্যোতিষৰ দুই এটা প্ৰবন্ধ লিখিছো। তাৰোপৰি সাময়িক আলোচনী অৰুণ-জ্যোতি, শিক্ষাবৰ্ত্তি, জিলা সাহিত্য পৰিষদ, গাওঁৰ বাঃ স্মৃতিগ্ৰন্থ, মঘাই ওজাৰ স্মৃতি দিৱস অসমীয়া সাপ্তাহিক জনমভূমি আৰু বোঃ মঃ প্ৰাঃ শিঃ সঃ মুখপত্ৰ "দীপশিখাত" লিখিছো ......।

মোৰ প্ৰথম প্ৰকাশিত পুথি "কবিতা পুথি" ১৯৮৪। স্মাৰ্ত্ত আগৰ পদ্ম শ্ৰাদ্ধ বিধি সংগ্ৰহ কৰি প্ৰকাশ কৰাও ৺কমল চন্দ্ৰ গোস্বামীৰ দ্বাৰা।

অজামিল উপাখ্যান নাটকৰ পাণ্ডুলিপি "তাস্কৰ থিয়েটাৰৰ মালিক শ্ৰীৰতীন গোস্বামীক দিছো—সুৰ, তাল দি নৃত্য নাটিকা কৰিবলৈ।

অহা শিক্ষক দিৱসত ওলোৱাকৈ "ৱাণী সংগ্ৰহ" নামৰ কণমানি পুথিখন প্ৰেছত দিবলৈ যুৱ সুমাই থাকোতেই আপোনাৰ চিঠিখন পাইছো। মইনা পাৰিজাত, গাওঁৰক্ষী বাহিনী, গাঁৱৰ পুথিভঁৰাল স্থানীয় উচ্চবিদ্যালয় প্ৰতিষ্ঠাত আগভাগ লৈ কাম কৰি বৰ্ত্তমান কেন্দ্ৰৰ সভাপতিৰ বাহিৰে আন দায়িত্ব এৰিছো।

অৱসৰ লৈ মাত্ৰ চাৰিবছৰ পুৱাকৈ নাই। একেটি মাত্ৰ পুত্ৰ, চাৰিটি কন্যা সহ সাতোটি প্ৰাণীৰে ঘৰত খুদ কণ এটি নোহোৱাকৈ তাতে কেউটি অধ্যয়নৰত অৱস্থাত ঘোৰ চিন্তাত ভাৰাক্ৰান্ত হৈ জীৱন সন্ধিয়ালৈ দিনবোৰ পাৰ কৰি গৈ আছো মাত্ৰ…।

এয়ে এতিয়ালৈ মোৰ সংক্ষিপ্ত জীৱন দাপোণ।

শিক্ষা ব্যৱস্থাত মোৰ মতামত এটা অকলে দিয়াৰ অধিকাৰ নাই বুলি ভাবিছো। যি এতিয়ালৈকে দেখিছো—মানুহে ঘৰ-দুৱাৰ এখন কৰি, ধাৰ ঋণ নোহোৱাকৈ খাই লৈ ভৱিষ্যতৰ শুংডাল লগাই থৈ যাব পাৰিলেই নহলে বিশেষ শিক্ষা থক বা নথক। ধনেই ধৰ্ম।

যি শিক্ষাই জীৱনৰ পৰিপূৰ্ণতা, নৈতিক চৰিত্ৰবোধ আৰু জাতীয়তা ভাৱ দিব নোৱাৰে তেনে শিক্ষাৰ মূল্যই বা কি?

মোৰ শিক্ষকতাৰপৰা অৱসৰ হবৰ হ'লহি। মই যি পদ্ধতিত শিক্ষা গ্ৰহণ কৰিছিলো আজি এই মুহূৰ্ত্ততো বিভিন্ন প্ৰশিক্ষণ লৈয়ো সেই একে পদ্ধতিৰেই শিক্ষাদান কৰি আছো।

শিক্ষা ব্যৱস্থা বোলোতে প্ৰাথমিক শিক্ষাই শিক্ষাৰ মূল ভেটী। ইয়াৰ পোছাকি নাম "বুনিয়াদ"। বৰ্ত্তমান শিক্ষাৰ বুনিয়াদ প্ৰাথমিক শিক্ষা ব্যৱস্থাত ভীষণ অস্থিৰ অৱস্থাত দোদুল্যমান।

বৰ্ত্তমান প্ৰচলিত কৰিবলৈ লোৱা ৰাষ্ট্ৰীয় শিক্ষানীতিৰ প্ৰকৃত প্ৰচলন হলেও বা যিকোনো দেশ বা যি শাসক নহওক কিয় প্ৰাথমিক শিক্ষা মুই কৰা টান।

এতিয়ালৈকে প্ৰাথমিক শিক্ষাৰ যি অৱদান তাক ওপৰ, প্ৰমুক

কৰ্তৃৰ্ণশীল মহলে আওকণীয়া ভাবেৰে চোৱাৰ বহুত প্ৰমাণ দিব পাৰি।

অনুমান কৰো কোনোবা দিনত উচ্চ পৰ্যায়ৰ শিক্ষাদান গ্ৰহণ ব্যাহত হবৰ আশংকা আছে। কিন্তু প্ৰাথমিকৰ গুৰুত্ব সদায়েই বাঢ়ি থাকিব।

শিক্ষা ব্যৱস্থা কাৰ্য্যকৰী হবলৈ—শিক্ষা পৰিকল্পনা, পাঠ্যপুথি প্ৰণয়ন, শিক্ষা বিভাগ পৰিচালনা, নিয়োগ ব্যৱস্থা, আদি বিষয়-সমূহ সম্পূৰ্ণ ৰাজনীতিৰ গোন্ধৰপৰা আঁতৰ কৰি ললেহে সুফল পোৱা যাব।

যেনেকৈ বিহাৰৰ হাৱা পানীৰ লগত অসমৰ হাৱা পানীৰ পাৰ্থক্য আছে—ঠিক তেনেকৈ শিক্ষা পৰিকল্পনাৰো সালসলনিৰ প্ৰয়োজন আছে। যুগৰ পৰিবৰ্তনৰ লগত শিক্ষা ব্যৱস্থাৰ পৰিবৰ্তনো সাধিত হব নিশ্চয়।

সেয়ে খপহকৈ থাওকতে এতিয়াই ইযাৰ প্ৰকৃত তথ্য দিয়াটোও সম্ভৱ নহব। "যি নামৰ যি চাপৰি" বোলাৰ দৰে সময়ৰ সোঁতত মিলি শিক্ষা ব্যৱস্থাই ৰূপ সলনি কৰি গৈ থাকিব এয়ে মতামত।

ভৱিষ্যৎ শিক্ষক শিক্ষয়িত্ৰীলৈ পৰামৰ্শ দিয়াটোও মোৰ ধৃষ্টতাহে হব যেন পাইছো।

মাৰ মনেৰে "শিক্ষক-শিক্ষযিত্ৰী" বোলা বস্তুটো এক ঐশ্বৰিক প্ৰদত্ত গুণ হ'ব লাগিব। শিক্ষক হবলৈ মনৰ পবিত্ৰতা, নৈতিকতা, আত্ম বিশ্বাসী, কামে কথাই একে নীচা যুক্ত ব্যৱহাৰৰপৰা বিৰত থকা, গম্ভীৰ প্ৰকৃতি গুণ যুক্ত আদি গুণবোৰৰ অতি প্ৰয়োজন।

শিক্ষক দেখনীয়াৰ হোৱাটোও প্ৰয়োজন। সেই বুলি প্ৰসাধন-প্ৰেমী হ'লে নিন্দনীয়। শুভ্ৰ পোছাক সদায় অধ্যয়নশীল। নিত্য নতুন জ্ঞান বঢ়াবা জনা দৰকাৰ।

দেশৰ চাহিদাৰ লগত সঙ্গতি ৰাখি যি শিক্ষা ব্যৱস্থা কৰা হয়

তাকে যি সময়ৰ যি সকল শিক্ষক-শিক্ষয়িত্ৰীয়ে আন্তৰিকতাৰে সেৱা আগবঢ়াবলৈ সক্ষম হলেই প্ৰকৃত দায়িত্ব পালন কৰা হ'ব বুলি ভাবিছো। "সুখৰ বাটত দুখৰ কাঁইট থাকিবই"—তাক কিছু পৰিমাণে হলেও নিৰাময় কৰাৰ প্ৰয়োজন হব। শিক্ষকৰ দৃঢ়তা আত্মবিশ্বাসৰ অতি প্ৰয়োজন।

মূলতঃ সদ্ইচ্ছাৰে কাম কৰি গ'লে তাৰ সুফল পোৱাটো নিশ্চিত। এয়া নিজৰ অভিজ্ঞতাৰ কথা। *

---

* ১৯৮৮ চনত এই কৃতি শিক্ষক গৰাকীয়ে ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰিছে। তেখেতলৈ আমাৰ অভিনন্দন থাকিল। —সম্পাদক।

## শ্ৰীধৰ্মনাথ বৈশ্য ঃ প্ৰধান শিক্ষক

ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত

মহিনা ঃ নলবাৰী



১৯৩৩ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখে অবিভক্ত কামৰূপ জিলাৰ অন্তৰ্গত মহিনা গাঁও নিবাসী স্বৰ্গীয় খাহিয়া ৰাম বৈশ্যৰ ঔৰষত শ্ৰীযুতা বসন্তী বালা বৈশ্যৰ গৰ্ভত মোৰ জন্ম হয়।

প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ কৰাৰ পিছৰে পৰা শিক্ষক হ'বলৈ মোৰ বৰ ইচ্ছা জন্মে। ক্ৰমে এই ইচ্ছা প্ৰবল হৈ উঠে। সেয়েহে ১৯৫১ চনৰ ১ অক্টোবৰ তাৰিখে প্ৰথম শিক্ষক হিচাবে চাকৰি পাওঁ কামৰূপ জিলাৰ পাখামাৰা প্ৰাথমিক বিদ্যালয়ত। ১৯৫২ চনত শিক্ষক বাছনি পৰীক্ষাত পাছ কৰো। ১৯৫৬ চনত প্ৰধান শিক্ষক হিচাবে উজিৰখাট প্ৰাথমিক বিদ্যালয়লৈ বদলি কৰে। তাত দুছ বছৰ কাম কৰাৰ পিছত ১৯৬? চনত ৪২৪ নং মহিনা প্ৰাথমিক বিদ্যা-লয়লৈ প্ৰধান শিক্ষক হিচাবে বদলি কৰে। মোৰ সহধৰ্মীনি শ্ৰীফুল কুঁৱৰী বৈশ্যও একে বিদ্যালয়ৰে ষ্কুল মাষ্ট্ৰ। তেওঁ সেই স্কুলৰে মাষ্ট্ৰ

পদতে উজিৰখাট প্ৰাথমিক বিদ্যালয়ত কাম কৰি মোৰ লগতে মহিনা প্ৰাথমিক বিদ্যালয়লৈ বদলি হৈ আহে। বৰ্তমান এই বিদ্যালয়ত অন্য শিক্ষকৰ লগতে আমি দুয়ো জনেও কাম কৰি আছো। মোৰ চাকৰি কালত কেবাজনো ল'ৰাই বৃত্তি পাই বিদ্যালয়ৰ সুনাম অৰ্জন কৰে। ১৯৬৩ চনত বৰমাত নৱৰূপ আঁচনিৰ প্ৰশিক্ষণ লৈ সুখ্যাতি অৰ্জন কৰো।

মৌ-পালন মোৰ এটা ডাঙৰ নিচা আছিল। সেয়েহে ১৯৬৬ চনত গুৱাহাটীত মৌ-পালন প্ৰশিক্ষণ লওঁ। ১৯৬৭ চনত ধমধমা হাইস্কুলৰ পৰিচালনা সমিতিৰ সদস্য হিচাবে নিৰ্বাচিত হওঁ। ১৯৭৫ চনত কামৰূপ জিলাৰ মিৰ্জাত বিজ্ঞান শিক্ষাৰ প্ৰশিক্ষণ লওঁ। ১৯৭৮ চনত কামৰূপ জিলাৰ নলবাৰীত ভাষা শিক্ষাৰ প্ৰশিক্ষণ লওঁ। ১৯৮৭ চনৰ ৫ চেপ্তেম্বৰ তাৰিখে অসমৰ কৃতি শিক্ষক হিচাবে অসম চৰকাৰৰ বঁটা গ্ৰহণ কৰো। যোৱা ১৯৮৮ চনৰ ৪ জুলাই তাৰিখে উত্তৰ গুৱাহাটীত পৰিবেশ শিক্ষাৰ প্ৰশিক্ষণ লওঁ। বৰ্তমান মই মহিনা প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষক হিচাবে কাম কৰি আছো।

শিক্ষা ব্যৱস্থাৰ মতামত: শিক্ষা জগতত আজি দুটা প্ৰশ্নই আলোড়নৰ সৃষ্টি কৰিছে। এটা হ'ল শিক্ষা ব্যৱস্থা কেনে ধৰণৰ হোৱা উচিত, আৰু আনটো হ'ল পৰীক্ষাত উত্তীৰ্ণৰ হাৰ ইমান নিম্নগামী হ'ল কিয়? স্বাধীনোত্তৰ প্ৰাক্কাল আৰু স্বাধীনোত্তৰ কালৰ পৰা আজি পৰ্য্যন্ত শিক্ষানীতিৰ বিষয়ে নানা চিন্তা চৰ্চা চলিয়ে আছে।

প্ৰাথমিক স্তৰৰ পৰা বিশ্ববিদ্যালয়লৈকে গোটেই শিক্ষা ব্যৱস্থাটোৱেই এটা আৱৰ্তনিক প্ৰক্ৰিয়া। পৰস্পৰৰ মাজত যদি সমন্বয় নাথাকে তেনেহলে শিক্ষাৰ সুফল লাভ কৰাটো আকাশ কুসুম হৈয়ে থাকিব। গগণচুম্বী অট্টালিকা তৈয়াৰ কৰিবলৈ যোৱাৰ আগেয়ে তাৰ ভেটিটো সুদৃঢ় কৰা যেনে প্ৰয়োজন শিক্ষাৰ অমৃতময় ফল পাবলৈ হলেও প্ৰাথমিক স্তৰত শিক্ষাৰ ভেটি সৰ্বাঙ্গ সুন্দৰ কৰাটো নিতান্ত আৱশ্যক। জীৱনৰ বুনিয়াদ এই স্তৰতে ৰচিত হয়। পূৰ্ণতা লাভ

নকৰাকৈ মধে মধে ওলাই যোৱা ছাত্ৰ-ছাত্ৰীয়ে ভবিষ্যত জীৱনত পদে পদে উজুটি খো'ৱাৰ সম্ভৱনাই বেছি।

স্বাধীনতা লাভৰ সুদীৰ্ঘ চল্লিচ বছৰৰ পিছতো ভাৰতৰ কেইখনমান ৰাজ্যতে শিক্ষা বিষয়ত পিছ পৰিয়েই থাকিল। আজিও অধিকাংশ প্ৰাথমিক বিদ্যালয়ৰ পৰিবেশ হতাশজনক। কিছুমান স্কুলত হয়তো এজন শিক্ষকে চাৰিওটা শ্ৰেণী কোনোমতে চম্ভালি আছে।

আনহাতে মন্ত্ৰী, বিধায়ক, ডাঙৰ ডাঙৰ গণ্য-মান্য ব্যক্তিসকলৰ ছাত্ৰ-ছাত্ৰীসকলে শিক্ষা গ্ৰহণ কৰিছে ইংৰাজী মাধ্যমৰ স্কুলত, সৈনিক স্কুলত, পাব্লিক স্কুলত নতুবা চেণ্ট্ৰেল স্কুলত। আৰু দেশৰ গুৰুত্ব-পূৰ্ণ পদবোৰ অধিকাৰ কৰি বংশানুক্ৰমে ভোগ দখল কৰি আছে। হাজাৰ হাজাৰ গাঁওলীয়া ছাত্ৰই স্কুল নামৰ সেই জৰাজীৰ্ণ ঘৰটোতে পাচ থাকিব লগা হৈছে। সৰ্ব প্ৰথমে প্ৰাথমিক বিদ্যালয়বোৰ সৰ্বাঙ্গ সুন্দৰ কৰি তোলক।

আনহাতে শিক্ষাৰ উল্লেখনীয় দিশ হৈছে প্ৰচলিত পৰীক্ষা ব্যৱস্থাই নিৰ্দিষ্ট শ্ৰেণীৰ জ্ঞান আহৰণ নকৰাকৈয়ে পিছৰ শ্ৰেণীৰ পাঠ পঢ়িব লগা হয়। বছৰৰ পাছত বছৰ ছাত্ৰ-ছাত্ৰীক 'গ্ৰেছমাৰ্ক' দি প্ৰমোচন দি থকা হৈছে। অৱশেষত মাধ্যমিক শিক্ষান্ত পৰীক্ষাত ইয়াৰ পৰিণতি ধৰা পৰে। উত্তীৰ্ণৰ হাৰ শতকৰা ২৩।

আমাৰ বোধেৰে ৰাজ্যিক ভিত্তিত নহলেও জিলা বা মহকুমা ভিত্তিত চতুৰ্থ মান শ্ৰেণীত প্ৰাথমিক চূড়ান্ত পৰীক্ষা এটাৰ ব্যৱস্থা কৰিব লাগে। লগতে পৰীক্ষা পৰিচালনা, শিক্ষাৰ নিৰীক্ষণ কাৰ্য্য আৰু উত্তৰ বহীবোৰ পৰীক্ষা কৰোতে যেন কোনো দুৰ্নীতিয়ে প্ৰবেশ কৰিব নোৱাৰে, তাৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিব লাগিব। এই চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰ-ছাত্ৰীক মাধ্যামক বিদ্যালয়লৈ পঠিয়ালে পৰৱৰ্তী পৰীক্ষাবোৰটো অনুৰূপ সুফল পো৷ৱাৰ আশা কৰিব পাৰিব।

শিকোৱা আৰু শিকা দুটা সম্পূৰ্ণ বেলেগ কথা। শিক্ষক কেন্দ্ৰীক

শিক্ষাৰ পৰিবৰ্তে শিক্ষাৰ্থী কেন্দ্ৰীক শিক্ষাতহে গুৰুত্ব আৰোপ কৰাৰ প্ৰয়োজন।

প্ৰত্যেক ছাত্ৰক বিভিন্ন বিষয়ত তেওঁলোকৰ আপেক্ষিক যোগ্যতা আৰু আগ্ৰহলৈ লক্ষ্য ৰাখি অভিৰুচিসম্পন্ন বিষয়সমূহত সৰ্বোত্তম ভাবে যোগ্যতা অৰ্জন কৰাৰ শিক্ষা ব্যৱস্থা থাকিব লাগিব। নহলে শিক্ষাৰ অপচয় কেতিয়াও ৰোধ কৰিব পৰা নাযাব।

আজিৰ ছাত্ৰ-ছাত্ৰীসকলে সমাজখনত কি দেখিছে? তেওঁলোকে দেখিছে অসৎ উপায়েৰে ঐশ্চৰ্য্যশালী হোৱা সমাজৰ ভাগ্য নিয়ন্তাসকলৰ অতুল প্ৰভাৱ দেখি ছাত্ৰ-ছাত্ৰীসকলৰ দৃঢ় বিশ্বাস জন্মিছে যে সমাজত প্ৰতিপত্তি লাভ কৰিবলৈ হলে আজিৰ তথাকথিত শিক্ষাৰ কোনো প্ৰযোজন নাই। প্ৰয়োজন কেৱল টকা-পইচাৰ। তেওঁলোকৰ আজি এইটো অজ্ঞাত নহয় যে শিক্ষা লাভৰ কোনো আৱশ্যক, নাই আৱশ্যক এখন প্ৰমাণ পত্ৰৰ। সেই বাবে পৰীক্ষাত নকলটোকে মুক্তিৰ পথ বুলি ধৰি লয়। এইটো আজি শিক্ষাজগতত এটা গুৰুত্বপূৰ্ণ সমস্যা হিচাবে মূৰ দাঙি উঠিছে। সেয়েহে আজি চলিত শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্তন ঘটাই অভিৰুচি অনুসৰি বৃত্তিমুখী শিক্ষাৰ ব্যৱস্থা গ্ৰহণ কৰিব লাগে। তেতিয়া এটা ডিগ্ৰী নহলেও যিকোনো এটা বৃত্তিৰে সমাজত অন্ততঃ জীৱন নিৰ্বাহ কৰিব পাৰিব।

এখন চাৰি চকীয়া ৰথৰ গতি অব্যাহত ৰাখিবলৈ হলে যেনেকৈ চাৰিওটা চকা নিখুত হব লাগে ঠিক তেনেদৰে শিক্ষাৰ কৃতকাৰ্য্যত নিৰ্ভৰ কৰে শিক্ষক, ছাত্ৰ-ছাত্ৰী, অভিভাৱক আৰু চৰকাৰৰ ওপৰত। চৰকাৰে ঘৰ-দুৱাৰ নিৰ্মাণ, শিক্ষাদানৰ সকলো আচবাবৰ যোগান আৰু ৰাজনীতিৰ উৰ্দ্ধত থাকি আৱশ্যক মতে অৰ্হতা সম্পন্ন শিক্ষক নিযুক্তি দিব লাগিব। ছাত্ৰ ছাত্ৰীসকলে আন্তৰিকভাবে শিক্ষা গ্ৰহণ কৰিবলৈ ওলাই আহিব লাগিব। আৰু অভিভাবকসকল নিজৰ ছাত্ৰ ছাত্ৰীৰ ওপৰত থকা নিজৰ দায়িত্বৰ প্ৰতি সজাগ হব লাগিব। তেতিয়াহে শিক্ষাৰ মানদণ্ড ৰক্ষা হব।

ভৱিষ্যত শিক্ষক-শিক্ষয়িত্ৰীলৈ পৰামৰ্শ :—চৰকাৰ, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ উপৰিও শিক্ষাৰ উদ্দেশ্য বাস্তৱত ৰূপায়িত কৰাত শিক্ষকৰ অৱদানেই আটাইতকৈ বেছি। বিশেষকৈ প্ৰাথমিক স্কুলত শিক্ষাৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ। এচপৰা মাটিৰ পৰা যেনেকৈ বিভিন্ন দেৱমূৰ্তি তৈয়াৰ কৰিব পাৰি সেইদৰে বিশেষকৈ প্ৰাথমিক স্তৰত কোমল মতীয়া, আলসুৱা ছাত্ৰ-ছাত্ৰী সকলক তেওঁলোকৰ অন্তৰত নিহিত হৈ থকা মানসিক প্ৰক্ৰিয়াবোৰৰ বিকাশ ঘটাই এজন পূৰ্ণ মানৱৰ সৃষ্টি কৰিব পাৰি। মই আমাৰ শ্ৰদ্ধাৰ শিক্ষক বন্ধুসকলক কোনো উপদেশ দিব বিচৰা নাই। আৰু সেই ধৃষ্টতাও মোৰ নাই। আজি সুদীৰ্ঘ দিন শিক্ষাদানত ব্ৰতী হৈ থকা এজন নিঃকিন শিক্ষক হিচাবে মাত্ৰ এটি বিনম্ৰ অনুৰোধ কৰিবলৈহে বিচাৰিছো যে এজন শিক্ষক এলা পেচা বিধৰ মানুহ নহয়। তেওঁ এজন মানুহ গঢ়া কাৰিকৰ। সেই বাবেই শিক্ষকৰ দায়িত্ব আৰু কৰ্তব্য অতি মহান। আজিৰ শিক্ষকসকল তাহানিৰ কুলপতি গুৰুসকলৰ দৰে নহয়। তেওঁলোককো সংসাৰত জীয়াই থাকিবলৈ ল'ৰা-ছোৱালীক শিক্ষা-দীক্ষা দিবলৈ টকা-পইচাৰ আৱশ্যক। তথাপি শিক্ষকসকলে যিহেতু মানুহ গঢ়া নাইবা চৰিত্ৰবান আদৰ্শ নাগৰিক গঢ়া দায়িত্ব লৈ শিক্ষা জগতত প্ৰৱেশ কৰিছে গতিকে তেওঁলোকৰ গধুৰ দায়িত্বৰ প্ৰতি সজাগ হবই লাগিব। অভিভাৱক, প্ৰশাসক, ৰাজনৈতিক নেতাসকলে এই দায়িত্ব এৰাই চলিব পাৰিলেও শিক্ষক সকলে নোৱাৰে। কাৰণ ছাত্ৰ ছাত্ৰী আৰু শিক্ষকৰ সম্বন্ধ সুকীয়া। ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিত্বৰ পূৰ্ণ বিকাশত শিক্ষকৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী।

অপ্ৰিয় হলেও এই সত্য কথাটো স্বীকাৰ কৰিব লাগিব যে আজি এচাম শিক্ষকে নিজৰ দায়িত্বৰ প্ৰতি উদাসীন হৈ পৰিছে। নিয়মিত ভাবে স্কুলত উপস্থিত নোহোৱা, পালপাতি স্কুললৈ অহা, শ্ৰেণীত পলমকৈ যোৱা, পাঠদানত অৱহেলা কৰা ছাত্ৰ-ছাত্ৰীসকলৰ ওপৰত চকু, কাণ নোহোৱা আদি চিৰা চৰিত নীতিত পৰিণত হৈছে। যি

স্কুলত নিয়মানুবর্তিতা নাই, সময়ানুবর্তিতা নাই শৃংখলা নাই, সেই স্কুলৰ ছাত্র-ছাত্রীয়ে সুশিক্ষা লাভ কৰিব কেনেকৈ ? আনহাতে উচ্চ মানৰ শিক্ষাদান, নিজৰ কৰ্তব্যবোধ আৰু নৈতিক আদৰ্শৰ জৰিয়তে শিক্ষকে সকলোৰে শ্রদ্ধা আৰু ভক্তি অৰ্জন কৰিব পাৰিব।

বৰ্তমান এই সঙ্কটময় দিনত শিক্ষাৰ প্রত্যাহ্বানৰ সম্মুখীন হবলৈ শিক্ষকে নিজকেই প্রথমে এজন নিপুণ কাৰিকৰ হিচাপে গঢ় দিব লাগিব। নিযুক্তি কালীন প্রশিক্ষণ চেমিনাৰ, আলোচনা চক্র, কৰ্মশালা আদিত যোগদান কৰি নিজৰ বৃত্তিগত যোগ্যতা বিকাশ কৰিব লাগিব। যি চাকিৰ শলিতা জ্বলি থকা নাই সেই চাকিয়ে আন চাকি জ্বলাব নোৱাৰে।

# ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত
## শ্ৰীচেনাৰাম নাথ
### চৰাইবাহী



ইংৰাজী ১৯৩৩ চন ১ মে বাংলা ১৩৪০ চনৰ ১৮ বহাগ মঙ্গলবাৰে মধ্যাহ্ন ৰাতি ১২-২৫ ঘন্টাত নগাওঁ জিলাৰ চৰাইবাহী মৌজাৰ পূব বংভগীয়া গাঁৱত ৺মুগাৰাম নাথৰ ঔৰষত ৺পদেশ্বৰী দেৱীৰ গৰ্ভত এটি অতি দুখীয়া পৰিয়ালত মোৰ জন্ম হয়।

ছয় বছৰ বয়সৰ পাছত স্থানীয় চৰাইবাহী মজলীয়া বিদ্যালয়ত পিতৃদেৱে গৈ নাম ভৰ্তি কৰি দিয়ে। নাম ভৰ্তি কৰি দিয়াৰ ৫ বছৰৰ পাছত প্ৰাথমিক বিদ্যালয়ৰ শেষান্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হওঁ। এই পৰীক্ষাৰ পাছত মোৰ গাঁৱৰ সহপাঠী লগৰীয়াবোৰক অভিভাৱকবোৰে বহা উচ্চ ইংৰাজী বিদ্যালয়ত পঢ়াবলৈ লৈ যায়। তেওঁলোকৰ নাম ভৰ্তি কৰা দেখি পিতৃদেৱক কান্দি কান্দি আপত্তি কৰিবলৈ ধৰিলো। তথাপিও আৰ্থিক দুৰৱস্থাৰ হেতু পিতৃদেৱে সন্মতি নিদি সেই বিদ্যালয়তে পুনঃ ৪র্থ মান শ্ৰেণীত নাম ভৰ্তি কৰি দিলে। অকলশৰীয়া হৈ ৰাহৰাৰী আৰু জংঘলৰ

মাজে মাজে স্কুললৈ যাওঁ। তাৰ পিছৰ বছৰত ৫ মান শ্ৰেণীলৈ যোগ্যতাৰে উত্তীৰ্ণ হওঁ। আকৌ পিতৃদেৱে পুনৰ এই স্কুলতে পঢ়াবলৈ মন মেলিছিল। মই বৰ আকোৰ গোজ মনোভাৱেৰে ইংৰাজী বিদ্যালয়ত পঢ়িম বুলি জোৰ দিয়াত বহাত নপঢ়াই ঘৰৰ পৰা অহা-যোৱাৰ সুবিধাৰ কাৰণে ঘৰ পৰা ৩ মাইল দূৰৰ জালুগুটিৰ নতু-কৈ স্থাপিত হোৱা মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰি দিয়ে। এই স্কুলত ৪ বছৰ পঢ়াৰ পাছত ২য় বিভাগত (M.E.) মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হওঁ। ইয়াৰ পাছত বহা ইংৰাজী উচ্চতৰ বিদ্যালয়ত নাম ভৰ্তি কৰো। ১৯৫৪ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হওঁ। আৰ্থিক দুৰৱস্থাৰ হেতু কলেজত নাম ভৰ্তি কৰি উচ্চ শিক্ষা লব নোৱাৰিলো।

১৯৫৪-৫৫ চনত গুৱাহাটী, খানাপাৰা কৃষি প্ৰশিক্ষণ কেন্দ্ৰত চৰকাৰৰ বৃত্তি লৈ উন্নয়ন খণ্ডত প্ৰথম বিভাগত উত্তীৰ্ণ হওঁ। এই বৃত্তি লোৱাৰ পৰিপ্ৰেক্ষিতত কৃষি বিভাগ বা চৰকাৰৰ ৫ বছৰীয়া পৰিকল্পনাৰ মত মতে ৫ বছৰৰ চাকৰি কৰি দিয়াৰ চুক্তিত চহী কৰিছিলো।

১৯৫৫ চনৰ ৭ জুন তাৰিখে ভুৰবন্ধা উন্নয়ন খণ্ডত গ্ৰাম সেৱক পদত মকৰল হওঁ। ১৯৫৭ চনত নতুনকৈ স্থাপিত হোৱা কপিলী উন্নয়ন খণ্ডলৈ বদলি হৈ আহো।

১৯৫৮ চনত মোৰ বিবাহ হয়। বিয়া হয় ফাগুন মাহৰ ১১ তাৰিখে। বিয়া কৰাওঁ শ্ৰীপূৰ্ণকান্ত নাথদেৱৰ তৃতীয়া কন্যা শ্ৰীমতী সুভদ্ৰা দেৱীক শ্ৰীমতীৰ ঘৰ আছিল হাবি বৰঙাবাৰীৰ বড়িগাঁৱ। বিবাহৰ ১ মাহৰ পাছত যোৰহাটৰ বৰবৈয়াত এক্সটেনচন (সম্প্ৰসাৰণ) প্ৰশিক্ষণ ৬ মাহ লোৱা হয়। ১৯৬২ চনত যোৰহাট লেচুবাৰীত আকৌ ৩ মাহ কৃষি সম্প্ৰসাৰণ প্ৰশিক্ষণ লওঁ। দুয়ো প্ৰশিক্ষণত কৃতকাৰ্য্যতা লাভ কৰো। ১৯৬২ চনত জিলাভিত্তিক

গ্ৰাম সেৱকৰ কৰ্ম প্ৰতিযোগিতাত প্ৰথম হৈ এখন বাইচাইকেল পুৰস্কাৰ হিচাবে লাভ কৰো।

যদিও গ্ৰামসেৱক চাকৰিত কোনো দুখ বা অপবাদ পোৱা নাছিলো তথাপিও মোৰ সাধাৰণ বিস্তাৰে শিক্ষা বিভাগত মনটো ধাবিত হৈছিল। সদায় মই ল'ৰা ছোৱালীক পঢ়োৱা সপোনত দেখো। কলেজীয়া শিক্ষা জীৱন নোপোৱাৰ বাবে জীৱন ধৰাৰ সাৰ্থকতা নোহোৱা যেন লাগে।

১৯৬৩ চনৰ ১ মেৰ দিনা প্ৰাশিংক কৃষি শিক্ষক হিচাবে নগাওঁ শিক্ষা মহকুমাৰ সোনাকগুৰি বিদ্যালয়ত শিক্ষক পদত নিযুক্তি হওঁ। উক্ত বিদ্যালয়ত ছাত্ৰ-ছাত্ৰীক কৃষি কাৰ্য্যৰ আংশিক পাঠদান আৰু প্ৰত্যক্ষ ৰূপে গছ পুলি ৰোপণ, শাৰী, শাৰীকৈ ধান ৰোপণৰ প্ৰণালী, পচন সাৰ তৈয়াৰ কৰা, ৰাসায়নিক সাৰৰ ব্যৱহাৰৰ নিয়ম, পোক পকৱাৰ নিয়ন্ত্ৰণৰ ব্যৱস্থা আৰু ঔষধ স্পেয়াৰ, ডাষ্টাৰ মেচিনৰ ব্যৱহাৰ, মাহ আৰু কুঁহিয়াৰ খেতিৰ জ্ঞান দিয়া হয়। এই ক্ষেত্ৰত একন কৃষি চকিদাৰ আৰু বিদ্যালয়ৰ কাৰ্যকৰী কমিটিয়ে যথেষ্ট সহায় কৰিছিল। ইয়াৰ উপৰিও মই ৫ম মান শ্ৰেণীৰ ইংৰাজী, ৬ষ্ঠ-৭ম মান শ্ৰেণীৰ ভূগোল, বুৰঞ্জী, অসমীয়া আদি বিষয়ত পাঠদান কৰিছিলো। তাৰ পাছত কৃষিৰ শিক্ষকৰপৰা সাধাৰণ শিক্ষকলৈ পৰিবৰ্তন হৈ ১৯৮৩ চনৰ মাৰ্চ মাহত চৰাইবাহী মজলীয়া বিদ্যালয়লৈ বদলি হৈ আহোঁ। একেধাৰে ১৯৬৩ ৰ পৰা ১৯৮৩ চনলৈ সোণাকগুৰিত মই কুৰি বছৰে কোনো ছাত্ৰ ছাত্ৰী বা বাইজৰপৰা অপ্ৰীতিকৰ ব্যৱহাৰ পোৱা নাছিলো।

চৰাইবাহীতে মোৰ শিক্ষাৰ ভেটি জন্ম আৰু বোধহয় ভগৱানৰ কৃপাত এই পবিত্ৰ অনুষ্ঠানতে মোৰ শিক্ষকতাৰ জীৱনৰ অৱসান ঘটিব। ১৯৮৩ চনৰ পৰা ১৯৮৮ চনৰ আজিলৈকে প্ৰায় ৫ম মান শ্ৰেণীৰপৰা ৭ম মান শ্ৰেণীলৈ গুৰুত্বপূৰ্ণ বিষয় কেইটাকে পাঠদানৰ বিষয় হিচাবে লৈ কাৰ্য্যক্ষ ব্ৰতি হৈ আছো। শিল্পনীয় বিষয়ত

পৰমেশ্বৰে সংমতিৰে সৰ্বদায় সৎ পথেদি চলাই নিবৰ কাৰণে তেওঁৰ ওচৰত সদায় মোৰ প্ৰাৰ্থনা।

মই লগৰ সকলোবোৰ শিক্ষকৰ লগত মিলি থাকিবলৈ যত্ন কৰো। লগৰ শিক্ষক নাইবা ওচৰ সম্বন্ধীয় বন্ধু বান্ধৱক সহায় সাৰথি কৰো। সকলোৰে লগত সমানে মিলি থাকিবলৈ যত্ন কৰো। বৰ্তমানে মই স্কুলৰপৰা আহি আহৰি সময়ত গীতা ভাগৱত চাই ঈশ্বৰৰ চিন্তাত ৰত থাকো। যাতে মোৰ ল'ৰা-ছোৱালীয়ে মোৰ আদৰ্শ সাৰোগত কৰি ভৱিষ্যতে দেশৰ এজন সু-নাগৰিক ৰূপে দেশৰ কিবা অলপ কৰি যাব পাৰে।

১৯৮৮ চনৰ শিক্ষা বৰ্ষৰপৰা প্ৰৱৰ্তন কৰিব পৰাকৈ ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ আধাৰত পাঠ্যক্ৰম পাঠ্যপুথি প্ৰস্তুতকৰণ ও অন্যান্য আৱশ্যকীয় বিষয় গ্ৰহণ কৰিছে।

শিক্ষাৰ ভেটি : শিক্ষাৰ প্ৰথম গঠনৰ ভেটিটো প্ৰাথমিক পৰ্য্যায়ৰ পৰাই আৰম্ভ হোৱা উচিত। এই প্ৰসঙ্গত ২টা দিশত বিশেষ দায়িত্ব লোৱা উচিত হব। (১) সা-সুবিধাৰ প্ৰসাৰ আৰু (২) বৰ্ত্তমান সুবিধাখিনি ৰক্ষণাবেক্ষণ। আমাৰ শিক্ষা বৃদ্ধিৰ লক্ষ্য হব লাগিব যে, প্ৰতিখন গাঁৱত একোখনকৈ বিদ্যালয় স্থাপন। বিদ্যালয় স্থাপনৰ ক্ষেত্ৰত এই গাঁৱৰ স্থানীয় লোকৰ একান্ত আস্থা আগ্ৰহ থাকিব লাগিব। আস্থা আৰু আগ্ৰহ থাকিলেই নহয়। বিদ্যালয়খনৰ প্ৰতি একান্ত প্ৰাণাধিক কায়িক শ্ৰম আৰু পৰিচালনাৰ নজৰ সততে থকা হব লাগিব। অনুষ্ঠানটি বিভাগীয় চৰকাৰৰ সাহাৰ্য্যদান আৰু ৰাইজৰ সজ সহযোগিতাৰ আৱশ্যক। মুঠতে কবলৈ হ'লে বিদ্যালয়খনৰ নিকটবৰ্ত্তী সমাজখনৰ অকৃত্ৰিম শ্ৰদ্ধা ভক্তি থাকিব লাগিব।

শিক্ষয়িত্ৰী ও শিক্ষক : শিক্ষকজন আদৰ্শবান পুৰুষ হব লাগে। শিক্ষয়িত্ৰী গৰাকীও আদৰ্শবতী হব লাগে। শিক্ষক-শিক্ষয়িত্ৰীসকলে সৰ্বদায় নিজা উৰণ পিন্ধন আৰু চাফ-চিকুণত থাকিব লাগে। ঘণ্টা

পৰাৰ লগে লগে আৱশ্যকীয় সা-সঁজুলি লৈ সাম্য আৰু আনন্দৰে শ্ৰেণীত প্ৰৱেশ কৰিব লাগে। শিক্ষণীয় বিষয়টো সৰল সহজ ভাষাত পাঠদান দিব লাগে। আৱশ্যক মতে হাতত নিয়া সঁজুলি ব্যৱহাৰ কৰি দেখুৱাব লাগে। পাঠদানৰ সময়ত ছাত্ৰ-ছাত্ৰীৰ মন আকৰ্ষণ ও হৃদয়ঙ্গম কৰিব পৰা হৈছে নে নাই তাৰ প্ৰতিও নিজৰ আত্মচেতন ৰখা উচিত। সিহঁতকো কৰ্মঠ কৰা উচিত। পাঠদানত সুবুজিলে টোকা চাই শুধৰণী কৰা উচিত। আদৰ্শৰ চমুটোকা দি সময়ৰ মাধ্যমেৰে টোকা চাই শুধৰণী কৰি দিব লাগে। সুবুজিলে পুনঃ পুনঃ বুজোৱা উচিত। প্ৰত্যেক ঘণ্টাৰ শিক্ষকে ওলট পালটকৈ পিৰিয়ডৰ কাম কৰি অন্য শিক্ষকৰ শিক্ষণীয় সময় নষ্ট কৰিব নালাগে।

## ভৱিষ্যত শিক্ষক শিক্ষয়িত্ৰীলৈ পৰামৰ্শ।

শিকক্ষৰ প্ৰতি প্ৰবোধ: শিক্ষাদান কৰা ব্যক্তিজনেই শিক্ষক। লিখাই পঢ়াই নাইবা হাতে কামে কৰি দেখুৱাই নজনা সুবুজা বিষয়বস্তুটোৰ জ্ঞান দি সচেতন কৰা ব্যক্তিজনেই শিক্ষক। অৰ্থাৎ শিক্ষণীয় বিষয়টো শিকোৱাজনেই শিক্ষক। শিক্ষকক "গুৰু" বোলে। কিয়নো "গু" শব্দে অন্ধকাৰ "ৰু" শব্দে পোহৰ। যি জনে অন্ধকাৰৰপৰা ব্যক্তিক পোহৰৰ উজ্জ্বল জ্যোতি শিক্ষা প্ৰদৰ্শন কৰাব পাৰে তেওঁৱেই গুৰু।

এখন সমাজৰ সামাজিক সাংস্কৃতিক পৰম্পৰা শিক্ষকৰ মৰ্য্যাদাৰ পৰাই প্ৰতিফলিত হয়। শিক্ষকৰ পদ মৰ্য্যাদাৰ উৰ্দ্ধত কোনো লোকেই যাব নোৱাৰে। সেয়ে শিক্ষকসকলক দেশৰ ৰাষ্ট্ৰৰ মেৰুদণ্ড বুলি কয়। শিক্ষকৰ শিক্ষা এক অবিৰত প্ৰক্ৰিয়া। শিক্ষকৰ এই শিক্ষাৰ নতুন কাৰ্য্যসূচীয়ে নিৰবচ্ছিন্ন শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব আৰু শিক্ষকে শিক্ষা নীতিত উল্লেখ কৰা নতুন দৃষ্টিভঙ্গীৰে প্ৰয়োজন পূৰণ কৰিব পৰাৰ ওপৰত বিশেষ মনোযোগ দিয়া উচিত হব।

অতীত যুগৰপৰা বৰ্তমান যুগলৈ পূৰ্বপুৰুষৰপৰা বৰ্তমান পুৰুষলৈ সু সভ্য মানৱতাৰ পৰম্পৰা সম্পদখিনি কঢ়িয়াই নিবলৈ আটাইতকৈ গুৰুত্বপূৰ্ণ ক্ষেত্ৰ হ'ল বিদ্যালয়সমূহ। অৰ্থাৎ ছাত্ৰ-ছাত্ৰী ও সমাজক পোহৰলৈ অনা এক মাত্ৰ অনুষ্ঠান হৈছে শিক্ষা অনুষ্ঠান। এই পবিত্ৰ অনুষ্ঠানটি হিন্দুৰ নামঘৰ, মঠ, মন্দিৰ, মুছলমানৰ মচজিদ আৰু খৃষ্টিয়ানৰ গীৰ্জা ঘৰতকৈও পবিত্ৰ বোধ হয়। কাৰণ চামে চামে আমাৰ বংশধৰবোৰে বিদ্যালয়ৰ যোগেদি শিক্ষা লাভ কৰাৰ পাচতহে পৰমাৰ্থিক তত্ত্ব জ্ঞান লাভ কৰিব সক্ষম হয়।

শিক্ষকজন আদৰ্শবাদী, সৎচৰিত্ৰবান, সত্যনিষ্ঠা, সৰল জীৱন যাপক, সু-শিক্ষাৰ ভাল অৰ্হতাসম্পন্ন, মিষ্টভাষী, সাম্য সহিষ্ণুতা গুণ, সমাজপ্ৰেমী আৰু পৰোপকাৰী হোৱা উচিত। ইয়াৰ বাহিৰেও প্ৰত্যেক শিক্ষক শিক্ষয়িত্ৰীয়ে ঈশ্বৰ পৰায়ণ ও ঈশ্বৰত ভক্তি থকা উচিত। আমাৰ শৰীৰ পঞ্চভূত আৰু পঁচিশ তত্ত্বে গঠনৰ জ্ঞানো থকা উচিত। অৰ্থাৎ মাটি, পানী, মজ্জা, লাল, মূত্ৰ, ক্ষুধা, তৃষ্ণা, নিদ্ৰা, আলস্য ক্লান্তি, ধাৰণ, চালন, ক্ষেপণ, সঙ্কোচন, প্ৰচাৰণ, কাম, ক্ৰোধ, লোভ, মোহ আৰু লজ্জাদিৰ যত সামান্য হলেও ইয়াৰ তত্ত্ব জ্ঞান থকা উচিত।

আগতে উল্লেখ কৰা হৈছে যে, বিদ্যালয় অনুষ্ঠানটি পৱিত্ৰ অনুষ্ঠান। এই অনুষ্ঠানৰ যোগেদি শিক্ষা প্ৰদানৰ বিনিময়ত শিক্ষক-সকলৰ পৰিয়াল সহ জীৱিকা নিৰ্বাহৰ সুপথ। গতিকে বিদ্যালয়ৰ প্ৰতি শিক্ষক-শিক্ষয়িত্ৰীৰ অগাধ ভক্তি থকা উচিত। বিদ্যালয়ত প্ৰৱেশ ও প্ৰস্থানৰ সময়ত বিদ্যালয়খনিক প্ৰণাম কৰা উচিত। শিক্ষক-শিক্ষয়িত্ৰীৰ দ্বাৰা এনে নীতি দেখিলে ছাত্ৰ-ছাত্ৰীয়েও তেনে নীতি গ্ৰহণ কৰিব।

বিদ্যালয়লৈ সৰ্বদায় নিৰ্দিষ্ট সময়তকৈ সোনকালে যোৱা উচিত। এই মৰ্মে ছাত্ৰ-ছাত্ৰীকো সোনকালে অহাৰ ব্যৱস্থা লব লাগে। দুই একজন শিক্ষক-শিক্ষয়িত্ৰীয়ে ছাত্ৰ-ছাত্ৰীক লগত লৈ চাফাই কাম

কৰাব লাগে। সময়মতে ছাত্ৰ-ছাত্ৰীক নিজ নিজ স্থানত ৰাখি লগত সকলো শিক্ষক শিক্ষয়িত্ৰীয়ে প্ৰাৰ্থনা সভাত যোগান কৰা উচিত। প্ৰাৰ্থনা কৰোতে যাতে ভুল বা বিশৃঙ্খল নঘটে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগে। প্ৰাৰ্থনা সমাপ্ত হোৱাৰ পাছত ছাত্ৰ-ছাত্ৰীবোৰে শান্তিৰ পৰিবেশত শ্ৰেণী কোঠালৈ সোমাই গৈ নিজৰ আসনত শান্ত ভাৱে বহি আৱশ্যকীয় কিতাপ বহী যুগুত ৰখা শিক্ষা প্ৰণালী ছাত্ৰ ছাত্ৰীক প্ৰবোধ দিয়া শিক্ষকৰ কৰ্তব্য।

শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰীক পুৰাদমে নিয়মানুবৰ্তিতা হব লাগে। ডাকৰ বচন এফাকি আমাৰ শিক্ষক-শিক্ষয়িত্ৰী গুৰু সকলৰ মুখে মুখে মুখস্থ আছে। "পঢ়ে পঢ়াই বোৱে পাণ, ই তিনিয়ে নিচিন্তে আন।" এই ফাকি শিক্ষক-শিক্ষয়িত্ৰীয়ে কাৰ্য্যত পৰিণত কৰিব লাগে। কিয়নো "ছাত্ৰানং অধ্যয়নে তপঃ।" শিক্ষক-সকল কাৰ্য্যক্ষম হৈ ছাত্ৰ ছাত্ৰীৰ কোমল মনত পঢ়াত সাচ বহুৱাই দিব লাগিব।

ছাত্ৰৰ অন্তৰত থকা দোষোৰ মোধোৰ খেলি-মেলি ভাৱ পৰিষ্কাৰ কৰি দিব লাগিব। চৰকাৰ আৰু শিক্ষা পৰিষদৰপৰা পোৱা প্ৰশিক্ষণৰ অৰ্হতা আৰ্হি, প্ৰণালী সকলোখিনি প্ৰয়োগ কৰি ছাত্ৰ-ছাত্ৰীক বুজনি দিব লাগিব। যাতে সেই শিক্ষাদানত সকলো ছাত্ৰ ছাত্ৰীয়ে পাঠটি সহজে আয়ত্ত কৰিব পাৰে।

শিক্ষকে ছাত্ৰ ছাত্ৰীক পুত্ৰৱৎ জ্ঞান কৰা উচিত। এজন সু ছাত্ৰই শিক্ষকৰ শিক্ষাৰ ওপৰত মহৎ গৌৰৱ বৃদ্ধি কৰিব পাৰে। আজিৰ ছাত্ৰই কালিৰ দেশৰ নেতা। দেশৰ নাগৰিক কিম্বা নেতাৰ জ্ঞানো শিক্ষকৰ শিক্ষণীয় গুণৰ পৰাই অনুভূতি পায়।

ক্ষমা, দয়া, পৰোপকাৰ, স্বাৱলম্বী, সহিষ্ণুতা, আৰম্বৰ শূন্য, মিতব্যয়ী, সত্যনিষ্ঠা, নিয়মানুবৰ্ত্তিতা, সময়ানুবৰ্ত্তিতা, দূৰদৰ্শিতা দেশ-প্ৰেমিক, সমাজসেৱী, অস্পৃশ্যতা বৰ্জন, উপস্থিত বুদ্ধি সম্পন্ন, বাক্পটু, আলস্যহীনতা, নিয়মিত আহাৰ, নিদ্ৰা, পৰিশ্ৰম, স্বাস্থ্যৱান,

সংগ্ৰামী, নিৰ্ভীক আৰু পাৰিপাৰ্শ্বিকতা ইত্যাদি। কিয়নো "স্বদেশে পূজ্যতে ৰাজা বিদ্বান সৰ্বত্ৰ।" এই মৰ্মে ৰাষ্ট্ৰই শিক্ষা বিভাগত কোটি কোটি টকা ব্যয় কৰিছে। কত ছাত্ৰ ছাত্ৰী বা বিদ্বান লোকক বিদেশত বিভিন্ন বিষয়ত বিভিন্ন শিক্ষা লাভ কৰি গৱেষণাগাৰত প্ৰমাণ কৰি বিষয়বস্তুত সাফল্য লাভ কৰিব পাৰিছে। তাৰো যত্নৰ ত্ৰুটি কৰা নাই।

কাজেই বিদ্যাধন মহাধন। ইয়াৰ তুলনাত বিশ্বত কোনো সম্পদ নাই। এই বিদ্যাৰ মূল ভেটি প্ৰাক্ প্ৰাথমিক আৰু মাধ্যমিক বিদ্যালয়-সমূহ। এনে পৱিত্ৰানুষ্ঠানত আমাৰ বিছুমান শিক্ষক শিক্ষয়িত্ৰীয়ে নীতি চাৰা কাৰ্য্য কৰে। যেনে: বিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীক খেলিবলৈ দিয়া খেলাৰ সঁজুলি কেৰেমবোৰ্ড, লুডু, টেবুল টেনিচ, ৰিংখেল, দাবা প্ৰভৃতি খেলবোৰ শিক্ষকৰ কোনো আহৰি পিৰিয়ডত খেলি থাকি পাছৰ পিৰিযড অতিক্ৰম কৰি শিক্ষণীয় সময নষ্ট কৰে। কেতিয়াবা কেতিয়াবা অন্য গপ মৰা কথা উলিয়াই শিক্ষণীয় সময় নষ্ট কৰে। কোনো কোনো গুৰুসকলে মদ্যপান কৰি বিদ্যালযত উপস্থিত হৈ ছাত্ৰ-ছাত্ৰা তথা শিক্ষকসকলৰ মানদণ্ড হ্ৰাস বৰে। তেনে চৰিত্ৰৰ শিক্ষক অতি নীচ আৰু অযোগ্য। ধূমপান আদিও ছাত্ৰ-ছাত্ৰীৰ আগত কৰা অনীতি।

চৰকাৰে প্ৰদান কৰা ৰেডিঅ'বোৰৰ জ্ঞান ছাত্ৰ-ছাত্ৰীবোৰক শুনিবলৈ সুযোগ নিদি কোনো কোনো বিদ্যালযৰ প্ৰধান শিক্ষকৰ ঘকৰা সম্পত্তিৰ দৰে ঘৰত ৰখাৰ ব্যৱস্থা কৰে। এনে ব্যৱস্থা বৰ ঘৃণনীয়। চৰকাৰে তৎপৰতাৰে ক্যাৰিকুলামৰ মাজেদি সময় নিৰূপণৰ ব্যৱস্থা কৰিলে ভাল হয়। শিক্ষক-শিক্ষয়িত্ৰীয়ে এনে কু প্ৰথাবোৰ ত্যাগ কৰা ভাল।

## শ্ৰীৰাজেন ৰাভা

### ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত শিক্ষক

### দুধনৈ



অসমীয়া ১৩৬০ চনৰ আহিন মাহৰ ৩০ তাৰিখ (কাতি বিহু) দিনা 'ভদেয়াপাৰা' (ঠেকাশু, দুধনৈ) চুবুৰীত জন্ম গ্ৰহণ কৰোঁ। পিতৃৰ নাম ৺আলুৰাম ৰাভা, মাতৃৰ নাম ৺ফুলেশ্বৰী ৰাভা।

ইংৰাজী ১৯৩২ চনত অতি সৰু কালতে 'দুধনৈ প্ৰাইমেৰী স্কুলৰ পৰা প্ৰতিযোগিতামূলক বৃত্তি পৰীক্ষাত মাহিলী ৩.০০ তিনি টকীয়া বৃত্তি ৪ বছৰৰ বাবে লাভ কৰোঁ। ওচৰত কোনো এম. ই. বা এম. ভি. স্কুলো নথকাত ১০ দহ মাইল দূৰৈত থকা 'দলগোমা এম. ই. স্কুলত ভৰ্তি হৈ শিক্ষা গ্ৰহণ কৰোঁ। পিতৃৰ জমা-জমি নাই; স্থায়ী অৰ্জনৰ পথ নাই। সেয়ে একমাত্ৰ মোমায়েকৰ ঘৰত আশ্ৰয়ত আছিলোঁ। পিতৃৰ অবিহনে মোৰ আইয়ে খুজি মাগি মোৰ পঢ়াৰ খৰছ চলায়। জানিবা কাপোৰ বোৱা, সূতা কটা, ধান বোৱা, ধান কটাদি কাম কৰি জীৱিকা নিৰ্বাহৰ পথ কোনোমতে উলিয়ায়।

১৯৩৬ চনত মহকুমা পৰ্য্যায়ৰ এম. ই. স্কুলৰ শেষ পৰীক্ষাত ১ম

বিভাগত উত্তীর্ণ হওঁ। সেই সময়ত জনজাতীয় পৰীক্ষাৰ্থীসকলৰ বাবে সুকীয়া কোনো সা সুবিধা নথকাৰ বাবে মহকুমাৰ ভিতৰত একমাত্র ময়েই মাথোন ১ম বিভাগত উত্তীর্ণ হৈ বৃত্তিৰ অৰ্হতা থকা সত্বেও বৃত্তি নেপালোঁ। ঘৰৰ আর্থিক অৱস্থা একেবাৰে শোচনীয় আৰু বৃত্তি লাভৰ পৰা বঞ্চিত হোৱা বাবে উচ্চ শিক্ষা গ্ৰহণৰ প্ৰৱল আন্তৰিক ইচ্ছা থকা সত্বেও হাইস্কুলত ভৰ্তি হব নোৱাৰিলোঁ। ঘৰৰ পৰা ২৭ মাইল দূৰৈত 'গোৱালপাৰা চহৰতহে মাথোন হাইস্কুল আছিল। আনহাতে বয়স কম হৈ থকাৰ বাবে প্ৰাইমেৰী স্কুলৰ শিক্ষকতা কামৰ নিযুক্তিৰ পৰাও বঞ্চিত হৈ থাকিবলগীয়া হ'ল। জীৱিকা নিৰ্বাহৰ পথবো সুগম কৰিব নোৱাৰিলোঁ।

কৰিলামুখৰ আশ্ৰমত একছৰ কাল আশ্ৰমিক জীৱন যাপন কৰোঁ। সেই কালছোৱাতে আশ্ৰমৰ সহপাঠীসকলৰ সৈতে অধ্যক্ষদেৱৰ শিক্ষণত সংস্কৃত আৰু বঙালী ভাষাও কিছু আয়ত্ত কৰোঁ। লগতে আধ্যাত্মিক আৰু নৈতিক জ্ঞানবো কিছু আভাস পাওঁ। এই শিক্ষাই মোৰ ভবিষ্যত জীৱন পথত এক নতুন প্ৰেৰণা যোগায়।

উপায়হীন হৈ ব্যৱসায়িক মনোভাব গ্ৰহণৰ বাবে, লগতে জীৱিকা নিৰ্বাহৰ বাবে মাত্ৰ ৫'০০ পাঁচ টকীয়া মাহিলী দৰমহাৰ বন্দোবস্তেৰে স্থানীয় ( দুধনৈ ) 'ৰাজাৰাম চৌৰে' নামক এখন মাৰোৱাৰী দোকানত কাপোৰ আৰু গেলামাল বস্তু বিক্ৰেতা হিচাপে নিয়োগ হৈ জীৱিকা নিৰ্বাহ কৰিব লগা হয়।

দেশজুৰি হোৱা স্বাধীনতা আন্দোলনত মই জপিয়াই পৰোঁ। কেবা গৰাকী আন্দোলনকাৰীৰ কাৰাবাস হয়। কিন্তু মোৰ আশাতুৰীয়া কৌশলৰ বাবে সেই সময়ৰ পুলিচ বা চিপাহীয়ে মোক বন্দী কৰিব নোৱাৰিলে।

স্থানীয় ৰাইজে 'দুধনৈ প্ৰাইমেৰী স্কুলৰ মেনেজিং কমিটীৰ চেক্ৰেটাৰী হিচাপে মনোনীত কৰে। এই স্কুলত শিক্ষকৰ অভাৱ হোৱাত স্কুল কর্তৃপক্ষই চেক্ৰেটাৰী হলেও মোকেই অস্থায়ী ২য় শিক্ষক-

ৰূপে কাম কৰিবলৈ নিযুক্তি দিয়ে (১৯৪৫ চনত) কেইমাহ মান পিছতে ওচৰৰে 'চিলুক প্ৰাইমাৰী স্কুলত মোক স্থায়ী প্ৰধান শিক্ষক হিচাপে নিযুক্তি দিয়ে (১৯৪৬ চনত) তাৰ পিছত নতুনকৈ স্থাপন কৰা 'কোকৰাঝাৰ গুৰু ট্ৰেইনিং কেন্দ্ৰত' শিক্ষকতাৰ প্ৰশিক্ষণ লবলৈ পঠায় (১৯৪৮ চনত) প্ৰশিক্ষণৰ শেষ পৰীক্ষাত Distinction সহ প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হওঁ। উক্ত প্ৰশিক্ষণ কালছোৱাতে ধুবুৰী মহকুমাৰ D. I. Office ত নীতিগত ভাবে দৰখাস্ত কৰি 'নৰ্মাল বাছনি পৰীক্ষাত ২০'০০ বিছ টকীয়া বৃত্তি লাভ কৰি 'যোৰহাট নৰ্মাল স্কুললৈ' (শিক্ষক প্ৰশিক্ষণ স্কুল) পঢ়িবলৈ যাওঁ (১৯৪৯ চনত)। গোৱালপাৰা লোকেল বোৰ্ডে প্ৰাইমাৰী শিক্ষকসকলক নৰ্মাল প্ৰশিক্ষণ লবলৈ সেইসময়ত পঠোৱা নাছিল। সেয়ে গোৱালপাৰা লোকেল বোৰ্ডে নিজ খৰছেৰে পঢ়িবলৈ অহা কামত মোক বাধা দিছিল আৰু অনুমতিও দিয়া নাছিল। বৰঞ্চ, মই নৰ্মাল স্কুলত ভৰ্তি হোৱাৰ পিছতো গোৱালপাৰা লোকেল বোৰ্ডে মোক নৰ্মাল স্কুলৰপৰা ঘূৰাই আনি প্ৰাইমাৰী স্কুলতে পুনঃ কাম কৰিবলৈ বাধ্য কৰিবৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল যদিও সেই সময়ৰ নৰ্মাল স্কুলৰ Superintendent শ্ৰদ্ধেয় ৺গোলাপ বৰুৱাদেৱৰ নীতিগত যুক্তি প্ৰদৰ্শনত গোৱালপাৰা লোকেল বোৰ্ডে মোক ঘূৰাই আনিব নোৱাৰিলে। কৰ্তৃপক্ষৰ এনেবোৰ নীতি আৰু ব্যৱহাৰ মোৰ মনৰ ভাবৰ প্ৰতিকুল।

১৯৫২ চনৰ নৰ্মাল ত্ৰৈবাৰ্ষিক শেষ পৰীক্ষাত মই ২য় স্থান অধিকাৰ কৰি কৃতিত্বৰে উত্তীৰ্ণ হওঁ। এই পৰীক্ষাত মই (১) Mathematics (২) Science (৩) Hand work (Globe, Map, Coat making) (৪) Practical আৰু (৫) Art of Teaching ত Letter লাভ কৰোঁ। যি গোৱালপাৰা লোকেল বোৰ্ডে নৰ্মাল স্কুল পঢ়াৰ ক্ষেত্ৰত মোৰ প্ৰধান অন্তৰায় আছিল, সেই লোকেল বোৰ্ডে নতুনকৈ স্থাপন কৰা এম. ভি. স্কুলসমূহৰ বাবে নৰ্মাল শিক্ষক আৱশ্যক হোৱাত নৰ্মাল ত্ৰৈবাৰ্ষিক শেষ পৰীক্ষা আৰম্ভ নোহোৱাৰ এমাহৰ

আগতেই বিনা দৰখাস্তেই মোক অতি পিছপৰা ঠাই 'জয়ৰামকুচি এম. ভি. স্কুলৰ প্ৰধান শিক্ষক হিচাপে নিয়োগ পত্ৰ নৰ্মাল স্কুলৰ Supdt. মহোদয়ৰ মাৰফত পঠাই দিয়ে। মোৰ ঘৰুৱা অৱস্থা অস্বচ্ছল হেতুকে মই উক্ত নিয়োগপত্ৰ গ্ৰহণ কৰি উক্ত স্কুলৰ কামত যোগদান কৰোঁ।

জয়ৰামকুচি এম. ভি. স্কুলত কাম কৰি থকা কালছোৱাতেই ১৯৫৫ চনত প্ৰাইভেট শিক্ষক পৰীক্ষাৰ্থী হিচাপে 'ম্যাট্ৰিক' পৰীক্ষাত উত্তীৰ্ণ হওঁ। স্থানীয় ৰাইজ আৰু অভিভাৱকসকলৰ সহায় সহযোগত স্কুলৰ সৰ্বাংগীন উন্নতিৰ বাবে আত্ম নিয়োগ কৰিছিলোঁ। মই এই স্কুলখনি আবাসিক শিক্ষানুষ্ঠান হিচাপে ৰাইজৰ সহযোগত গঢ়ি তুলিছিলোঁ। ফল স্বৰূপে অভাৱনীয় ৰূপেই পৰীক্ষাৰ ফল ছাত্ৰসকলে লাভ কৰিব পাৰিছিল। স্থানীয় ৰাইজ আৰু অভিভাৱকসকলৰ পৰা মই যথেষ্ট সন্মান লাভ কৰিছিলো। তদ্ৰূপ ছাত্ৰ-ছাত্ৰীসকলৰ পৰা শ্ৰদ্ধা আৰু ভক্তি লাভ কৰিছিলোঁ।

এই বিদ্যালয়ত কাম কৰি থাকোঁতেই 'ৰাভা কৃষ্টি সংঘৰ দ্বাৰা পৰিচালিত 'উদয়ন' আলোচনীৰ সম্পাদনাৰ কাম কৰিছিলোঁ। এই আলোচনীখনিৰ সম্পাদনা আৰু প্ৰকাশৰ ক্ষেত্ৰত পৰম পূজ্য ৺শ্ৰীৰাম চন্দ্ৰ দাসদেৱৰ (সুন্দৰীদিয়া সত্ৰ) যথেষ্ট পৰামৰ্শ আৰু প্ৰেৰণা পাইছিলোঁ।

১৯৫৪-৫৫ চনত 'ধুবুৰী জৰ্জ কোৰ্টৰ 'জুৰ'ৰ (Jurror) হিচাপে নিয়োগ হৈ কাম কৰিছিলোঁ।

১৯৫৫-৫৬ চনত 'খাৰা বালিকা সংযুক্ত মজলীয়া স্কুলৈ মোক বদলি কৰি আনে। উক্ত বিদ্যালয়ত বয়ন বিদ্যা আৰু চিলাই বিদ্যাৰো শ্ৰেণী আছিল। এই দুয়োটা বিদ্যাতে মোৰ আগৰে পৰা অৰ্হতা আছিল। মই এই বিদ্যালয়খনিও ৰাইজ আৰু অভিভাৱকসকলৰ সহযোগত 'আবাসিক শিক্ষানুষ্ঠান' হিচাপে গঢ়ি তুলিছিলোঁ। মই উক্ত বিদ্যালয়ত কাম কৰি থকা কালছোৱাতেই—

(১) তিতাবৰ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা ১ম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হওঁ। ( ১৯৫৬ চনত )

(২) অসম ৰাষ্ট্ৰভাষা পৰীক্ষা কেন্দ্ৰৰ পৰা 'হিন্দী বিশাৰদ' পৰীক্ষাত উত্তীৰ্ণ হওঁ। ( ১৯৫৭ চনত )

(৩) প্ৰাইভেট শিক্ষক পৰীক্ষাৰ্থী হিচাপে আই. এ, পৰীক্ষাত উত্তীৰ্ণ হওঁ। (১৯৬০ চনত)

(৪) " " " " বি. এ. পৰীক্ষাত উত্তীৰ্ণ হওঁ। ( ১৯৬৫ চনত )

(৫) " " " " এম. এ. পৰীক্ষাত উত্তীৰ্ণ হওঁ। ( ১৯৭১ চনত )

তিতাবৰ বুনিয়াদী প্ৰশিক্ষণ মহাবিদ্যালয়ত প্ৰশিক্ষণত থাকোতে মহাবিদ্যালয়ৰ 'কিসলয়' আলোচনীৰ সম্পাদনাৰ কাম কৰিছিলোঁ।

উক্ত বিদ্যালয়ত কাম কৰি থকাৰ সময়তেই ১৯৫৯ চনৰ পৰা ১৯৬৯ চনলৈকে ( ১০ বছৰ ) অবৈতনিক ভাবে 'ৱৰ্দ্ধা ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ দ্বাৰা অনুষ্ঠিত ৰাষ্ট্ৰভাষা হিন্দী পৰীক্ষাৰ 'প্ৰচাৰক' আৰু 'পৰীক্ষা ব্যৱস্থাপক' হিচাপে কাম কৰিছিলোঁ। আৰু উক্ত পৰীক্ষাসমূহৰ সৰ্বভাৰতীয় ক্ষেত্ৰত মই এজন হিন্দী পৰীক্ষক হিচাপেও নিযুক্তি পাই কাম কৰিছিলোঁ।

মই কাম কৰি থকা 'খাৰা বালিকা সংযুক্ত মজলীয়া বিদ্যালয়খনিৰ সুন্দৰ পৰিবেশ আৰু ছাত্ৰ-ছাত্ৰীৰ পৰীক্ষাৰ ফলাফল দেখি বুনিয়াদী শিক্ষা বিভাগৰ উচ্চ কৰ্তৃপক্ষই খুউব সন্তুষ্ট হৈ এই বিদ্যালয়খনি ১৯৫৯ চনৰ ডিচেম্বৰ মাহৰ পৰাই গোৱালপাৰা স্কুল বোৰ্ডৰ অধীনৰ পৰা 'খাৰা চৰকাৰী উচ্চ বুনিয়াদী বিদ্যালয়' নামকৰণেৰে ৰূপান্তৰ ক্ৰমে হস্তান্তৰ কৰে। তাৰ ফলত কৰ্তৃপক্ষই মোৰ আৰু সহকৰ্মী শিক্ষক-শিক্ষকয়িত্ৰীসকলৰ চাকৰি কাল আৰু প্ৰাপ্ত দৰমহাৰ নিৰাপত্তা দিদিলে। স্কুলবোৰ্ডৰ অধীনত থকা সুন্দৰ পৰিবেশৰ শিক্ষানুষ্ঠানটি চৰকাৰৰ হাতলৈ নিয়াত বহু দিশত ক্ষতিগ্ৰস্থহে হ'ল।

এম. এ. পাছ কৰাৰ পিছত ১৯৭৪ চনত উক্ত বিদ্যালয়ৰ বাবে এম. এ. পাছ শিক্ষকৰ আৱশ্যকতা নাই বুলি 'তুধনৈ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত' উপদেষ্টাৰ আৱশ্যক হোৱাত কর্তৃপক্ষই মোক উপদেষ্টা পদলৈ উন্নতী কৰি বদলি কৰি আনে।

বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত উপদেষ্টা হৈ থাকোতেই চৰকাৰৰ দ্বাৰা নিয়োজিত হৈ 'Orientation camp for Tribal Teachers' hed at Central Institute of Indian Languages, Mysore ত যোগদান কৰিবলৈ পাইছিলোঁ ( ১১ দিনৰ বাবে ) বিষয় আছিল 'Politeness Exchange in Indian Languages.'

যোৱা ১৯৫৪ চনৰ পৰাই মই 'অসম সাহিত্য সভা'ৰ লগত জড়িত হৈ আছিছোঁ। মই তিনিবাৰ অসম সাহিত্য সভাৰ কাৰ্যনির্বাহকৰ মনোনীত সদস্য নির্বাচিত হওঁ। আৰু অসম সাহিত্য সভাৰ 'সোণালী জয়ন্তী' অধিবেশনত ( বংগাইগাঁও ) অপ্ৰতিদ্বন্দ্বী হিচাপে উপ সভাপতিৰ পদত নির্বাচিত কৰে।

যোৱা ১৯৭৫ চনৰ তিতাবৰ অধিবেশনত অসম সাহিত্য সভাই মোক সাহিত্যিক সম্বৰ্দ্ধনা জ্ঞাপন কৰে। অসম সাহিত্য সভাই মোৰ এখন পুথি ( বাভা জনজাতি সাধু বাভা শব্দ সম্ভাৰ ) প্ৰকাশ কৰিছে। মই কেবাখনি মৌলিক পুথিৰ পাণ্ডুলিপি কৰি ৰাখিছোঁ।

'বাভাৰ সমাজ-সংস্কৃতি' বিষয়ত মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত ড° মহেশ্বৰ নেওগদেৱৰ তত্বাৱধানত গৱেষণা কৰি Thesis submit কৰাৰ অনুমতি পাইছোঁ যদিও submit কৰা হোৱা নাই।

চাকৰি জীৱনৰ আৰম্ভণিৰে পৰাই 'শিক্ষক সংস্থাৰ' বিভিন্ন বিষয়বাব গ্ৰহণ কৰি কাম কৰি আছিছোঁ।

শিক্ষকতা কামৰ উপৰিও সমাজৰ বিভিন্ন উন্নয়নমূলক কামত সক্ৰিয় ভাবে জড়িত হৈ কাম কৰি আছিছোঁ। জাতি বৰ্ণ-ধৰ্ম নির্বিশেষে ৰাষ্ট্ৰীয় আৰু ভাষিক সংহতি ৰক্ষাৰ বাবে ৰাইজক পৰামৰ্শ দি আছিছোঁ।

সমাজৰ পৰম্পৰা ৰীতি-নীতিবোৰৰ বহুতো সংস্কাৰ পথলৈ অনাৰ কামত কৃতকাৰ্যতা লাভ কৰি আহিছোঁ।

চৰকাৰে শিক্ষক হিচাপে ১৯৮৬ চনৰ 'ৰাষ্ট্ৰীয় পুৰস্কাৰ মোক প্ৰদান কৰিছে আৰু এই চনৰে ৩১ অক্টোবৰ তাৰিখে কৰ্তৃপক্ষই মোক শিক্ষকতা কামৰ পৰা অৱসৰ দিয়ে।

অৱসৰপ্ৰাপ্তৰ পিছতো অসম চৰকাৰে মোক অবৈতনিক ভাবে নিম্ন উল্লেখিত কামৰ দায়িত্ব বহন কৰিবলৈ নিৰ্দেশ দিছে, আৰু এই নিৰ্দেশ অনুযায়ী মই নিষ্ঠাৰে এতিয়াও কাম কৰি আছোঁ।

কামৰ দায়িত্ববোৰ :—

১। সদস্য, অসম প্ৰকাশন পৰিষদ

২। সদস্য, অসম জনজাতীয় ক্ষমতা সম্পন্ন ভাষা পৰিষদ

৩। সদস্য, Local Boord of Administration, সৈনিক স্কুল, গোৱালপাৰা।

৪। গোৱালপাৰা জিলাৰ চৰকাৰীকৰণ/ উচ্চ মাধ্যমিক/ উচ্চতৰ মাধ্যমিক মাদ্ৰাছা বিদ্যালয়সমূহৰ শিক্ষক নিযুক্তিৰ বাচনি সমিতিৰ সদস্য।

তদুপৰি

১। ছুধনৈ কলেজৰ কাৰ্য্যনিৰ্বাহক (G. B.) সমিতিৰ সদস্য আৰু অধ্যাপক নিযুক্তিৰ বাচনি সমিতিৰ সভাপতি।

২। ছুধনৈ অঞ্চলৰ মাদক-দ্ৰব্য নিবাৰণ সমিতিৰ সভাপতি।

৩। 'ৰাভা ভাষা পৰিষদৰ' পৰীক্ষা সঞ্চালক

৪। বৃহৎ অসমীয়া অভিধান সংকলন সমিতিৰ বাবে ৰাভা জনজাতিৰ মাজত দৈনন্দিন ব্যৱহাৰ হোৱা শব্দ-সম্ভাৰৰ ( অভিধানত সন্নিবিষ্ট নোহোৱা ) সংগ্ৰাহক। ইত্যাদি

অঞ্চলৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ উন্নয়ন কল্পে আৰু জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সমাজ-সংস্কাৰ আৰু উন্নয়নৰ ক্ষেত্ৰত সক্ৰিয় অংশ গ্ৰহণ কৰি এতিয়াও সমাজ সেৱাৰ কাম আগ বঢ়াই আছোঁ।

ইচ্ছুক শিক্ষকলৈ :—

যদিহে ধন-সম্পত্তিৰ আকাংক্ষা থাকে, তেন্তে শিক্ষকতা কামত প্ৰবেশ নকৰিব। যদিহে জীৱনত যশ কীৰ্ত্তিৰ কামনা কৰে, তেনেহলে শিক্ষক নহব। যদিহে সমাজত মান-সম্মানৰ প্ৰত্যাশা কৰে তেনেহলেও শিক্ষকতা কামত ব্ৰতী নহব। যদিহে সেই বৈদিক কালৰ নিষ্কাম, নিস্পৃহ ব্ৰাহ্মণ অধ্যাপকৰ দৰে যিজনে 'তেঁতেলি' পাতৰ ৰস খাই পৰম তৃপ্তি লাভ কৰিবলৈ সমৰ্থবান হয়, সেইজনেহে শিক্ষকতা কামৰ উপযোগী।

যদি আপুনি বহু পৰিয়াল যুক্ত আৰু আপোনাৰ উপাৰ্জনৰ ওপৰতে তেওঁলোক জীৱিকা নিৰ্বাহ কৰে, তেনেহলে এই কামলৈ কদাপি আগ নেবাঢ়িব। যদি শিক্ষকতা কামৰ প্ৰতি আপোনাৰ অনুৰাগ নেথাকে, তেনেহলেও শিক্ষকৰ কাৰ্য্য গ্ৰহণ নকৰিব। যিজনৰ পৰিয়াল ভোৰণ-পোষণৰ আন কিবা ব্যৱস্থা আছে বা যিজনৰ পৰিয়াল অতি সৰু আৰু শিক্ষকতা কামলৈ প্ৰবল আন্তৰিকতা আছে, কেৱল তেওঁৰ কাৰণেহে এই শিক্ষকতা কাৰ্য্য প্ৰশস্ত।

শিক্ষকতা কাৰ্য্য পেশা নহয়, ই ধৰ্মহে। শিক্ষকতা কাৰ্য্য অৰ্থ উপাৰ্জনৰ প্ৰকৃত পথ নহলেও কিন্তু সৰ্ব অৰ্থৰ শ্ৰেষ্ঠ পৰমাৰ্থৰূপে ধন লাভৰ বাবে যথেষ্ট সহায়তা কৰে। বিদ্যালয় এখন প্ৰেমৰ ৰাজ্য আৰু শিক্ষকতা প্ৰেমৰ কাৰ্য্য। শিক্ষকতা অতি দায়িত্বপূৰ্ণ কাম। সংসাৰত ইয়াতকৈ অধিক দায়িত্বপূৰ্ণ কিবা কাম থকা বুলি ভাব নহয়। কথাতে কয়—'প্ৰথম গুৰু পিতা-মাতা, দ্বিতীয় গুৰু শিক্ষাদাতা'। এই জগতত ধনপতি, বণিক, সূদক্ষৰ্শী, ইঞ্জিনিয়াৰ, ধনন্তৰি সদৃশ চিকিৎসক, স্থাপত্য বিদ্যা পাৰদৰ্শী, ন্যায়নিষ্ঠ বিচাৰক আদিৰ মানুহ কেৱল ইহকালৰ হিত সাধনৰ বাবে ব্যস্ত। আকৌ পৰম ধাৰ্মিক, মন্ত্ৰদাতা, আচাৰ নিষ্ঠ পুৰোহিত, উদাৰ চিত্ত ধৰ্ম যাজক আদিত কেৱল পৰকালৰ মংগলৰ কাৰণেই উৎকণ্ঠিত। কিন্তু জন সমাজত উপেক্ষিত দীন দৰিদ্ৰ শিক্ষক সকলে—ইহকাল আৰু পৰকাল এই উভয় কালৰ বাবেই সুব্যৱস্থা কৰিবলগীয়া হয় উদাহৰণ স্বৰূপে—শিল্প বিজ্ঞানাদিৰ শিক্ষাদানৰ দ্বাৰা যেনেকৈ সংসাৰ যাত্ৰাৰ নিৰ্বাহৰ উপায়ৰ ব্যৱস্থা কৰি দিবলগীয়া হয়,

তদ্রূপ—নীতি শাস্ত্ৰাদিৰ অনুশীলনৰ দ্বাৰা দিব্য-চকু উন্মীলিত কৰি দিব লগায়া হয়। সেয়ে সুশিক্ষকসকলৰ বাবে শিক্ষাদান বিষয়ক বহুতো পুথি অধ্যয়ন কৰাৰ আৱশ্যকতা আছে। তেতিয়াহে শিক্ষকসকলে শিক্ষাকাৰ্য্যত দক্ষতা লাভ কৰিবলৈ সমৰ্থবান হয়। সেয়ে, শিক্ষকতা কামত প্ৰবেশ কৰাৰ আগতে এই সকলোবোৰ কথা সম্যক ভাৱে চিন্তা কৰা উচিত।

নবীন শিক্ষকলৈ :

নবীন শিক্ষকসকলে 'শিক্ষকৰ ধৰ্ম' পালন কৰা নিতান্ত কৰ্তব্য। যিবোৰ গুণ থাকিলে 'মানুহ' নামৰ যোগ্য, সেয়েই 'মানুহৰ ধৰ্ম' আৰু তাৰেই নাম 'মনুষ্যত্ব'। তদ্রূপ যিবোৰ গুণ থাকিলে 'শিক্ষক' নামৰ যোগ্য, সেয়েই 'শিক্ষকৰ ধৰ্ম' আৰু তাৰেই নাম শিক্ষকতা। সেয়ে এই শিক্ষকতা গুণ লাভ কৰিবলৈ প্ৰত্যেক নবীন শিক্ষকে অনুশীলন কৰা কৰ্তব্য—

(১) মানসিক গুণৰ (২) নৈতিক গুণ আৰু শাৰিৰীক গুণৰ।

শিক্ষকতা কৰিবলৈ হলে এইবোৰ গুণৰ উপৰিও আৰু তিনি বিধ গুণৰ নিতান্ত আৱশ্যক। যেনে— ব্যৱস্থা বিষয়ক, শাসন বিষয়ক আৰু শিক্ষা বিষয়ক। বিদ্যালয়ৰ সুব্যৱস্থা বিশেষকৈ নিৰ্ভৰ কৰে— প্ৰধান শিক্ষক, স্থানীয় ৰাইজ, সংশ্লিষ্ট কৰ্তৃপক্ষ তথা চৰকাৰৰ ওতঃপ্ৰোত সহায় সহযোগৰ ওপৰত। সুশাসন নিৰ্ভৰ কৰে—স্থানীয় ৰাইজ, অভিভাৱকসকল আৰু শিক্ষকমণ্ডলীৰ পৰস্পৰ সহায়-সহযোগৰ ওপৰত। তদ্রূপ সুশিক্ষা নিৰ্ভৰ কৰে – শিক্ষাদানৰ অনুশীলন আৰু আঁচনি ক্ৰমে শিক্ষকমণ্ডলীৰ পৰস্পৰৰ সহযোগত।

## শ্ৰীপূৰ্ণ কলিতা বি,এ, বি-টি
## প্ৰধান শিক্ষক



পশ্চিম যোৰহাটৰ বুৰঞ্জী প্ৰসিদ্ধ পুৰণিমাটি মায়ামৰা সত্ৰত ১৯৪০ চনৰ ১ জুলাইত এটি মধ্যবিত্ত পৰিয়ালত শ্ৰীপূৰ্ণ কলিতাৰ জন্ম হয়। পিতৃৰ নাম ৺নবকান্ত কলিতা আৰু মাকৰ নাম শ্ৰীমতী অঞ্জনা কলিতা। মাতৃ ২০ বছৰ বয়সত বিধবা হয়। বুঢ়ীমাক স্বৰ্গীয়া কৃষ্ণমতী কলিতাই যুৱতী অৱস্থাত বিধবা আৰু পুত্ৰহাৰা হোৱাত, জীয়ৰীৰ দুটি পুত্ৰ সন্তান লগত লৈ মাকৰ ঘৰলৈ আহে।

শিক্ষা জীৱন :—শ্ৰীপূৰ্ণ কলিতাই প্ৰাথমিক শিক্ষা আৰম্ভ কৰে পানী চকুৱাৰ ১০৪ নং ধলি প্ৰাইমাৰী বিদ্যালয়ত। সেই সময়ত প্ৰধান শিক্ষক আছিল—এগৰাকী আদৰ্শবান প্ৰধাম শিক্ষক স্বৰ্গীয় ৰমাকান্ত শৰ্মা। প্ৰাথমিক শিক্ষা সাং কৰি ১৯৫১ চনত দহোটীয়া উচ্চ ইংৰাজী বিদ্যালয়ত ৪ৰ্থ মান শ্ৰেণীত নাম ভৰ্তি কৰে। ১৯৫৩ চনত এম, ই, ৰ শেষান্ত পৰীক্ষাত, ১৯৭৫ চনত দহোটীয়া হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা উত্তীৰ্ণ হয়। ১৯৫৯ চনত যোৰহাট জে, বি,

কলেজৰপৰা আই-এ আৰু ১৯৬৪ চনত বি-এ ডিগ্ৰী লয়। ১৯৭৩ চনত বি, টি ডিগ্ৰী লাভ কৰে।

কৰ্ম জীৱন :—১৯৫৭ চনত প্ৰৱেশিকা পৰীক্ষাৰ ফলাফল ওলোৱা লৈকে পুৰণি মাটি গাওঁ পঞ্চাতৰ অস্থায়ী গাওঁ পঞ্চায়তৰ সম্পাদক হিচাবে কিছু সামাজিক কাম কৰা হয়। সেই সময়ৰ কলেজীয়া ছাত্ৰ শ্ৰীবিশ্ব বৰুৱা আৰু পূৰ্ণ কলিতাৰ আপ্ৰাণ চেষ্টাত "মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধ দেৱ" নামৰ এটি পুথিভঁৰাল স্থাপন কৰা হয়। সেই সময়ত পুৰণি মাটি সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীহৰিচৰণানন্দ গোস্বামী দেৱ, শ্ৰীযুত গোলাপ মহন্ত দেৱে সকলোফালে উৎসাহ উদ্দীপনা দিছিল।

পশ্চিম যোৰহাটৰ বিভিন্ন শিক্ষানুষ্ঠানৰ শিক্ষা লৈ পুৰণি মাটিত ৮।১।৬১ তাৰিখৰ ৰাজহুৱা সভাৰ সিদ্ধান্ত ক্ৰমে পুৰণি মাটি ছোৱালী এম. ই স্কুল শেষত পুৰণি মাটি এম্ ই স্কুল" নামাকৰণেই এই অঞ্চলত ৰাইজ তথা শিক্ষিত যুৱক সকলৰ সহযোগত এখন মধ্য ইংৰাজী বিদ্যালয় স্থাপন কৰা হয়। উক্ত বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব লয়।

১৯৬৯ চনৰ ১১ জুনত বৈবাহিক জীৱন আৰম্ভ হয়, গোলাঘাটৰ বেতিয়নী কাকতী গাঁৱৰ এটি আঢ্যবন্ত পৰিয়ালৰ স্বৰ্গীয় টঙ্কেশ্বৰ কাকতিৰ কনিষ্ঠা কন্যা শ্ৰীমতী উৰ্মিলা কাকতীৰ লগত। তেখেত এগৰাকী শিক্ষিতা সমাজ সেৱিকা। বৰ্তমান পুত্ৰ সন্তান তিনিজন— (১) শ্ৰীপঙ্কজ কলিতা বি, এ ১ম বাৰ্ষিক (২) শ্ৰীমেদিনী কলিতা ১০ম মান (৩) শ্ৰীসিদ্ধাৰ্থ কলিতা ৫ম শ্ৰেণীৰ ছাত্ৰ।

বৰ্তমান দেশৰ শিক্ষা ব্যৱস্থাই অস্থিৰতাই দেখা দিছে। সঘনাই শিক্ষা নীতি সলাই থকাত মূল উদ্দেশ্যত উপনীত হব পৰা নাই "নাঙল চাচোতেই মাহৰ বতৰ যা-" শিক্ষাৰ মূল উদ্দেশ্য জ্ঞান উপাৰ্জন। সেই শিক্ষা দৈনন্দিন জীৱনত খাপ খোৱা উচিত শিক্ষা প্ৰশিক্ষণৰ আসোঁৱাহ সমূহ দূৰ ক'ৰিব লাগিব। অন্যথাই ই বিষ-

বৃক্ষত পৰিণত হ'ব। শিক্ষাদানৰ আমোঘ পৰিবৰ্তন কৰিব লাগিব। ধাৰাবাহিকতা ৰক্ষা কৰা উচিত। ছাত্ৰ-ছাত্ৰীৰ অনুপাতে উপযুক্ত শিক্ষক নিয়োগ কৰি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে।

শিক্ষক সকলৰ দায়িত্ব আৰু কৰ্তব্য মহান। শিক্ষক সকলে "Friend, philosopher আৰু Guide ৰ ভূমিকা বহন কৰি আহিছে। কেৱল শিক্ষক সকল অধিকাৰ সমূহৰ প্ৰতি যিমান সজাগ তাতোকৈ নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি বেছি সজাগ হৈ শিক্ষা-দানত ব্ৰতী হ'ব লাগে। শিক্ষকতাক কেৱল চাকৰি হিচাবে জ্ঞান নকৰি সেৱাৰ মনোভাৱেৰে লোৱা উচিত। শিক্ষকসকল দায়িত্ব হীনতা কৰ্তব্য হীনতা, আৰু শৈক্ষিক বিষয়ৰ জ্ঞান হীনতা হ'লে আদৰ্শবান শিক্ষক জীৱনত ঘূণে ধৰিব। নৈতিক অধপতন হ'ব নেলাগে। প্ৰত্যেক জন ছাত্ৰ-ছাত্ৰী একোজন সু নাগৰিক হিচাবে গঢ়ি তুলিব লাগিব।

# শ্ৰীচিদানন্দ শইকীয়া

## ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত শিক্ষক

## বোকাখাত



বৰ্তমান গোলাঘাট জিলাৰ বোকাখাত মৌজাৰ বোকাখাত নগৰৰ ১৯২৪ চনৰ ১০ অক্টোবৰৰ দিনা মোৰ জন্ম হয়। দেউতাৰ নাম ৺খগেন্দ্ৰনাথ শইকীয়া আৰু বৌ ( মাতৃ )ৰ নাম গুণৱতী আছিল। দেউতাৰ মূল পেছা খেতি হলেও সেই অঞ্চলত শিক্ষিত লোক নথকাত সামান্য যি শিক্ষা পাইছিল তাৰেই দেউতাই কিছুদিন পোষ্টমাষ্টৰৰ কাম কৰিছিল। পিচত বাগিছাৰ মহৰা হৈছিল। মৃত্যু পৰ্যন্ত তেওঁ বাগিছাৰ চাকৰিতেই আছিল।

প্ৰথমতে মই বোকাখাত নামদৈয়াং এল, পি, স্কুলত শিক্ষা আৰম্ভ কৰোঁ। তাৰ পৰাই ১৯৩৩ চনত বৃত্তি লাভ কৰি এল, পি পৰীক্ষা পাছ কৰোঁ। এই অঞ্চলত ইংৰাজী স্কুল নথকাত দেউতাই মোক গোলাঘাট বেজবৰুৱা চৰকাৰী হাইস্কুলত নাম ভৰ্তি কৰা হৈছিল। আমাৰ পিতৃদেৱ বাল্যকালতে আমাক এৰি থৈ যায়। পিতৃ বিয়োগত স্কুল এৰি ঘৰত থাকোতেই চৰকাৰী বেজবৰুৱা হাইস্কুলৰ

শিক্ষক যোগেশ্বৰ বৰুৱাই এখনি চিঠি দি মোক মাতি পঠায়। নামদৈয়াং স্কুলৰ তৎকালিন হেড্ পণ্ডিত ৰূপৰাম দাস আৰু দদাইদেই কমলচন্দ্ৰ শইকীয়াই বৌক বুজাই বঢ়াই মোক গোলাঘাটলৈ লৈ যায় আৰু হোষ্টেলত ভৰ্ত্তি কৰে।

ছবছৰ দিন হোষ্টেলত কটোৱাৰ পাচত ৯ম আৰু ১০ম মান শ্ৰেণী দুটা শংকৰ বৰুৱাৰ আশ্ৰমত কটাও। দেশত স্বদেশী আন্দোলন প্ৰৱণতৰ হৈছিল। মোৰ মন তালৈ ঢাল খাইছিল আৰু মই সহযোগ কৰিছিলোঁ। ১০ম মান শ্ৰেণীত থাকোতেই কংগ্ৰেছৰ সক্ৰিয় কৰ্মী হৈ পৰো। ১৯৪১ চনত অসমীয়া বিষয়ত 'লেটাৰ' লৈ ১ম বিভাগত মেট্ৰিক পাছ কৰো।

মেট্ৰিক পাছ কৰাৰ পাচত দেশৰ কামত লাগি এবছৰ সক্ৰিয় কৰ্মী হৈ থকাৰ পাচত কমিনিষ্ট পাৰ্টিৰ সম্পৰ্শলৈ যাওঁ আৰু পিচত যোৰহাট জে, বি, কলেজত নাম লগাওঁ। সেই সময়তেই মই অসম ছাত্ৰ সম্মিলনৰ সম্পাদক হৈ ১৯৪৫ চনৰ জুলাই মাহলৈকে থাকোঁ। নৱ গঠিত কমিউনিষ্ট পাৰ্টিৰ ৯ জন সভ্যৰ এজন হওঁ। কংগ্ৰেছ ত্যাগ কৰো। ছাত্ৰ সম্মিলনৰ কামত সমগ্ৰ অসম দিনং, শিলচৰ, শ্ৰীহট্ট আদিকে ধৰি আৰু ভাৰতৰো কলিকতা, বোম্বে আদি ঠাই ভ্ৰমণ কৰোঁ। ছাত্ৰ সম্মিলনৰ সৰ্বভাৰতীয় নেতা সকলৰ উপৰিও বহুতো প্ৰগতিশীল ব্যক্তিৰ সান্নিধ্য লাভ কৰিবলৈ সুযোগ পাওঁ। লোকপ্ৰিয় গোপীনাথ বৰদলৈ জননেতা বিষ্ণুৰাম মেধি, লোকনায়ক অমিয় কুমাৰ দাস, বিজয় চন্দ্ৰ ভাগৱতী আদি নেতাসকলৰ লগত বিশেষ ঘনিষ্ঠতালৈ আহিবলৈও সুযোগ পাওঁ। দেশৰ কামৰ বাবে জেল নিৰ্যাতনো ভোগ কৰো।

বি, এ, পৰীক্ষা নিদিয়াকৈ সক্ৰিয় ৰাজনীতি ত্যাগ কৰি ১৯৪৫ চনৰ ২ চেপ্তেম্বৰত বোকাখাত ছগমল গুৰুমুখ ৰাই এ. ই স্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব লওঁহি। ৰাইজৰ মাজত পৰিচিত হৈ থকাত আৰু নেতাসকলৰ লগতো সৌহাৰ্দ থকাত স্কুল খনি সোনকালেই হাইস্কুললৈ উন্নীত কৰাত বিশেষ অসুবিধাত নপৰিলোঁ।

বোকাখাতত কেৱল হাইস্কুলখনিক ৰূপ দিয়াই নহয়, এই অঞ্চলৰ বিভিন্ন অনুষ্ঠান গঢ় দিয়া আৰু সমাজ সেৱামূলক কামত ব্ৰতী হওঁ। বোকাখাত কলেজ, কেবাখনো হাইস্কুল, প্ৰাথমিক বিদ্যালয়, কল্যান আশ্ৰম, আদি প্ৰতিষ্ঠান স্থাপনত মুখ্য দায়িত্ব লৈছিলোঁ। বোকাখাত পুৰতি সাহিত্য সভা, মইনা পাৰিজাত, শ্ৰীমন্ত কলা কৃষ্টি বিকাশ কেন্দ্ৰ, নাট্য মন্দিৰ, বোকাখাত দৈনিক বজাৰ আদি প্ৰতিষ্ঠাৰ কামতো অগ্ৰণী ভূমিকা লৈছিলোঁ। তদুপৰি বোকাখাত গাঁও পঞ্চায়ত (তেতিয়া একোটা মৌজাত একোখন কৰেল পঞ্চায়ত আছিল)ৰ সভাপতি হৈ সমগ্ৰ মৌজাটোৰ উন্নয়ণ মূলক কামত আত্মনিয়োগ কৰোঁ।

স্থানীয় এনেবোৰ কামত লিপ্ত থকাৰ উপৰিও সদৌ অসম মাধ্যমিক শিক্ষক সন্থা, অসম প্ৰগতীশীল শিল্পী সাহিত্যিক সংঘ আদিৰ দৰে দায়িত্বপূৰ্ণ অনুষ্ঠানৰ নেতৃস্থানীয় পদবী বহন কৰিবলৈ সমৰ্থ হৈছিলোঁ। ইয়াৰ উপৰিও সাহিত্য সেৱাত মনযোগ দিয়াত সুযোগ সুবিধা লাভ কৰো।

শিক্ষকতাৰ দৰে গুৰুত্বপূৰ্ণ কামত নিজকে ব্যস্ত ৰাখি বোকাখাত হাইস্কুলখনিত নতুন নতুন শিক্ষণীয় বিষয় সংযোজন কৰি ছাত্ৰসকলৰ মান বৰ্দ্ধনৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিলোঁ। হাইস্কুলখনত প্ৰথমে সহকাৰী প্ৰধান শিক্ষক আৰু সম্পাদক হিচাবে কাৰ্য নিৰ্বাহ কৰাৰ পাছত ১৯৫৫ চনত প্ৰাইভেট কৈ বি. এ পাছ কৰি ইয়াৰ প্ৰধান শিক্ষক হওঁ। পিচত ১৯৬১ চনত প্ৰাইভেট এম. এ পাছ কৰোঁ। ১৯৮৪ চনত অৱসৰ গ্ৰহণ নকৰা পৰ্য্যন্ত সম্পাদকৰ দায়িত্বয়ো এৰা দিয়া নাছিল।

মই আজীৱন সাহিত্য চৰ্চাও কৰিছোঁ। ছাত্ৰাৱস্থাতে "অৰুণ" 'মিলন' আদিত লিখাৰ পাচত অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত; স্কুল কলেজৰ স্মৃতি গ্ৰন্থ আদিত বহুতো শিক্ষা, সাহিত্য, সংস্কৃতিমূলক প্ৰবন্ধ লিখো। তিনিখন ৰচনা কিতাপকে ধৰি গল্প, উপন্যাস, জীৱনী, ভ্ৰমণ কাহিনী আদি ১৩ খন কিতাপ লিখোঁ।

মই চৰকাৰৰ পৰা কৃতী শিক্ষক হিচাবে বঁটা লাভ কৰো। আৰু

যোগ্যভাবে স্কুল পৰিচালনা কৰাৰ বাবে প্ৰশংসা পত্ৰও পাওঁ। শিক্ষক আৰু ছাত্ৰসকলৰ প্ৰতি মই সদায় শ্ৰদ্ধাশীল আছিলোঁ। তেওঁলোকৰ সমস্যাবোৰ সমাধান কৰাত আগ ভাগ লৈছিলোঁ। সেয়েহে তেওঁলোকৰ মাজত মই প্ৰিয় আছিলোঁ। সুদীৰ্ঘ শিক্ষকতাৰ কাল ছোৱাত শিক্ষক ছাত্ৰসকলক সুকলমে পৰিচালনা কৰি সুনাম আৰ্জন কৰিছিলোঁ আৰু স্কুলত কোনো ধৰণৰ অপ্ৰিয় অসুৱাই স্থান নাপাইছিল।

সৌভাগ্য বশতঃ মই আন্তৰ্জাতিক খ্যাতি সম্পন্ন "ছোভিয়েত লেণ্ড নেহেৰু বঁটা" লাভ কৰি বিনামূলীয়াকৈ ছোভিয়েত ৰাষ্ট্ৰ ভ্ৰমণ কৰো।

এইটো মই বঢ়াই কোৱা নাই যে স্কুলখনি আছিল মোৰ প্ৰাণকেন্দ্ৰ। দিনটোৰ অধিকাংশ সময় স্কুলতেই কটাওঁ দুপৰীয়া ঘৰত আহাৰ কৰাতো প্ৰায়েই সম্ভৱ নহৈছিল।

মোৰ সহধৰ্মিনী শ্ৰীমতী অন্নদা শইকীয়া কলেজৰ অধ্যাপিকা হোৱাত লৰা-ছোৱালী কেইটিৰ প্ৰতি যত্ন লোৱা আৰু আৰ্থিক ভাবেও সহায় কৰাত মোৰ ৰাজহুৱা কামত ব্ৰতী হবলৈ সুবিধা হৈছিল। তেওঁ অৱশ্যে মহিলা সমিতি আদি গঠন কৰি সমাজ সেৱামূলক কামত ব্ৰতী হোৱাৰ উপৰিও সাহিত্য চৰ্চা কৰিছিল।

শিক্ষকতা কৰাৰ উপৰিও এই অঞ্চলৰ বিভিন্ন কামত লাগি থাকোতে প্ৰায় দুকুৰি বছৰ কেনি পাৰ হৈ গল মই কবই নোৱাৰোঁ। ১৯৮৪ চনত স্কুলৰ পৰা অৱসৰ লৈহে নিজলৈ ঘূৰি চাই দেখিছোঁ যে, চুলি বগা হ'ল দাঁত নতুনকৈ খুৱাই লব লগা হ'ল। এতিয়াও মোৰ যেন ভাগৰ লগা নাই। চৰকাৰী আইনেহে মোক যেন স্কুলৰ পৰা আহিবলৈ বাধ্য কৰিলে।

আৰ্থিক ক্ষেত্ৰত কেতিয়াবা দুৰ্বলতা আহিলেও মই বৰ্তমান সাহিত্য চৰ্চাত ব্ৰতী হৈ থকাত এটি কৰ্মময় জীৱন যাপন কৰি আছোঁ, মোৰ সহায়ৰ হাত আগবঢ়াওতা সহধৰ্মিনী আৰু বৰপো তুলতুলে হাত উজান দি আৰ্থিক দিশটো মোৰ পৰা চমজি লৈছে।

এতিয়া জীৱনটোৰ কৰ্মখিনি ঘূৰি চাই দেখোঁ। কৰিবলৈ যেন বহুতো বাকী বৈ গ'ল। এটা জীৱনত যেন একোৱেই কৰা নহয়।

১৯৪৫ চনৰ জুলাই মাহত নগাওঁত বহা অসম ছাত্ৰ সন্মিলনৰ অধিবেশনত মই সম্পাদকৰ পদৰ পৰা অব্যাহতি লওঁ। (৩) শিক্ষকতাক সমাজ সেৱাৰ অংগ হিচাবেই মই ধৰি লৈ ব্ৰতী হওঁ। কেনেকৈ এজন কৃতী শিক্ষক আৰু সমাজ সেৱক হব পাৰো ইয়াকেই মই সদাই চিন্তা কৰো। যি উৎসাহেৰে সমগ্ৰ অসমত ছাত্ৰ আন্দোলনত প্ৰকৃত হৈছিলো সেই উৎসাহকেই বুকুত সামৰি এই পিচপৰা অঞ্চলৰ উন্নয়ণমূলক কামত ধৰি এক আন্দোলনৰ সৃষ্টি কৰো বুলিয়েই কব পাৰি। সাংবাদিকতা আৰু এজন সমাজ কৰ্মীৰূপে মই সমগ্ৰ জীৱন সেৱা আগবঢ়াই আহিছো।

জীৱনৰ মূল্যায়ণ :—মোৰ জীৱনটো মূল্যায়ণ কৰি দেখা পাইছোঁ যে, আশাতীত নহলেও, যি পৰিবেশত মই জন্ম গ্ৰহণ কৰিছিলোঁ। আৰু ডাঙৰ দীঘল হৈছিলোঁ সেইকালৰ পৰা চাবলৈ গলে অসমৰ সমাজত কৃতী শিক্ষক, শিক্ষাবিদ, সাহিত্যিক, সাংবাদিক সমাজ সেৱী হিচাবে নিজকে প্ৰতিষ্ঠিত কৰিবলৈ পোৱাতো কম গৌৰৱৰ কথা নহয়। দেশৰ আৰু অঞ্চলটোৰ বহুতো প্ৰতিকূল অৱস্থাকো অতিক্ৰম কৰি এই কাম কৰাতো মোৰ বাবে পৰম ভাগ্যৰ কথা।

(৪) প্ৰচলিত শিক্ষা ব্যৱস্থাত মই সমূলি সন্তুষ্ট নাছিলো। তথাপিও সেই শিক্ষাকেই প্ৰদান কৰিব লগীয়া হৈছে যেতিয়া, ছাত্ৰসকলৰ জ্ঞানৰ পৰিসৰ কিছু বৃদ্ধি কৰিবলৈ তাক কৰ্মপ্ৰেৰণা দিবলৈ নানা ধৰণৰ ব্যৱস্থা হাতত লৈছিলোঁ। কোঠাৰী আয়োগৰ পৰামৰ্শৱলী মতে শিক্ষা সংস্কাৰৰ ব্যৱস্থা হোৱাত মই কিছু পৰিমাণে সুখী হৈছিলোঁ। তাত্বিক জ্ঞান দিয়াৰ উপৰিও ছাত্ৰ সকলৰ মাজত কৰ্মপ্ৰেৰণা বঢ়াবলৈ স্কুলত ভালেমান কাৰিকৰী বিষয়ৰ সৃষ্টি কৰিছিলোঁ।

স্কুলৰ চৌহদত ফলমূলৰ গছৰোপন আৰু সেইবোৰৰ সংৰক্ষণৰ ব্যৱস্থা ছাত্ৰসকলৰ দ্বাৰাই কৰাই তাৰ ফল ভোগো কৰাৰ সুবিধা

দিছিলোঁ। স্কুলৰ চৌহদটো এখন আশ্ৰমৰ দৰে গঢ়ি তুলিছিলোঁ। চৌহদ আৰু স্কুলঘৰ পৰিষ্কাৰ পৰিচ্ছন্ন কৰি ৰখাতো শিক্ষাৰ অপৰিহাৰ্য্য অংগত পৰিণত কৰাইছিলোঁ।

স্কুলত সমবায় দোকান পাতি ছাত্ৰসকলক তাৰ ব্যৱহাৰিক জ্ঞান দিয়াৰ উপৰিও আৱশ্যকীয় কিতাপ পত্ৰ, অন্যান্য শিক্ষাৰ সজুলি ইউনি-ফৰ্ম আদিৰ যোগান ধৰা হৈছিল।

স্কুলত এটি "সঞ্চয়িতা বেংক" পাতি তাত তেওঁলোকক টকা জমা দিয়াৰ শিক্ষা দিয়া হৈছিল।

## প্ৰকৃত শিক্ষক

এইটো অপ্ৰিয় সত্য হলেও কব লাগিব যে, বৰ্তমান আমাৰ সমাজত প্ৰকৃত শিক্ষকৰ অভাৱ ঘটিছে। ইয়াৰ কাৰণো অৱশ্যে নোহোৱা নহয়। এই সম্পৰ্কে বিস্তৃত আলোচনাৰ স্থান ইয়াত নাই। যাহক, মোৰ বোধেৰে শিক্ষকক পৰামৰ্শ দিয়াতো কঠিন কাম বুলি মই ভাবো। প্ৰকৃত শিক্ষকে নতুন পুৰুষক গঢ় দিয়াত আত্মো-সৰ্গ কৰিবলৈ প্ৰস্তুত হৈ উঠে। আনৰ পৰামৰ্শলৈ বাট নাচাই এনে শিক্ষকে নিজেই কঠোৰ শ্ৰম কৰি শিক্ষা প্ৰদানৰ বিভিন্ন পদ্ধতি আদি উদ্ভাৱন কৰি লয়।

বৰ্তমান সমাজত শিক্ষক সকলৰ যথাযোগ্য স্থান দিব নোৱাৰাত আৰু আমোলাতান্ত্ৰিক আবেষ্টনীৰ মাজত নিজকে সংকুচিত কৰি ৰাখিব লগীয়া হোৱাত অৰ্থাৎ আমোলা তান্ত্ৰিক ধ্যান ধাৰণাৰে পৰিচালিত শিক্ষা ব্যৱস্থাত আবদ্ধ হব লগীয়া হোৱাত মন থাকিলেও শিক্ষকে মুকলি চিন্তা কৰাৰ অৱকাশ নাপায়। আনহাতে আকৌ প্ৰচলিত সমাজত ত্ৰুটি বিচ্যুতিবোৰেও শিক্ষক সকলক বাককৈয়ে কোবাইছে।

তথাপিও মই ভাবো শিক্ষকসকল ব্যক্তিত্ব সম্পন্ন, অধ্যয়নশীল, কৰ্তব্যনিষ্ঠা আৰু দেশৰে অগণন জনগণ তথা ছাত্ৰ-ছাত্ৰীৰ প্ৰতি সহানু-ভূতিশীল হব লাগে। তেওঁলোকে নানা প্ৰতিবন্ধকতাৰ মাজতো যি

কণ সীমিত সুবিধা পাইছে, তাকেই মুকলি মনেৰে সুস্থ ভাবে প্ৰয়োগৰ দিহা কৰা উচিত বুলি মই ভাবো।

ৰবং নানা সমস্যাবহে সৃষ্টি কৰিছে। ভবিষ্যত বংশধৰ সকলৰ আগত নতুন সমাজৰ স্বৰূপ দাঙি ধৰিব পৰা নাই। সেয়েহে মই ভাবো সামগ্ৰিক ভাবে আৰু সাধাৰণ ভাৱে ছাত্ৰ-ছাত্ৰীৰ মাজত অৱসান আহিছে। দুই এক ব্যতিক্ৰমৰ বাহিৰে মূল কাৰণ এয়ে বুলি মই ভাবো। বিস্তৃত আলোচনা কৰিব বিচৰা নাই।

——

## শ্রীউষারঞ্জন দত্ত পুরুকায়স্থ
## হাইলাকান্দি



ভূমিকা :—মানব জীবনে কোন আদর্শ বা উদ্দেশ্য না থাকিলে জীবনের আশা-আকাঙ্ক্ষার লক্ষ্যে পৌঁছা যায়না। কাজেই মানুষ মাত্রেই কোন না কোন উদ্দেশ্য জীবনেব পাথেয় স্বরূপ থাকা বাঞ্ছনীয়। এই উদ্দেশ্য ও আদর্শকে বাস্তবায়িত করিতে হইলে সাধনার প্রয়োজন। সাধনা ব্যতীত লক্ষ্যে পৌঁছা সুদূর পরাহত।

বিশ্ববিখ্যাত মনিষী ডঃ সর্বপল্লী রাধাকৃষ্ণণ বলিয়াছিলেন জ্ঞান রাজ্যের বিচরণ বিদ্যাচর্চাব শ্রেষ্ঠ পুরস্কার। বিদ্যাচর্চার মাধ্যমে জ্ঞান জন্মে ঐ জ্ঞান হইতে জাত হয় প্রেরণা, আনন্দ অর্থাৎ আত্মতৃপ্তি। সেই আত্মতৃপ্তি লাভ লক্ষ্যে পৌঁছাব পথ প্রদর্শক।

১৯৪০ বাংলার ৬ই বৈশাখ হাইলাকান্দি মহকুমার অন্তর্গত বোয়ালীপার গ্রামে বিখ্যাত দত্ত পুরকায়স্থ বংশে আমার জন্ম হয়। আমার পিতার নাম স্বর্গীয় উপেন্দ্র চন্দ্র দত্ত পুরকায়স্থ, মাতর নাম ৺হিরন্ময়ী দেবী। মাতা পিতার অপার আশীর্বাদে প্রাইমারী

ও এম ই পাশ করিয়া ১৯৫২ ইংরাজীতে গৌহাটী বিশ্ববিদ্যালয়ের অধীনে প্রবেশিকা পরীক্ষায় উত্তীর্ণ হই। ১৯৫০ ইংরাজীতে অকস্মাৎ আমার পিতা, ঠাকুরমা ও পিসিমা তিনজনই অন্ধ হইয়া পড়েন। পরিবার পরিচালনার সম্পূর্ণ দায়িত্ব আমার উপর ন্যস্ত হয়। উচ্চ শিক্ষালাভের পরম উৎসাহ ও উদ্দীপনা থাকা স্বত্বেও ১৯৫৩ ইংরাজীর ১লা আগষ্ট পারিবারের অন্ন বস্ত্রের সংস্থান কল্পে প্রথমদিকে শিক্ষকতায় অনিচ্ছা থাকা সত্ত্বেও পারিবারিক দুরাবস্থার দরূণ বাধ্য হইয়া শিক্ষকতাকে বরণ করিয়া নিতে হয়।

তখনকার এ, এস, আই শ্রদ্ধেয় শ্রীযুক্ত সুরেশ চন্দ্র ভট্টাচার্য্য মহাশয়র কৃপায় হাইলাকান্দি মহকুমার পশ্চিমস্থ সরসপুর পাহাড়ের নিকটবর্ত্তী তপশীল এলাকাভুক্ত ২৭৮ নং তুন্দুর কান্দি স্কুলে অস্থায়ী ভারপ্রাপ্ত প্রধান শিক্ষক পদে নিযুক্ত হই। কর্তব্যের তাগিদে অত্যন্ত দুর্গম রাস্তা অতিক্রম করিয়া চার বৎসর সুনামের সহিত শিক্ষকতা করিয়াছি। অতঃপর কর্ত্তৃপক্ষ সন্তুষ্ট হইয়া ১৯৫৬ ইংরাজীর আগষ্ট মাসে হাইলাকান্দি বুনিয়াদী প্রশিক্ষণ কেন্দ্রে বুনিয়াদী প্রশিক্ষণ নেওয়ার জন্য নির্দ্দেশ দেন। ১৯৫৭ ইংরাজীতে প্রশিক্ষণ উত্তীর্ণ হইয়া কর্মস্থলে ঐ বিদ্যালয়ে কাজে যোগদান করি। ১৯৬০ ইংরাজীতে হাইলাকান্দি বুনিয়াদী প্রশিক্ষণ কেন্দ্রে প্রেকৃটিসিং স্কুল খোলা হয়। শ্রদ্ধেয় অধ্যক্ষ শ্রীযুক্ত অমরেশ মজুমদার আমার শিক্ষাদান পদ্ধতিতে উদ্বুদ্ধ হইয়া আমাকে সেই স্কুলে সহশিক্ষক পদে নিয়োগ করেন। উপদেষ্টা মণ্ডলিও অধ্যক্ষ মহোদয় গণের সুপরামর্শে সুদীর্ঘ ১১ বৎসর সুনামের সহিত শিক্ষকতায় সন্তুষ্ট হইয়া ১৯৭১ ইংরাজীতে আমাকে শহরস্থ প্রগতিশীল স্কুলে প্রধান শিক্ষক পদে বদলী করা হয়। আমার বদলীতে প্রেকৃটিসিং স্কুলে শিক্ষাদানের অভাব পরিলক্ষিত হওয়ায় ১৯৭৩ ইংরাজীতে পুনরায় আমাকে ৫২৬ নং প্রেকৃটিসিং স্কুলে প্রধান শিক্ষক পদে বদলী করিয়া আনা হয়।

প্রশিক্ষণ কেন্দ্রের উপদেষ্টা মণ্ডলি, প্রশিক্ষার্থী ভাইবোন, এমন কি

অধ্যক্ষজীর সুপরামর্শে বিভিন্ন সমস্যার সম্মুখীন হইলেও আলোচনার মাধ্যমে সমাধান করিয়া পরমতৃপ্তি সহকারে শিক্ষাদান করিয়াছি। ফলে সেই এলাকার জনসাধারণ, প্রশিক্ষার্থী, উপদেষ্টা মণ্ডলি অধ্যক্ষ মহোদয়গণের নিকট হইতে ভূয়সী প্রশংসা পত্র পাইয়াছি। ১৯৭৬ ইংরাজীতে শহরস্থ ৫২৩ নং শ্রীচৈতন্য বিদ্যাপীঠের প্রধান শিক্ষকের পদ খালি হওয়ায় এই অনুন্নত এলাকার জনসাধারণের অনুরোধে বিদ্যালয়ের উন্নতি সাধনের জন্য ১৯৭৫ ইংরাজীতে কর্ত্তৃপক্ষের অনিচ্ছা থাকা সত্ত্বেও বাধ্য হইয়া সেখানে প্রঃ শিঃ পদে আমাকে বদলী করেন। সেখানকার জনসাধারণ, ছাত্র-ছাত্রীও সহকর্মীগণ আমাকে অত্যন্ত স্নেহের চক্ষে দেখিতেন। কিন্তু সেখানকার আত্ম-তৃপ্তি বেশীদিন স্থায়ী হইলনা। ১৯৮১ ইংরাজীর মার্চ মাসে ৫১৯ নং দয়াময়ী পাঠশালার প্রধান শিক্ষক অবসর গ্রহণ করায় সেই এলাকার ছাত্র-ছাত্রী, সহকর্মীগণ ও জনসাধারণের উৎসাহ-উদ্দীপনা আশা-ভরসা সবকিছু ত্যাগ করিয়া কর্তৃপক্ষের নির্দেশে ১৯৮২ ইংরাজীর ১লা মার্চ প্রঃ শিঃ হিসাবে এই বিদ্যালয়ে বদলী হই! আমার কার্য্যকলাপে, ব্যবহারে ছাত্র-ছাত্রী, শিক্ষক-শিক্ষিকা, অভিভাবক ও জনসাধারণ অত্যন্ত তৃপ্ত বলিয়া আমার বিশ্বাস। উর্দ্ধতন কর্ত্তৃপক্ষ মহল ও সন্তুষ্ট।

আমি জ্ঞাতসারে কখনও কর্তব্য কর্মে অবহেলা করি নাই, এবং কখনও কর্মফলের আশায় আশান্বিত থাকি নাই। আমার দৈনন্দিন জীবনে আপ্রাণ চেষ্টা করিয়া গীতার সেই শাশ্বত বাণীকে আমার কর্মময় জীবনের মাধ্যমে বাস্তবায়িত করার চেষ্টা করিয়াছি।

তস্মাদসক্তঃ সততং কার্য্যং কর্ম সমাচর।
অসক্তোহ্যাচরণ কর্ম পরমাপ্নোতি পুরূষ॥

তাই সর্বোত্তভাবে জীবনকে কর্মের মাধ্যমে পরিস্ফুট করার চেষ্টা করিয়াছি। কারণ কর্মই ধর্ম, যথাযথ কর্ম করিলে ভগবান সেই কর্মের অনুদান স্বরূপ ফলদান করেণ। কর্তব্য কর্মে নিষ্ঠার অভাব থাকলে

ফলের আশা করা বৃথা। তাই আমি ভগবানের শ্রীচরণে আকুল প্রার্থনা করি—তাঁহার অপার করুণায় এই উপমহাদেশ ভারতবর্ষের প্রত্যেক শিক্ষক সুন্দর ও শাশ্বত মন নিয়ে প্রতিটি শিশুর অন্তর্নিহিত ভাবধারাকে সাবলীলভাবে প্রকাশনা করিতে ব্রতী হইয়া আমার প্রাণ প্রিয় দেশ এই ভারতবর্ষে যেন এক নতুন ইতিহাসের সৃষ্টি করিতে পারে।

বর্তমান সঙ্কটপূর্ণ আবহাওয়ায় বিশ্বের সংগে সামঞ্জস্য রাখিয়া আধুনিক যুগের ভাবী সমাজ গঠনের নিতান্ত প্রয়োজন। বিশ্বের দরবারে সবসময় ভারত পঞ্চশীল নীতি তথা বিশ্বমানবতার এক অনন্য উপাসক হিসাবে চিরদিন পরিগণিত হইয়া আসিতেছে। বিশ্বের প্রতিটি ভাষাভাষী গণের কাছে ভারতীয় সংস্কৃতি ও ঐতিহ্য চিরবন্দিত—এতভাষাভাষী জনগণ তাঁদের নিজস্ব ভাষাও কৃষ্টিও সংস্কৃতি নিয়া এক ও অনন্য ভারতবাসীরূপে দীর্ঘকাল যাবৎ বসবাস করিয়া আসিতেছে। সর্বধর্ম, ভাষা কৃষ্টির সমন্বয়ে এক জাতি এবং এক অনন্য ভারতীয় সমাজ ব্যবস্থা গড়িয়া তোলার জন্য কেন্দ্রীয় সরকার বিভিন্ন পরিকল্পনা গ্রহণ করিয়াছেন—বিশেষভাবে শিক্ষাকে ভারতীয় সমাজের সর্বস্তরে পৌঁছাইয়া দিয়া জাতীর সংহতির বুনিয়াদকে সুদৃঢ় করার প্রচেষ্টা চালাইয়াছেন। এই প্রচেষ্টা আপামর ভারতের শিক্ষক। শিক্ষিকা গণের কর্মোদ্দীপনায় বাস্তবায়িত হইয়া এইদেশ একদিন সোনার ভারত হিচাবে পরিচিত হইবে—এ আমার স্থির বিশ্বাস। তাই প্রথিত যশা এবং নিরন্তর শিক্ষাকার্য্যে নিয়োজিত বিশিষ্ট শিক্ষাবিদগণ বিভিন্ন সমীক্ষা, গবেষণা ও চিন্তা ধারারপর এক নূতন শিক্ষানীতির প্রবর্তন করিয়াছেন। এই শিক্ষানীতির বুনিয়াদ গঠনের দায়িত্ব ঐ সব বিশিষ্ট শিক্ষাবিদগণ বিশেষভাবে প্রাইমারী শিক্ষক শিক্ষিকাগণের উপর ন্যস্ত করিয়াছেন।

নূতন শিক্ষানীতির মুখ্য উদ্দেশ্য হইল শিশুর সার্বিক উন্নতি বিধান। আধুনিক যুগে এমন সমাজ গঠন করিতে হইবে, যাহারা

বিশ্বের সকল জাতির সংগে সামঞ্জস্য রাখিয়া বিভিন্ন বৈজ্ঞানিক পরীক্ষাও সমীক্ষা দ্বারা আমাদের সমাজকে অন্ধকার থেকে আলোর পথে নিয়া যাইবে। বর্তমান সমাজে বেকার সমস্যার সমাধান প্রয়োজন তেমনি পরিবেশমুক্ত হইয়া জাতীয় সংহতি গঠন অবশ্যম্ভাবী। তাছাড়া জনসংখ্যা বৃদ্ধির ক্ষেত্রেও শিক্ষক সমাজের মুখ্য ভূমিকা গ্রহণ করা দরকার।

এই গুরুদায়িত্ব পালনের জন্য প্রত্যেক শিক্ষক। শিক্ষিকা রেডিও, টেলিভিসন, পত্র—পত্রিকার মাধ্যমে প্রচার কার্য্য চালাইয়া দেশ-বিদেশের খবরাদি সংগ্রহ করিতে হইবে। কারণ ঐসব খবরাদি শিশুদের সম্মুখে পরিবেশন করিয়া দেশ ও বিদেশের আধুনিক সমাজ ব্যবস্থার সাথে পরিচিত করিয়া দেওয়ার নৈতিক দায়িত্ব শিক্ষক সমাজের উপর বহুলাংশে নির্ভর করিবে।

আধুনিক যুগ বিজ্ঞানের যুগ। এই যুগে আমাদের বিজ্ঞান সম্মত ভাবে বিশ্বর গতিবিধি ও প্রগতির সংগে মিল রাখিয়া প্রতিটি শিশুকে বিজ্ঞান বিষয়ে পারদর্শী করিয়া গড়িয়া তুলিতে হইবে। আমি এই শিক্ষানীতিকে শ্রদ্ধার সহিত সমর্থন করি। এই শিক্ষা-নীতির মাধ্যমে আজকের শিশু সমাজ আগামী দিনের পৃথিবীর কাছে এক বিশিষ্ট জাতি হিসাবে গড়িয়া উঠিবে ইহাই আমার স্থির বিশ্বাস।

আমরা যদি নিষ্ঠা সহকারে সমাজের জনসাধারণের সংগে সহযোগিতা করিয়া সভাসমিতির মাধ্যমে প্রচার কার্য্য চালাইয়া গ্রামে গঞ্জে সর্বত্র এই নীতির আদর্শকে সমাজের সমক্ষে তুলে ধরি তবে আশা করি এই নীতি আদর্শ সমাজের সর্বস্তরের লোকেরা স্বতস্ফূর্ত ভাবে গ্রহণ করিবে, কিন্তু সর্বাগ্রে থাকিতে হইবে শিক্ষকের ত্যাগ, নিষ্ঠা এবং কর্মপ্রবণতা।

শিক্ষকতা এক গুরুত্বপূর্ণ অধ্যায়। জন্মগত শিক্ষকের সংখ্যা স্বল্প। এই স্বল্প সংখ্যক শিক্ষক দ্বারা আমাদের এই উপমহাদেশ ভারতবর্ষের

শিক্ষা ব্যবস্থা অচল হইয়া যাইবে—এই কথা বিভিন্ন শিক্ষাবিদ তাঁহাদের গবেষণা লব্ধ জ্ঞান দ্বারা সরকারের নৈতিক দায়িত্ব পালনে সহায়তা করিয়াছেন—তাই সরকার অগ্রনীয় ভূমিকা নিয়া বিভিন্ন জনকে শিক্ষকতা কাজের উপযুক্ত করিয়া তুলেন।

আজকের বৈজ্ঞানিক যুগে ভাবী শিশুর মানবিক বিকাশে শিক্ষক সমাজের দায়িত্ব অপরিসীম। শিক্ষকগণ বৈজ্ঞানিক চিন্তাধারার ভিত্তিতে আজকের শিশুকে আগামীদিনের পৃথিবীর উপযুক্ত করিয়া সমাজ গঠনের হাতিয়ার করিয়া গড়িয়া তুলিতে হইবে। মণিষীগণের চিন্তা ধারার সংগে মিল রাখিয়া তাঁহাদের বহুমুখী চিন্তাধারা প্রসূত প্রতিভার সহায়তায় ভাবী শিশুদেরে গঠন করিয়া নিজের জীবনাদর্শকে কুসুমাস্তীর্ণ কবিবেন। সদ্‌চেষ্টা, সৎপরামর্শ, সদ্‌জীবন যাপন করিয়া নিষ্ঠা সহকারে সময়ানুবর্ত্তী হইয়া কর্ত্তব্য কর্মে ব্রতী হইবেন। শিশুরা অনুকরণ প্রিয় তাহারা শিক্ষকের আদর্শে অনুপ্রাণিত হইয়া আধুনিক যুগের সুন্দর বাতাবরণ সৃষ্টি কবিবে।

আসুন—শিক্ষক শিক্ষিকা ভাইবোন গণ আমরা পূর্ণ উদ্যমে কর্ত্তব্য কর্মে ব্রতীহই যাহাতে আমাদের দুর্বলতায় শিশু সমাজের বুনিয়াদ নষ্ট না হয়, আমাদের কর্মদক্ষতায় ভাবী সমাজ পৃথিবীর বুকে এক বিশিষ্ট জাতি হিসাবে গড়ে উঠুক ইহাই পরম পিতার নিকট প্রার্থনা করি।

## শ্রীসুধাংশু বালা দত্ত

প্রধান শিক্ষিকা

৫১৭ নং শ্যামল চরণ জ্ঞানদা সুন্দরী পাঠশালা

হাইলাকান্দি অসম।



শ্রীহট্ট জিলার মৌলবী বাজার মহকুমার গোপীনাথপুর গ্রামে এক মধ্যবিত্ত পরিবারে আমার জন্ম হয়। আমার পিতা ৺যতীন্দ্রনাথ দত্ত একজন মিরাশদার ছিলেন।

আমি ১৯৪৪ ইংরাজীতে সুনিয়া কালীপ্রসাদ এম. ই স্কুল হইতে পাশ করি। বাড়ীর নিকটে উচ্চ ইংরাজী বিদ্যালয় না থাকায় পড়াশুনায় আগ্রসর হইতে পারি নাই। ১৯৫০ ইংরাজীতে দেশ বিভাগের ফলে করিমগঞ্জে এক আত্মীয়ের বাড়ীতে চলিয়া আসিতে হয়। সেখানে থাকাকালীন আমার বড় বোনের চেষ্টায় ১৯৫২ ইংরাজীতে হাইলাকান্দি আসিয়া শিক্ষক নির্ব্বাচনী পরীক্ষা দেই। এই পরীক্ষায় প্রথম স্থান অধিকার করি।

১৯৫৩ ইংরাজীর ৯ ই নবেম্বর তারিখে হাইলাকান্দি রামকৃষ্ণ পাঠশালায় সহকারী শিক্ষিকার পদে যোগদান করি। সেই সময়

হইতেই আমার কর্মজীবন আরম্ভ হয় ও সমাজের কাজে আত্ম নিয়োগ করি। ১৯৫৭ ইংরাজীর এপ্রিল মাসে রামকৃষ্ণ পাঠশালাব সঙ্গে শ্যামাচরণ বালিকা বিদ্যালয় একত্র হইয়া ভূমিদাতাগণের মাতাপিতার নামানুসারে নামকরণ হয় ৫১৭ নং শ্যামাচরণ জ্ঞানদা সুন্দরী পাঠশালা।

১৯৫৪ ইংরাজীতে রেডক্রস টেনিং ফিজিকেল টেনিং প্রাপ্ত হই। ১৯৫৬ ইংরাজীতে বেসিক্ টেনিং পাশ করি। ১৯৭৫ ইংরাজীতে অঙ্কের সিমিনারে যোগদান করি।

১৯৭৬ ইংরাজীর ১৫ ই মার্চ তারিখে এই বিদ্যালয়েই প্রধান শিক্ষিকার দায়িত্ব ভার গ্রহণ করি। ১৯৭৭ ইংরাজীতে Refresher Training Course এ যোগদান করি। ১৯৮২ ইংরাজীতে রাজ্যিক পুরস্কার লাভ করি। ১৯৮৩ ইংরাজীতে রাজ্যিক বিজ্ঞান প্রশিক্ষণ ও ১৯৮৬ ইংরাজীতে রাষ্ট্রীয় শিক্ষানীতি প্রশিক্ষণ প্রাপ্ত হই।

১৯৮৯ ইংরাজীর ১ লা মে শিক্ষকতার কাজ হইতে অবসর গ্রহণ করিব।

শিক্ষা ব্যবস্থার মতামত

শিক্ষক, শিক্ষার্থী ও শিক্ষণীয় বিষয় নিয়াই শিক্ষাকার্য্য পরিচালিত হয়। জাতির প্রয়োজন ও আদর্শ অনুসারে শিক্ষাব্যাপার নিয়ন্ত্রিত হইয়া থাকে। নির্বাচিত ও সংরক্ষিত ঐতিহ্যকে শিক্ষা ব্যবস্থার নির্দ্দেশক কাঠামো বলা চলে। এই কাঠামো দেশ, কাল, পাত্র ভেদে বিভিন্ন প্রকার হইয়া থাকে।

বর্ত্তমান কালে আমাদের দেশে রাষ্ট্রীয় শিক্ষানীতি চালুকরার জন্য প্রাথমিক পর্য্যায়ে শিক্ষকগণকে প্রশিক্ষণ দেওয়া হইতেছে।

৩ হইতে ৬ বৎসর পর্য্যন্ত রাজ্যের সমস্ত প্রাথমিক বিদ্যালয়ে প্রাক্ প্রাথমিক শ্রেণী খোলা প্রয়োজন। মুষ্টিমেয় প্রাথমিক বিদ্যালয়ে উক্ত বয়সের শিশুদের শিক্ষার ব্যবস্থা আছে। রাজ্যের সমস্ত প্রাথমিক বিদ্যালয়ে এই বয়সর শিশুদের শিক্ষার ব্যবস্থা না থাকায় প্রাথমিক শিক্ষার সমতা রক্ষা হইতেছেনা।

৬ হইতে ১১ বৎসর বয়সের ছেলেমেয়েদের জন্য বাধ্যতামূলক অবৈতনিক শিক্ষা ব্যবস্থা শিক্ষা পরিকল্পনার অন্তর্ভুক্ত। এই শিক্ষা পরিকল্পনা রূপায়নে গৃহ, অর্থ, আসাবাব পত্র শিক্ষা সরঞ্জাম ও আদর্শ শিক্ষকের প্রয়োজন।

কেহ যদি শিক্ষকতার প্রতি স্বাভাবিক অনুরাগ লইয়া জন্ম গ্রহণ করেণ, তবুও তদভিমুখী চর্চা বা শিক্ষা না থাকিলে সেই গুণ বা সম্ভাব্যতার বিকাশ সাধিত হইতে পারেণা। যোগ্যতা ও মেধার বিচার করিয়া শিক্ষক নির্বাচন করা উচিত। প্রাথমিক শিক্ষা ক্ষেত্রে কিছু সংখ্যক অভিভাবকের অবহেলা ও কিছুসংখ্যক শিক্ষকের দায়িত্ববোধ ও কর্তব্যজ্ঞানের অভাব পরিলক্ষিত হয়। এইসব কারণেই প্রাথমিক স্তরে কোন শিক্ষা পরিকল্পনা ফলপ্রসূ হয়না।

পাঠ্য বিষয় সম্পর্কে ব্যাপক দৃষ্টিভঙ্গী পূর্বে ছিলনা। শিক্ষার্থীর জ্ঞান অর্জন ও শিক্ষা প্রচেষ্টাকে সর্থক রূপ দেওয়ার জন্য পাঠ্য তালিকা প্রস্তুত করা হয়। কিছুসংখ্যক অভিজ্ঞ শিক্ষক সহযোগে সরকার পাঠ্য বহি তৈরী করিয়া বিনামূল্যে সেই বহিগুলি ছাত্র-ছাত্রীদের মধ্যে বিতরণ করিতেছেন। শিক্ষা বর্ষ আরম্ভের অনেক পরে বিদ্যালয় গুলিতে বহি দেওয়া হয়। কিন্তু শিক্ষাবর্ষ আরম্ভের সঙ্গে সঙ্গেই বাজারে উচ্চমূল্যে নোট বহিসহ বহি বিক্রয় হইতেছে। বহি গুলিতে অজস্র ভুল আছে। অনেক ক্ষেত্রে সেই ভুলই শিক্ষা দেওয়া হইতেছে। শিক্ষার মান উন্নত করিতে হইলে পাঠ্য তালিকা ও পাঠ্যবহির প্রতি সরকারের দৃষ্টি দেওয়া একান্ত প্রয়োজন।

বিদ্যালয়ে যে শিক্ষাদান বা শিক্ষা অর্জনের ব্যবস্থা, তাহা কতকটা সফল হইতেছে, নির্দ্ধারণ করার জন্য পরীক্ষা গ্রহণ করা হয়। প্রচলিত পরীক্ষা পদ্ধতিতে শিক্ষার্থীর মানসিক শক্তি ও গুণাগুণের সঠিক মান নির্ণয় হয়না বলিয়াই শিক্ষার কাঠামো সুদৃঢ় হইতেছেনা। পরীক্ষা পদ্ধতির সংস্কার সাধন করা। প্রতিযোগিতামূলক পরীক্ষায় কর্তৃপক্ষের সজাগ দৃষ্টি রাখা প্রয়োজন মৌখিক পরীক্ষা বর্জন,

প্রশ্ন পত্র টেজারীতে রাখা প্রতিবৎসর নুতন ভাবে পরীক্ষক নির্বাচন করা।

বিদ্যালয় গৃহ দেব মন্দির সমতুল্য। কোমল মতি প্রত্যেকটি শিশুকে গড়িয়া তোলার দায়িত্ব আমাদের শিক্ষক সমাজের উপর। কোন কোন স্থানে বিদ্যালয় গৃহ নাই, কোনেও গৃহ জরাজীর্ণ। সরকারী অনুদান পাইলেও অনেকাংশে গৃহ নির্মাণ কাজে ব্যয় হয়না।

শিক্ষা ব্যবস্থার মতামত দিতে গিয়া আমাদের বিভিন্ন সমস্যা লিপি বদ্ধ করিলাম। আমাদের শিক্ষকদের ও সমাজের কর্ণ ধারদের মানসিক চিন্তা ধারা উন্নত ধরণের না হইলে কোন শিক্ষা পদ্ধতিতেই সর্ব্বাঙ্গ সুন্দর হইবেনা।

ভবিষ্যৎ শিক্ষক-শিক্ষয়িত্রী জন্য পরামর্শ

আমাদের দেশে অগনিত অন্নহীন, বস্ত্রহীন, স্বাস্থ্যহীন, জ্ঞানহীন, নির্য্যাতিত, পতিত, দুর্দশা গ্রস্থ নর নারীর উন্নয়ন সহজ ব্যাপার নয়। যে ব্যক্তি দুইবেলা দুই মুঠি আহার পায়না, তাহাকে ধর্মের বাণী, আত্মার কথা শুনানো বৃথা। সুতরাং দেশের শিক্ষিত ধনী, প্রতিপত্তিশালী ব্যক্তিদের ঐকান্তিক চেষ্টা ও সহযোগীতার প্রয়োজন।

শিক্ষক হইবেন শিক্ষা সৈনিক। দেশের জন সাধারণের সঙ্গে শিক্ষকের যোগসূত্র অটুট রাখিতে হইবে। শিক্ষা শুধু বাহির হইতে বিদ্যা চাপানো নয় শিক্ষার উদ্দেশ্য সুষ্ঠু ও সর্বাঙ্গীন চরিত্র গঠন ও ব্যক্তিত্বের বিকাশ। শিক্ষার ব্যাপক ও সুদূর প্রসারী উন্নতির জন্য ত্যাগী ও সুশিক্ষিত শিক্ষকের প্রয়োজন।

আমাদের শিশুদের মনের সঙ্গে পরিচিত হওয়া শিক্ষকদের একান্ত প্রয়োজন। শিক্ষক শিক্ষিকাগনের বিজ্ঞান আবিস্কৃত শিক্ষা বিষয়ক মূল তথ্য সম্বন্ধে জ্ঞান আহরণ করিতে হইবে এবং সেই জ্ঞান বাস্তবক্ষেত্রে প্রয়োগ করিতে হইবে।

আমাদের শিক্ষকদের কর্তব্য শিশুর বিকাশে, স্তর অনুসারে সহজাত বুদ্ধি, ভাব, আবেগ ও আত্মবোধর সাহার্য্যে বিষয়ে বস্তুকে

চিত্তাকর্ষক করিয়া উহাতে আকৃষ্ট ও মনোযোগী করা। স্বৈচ্ছিক মনোযোগে অভ্যাস ও চরিত্র গঠন প্রাথমিক স্তরেই সম্ভব। ইহাতে পিতা মাতা ও পরিবারের লোকদের সহযোগিতার একান্ত আবশ্যক। নিষ্ঠাবান শিক্ষকদের নিকট পিতামাতা ও অভিভাবক গণ সহযোগিতার জন্য নিজেরাই আগাইয়া আসেন এবং বিদ্যালয়ের উন্নতির জন্য অর্থ সাহায্য করিয়া থাকেন। ইহা আমার বাস্তব অভিজ্ঞতা।

প্রাথমিক বিদ্যালয়েই শিক্ষার ভিত্তি গঠন করিতে হইবে, নতুবা দেশের ও জাতির উন্নতি সম্ভব পর নয়।

## মঃ মচকন্দৰ আলি লস্কৰ
## হাইলাকান্দি টাউন এম, ই,



১৯২৮ ইংবাজীব ১লা অক্টোবর তাবিখে কাছাড় জেলার অন্তর্গত হাইলাকান্দি মহকুমার উজানকুপা নামক একটি ছোট গ্রামে জন্ম গ্রহণ করি। পিতাব নাম মরহুম আচাব আলী লস্কর ও মাতার নাম মরহুমা মাজিদা বেগম লস্কর। গ্রামের বিদ্যালয়ে বাল্য শিক্ষা শেষ করে হাইলাকান্দি গভর্ণমেণ্ট স্কুলে ভর্তি হই—ববং ১৯৪৮ ইংরাজীতে উক্ত স্কুল হইতে মেট্রিকোলেশন পরীক্ষা পাশ করি, কিন্তু পারিবারিক অবস্থা শোচনীয় থাকায় কলেজে ভর্তি হওয়া সম্ভব হয় নি; সুতরাং অভাবের তাড়নায় বাধ্য হয়ে চাকরীর অন্বেষণ করিতে হয়। ১৯৪৯ ইংরাজীর ১লা ফেব্রুয়ারী তারিখে হাইলাকান্দি সিনিওর সহকারী শিক্ষক হিসাবে নিযুক্ত হই। এই চাকরীতে থাকিয়া প্রাইভেট ভাবে পড়া আরম্ভ করি। এবং ১৯৬৪ সালে বি-এ, পরীক্ষায় অবতীর্ণ হই; কিন্তু দুঃখের বিষয় এই সময় মাতা অসুস্থ হইয়া পড়েন, পড়ায়·

চিন্তা ছেড়ে মাতার সেবাতে নিজেকে নিযুক্ত রাখতে হ'ল। সুতরাং পরীক্ষার ফল ভাল নি। বৎসয়ান্তে মাতৃবিয়োগ ঘটে।

দীর্ঘ ১২ বৎসব কাল হাইলাকান্দি সিনিওর মাদ্রাসায় উক্ত পদে বহাল ছিলাম। ঐ সময়ে ১৯৫৫ শালে প্রথম পঞ্চায়েত নির্বাচনে যোগদান করিতে চাহিলে—মাদ্রাসাড় পরিচালক কমিটি সমাজ সেবার কথা বিবেচনা পরে উক্ত নির্বাচনে যোগদান করতে অনুমতি দেন, এবং পর পর দুইটি নির্বাচনে ১৯৫৫ শাল হইতে ১৯৬০ শাল পর্য্যন্ত বিনা প্রতিদ্বন্দ্বিতায় বোয়ালীপর করেল পঞ্চায়েতের ভাইস্ প্রেসিডেণ্ট হিসাবে নির্বাচিত হই। এই দীর্ঘ ৬ বৎসর কাল স্কুলের সম্পূর্ণ দায়িত্ব শেষ করে বাকী সময়টুকু সমাজের সেবাতে নিজেকে নিযুক্ত রাখতাম। ইহাব পর ১৯৬০ সালে সিনিওব মাদ্রাসা থেকে এম-ই, পৃথক করিয়া নেই এবং হাইলাকান্দি টাউন এম-ই, মাদ্রাসা নাম দিয়া উক্ত মাদ্রাসার প্রধান শিক্ষক (ফাউণ্ডার) ও সেক্রেটারী নিযুক্ত হই। এই বৎসরই ১৯৬০ সালে হাইলাকান্দি টাইটেল মাদ্রাসা আমারই প্রচেষ্টায় স্থাপিত হয় এবং আমিই উক্ত মাদ্রাসার ফাউণ্ডাব সেক্রেটারী হিসাবে মনোনীত হই। ১৯৭০ সাল পর্য্যন্ত উক্ত পদে বহাল থাকিয়া মাদ্রাসাব উন্নতির জন্য আপ্রাণ চেষ্টা করি।

১৯৬৩ সালে হাইলাকান্দি টাউন এম-ই মাদ্রাসার একই কম্পাউণ্ডে হাইলাকান্দি টাউন হাই মাদ্রাসা—স্থাপন কার এবং ভারপ্রাপ্ত প্রধান শিক্ষক (Incharge) ও সেক্রেটারী হিসাবে ১৯৮০ সাল পর্য্যন্ত উক্ত পদে বহাল থাকিয়া মাদ্রাসার সেবা নিরলাস ভাবে করিয়া এবং মাদ্রাসা 'প্রাভিন্‌শিয়েলাইজ' হওয়ার মুহূর্ত্তে উক্ত পদ হইতে অবসর গ্রহণ করি।

এই ভাবে দীর্ঘ ৩৭ বৎসর কাল শিক্ষাদান কার্য্যে নিজেকে লিপ্ত রেখে ১৯৮০ ইংরাজীর ১লা অক্টোবর তারিখে হাইলাকান্দি টাউন এম-ই, মাদ্রাসার প্রধান শিক্ষকের পদ হইতে অবসর গ্রহণ করি। অবসর গ্রহণের কয়েকমাস পূর্বেই জানতে পারলাম, আমি ১৯৮৪ইং

ইংরাজীর রাজ্যিক পুরস্ক'র লাভ করেছি। সুতরাং গত ৫ ই সেপ্টেম্বর তারিখে গৌহাটীতে গিয়ে মাননীয় শিক্ষা মন্ত্রী মহোদয়ের কাছ হইতে ঐ পুরস্কার গ্রহণ করি।

বর্তমানে আমি "আহমদিয়া লাইব্রেরী" নাম দিয়া হাইলাকান্দি টাউনে একটি বহিব দোকান আরম্ভ করে কোনমতে জীবন অতিবাহিত করিতেছি। ...

(৩) শিক্ষা ব্যবস্থাত মতামত ঃ—শিক্ষাব উদ্দেশ্য হচ্ছে মানুষ গড়া। মানুষ গড়া মানে ছাত্রেব শারীরিক, মানষিক ও চারিত্রিক উন্নতি ও উৎকর্ষ সাধন। প্রত্যেকটি মানুষ জন্মায় নিজস্ব কিছু সামথ নিয়ে। মানুষেব মধ্যে থাকে কিছু ইতিবাচক দিশ ও কিছু নিতীবাচক দিশ। শিক্ষক যদি ব্যক্তিগত প্রবণতা এবং সামর্থ অনু-ধাবন করিতে পারেণ, যদি ইতিবাচক দিশকে জোবদাব করিতে পাবেণ, তাহা হইলে একটি শিশুকে মানুষ বানানোর কাজ সহজ হয়।

আজকাল একদিশে বেড়ে, গেছে মাষ্টার নির্ভরতা,—অর্থাৎ প্রাই-ভেট টিউটব ছাড়া কেউ এগুতে পাবে না. অন্যদিশে কেবল পরীক্ষা পাশেব—উদ্দেশ্য পড়া, তার বেশী নয়। কিন্তু এতে ও হচ্ছেনা, পরীক্ষার 'হলে' গিয়া নকল না করলেই নয়। এই প্রবৃত্তি না বদলালে শিক্ষার উন্নতি হবে না। তার জন্য শিক্ষকদেরকে যা করতে হবে, বলে আমি মনে করি, তা এই যে ক্লাস ওয়ার্ক বাড়াতে হবে, হাতে কলমে— লিখানোর উপর জোর দিতে হইবে, যাতে টিউটরের জন্য কিছু রেখে দেওয়া না হয়। ক্লাসে ছাত্রসংখ্যা বেশী না থাকাটাই বাঞ্ছনীয়, যাহাতে শিক্ষক মহাশয় সকল ছাত্রের যত্ন সরাসরি নিতে পারেন। শিক্ষক নিজে পড়াশুনা করবেন, জানবেন এবং ছাত্রদিশকে জানাবেন ও জানতে উৎসাহিত করবেন। নকল প্রবৃত্তি দূর করার জন্য পরীক্ষা পদ্ধতির পরিবর্তনই প্রয়োজন। এ ছাড়া ও শিক্ষকগণ যদি অধীত বিষয়ে ছাত্রদের ব্যাপারটা ক্লাস

ওয়ার্কের ভেতর দিয়ে যাচাই করেণ, তাকে আগে থেকে প্রস্তুত করে নেন, তাহা হইলে এই প্রবনতা অনেকটাই কমে যেতে পারে।

শিক্ষা পদ্ধতিকে অধিকতর কার্য্যকরী করার জন্য শিক্ষকদের প্রশিক্ষণের প্রয়োজন। এমন ব্যবস্থা করতে হবে যাতে কোন শিক্ষকই প্রশিক্ষনের আওতার বাইরে না থাকেন। সর্বোপরি সমাজের প্রতি দায়িত্বশীলতাব মনোভাব জানানোর জন্য শিক্ষকদের নৈতিক মূল্যবোধ বদলাতে হব, কারণ সে দিগে নজর দেওয়া হচ্ছে সবচেয়ে কম।

(৪) ভবিষ্যত শিক্ষক শিক্ষয়িত্রীদৈ পরামর্শ:—

ভবিষ্যত শিক্ষক শিক্ষয়িত্রীর প্রতি আমার এই পরামর্শ থাকবে যে, তারা সমাজের প্রতি দায়িত্বশীল হবেন। তাদের বুঝা উচিত যে তাঁরা অপরিণত শিশুকে মানুষ করার কাজ দিয়েছেন। এই কাজে অবহেলা করা ভীষণ অন্যায়, যে অন্যায়ের ক্ষমা নেই। তাঁদের একথাটাও জানা উচিত যে, জ্ঞানের পরিসীমা নেই এবং নিজে যত বেশী সঠিক ভাবে জানবে, ছাত্রদেরকে ততই সঠিকভাবে জানাতে পারবেন। একথা মনে রেখে সব সময়ই অধিকতর জানা ও জানানোর দিগে নজর দিতে হবে। আর স্মরণ রাখতে হবে শিশু জাতীয় সম্পদ আজ হয়ত শিশু, কাল সে রাষ্ট্র পরিচালক ও হতে পারে, সুতরাং শিশুকে গড়ে তোলবার সম্পূর্ণ দায়িত্ব শিক্ষকের উপর। শিশু সমাজ ও রাষ্ট্রর গৌরব। সর্বোপরি ছাত্রেরা শিক্ষকদেবকে অনুকরণ করে, অতএব শিক্ষকদের উচিত ছাত্রদেরে—যথার্থ অনুকরণ যোগ্য আদর্শ চরিত্রের অধিকারী করিয়া তোলা।

## ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত শিক্ষক
## শ্ৰীহৰিপদ দেব ঃ প্ৰধান শিক্ষক

শিলচৰ



জন্ম পৰিচয় —আসাম ৰাজ্যের অন্তর্গত কাছাড় জেলায় শিলচর সহবের সন্নিকটবর্তী বংপুর গ্রামে ১৯৩৫ খৃষ্টাব্দেব ১ লা ফেব্রুয়ারী তাবিখে দরিদ্র কৃষক পবিবারে আমার জন্ম হয়। আমাব পিতাব নাম ৺উপেন্দ্র চন্দ্র দেব এবং মাতার নাম ৺পবিত্র বালা দেব। পিতা কৃষি কার্য্যে ব্যস্ত থাকিলেও পডাশুনাব প্রতি তাহার প্রচুর আগ্রহ ছিল।

বিদ্যা শিক্ষা :—প্রাথমিক শিক্ষা ৮০ নং কান্দিগ্রাম পাঠশালায় মধ্যবঙ্গ এবং মধ্য ইংরেজী রংপুর বিদ্যালয়ে প্রবেশিকা পরীক্ষা শিলচর বাজকীয় উচ্চ ইংরাজী বিদ্যালয় হইতে যাহা গৌহাটী বিশ্ববিদ্যালয়েব নিয়ন্ত্রাধীন ছিল। প্রতিটি পরীক্ষাতে কৃতিত্বের সহিত উত্তীর্ণ হইয়াছি।

প্রশিক্ষণ :—প্রবেশিকা পরীক্ষায় উত্তীর্ণ হওয়ার পর বুনিয়াদী

প্রশিক্ষণ প্রাপ্ত হই। ইহা ছাড়া ও কর্ম জীবনে বহু শিক্ষক প্রশিক্ষণ কর্মশালায় যোগদান করি এবং অভিজ্ঞান পত্র লাভ করি।

**কর্ম জীবন :**—১৯৫৪ ইংরাজীর ৬ই সেপ্টেম্বর আমার কাছে একটি স্মরণীয় দিন। কারণ ঐ দিনেই শিক্ষক হিসাবে আমার কর্ম জীবনের সূচনা। পালংঘাট গ্রামের পাঠশালায় যেখানের পরিবেশ শিক্ষা বিস্তারের পক্ষে বিশেষ প্রতিকূল ছিল কিন্তু ক্রমে ক্রমে জনসাধারণের অকুণ্ঠ সহায়তায় অল্পদিনের মধ্যে উহা আনন্দ মুখর হইয়া উঠে। সেই স্মৃতি গুলি ভুলিবার নহে। গ্রাম ও সহরের বহু বিদ্যালয়ে শিক্ষকতার সুযোগ আমার জীবনে ঘটিয়াছে। পড়াশুনায় অনগ্রসর ছাত্রদিগের মান উন্নয়নের চেষ্টা করিয়াছি। প্রায় প্রতিটি ক্ষেত্রেই সার্থকতা লাভ করিয়াছি। নিজের প্রশস্তি গাইতেছিনা, বিদ্যালয়ের রেকর্ডই ইহা প্রমাণ করিবে। বর্তমানে আমি অভয়া চরণ ভট্টাচার্য্য পাঠশালায় প্রধান শিক্ষকের পদে কাজ করিতেছি। এই বিদ্যালয়ই গত ১০ বৎসরে ৭০ জন ছাত্র-ছাত্রী প্রাথমিক শিক্ষান্ত পরীক্ষায় বৃত্তি লাভ করিয়াছে। আমার সহকর্মীদের নিকট হইতে পাইয়াছি এবং পাইতেছি অকৃত্রিম সহযোগিতা এবং ছাত্র-ছাত্রীদের নিকট হইতে স্নেহ, ভালবাসা ও শ্রদ্ধা। বর্তমানে আমি কর্মজীবনের শেষ প্রান্তে। আলস্য কাহাকে বলে আমি জানি না। নিয়মিত পড়াশুনা ছাড়াও ফুল ও সব্জীবাগান করার প্রতি আমার একটি স্বাভাবিক প্রবণতা আছে।

আমি সমাজকে যাহা দিয়াছি তাহার চেয়ে পাইয়াছি অনেক বেশী। যখন আমাকে যে দায়িত্ব দেওয়া হইয়াছে তাহা আন্তরিকতার সহিত ও সততার সহিত পালন করিবার চেষ্টা করিয়াছি। একাদিক্রমে ১৬ ষোল বৎসর "শিলচর প্রাইমারী টিচার্স এসোসিয়েশনের" সম্পাদক এবং রাজ্যিক স্তরে ১০ (দশ) বৎসর উপসভাপতি পদে বহাল থাকিয়া যথা সাধ্য শিক্ষক সমাজের সেবা করার সুযোগ পাইয়াছি।

পারিতোষিক:—১৯৮৫ খৃষ্টাব্দে ভারতীয় লোক: গণমান্য সময়ে

আমার কাজে সন্তুষ্ট হইয়া Census Commissioner of India স্বয়ং আমাকে রৌপ্য পদক ও অভিজ্ঞান পত্র প্রদান করিয়াছেন।

এতদ্ অঞ্চলের জনহিতকর কার্য্যের সঙ্গে আমি প্রত্যক্ষভাবে জড়িত। সর্বশেষ আমি উল্লেখ করিতেছি—রাজ্যসরকার আমাকে ১৯৮২-৮৩ পর্বে "রাজ্যিক পুরস্কার" দিয়া আমার শিক্ষক জীবনের যে স্বীকৃতি দিয়াছেন তাহার জন্য কৃতজ্ঞ রহিলাম।

## শিক্ষা ব্যবস্থার মতামত

বিদ্যালয় গৃহ :—বিদ্যালয় গৃহ খানা সুন্দর হওয়া উচিত। শিশুর বাড়ীঘর হইতে বিদ্যালয় গৃহ সুন্দর না হইলে শিশুর চিত্তাকর্ষক হয় না। বিদ্যালয় গৃহ নির্মাণ করিতে হইলে অর্থের খুব প্রয়োজন। সে সম্বন্ধে কর্তৃপক্ষ চিন্তা করিবেন। বিদ্যালয় সংলগ্ন শিশুর খেলার মাঠ, ফুলের বাগান, পানীয় বিশুদ্ধ জলের ব্যবস্থা থাকা একান্ত বাঞ্ছনীয়। শিশুরা খুব অনুকরণ প্রিয়। সুতরাং খেলায় ও বাগানে তাহাদের মন আকৃষ্ট হইয়া তাহারা বিদ্যালয়ে আসিবে। বৎসরে অন্ততঃ একবার সাংস্কৃতিক অনুষ্ঠানের একান্ত প্রয়োজন। শিশুদের উৎসাহিত করার জন্য বিভিন্ন পুরস্কার প্রেরণ করা যেমন বিদ্যালয়, কেন্দ্র বিদ্যালয় ইত্যাদি।

প্রাক্ প্রাথমিক বিদ্যালয় :—প্রত্যেক বিদ্যালয়ে প্রাক্ প্রাথমিক বিদ্যালয় থাকা একান্ত বাঞ্ছনীয়। ৪ বৎসর হইতে ৫ বৎসর বয়স পর্য্যন্ত শিশুরা বিদ্যালয়ে আসিয়া খেলাধূলা করা খেলার মাধ্যমে শিক্ষা দান। ৫ বৎসর হইতে ৬ বৎসর পর্য্যন্ত অক্ষর গঠন ছোট ছোট শব্দ গঠন এবং হাতের লেখা অভ্যাস করিবে। কোমলমতি শিশুর মস্তিষ্ক অনুযায়ী শিশু বিশেষজ্ঞ দ্বারা পাঠ্যক্রম নির্ধারিত হইবে। প্রতি প্রাক্ প্রাথমিক বিদ্যালয়ে পাঠ্যপুথি সরবরাহ করা ইত্যাদি। কারণ ছাত্র-ছাত্রী, শিক্ষক শিক্ষিকা ও অভিভাবক ছাড়া বিদ্যালয়ের উন্নতি সম্ভবপর নহে। তৎপরে ৬ বৎসর পর্যন্ত প্রাথমিক বিদ্যালয়ে ভর্তি হইবে।

শিক্ষক শিক্ষিকা :—শতকরা ৮০ ভাগ শিক্ষিকা ও ২০ ভাগ শিক্ষক নিযুক্ত করিয়া প্রাক্ প্রাথমিক বিদ্যালয়ে ২ বৎসর ও প্রাথমিক বিদ্যালয়ে ১ বৎসর পারিতোষিক হিসাবে শিক্ষক-শিক্ষিকা নিয়োগ-ক্রমে শিক্ষা দিলে ভাল হয়। তাহাতে অর্থেষ অপচয় হইবে না। প্রতিশ্রেণা অনুযায়ী কক্ষ থাকা আবশ্যক এবং প্রতি কক্ষে ১ জন শিক্ষক-শিক্ষিকা ছাত্র সংখ্যানুপাতে নিয়োগ করিলে ভাল হয় এবং উপস্থিত প্রতি ২৫ জন ছাত্র-ছাত্রীকে ১ জন শিক্ষক-শিক্ষিকা নিয়োগ করিতে আপনাদের কৃপাদৃষ্টি আকর্ষণ করিতেছি।

দুর্বল শ্রেণীর ছাত্র-ছাত্রীদের উপব বিশেষ দৃষ্টি দিতে হইবে এই দুর্বল ছাত্র ছাত্রীবা ভবিষ্যত দেশের সুনাগরিক হইয়া দেশের কাজ করিবে। ভাল ছাত্র-ছাত্রীরা সম্পাদক জেলা উপায়ুক্ত ইত্যাদি বড় বড় পদে চাকুরীতে নিযুক্ত হইবে যেহেতু তাহাদের দ্বারা দেশ এবং দেশের কোন কাজ করা অসম্ভব হইয়া দাঁড়াইবে।

শিক্ষাদানের আবশ্যকীয় সাজ সরঞ্জাম :—

ছাত্র-ছাত্রীদের বসার জন্য ডেস্কস্, বেঞ্চ শিক্ষকদের জন্য চেয়ার, টেবিল শিক্ষাদানের প্রধান সরঞ্জাম যেমন—ব্লেকবোর্ড, গ্লোব, চার্ট, নীতিবাক্য প্রভৃতি প্রচার করা। যেমন—আমাদের সরকাব এই বৎসর প্রতি বিদ্যালয়ে ছাত্র-ছাত্রীদের পড়ার জন্য পাঠ্যপুস্তক বিলিবন্টন, ব্লেকবোর্ড ইত্যাদি প্রত্যেক বিদ্যালয়ে বন্টন, করা হইয়াছে। তবে বন্টন নীতিতে নানা রকমে অসুবিধা থাকিতে পারে। ভবিষ্যতে যাহাতে ইহার পুনরাবৃত্তি না হয় তজ্জন্য সুষ্টুভাবে বন্টন করা একান্ত প্রয়োজন। প্রতি বিদ্যালয়ে আধুনিক শিক্ষাব উপযোগী আধুনিক শিক্ষার সরঞ্জাম সরবরাহ করা অকান্ত আবশ্যক।

মূল্যায়ণ ও পরীক্ষা :—প্রতি শ্রেণীতে মূল্যায়ণ ক্রমে পরীক্ষাই গ্রহণ একান্ত কর্তব্য। যাহারা পরীক্ষায় কৃতকার্য্য লাভ করিবে তাহাদেরে উৎসাহ বর্দ্ধনের জন্য একখানা বই বা কলম দিয়া উৎসাহিত করা, তাহাতে বাকী ছাত্র-ছাত্রীরা পুরস্কার লাভের জন্য মনোযোগ

আকর্ষণ করিবে এবং ভাল হইবার চেষ্টা করিবে। পরীক্ষা বা মূল্যায়ণে যাহাতে ছাত্র-ছাত্রীরা অনুত্তীর্ণ না হয় তজ্জন্য শিক্ষক-শিক্ষিকার বিশেষ দৃষ্টি রাখিতে একান্ত অনুরোধ করি।

পরিদর্শন :– বৎসরে ৩ মাস অন্তর অন্তর প্রাথমিক বিদ্যালয়ে পরিদর্শন করা নিতান্ত কর্ত্তব্য। বর্ত্তমানে উপপরিদর্শক, অবর পরিদর্শক সহকারী পরিদর্শক নিযুক্ত আছেন। তাহারা অন্যান্য কাজে ব্যস্ত থাকার দরূণ যথাসময়ে বিদ্যালয় পরিদর্শন করিতে অপারগ বলিয়া মনে করি।

অবসর প্রাপ্ত কৃতী ও প্রখ্যাত শিক্ষক-শিক্ষিকার দ্বারা বৎসরে অন্ততঃ ৪ বার প্রাথমিক বিদ্যালয় পরিদর্শন করা নিতান্ত উচিত বলিয়া মনে করি। তাহাদেরে পাথেয় ও পুরস্কার দিয়া বাধিত করিবেন।

শিক্ষক-শিক্ষিকা :—শিক্ষক-শিক্ষিকা নিয়োগ করিতে হইলে রাজ্যিক স্তরে একটি উপদেষ্টা কমিটি গঠন করা উচিত। তাহাদের পরামর্শে প্রতি মহকুমায় শিক্ষা পরিষদ গঠন করা উচিত। "শিক্ষক" মানে শি-দ্বারা শিষ্টাচার, ক্ষ-দ্বারা ক্ষমাশীল বা যত্নবান, ক-দ্বারা কর্ত্তব্য পরায়ণ হইতে হইবে।

## ভবিষ্যত শিক্ষক-শিক্ষয়িত্রীর প্রতি পরামর্শ

শিক্ষা ও শিক্ষক :—"শিক্ষা সভ্যতার বাহন"। আর "শিক্ষক সকলের নমস্য", "শিক্ষক ভক্তির পাত্র" ইত্যাদি নানারকম নীতিবাক্য সমাজে প্রচলিত আছে। শিক্ষক-শিক্ষিকারা আদর্শ হইলে নিয়মিত সময়ে বিদ্যালয়ে যোগদান, প্রস্থান ইত্যাদি যাবতীয় কার্য্য করিতে প্রস্তুত হইবেন। সুবলমিত্রের অভিধানে লেখাপড়া করে যেই গাড়ীঘোড়া চড়ে সেই, একথাত বহুবার শুনিয়াছ কানে, লেখাপড়া না শিখিলে কোন সুখ নাহি মিলে, মানুষ বলিয়া তারে কেহ নাহি মানে॥

অর্থাৎ শিক্ষক শিক্ষিকারা আদর্শবান হইতে হইবে। ছাত্র-ছাত্রীরা শিক্ষক-শিক্ষিকার আদর্শে অনুকরণপ্রিয়। শিক্ষক-শিক্ষিকরা আদর্শ না হইলে ছাত্র-ছাত্রীরা আদর্শ হইবে কিরূপে?

পোষাক পরিচ্ছদ :—শিক্ষক-শিক্ষিকার পোষাক পরিচ্ছদ মধ্য বিত্ত

পরিবারের নমুনায় শিক্ষকদের ধুতি পাঞ্জাবী শিক্ষিকাদের জন্য এক জাতীয় শাড়ী থাকা বাঞ্চনীয়। ছাত্র-ছাত্রীদের জন্য পোষাক পরিচ্ছদ একইভাবে থাকা উচিত। যেমন একটি চারাগাছ রোপণ করিলে তাহার গোড়ায় জল দিলে সমস্ত গাছকে দেওয়া হইবে, সেইরূপ প্রাক্ প্রাথমিক বিদ্যালয়ে উপস্থিত শিশুকে শিক্ষা দিলে নিশ্চয় কৃতকার্য্য হইবে।

ভাষা :--মাতৃভাষা ও আঞ্চলিক ভাষায় অর্থাৎ জন্মিয়া শিশু যে ভাষা শিখিয়াছে সে ভাষায় শিক্ষা দিলে নিশ্চয় শিশু হৃদয়ঙ্গম করিতে পারিবে। তখন ইংরাজী ভাষায় বাবাকে "পাপ্পা" মাকে "মাম্মি" বলিতে হইবে না। দেশে রাজ্যে কিণ্ডারগার্টেন পদ্ধতিতে প্রাক্ প্রাথমিক বিদ্যালয় স্থাপিত হইলে শিশুরা ভাল হইবে মনে করি। যে সব এলাকায় অভিভাবকরা ছাত্র-ছাত্রীদের খাদ্য দিতে পারে না সেই সব এলাকায় মধ্যাহ্ন ভোজনের ব্যবস্থা করা একান্ত প্রয়োজন। ধনী লোকদের অস্থায়ী প্রাক্ প্রাথমিক বিদ্যালয়ে ইংরাজী পোষাক পরিয়া ইংরাজী মানুষ হইতে হইবে না। গরীব লোকরা প্রাক্ প্রাথমিক বিদ্যালয় না থাকার ফলে পারিপার্শ্বিক অবস্থা অনুভব করিতেছে।

উপসংহার —শিক্ষক-শিক্ষিকা আদর্শ স্থানীয় হইতে হইবে। তাদের আদর্শে ছাত্র-ছাত্রীরা অনুপ্রাণীত হইয়া যত্নবান হইবে। শিক্ষক শিক্ষিকাকে ও বৎসর পরীক্ষাক্রমে আদর্শ স্থানীয় করিয়া তুলিতে হইবে ইহাই অনুরোধ।

শিক্ষাক্ষেত্রে রাজনীতি একান্ত পরিহার্য্য-বলিয়া মনে করি।

পাঠ্যক্রম বণ্টনক্রমে পাঠদান তালিকা লিখা কর্ত্তব্য বলিয়া মনে করি।

শিশু অভিভাবকের কথা শুনে না কিন্তু শিক্ষক-শিক্ষিকার কথা শুনে। অভিভাবকবৃন্দ খাতায় ভুল থাকিলে শুদ্ধ করিয়া দিলে শিশুরা অভিভাবকের কথা শুনতে অবাধ্য হয়, শিক্ষক-শিক্ষিকার কথা শুনে। ইহাতে বুঝা যায়--শিশুরা শিক্ষক-শিক্ষিকার কত বাধ্য।

## মঃ মফজুল হুছেইন ঃ প্ৰধান শিক্ষক

### চৰাইবাহী : দোলাকাষৰীয়া



মঃ মফজুল হুছেইনৰ জন্ম হয় বৰবাম চুন্সী গাৱত। ইতিহাস প্ৰসিদ্ধ মোল্লা খনিকৰ পৰিয়ালৰ ৺নজমল হুছেই তেওঁলোকৰ পিতাক। মাক আছিল দৰ্জি খনিকৰ পৰিয়ালৰ ৺নুৰজাহান বেগন।

প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সাং কৰি হুছেইনে ধলসত্ৰ হাইস্কুলত ইংৰাজী পঢ়া আৰম্ভ কৰিছিল। কিন্তু আৰ্থিক অনাটন আৰু পৰিয়ালৰ দৰিদ্ৰতাৰ বাবে বহুবাৰ মাচুল আদায় দিব নোৱাৰাত হাজিৰা বহীত নাম কাটিছিল। হুছেনে উদ্যোগী আৰু সভাই সমিতিয়ে আগ-ছাত্ৰ হিচাবে শিক্ষকসকলৰ আদৰ লাভ কৰিছিল। সেই সময়ত তেওঁলোকৰ শিক্ষক আছিল—প্ৰধান শিক্ষক শ্ৰীকৈলাশ চন্দ্ৰ গোস্বামী। বিদ্যালয় সকলো বোৰ অনুষ্ঠানৰে সম্পাদকৰ দায়িত্ব লৈ সুখ্যাতিৰে কাম কৰিছিল।

১৯৫৪ চনত কটা গাওঁ প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষকৰূপে শিক্ষকতাৰ জীৱন আৰম্ভ হয় লগে লগে আৰম্ভ হয় সাহিত্য সেৱাৰ এটি

মন। ফলত ১৯৫৫ চনত "ক্ষমা কৰা তুমি মোক" ৰোমাণ্টিক কবিতা পুথি প্ৰকাশ হয়।

অঞ্চলটোত ইংৰাজী শিক্ষাৰ বিদ্যালয় নথকাত স্থানীয় ৰাইজৰ সহায়ত ১৯৫৬ চনত ধলাজান এম. ই স্কুলৰ খুটা পোতা হয়। আৰু সম্পাদকৰ দায়িত্ব হুছেইনৰ ওপৰত পৰে। ৰাজনৈতিক তাৰণাত চেঙেলিচেতীয়া প্ৰাথমিক বিদ্যালয়লৈ বদলি হ'ব লগা হয়। বৰ্দ্ধিত ছাত্ৰ-ছাত্ৰীৰ বাবে ধলাজান হাইস্কুল প্ৰতিষ্ঠা হোৱাত হুছেইনৰ ওপৰত উপ সভাপতিৰ দায়িত্ব পৰে। শিক্ষকতাৰ লগে লগে হুছেইনৰ সাহিত্য চৰ্চাৰ ক্ৰমোন্নতি হয়। বিভিন্ন বাতৰি কাকতৰ উপৰিও আলোচনীত গল্প, কবিতা আৰু প্ৰবন্ধ প্ৰকাশ হয়। অভিনেতা হিচাবে হুছেইনে সুখ্যাতি লাভ কৰিবলৈ সমৰ্থ হৈছিল।

১৯৬৪ চনত ৰাষ্ট্ৰভাষাৰ বিশাৰদ উপাধীলৈ হাইস্কুলত শিক্ষকতা কৰিছিল।

ছাত্ৰ-ছাত্ৰী, সহকৰ্মী আৰু সমাজত হুছেইন এজন জনপ্ৰিয় শিক্ষক। যোৰহাট মহকুমা প্ৰাথমিক শিক্ষক সন্থা তথা সদৌ অসম প্ৰাথমিক শিক্ষক সন্থাৰ সাংগঠনিক সম্পাদক আছিল।

হুছেইন ৰচিত "নামতি নেওঁটা" ই শিক্ষাবিদ, শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ সমাদৰ পাবলৈ সক্ষম হৈছে। হুছেইনৰ ৰচিত "সোণ সুৱাগী পাঠ," জোন জোনালী পাঠ আৰু "ভূগোলতে ভোলাই ককা" প্ৰকাশৰ পথত। হুছেইনে নিজৰ সংগ্ৰামী চেতাৰ বাবে বহু লঘু লাঞ্ছনা ভুগিব লগা হৈছে যদিও বিপ্লৱী মনক কোনেও দমন কৰিব পৰা নাই।

### শিক্ষা ব্যৱস্থাৰ প্ৰতি হুছেইন

কোন পৰ্য্যায়ত কি পাঠ্যক্ৰমে শিশুৰ মন আৰু পৰিবেশ শোভিত কৰিব সেই পৰ্য্যায়ৰ কৰ্মৰত প্ৰতিযশা শিক্ষকৰ মূল্যাংকন হোৱা উচিত। ভাৰতীয় শিক্ষা ব্যৱস্থাৰ উন্নয়ণৰ কাৰণে যিমান খিনি চিন্তা চৰ্চা আৰু বিধি ব্যৱস্থা গ্ৰহণ কৰা হৈছে—ইয়াৰ ফলাফলে স্বাধীনতাৰ পিছৰ

পৰা হতাশগ্ৰস্তহে কৰিছে। পাঠ্য পুথিৰ বোজা বঢ়োৱা, সঘনাই পাঠ্য পুথি সলোৱা, প্ৰাথমিক শিক্ষা প্ৰচাৰ আৰু প্ৰসাৰত অনভিজ্ঞতাক অগ্ৰাধিকাৰ দিয়া আদি কাৰণত শিক্ষাদান পৰিবেশৰ প্ৰতিকুল পৰিস্থিতি এই দৰেই আমাৰ দেশত আগবাঢ়িছে।

আজিৰ সমাজত দুৰ্নীতিৰ প্ৰভাৱ ইমান বেছি হৈ পৰিছে যে সি শিশুসকলকো আচুৰিছে। ঘৰেই নহয়—মাতৃৰ গৰ্ভৰ পৰাই সজ আদৰ্শৰ পৰিৱেশ নাথাকিলে শিশুৱে বিকৃত মানসিকতা গ্ৰহণ কৰা স্বাভাবিক। ইয়াৰ নিৰাময়ৰ বাবে সামগ্ৰিক চেষ্টাৰ প্ৰয়োজন।

শিক্ষক নিজে আত্ম সচেতন নোহোৱা পৰ্য্যন্ত শিক্ষকৰূপে প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰাটো স্বাভাবিক। সমাজত শিক্ষকজনৰ স্থান যি দৰে সুকীয়া তেনেদৰে আচাৰ বিচাৰ, চলন-ফুৰণ, কথন বচনৰ মিতব্যয়িতা ৰক্ষা কৰিব লাগিব। আন্তৰিক সহানুভূতি বিনে শিক্ষাদান সফল হব নোৱাৰে। শিক্ষাদানৰ আগতে শিশুৰ মন বুজিব লাগিব। শিশুৰ লগত শিক্ষক একাত্মা হব লাগিব। যি কোনো পাঠকে শিশুৰ আকৰ্ষণীয় কৰি পাঠদান প্ৰবৃত্ত হলেহে কৃতকাৰ্য্যতা লাভ হব।

শিক্ষকৰ অভাব অভিযোগৰ অন্ত নাই। সেই বুলি কৰ্ত্তব্যৰ অৱহেলা কৰিলেও নচলিব। নিষ্ঠা, যত্ন আৰু একাগ্ৰতাৰে নিজৰ দায়িত্ব পালন কৰিলে তাৰ স্বীকৃতি অনিবাৰ্য্য।

কৰ্ত্তৃপক্ষৰো এক নৈতিক দায়িত্ব আছে শিক্ষকৰ মন যগোৱাত। যি সকল দক্ষ বিচক্ষণ শিক্ষক সেইসকলক শিক্ষা বিভাগৰ বিভিন্ন পদলৈ উন্নত কৰি সেৱা আগবঢ়োৱাত উদগনি দিয়াৰ লগতে নবীন সকলকো নিষ্ঠাবান শিক্ষকৰ আদৰ্শ লবলৈ অনুপ্ৰাণিত কৰা একান্ত প্ৰয়োজন। প্ৰতিভাবান শিক্ষক সকলক কেৱল পাঠদানতে আবদ্ধ নাৰাখি কতৃপক্ষই সৃষ্টি মূলক কামত নিয়োগ কৰিব লাগে।

## শ্রীননীকান্ত ফুকন : প্রধান শিক্ষক

### অসম পুলিচ মধ্য ইংৰাজী বিদ্যালয়



নিজে নিজৰ বিষয়ে লিখিবলৈ যোৱাতো ধৃষ্টতা মাথোন। তথাপি নিজৰ অনিচ্ছা স্বত্বেও দুই একৰ হেচাত পৰি নিজৰ কথাকে কিছু লিখিবলৈ আগবাঢ়িলো। ভাবিলো মোৰ লিখনিৰ দ্বাৰা সময়ত হয়তোবা কাৰোবাৰ উপকাৰ হ'ব পাৰে। তেতিয়া হ'লে মই নিজকে পৰম কৃতাৰ্থ মানিম। মোৰ লিখনিত শিক্ষকতা কৰাৰ আগৰ সময় ছোৱাৰ বিষয়ে বিশেষ কথা উল্লেখ কৰিবলৈ ইচ্ছা নাই। মইনো শিক্ষা বৃত্তি কিয় গ্ৰহণ কৰিলো আৰু ইয়াৰ পৰা মই কি লাভ কৰিছো বা কি আশা কৰো তাকে লিখিবলৈ আৰম্ভ কৰিছো।

নিচেই সৰুতে মোৰ মাতৃ বিয়োগ হোৱাত আইৰ প্ৰকৃত মৰমৰ পৰা বঞ্চিত হ'ব লগা হয়। নানা ঘাট-প্ৰতিঘাটৰ মাজেদি প্ৰাথমিক শিক্ষা শেষ কৰি হাইস্কুলীয়া শিক্ষা আৰম্ভ কৰো। সেই সময়ত মোৰ অনেক সহপাঠিৰ লগত পৰিচয় হয় আৰু শিক্ষিত সমাজ তথা শিক্ষক সকলৰ লগত ভাবৰ আদান-প্ৰদান হয়। তেখেতসকলৰ সৎ আচৰণ আৰু সফলতাই মোক সি সকলৰ প্ৰতি বিশেষ ভাবে আকৃষ্ট কৰিছিল।

সেই সময়ৰ মোৰ শিক্ষা গুৰু শ্ৰীযুত প্ৰফুল্ল চলিহা দেৱৰ মহৎ আদৰ্শ আৰু অধ্যয়নশীলতাই মোক অনেক অনুপ্ৰেৰণা যোগাইছিল। তেতিয়াৰ পৰাই মোৰ এই ধাৰণা হৈছিল যেন শিক্ষক সকল সমাজৰ এক গুনি আৰু গণ্য মান্য লোক। এই ভাবি লৈছিলো যে মযো সময়ত সেই শিক্ষা বৃত্তিকে লৈ মোৰ জীৱন আৰম্ভ কৰিম। সেয়ে কলেজীয়া শিক্ষা লাভ কৰাৰ পিছত মই শিক্ষকতা বৃত্তি গ্ৰহণ কৰো। মই জানো যে শিক্ষক সৃষ্টি হয়, জন্ম নহয়। সেই কথা মনত ৰাখি মই চাকৰি জীৱন আৰম্ভ কৰো। মই প্ৰায় কুৰি বছৰে শিক্ষকতা কৰি যি অভিজ্ঞতা আৰু জ্ঞান লাভ কৰিছো তাকে মোৰ লিখনিৰ দ্বাৰা প্ৰকাশ কৰিবলৈ মন মেলিছো। ই হয়তো কাৰোবাৰ মনঃপুত ন'হবও পাৰে।

মই চাকৰিত নিয়োগ হৈয়ে দুখন সমাজৰ লগত ওতঃপ্ৰোতঃ ভাবে জড়িত হৈ পৰো। এখন হ'ল শিক্ষক সমাজ আৰু আনখন হ'ল ছাত্ৰ সমাজ। এটা টকাৰ দুটা পিঠি। ছাত্ৰক বাদ দি যেনেকৈ শিক্ষক বৰ্ত্তী থাকিব নোৱাৰে তেনেকৈ শিক্ষকৰ বিনে ছাত্ৰৰ কথা চিন্তা কৰিব নোৱাৰি। মোৰ কাৰণে দুয়োখন সমাজেই উন্নত সমাজ। য'ত শিক্ষক-ছাত্ৰৰ সমন্বয় সাধন হয়। শিক্ষক ছাত্ৰৰ সম্বন্ধ পিতা পুত্ৰৰ সম্বন্ধ। মাক, বাপেকে নিজ সন্তানৰ পৰা অনেক আশা কৰে। কিন্তু মই আৰু মোৰ সমাজ খনে ছাত্ৰ সকলৰ পৰা কোনো বিশেষ আশা নকৰে। সকলোৰে মাত্ৰ এটাই চিন্তা যেন নিজৰ ছাত্ৰ-ছাত্ৰীসকল সময়ত সকলো গুণৰে অধিকাৰী হৈ বিশেষ কৈ চৰিত্ৰবান হৈ দেশ মাতৃৰ মুখ উজ্বল কৰে আৰু সু-নাগৰিক হৈ দহৰ উনতি সাধনত ব্ৰতী হৈ পৰে। এই উদ্দেশ্য আগত ৰাখিয়েই সকলো শিক্ষকেই পাঠ দানত মনোনিবেশ কৰে। শিক্ষকৰ গৌৰৱ ছাত্ৰক প্ৰকৃত শিক্ষা দি তেওঁলোকৰ ভৱিষ্যত জীৱন উন্নত কৰা। ইয়াত মোৰ তথা আন শিক্ষকসকলৰ নিস্বাৰ্থ প্ৰেম জড়িত আছে। মই জানো যে কোনো এক শিক্ষানুষ্ঠান ছাত্ৰ শিক্ষকৰ মিলন ভূমিহে। ইয়াত ভিন্নতা বা কলুষতা নাই। ই এক পবিত্ৰ অনুষ্ঠান। অনুষ্ঠানৰ পৱিত্ৰতা ৰক্ষা কৰাটো

সকলোৰে কৰ্তব্য। এই কথা সমূহ সাৰোগত কৰিয়েই মই মোৰ জীৱন অতিবাহিত কৰিছো। আনহাতে মই যি শিক্ষক সমাজৰ লগত জড়িত হৈ আছো সেই শিক্ষকসকলক মই সদায় বন্ধুৰ দৰে ভাব কৰো। তেখেত সকলক মই সদায় সৎ আচৰণ কৰো। মই জানো যে তেখেত সকলো মোৰ দৰে সম্মানীয় ব্যক্তি। তেখেতসকলৰ ব্যক্তিত্বত মই কাহানিও বাধা দান নকৰো শিক্ষা অনুষ্ঠানটিৰ উন্নতিত যে তেখেত-সকলৰো যথেষ্ট অৰিহণা আছে সেই কথা মই ভালদৰে উপলব্ধি কৰি আহিছো। শিক্ষক সমাজৰ উন্নতিয়েই হে মোৰো উন্নতি সেই কথা মই সদায় মনত ৰাখো। শিক্ষকসকলৰ লগত শিক্ষানুষ্ঠানটিৰ বিভিন্ন দিশ সম্বন্ধে প্ৰায়ে মই আলাপ আলোচনা কৰো। তেখেত সকলৰ সু-দিহা পৰামৰ্শ গ্ৰহণ কৰিয়ে মোৰ কৰ্তব্যত আগ বাঢ়ো। মই মোৰ কৰ্তব্যৰ প্ৰতি সদায় সতৰ্ক। শিক্ষক ছাত্ৰ তথা অনুষ্ঠানটিৰ উন্নতি সাধনত মই কেতিয়াও যত্নৰ ত্ৰুটি কৰা নাই। শিক্ষকতা বৃত্তি যদিও মোৰ জীৱন ধাৰণৰ এক সমল তথাপি মই নিজ কৰ্তব্যৰ অপলাপ কাহানিও কৰা নাই। মই নিষ্ঠা আৰু ধৈৰ্য্য সহকাৰে মোৰ শিক্ষকতাৰ সময়-ছোৱা অতিবাহিত কৰিছো। মই সকলো সময়তে সহনশীল মনোভাব লওঁ। এই গুণ খিনি মোক আনি দিছে মোৰ এই শিক্ষা জীৱনে। মোৰ ব্যক্তিত্বৰ ওপৰতে অনুষ্ঠানটিৰ বৰ্তমান আৰু ভৱিষ্যৎ উন্নতি নিৰ্ভৰ কৰে। গতিকে যি মহৎ উদ্দেশ্য আৰু আদৰ্শ আগত ৰাখি মই শিক্ষ-কতা বৃত্তি বাচি ললো সেই গুণ সমূহ সদায় মোৰ মনত জাগ্ৰত হৈ থাকিব বুলি আশা। মোৰ জীৱন দৰ্শন হ'ল ভৱিষ্যৎ বংশধৰ সকলক উন্নতি পথত আগুৱাই নিয়া। ইয়াতকৈ মোৰ গোটেই জীৱনৰ সাৰ্থ-কতা নিহিত আছে। এই জীৱনৰ প্ৰতি মোৰ কোনো খেদ নাই।

## শ্ৰীসুৰ বালা দেৱী অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী

( ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত )



মই ১৯১৯ চনৰ বহাগ মাহৰ ১৭ দিন যোৰহাট নাজিৰাত মোৰ মামাৰ ঘৰত জন্ম গ্ৰহণ কৰো। মোৰ দেউতা ৺চন্দ্ৰকান্ত বৰুৱাই যোৰহাট ৰৰভেটা ৰিজাৰ্ভত পুলিচ পৰিদৰ্শকৰ চাকৰি কৰিছিল। কিন্তু মোৰ দুৰ্ভাগ্যক্ৰমে মোৰ ১$\frac{1}{2}$ বছৰ বয়সতে আকস্মিক ভাৱে আমাক এৰি দেউতাই অকাল মৃত্যু বৰণ কৰে।

আমাৰ ঘৰ যোৰহাট নগৰৰ পৰা ৬ কিলোমিটাৰ দূৰত পকামুৰাত। আমাৰ বাই-ভনী দুজনী। দেউতাৰ মৃত্যুৰ পিচত মাই অতি কষ্টেৰে দদাইদেউ, আইতা আৰু মামাহঁতৰ সহায়তে আমাক ডাঙৰ দীঘল কৰে।

তেতিয়াৰ দিনত প্ৰাথমিক বিদ্যালয়ত আজি কালিৰ দৰে বয়সৰ নিৰ্দিষ্ট সীমা নাছিল। মোকো মাই ৪ বছৰতে পকামুৰা বৰ শইকীয়া স্কুলত নাম ভৰ্তি কৰি দিছিল। সকৰে পৰাই মাৰ তত্বাৱধানিক শিক্ষা-ৰেই শিক্ষা জীৱনৰ পাতনি মেলো।

৪র্থ শ্রেণীৰ পৰা পঞ্চম শ্রেণীলৈ প্রমোচন পোৱাৰ সময়তে মোৰ মা (৺বীৰবালা বৰুৱাই) যোৰহাট দেবীচৰণ বৰুৱা প্রাথমিক বালিকা বিদ্যালয়ত সহকাৰী শিক্ষয়িত্রীৰূপে কামত নিয়োগ হয়। তেতিয়াৰ পৰাই যোৰহাটত মাৰ লগতে থাকি শিক্ষা আহৰণ কৰো।

সেই সময়ত মধ্য ইংৰাজী পাচ বা এম ভি পাচত খুব মূল্য দিছিল। গতিকে পঞ্চম শ্রেণীত যোৰহাট মধ্য ইংৰাজী বিদ্যালয়ত মোক নাম ভর্তি কৰি দিয়ে। সেই বিদ্যালয়ৰ পৰাই ১০ বছৰ বয়সতে মই মধ্য ইংৰাজী পাচ কৰো।

তেতিয়াৰ দিনত বাল্য বিবাহৰ প্রচলন থকাত ১০½ বছৰতে বিবাহ পাশত আৱদ্ধ হব লগা হয়। বিয়াৰ পাচত ডিব্রুগড়ত দশম শ্রেণীলৈ প্রমোচন পোৱালৈকে বাইদেউৰ ঘৰতে থাকি শিক্ষা লাভ কৰো। স্বামীয়ে পঢ়ি থকাৰ কাৰণে আধা পঢ়াকৈয়ে নগাওঁ মিচন ট্রেইনিঙ স্কুলত শিক্ষকৰ প্রশিক্ষণ লৈ উত্তীর্ণ হওঁ।

প্রশিক্ষণত উত্তীর্ণ হোৱাৰ পাচতেই তৰাজান নিম্ন বুনিয়াদী বিদ্যালয়ত, বৰভেটা মিচন স্কুল আদিত শিক্ষয়িত্রী হিচাপে শিক্ষাদান কার্য্যত নিয়োগ হওঁ। ডাঙৰ ছোৱালীটি জন্ম হোৱাৰ ১০ দিনৰ আগতে চাকৰিৰ পৰা তিনি মাহৰ কাৰণে ছুটী লওঁ।

ইতিমধ্যে স্বামীয়ে চেণ্ট্রেল এক্সাইজ ইন্সপেক্টৰ হিচাপে চাকৰিত নিয়োগ হোৱাত মই কামত যোগদান নকৰাকৈয়ে চাকৰি এৰি স্বামীৰ লগত কর্মস্থানলৈ যাব লগাত পৰো।

পুনৰ ১৯৬৩ চনত যোৰহাটলৈ আহোঁতে শ্রীযুতা কমল কুমাৰী বাইদেউ, মোৰ শিক্ষাগুৰু শ্রীযুতা দেবেশ্বৰী বাইদেউং আৰু পেহিতি শ্রীযুতা দেৱবালা দেৱীৰ অনুপ্রেৰণা আৰু আপ্রাণ চেষ্টাত নতুনকৈ ধেনুচোচা বালক বিদ্যালয়, ৪ নং ৱার্ড প্রাথমিক বিদ্যালয় আদিত অস্থায়ী শিক্ষয়িত্রী হিচাপে কাম কৰো। ১৯৬৫ চনৰ ফেব্রুৱাৰী মাহৰ ১৯ তাৰিখে সহকাৰী স্থায়ী শিক্ষয়িত্রী হিচাপে ১৪৪ নং বৰভেটা পাব্লিক প্রাথমিক বিদ্যালয়লৈ বদলি হৈ আছো।

১৯৭৬ চনত একেখন বিদ্যালয়তে প্ৰধান শিক্ষক ৺ফুলেশ্বৰ চুতীয়াদেৱৰ অৱসৰ হোৱাত সহঃ পৰিদৰ্শক শ্ৰীযুত কমল হাজৰীকাদেৱৰ অনুপ্ৰেৰণাত প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্বৰ ভাৰ গ্ৰহণ কৰো। সহকাৰী শিক্ষয়িত্ৰী হিচাপে ১১ বছৰ, আৰু প্ৰধান শিক্ষয়িত্ৰী হিচাপে ১১ বছৰ মুঠ ২২ বছৰ শিক্ষাদানত ব্ৰতী হৈ একেখন বিদ্যালয়ৰ পৰাই ১৯৮৭ চনৰ ৩১ মাৰ্চ্চত চাকৰিৰ পৰা অৱসৰ লওঁ।

শিক্ষকতা কাৰ্য্য কালৰ ভিতৰ ১৯৬৬ চনৰ পৰাই শিক্ষক সন্মিলনৰ সদস্যৰূপে ৰহুতো ঠাইত প্ৰতিনিধিত্ব কৰিবলৈ সুযোগ পাওঁ। এই প্ৰতিনিধিত্ব কৰাৰ ফলস্বৰূপেই ১৯৭৬ চনত দিল্লীত N. C. E. R. T ত প্ৰাথমিক শিক্ষাৰ ১৫ দিনীয়া প্ৰশিক্ষন লবলৈ সুবিধা পাইছিলো। শেষত ১৯৮৬ চনত দেৰগাৱঁত বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত নতুন শিক্ষা-নীতিৰ পাঠ্যপুথিৰ ওপৰত হোৱা কৰ্মশালাতো যোগ দিয়াৰ সৌভাগ্য হৈছিল।

অৱশেষত ১৯৮৪ চনতে নিৰ্বাচিত কৰা কৃতি শিক্ষকৰ ৰাজ্যিক পুৰস্কাৰ ১৯৮৭ চনৰ ৫ চেপ্তেম্বৰতহে গুৱাহাটীৰ জিলা পুথি ভঁৰালত গ্ৰহণ কৰিবলৈ সৌভাগ্য মিলে।

## শিক্ষাব্যৱস্থাত মতামত

বৰ্তমান শিক্ষাৱস্থাত ৪ বছৰীয়া পাঠ্যক্ৰমৰ ব্যৱস্থা কৰি ৬ বছৰীয়া ছাত্ৰ-ছাত্ৰীক নাম ভৰ্তি কৰাৰ যি নীতি গ্ৰহণ কৰা হৈছে তাৰ পৰা শিক্ষাৰ মানদণ্ড উন্নত হোৱাত বাধাৰহে সৃষ্টি হৈছে।

প্ৰাথমিক বিদ্যালয়ৰ লগতে প্ৰাক্-প্ৰাথমিক শাখা প্ৰতি বিদ্যালয়তে সংযোজন কৰিলেহে এই জটিল সমস্যাৰ সমাধান হব বুলি ভবা যায়।

প্ৰাথমিক শাখাত অভিজ্ঞ শিক্ষক-শিক্ষয়িত্ৰীকহে নিয়োগ কৰাটো নিতান্তই বাঞ্ছনীয়।

নতুন শিক্ষানীতিৰ বৰ্তমানৰ প্ৰশিক্ষণ কিছু দীঘলীয়াৰ কৰাৰ প্ৰয়োজন।

হাতে কামে দিয়া শিক্ষা ( কাৰিকৰিক শিক্ষা ) বাহ্যিক ৰূপত গ্ৰহণ নকৰি আন্তৰিকতাৰে গ্ৰহণ কৰিলেহে উন্নতি পথত আগুৱাবলৈ সুবিধা হয়।

## পৰামৰ্শ

শিক্ষাদানত ব্ৰতী হবলৈ আগবাঢ়ি অহা সকলে নিজৰ ঘৰখনৰ লগতে বিদ্যালয়খনকো বেছি প্ৰাধান্য দিয়াতো প্ৰয়োজন।

শিক্ষাদান কৰাতো ব্যৱসায়িক ভিত্তিত পেচা হিচাপে নলৈ নিচা হিচাপেহে লোৱা ভাল।

পাঠ্যপুথি অভিজ্ঞ ব্যক্তিৰ দ্বাৰা পৰীক্ষা কৰাই ত্ৰুটিপূৰ্ণ নহলেহে মানসিক বিকাশ উৎকৰ্ষণত বাধাৰ সৃষ্টি নহয়।

বিদ্যালয়খন এখন মানৱ গঢ়া শাল ও শিক্ষক শিক্ষয়িত্ৰী গৰাকী এজন সু খনিকৰ। কণ কণ শিশুক গঢ় দিয়াটো বৰ জটীল কাম। যেনেকৈ এটুকুৰা সাধাৰণ লো গঢ়ি পিতি এটি প্ৰয়োজনীয় মূল্যবান বস্তুৰ আকাৰ দিয়া যায় তেনেকৈয়ে এজন শিক্ষক বা শিক্ষয়িত্ৰীয়ে নিজৰ ব্যক্তিত্বৰ দ্বাৰাই অজ্ঞানতাৰূপ অন্ধকাৰ দূৰ কৰি মানৱ গঢ়িব পাৰে ও গঢ়াৰ দায়িত্ব পৰে।

শিক্ষাদান কাৰ্য্যত নমাৰ প্ৰাক্ মূহুৰ্ততে শিক্ষকজন অত্যন্ত ত্যাগী পৰিশ্ৰমী, নিয়মানুবৰ্তিতা, শৃঙ্খলাবদ্ধ, অমায়িক, ধৈৰ্য্য, কষ্ট সহিষ্ণু, আত্ম সন্তুষ্টি ও আত্ম বিশ্লেষণ কৰাৰ দৃঢ় প্ৰতিজ্ঞাৱদ্ধ হোৱাটো অত্যন্ত প্ৰয়োজন।

শিক্ষক, অভিভাৱক শিক্ষাৰ্থীৰ আত্ম প্ৰকাশৰ বাহন স্বৰূপ হব লাগিব। শিক্ষক, অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰী এই তিনিওৰো সমন্বয়-তহে শিক্ষাদান হ'লে ভৱিষ্যত মানৱ গঢ়াত কৃতকাৰ্য্যতা লাভ হয়।

শিক্ষাদানত কৌশল প্ৰয়োগ কৰি ছাত্ৰ-ছাত্ৰীৰ মনোযোগ আকৰ্ষণ কৰি নিজৰ দুৰ্বলতা প্ৰকাশ নকৰাকৈ কামত আগবাঢ়িলেহে নিজে লঘু নোহোৱাকৈ পাঠদান বা নিয়ম শৃঙ্খলতাত আগ বঢ়াই নিব পাৰি।

অভিভাৱক সকলৰ সন্মুখত যাতে নিজৰ দুৰ্বলতা কোনো ক্ষেত্ৰতে প্ৰকাশ নাপায়, তাৰ কাৰণে সাজু ও সজাগ দৃষ্টি ৰাখি অভিভাৱকৰ লগত সদভাৱ ও সহযোগীতাৰেহে বিদ্যালয়ৰ উন্নতি কামনা কৰিব পাৰি।

ছাত্ৰ-ছাত্ৰীসকল অনুকৰণ প্ৰিয়। গতিকে শিক্ষক-শিক্ষয়িত্ৰীসকলে ছাত্ৰ-ছাত্ৰীসকলক নিজে প্ৰতি বিষয়তেই অধ্যয়ন কৰি নিজক প্ৰস্তুত কৰিলেহে শিক্ষাদানত সফলতা লাভ কৰিব পাৰি।

এখন পঢ়াশালিত সুনাম কেৱল প্ৰধান শিক্ষক শিক্ষয়িত্ৰীৰ ওপৰতে নিৰ্ভৰ নকৰে। সহকাৰী সকলৰ সমতা আৰু সহযোগৰ নিতান্ত প্ৰয়োজন। সহকাৰীসকলৰ লগত আন্তৰিক বুজা পৰা ৰাখি প্ৰতি ক্ষেত্ৰতে দৃষ্টি দিয়াটো প্ৰধানজনৰ কৰ্তব্য।

বিদ্যালয় পৰিচালনাওঁ প্ৰশাষণীয় দিশটো এটা শিলৰ খুটাৰ নিচিনাকৈ মুঠি টানকৈ মাৰি আঙুলীৰ ফাঁকেৰে পিচলি ওলাই নোযোৱাকৈ ৰাখি আন্তৰিকতাৰে সৈতে নিজৰ দুৰ্বলতা প্ৰকাশ নকৰাকৈ আগ বাঢ়িলেহে দৈনিক বাট কণ্টকময় নহয়।

## কৃতি শিক্ষক শ্ৰীহেম চন্দ্ৰ শইকীয়া বি-এ, বি-টি

প্ৰধান শিক্ষক, চাবতি জন কল্যাণ মধ্য ইংৰাজী বিদ্যালয়

উত্তৰ লক্ষীমপুৰ



নগাওঁ জিলাৰ হাতীচোং মৌজাৰ জাজৰি চম্পপুৰীয়া গাৱঁত ১৯৪০ চনৰ ১ মেইত শ্ৰীহেমচন্দ্ৰ শইকীয়াৰ জন্ম হয়। পিতৃ ভাৰত স্বাধীনতাৰ মুক্তি যোদ্ধা ৺নিৰ্মল চন্দ্ৰ শইকীয়া এজন বিশিষ্ট সমাজ সেবক আছিল। মাতৃ শ্ৰীযুতা বুদ্ধেশ্বৰী শইকীয়া।

শ্ৰীশইকীয়াই জাজৰি কম্বাইণ্ড স্কুলত প্ৰাথমিক শিক্ষা সাং কৰা লগতে প্ৰতিভামূলক বৃত্তি লাভ কৰে। ১৯৪৫ চনত বিদ্যালয়ত ভৰ্তি কৰি চাৰি বছৰতে পাঁচ বছৰীয়া শিক্ষা সাং কৰি মেধাবী ছাত্ৰ হিচাপে তেতিয়াই পৰিচয় দিবলৈ সমৰ্থ হৈছিল যদিও পৰবৰ্তী কালত দৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰি বিকাশ সাধনৰ পথত অতি কষ্ট সহিষ্ণুতাৰে অগ্ৰসৰ হব লগীয়া হৈছিল। পিতৃ নিমল চন্দ্ৰ শইকীয়া স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল আৰু সেই সময়ত আৰক্ষী বাহিনীৰ অবৰ্ণনীয় নিৰ্য্যাতন ভোগ কৰিব লগীয়া হৈছিল। নিজৰ বুলিবলৈ এডোখৰো

মাটি নোহোৱা হেতু ভাগা অন্বেষণৰ তাড়নাত উত্তৰ লক্ষীমপুৰলৈ স্থানান্তৰিত হোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰা হেতু পঞ্চম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে ১৯৫০ চনৰ ২১ এপ্ৰিল তাৰিখে জন্ম স্থান এৰি আহি ২৭ এপ্ৰিল তাৰিখে বিহপুৰীয়া উচ্চ মাধ্যমিক (বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত) বিদ্যালয়ত নাম ভৰ্তি কৰি অতি বাষ্টেৰে (হাবি অঞ্চলৰ মাজে মাজে ৫ মাইল অহা যোৱা কৰি) ১৯৫৬ চনত গুৱাহাটী বিশ্ব বিদ্যালয়ৰ দ্বাৰা পৰিচালিত প্ৰবেশিকা পৰীক্ষাত শ্ৰীশইকীয়া উত্তীৰ্ণ হৈ সুদীৰ্ঘকাল ৰুগীয়া অৱস্থাত থকা (১৯৪১ চনত আৱক্ষীৰ মাৰত হাড় ভাঙিছিল) পিতৃৰ পৰা আৰ্থিক সহায় পাবলৈ অসমৰ্থ হোৱা বাবে উচ্চ শিক্ষাৰ আশা একপ্ৰকাৰ এৰিব লগীয়া হৈছিল।

মাটি বাৰীহীন পিতৃ মাতৃয় অশেষ কষ্ট কৰি উত্তৰ লক্ষীমপুৰ মহকুমাৰ মাটিয়াত কিছু জঙ্ঘল মাটি লৈ এসাজ খাই এসাজ অনাহাৰে দিন অতিবাহিত কৰা পৰিবেশত ডাঙৰ দীঘল হোৱা শ্ৰীশইকীয়াই ১৯৫৬ চনতে ৩৭.০০ টকীয়া দৰমহাৰে শিক্ষকতা জীৱনৰ পাতনি মেলে। শিক্ষকতাৰ দায়িত্ব নিষ্ঠা আৰু সততাৰে পালন কৰা লগতে পৰবৰ্তী পৰীক্ষাসমূহত অৱতীৰ্ণ হৈ ডিগ্ৰী লাভ কৰিবলৈ সমৰ্থ হয় আৰু ১৯৬৯ চনত সদৌ অসম মধ্য ইংৰাজী শিক্ষক সন্থাৰ চেষ্টাত সৰ্ব প্ৰথম বি টি (এম. ই স্কুলৰ পৰা) পঢ়িবলৈ সুযোগ সুবিধা লাভ কৰে আৰু উক্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়।

১৯৫৮ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা চাবতি জনকল্যাণ আশ্ৰমৰ অন্তৰ্গত চাবতি জনকল্যাণ মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰি বৰ্তমানলৈকে উক্ত বিদ্যালয়তে প্ৰধান শিক্ষক হিচাপে দায়িত্ব বহন কৰি থকা লগতে বিভিন্ন সামাজিক অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত হৈ ৰাজহুৱা ক্ষেত্ৰত সুনাম অৰ্জন কৰা কথা নিশ্চয় উল্লেখযোগ্য। শিক্ষকতাৰ দায়িত্ব নিষ্ঠা আৰু সততাৰে পালন কৰা স্বীকৃতি হিচাপে ১৯৭৬ চনত লক্ষীমপুৰ জিলাৰ সকলো পৰ্য্যায়ৰ বিদ্যালয় সমূহৰ শিক্ষকৰ

ভিতৰত সৰ্বপ্ৰথম অসম চৰকাৰে শিক্ষকৰ বাবে আগবঢ়োৱা পুৰস্কাৰ লাভ কৰিবলৈ শ্ৰীশইকীয়া সমৰ্থ হয়।

শিক্ষা আৰু শিক্ষকৰ উন্নতি সাধনাৰ্থে তেখেতে গুৰুত্ব সহকাৰে ভূমিকা গ্ৰহণ কৰি আহিছে। ১৯৬৫ চনত জিলা মধ্য ইংৰাজী শিক্ষক সংস্থাৰ সম্পাদকৰ দায়িত্ব বহন কৰি অশেষ কষ্টৰ বিনিময়ত শিক্ষক সংস্থাৰ উন্নতি সাধন কৰাৰ লগতে ১৯৬৭ চনত শিক্ষা চক্ৰৰ আয়োজন কৰি আদৰ্শ পাঠদানৰ ব্যৱস্থা কৰণৰ ক্ষেত্ৰত উত্তৰ লক্ষীমপুৰে লাভ কৰা সুখ্যাতিৰ সন্দৰ্ভত তেখেতৰ বৰঙনি যথেষ্ট। ১৯৬৬ চনৰ ৫ নৱেম্বৰ তাৰিখে নগাওঁ মহাবিদ্যালয়ত অনুষ্ঠিত সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ ৰাজ্যিক পৰিষদৰ প্ৰচাৰাদি কাৰ্য্য কৰণাৰ্থে সেই সময়ৰ মাননীয় মুখ্যমন্ত্ৰী মহোদয়ক সাক্ষাৎ কৰণৰ চাৰিজনীয়া সদস্যৰ অন্যতম সদস্য শ্ৰীশইকীয়াই লোৱা ভূমিকাৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে সহযোগসহযোগী ভাবে আগবঢ়োৱা সেৱাৰ কথা উল্লেখনীয়। ১৯৭১ চনত উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ সপ্তম অধিবেশনৰ সন্দৰ্ভত সেই সময়ৰ জিলাৰ উপায়ুক্ত মঃ আৰিফ আলি. প্ৰাক্তন বিধায়ক শ্ৰীযুত মহানন্দ বৰা, তেতিয়াৰ বিদ্যালয় সমূহৰ উপ পৰিদৰ্শক শ্ৰীযুত তোলন চন্দ্ৰ ফুকন, তেতিয়াৰ অতিৰিক্ত উপ পৰিদৰ্শক শ্ৰীযুত দামোদৰ শৰ্মাক যথ ক্ৰমে অভ্যৰ্থনা সমিতিৰ সভাপতি কাৰ্য্যকৰী সভাপতি, উপ সভাপতি আৰু কোষাধ্যক্ষ হিচাপে গঠিত অভ্যৰ্থনা সমিতিৰ শ্ৰীশইকীয়াই সম্পাদকৰ দায়িত্ব বহন কৰি সকলো পৰ্য্যায়ৰ শিক্ষক-শিক্ষয়িত্ৰী, শিক্ষাবিদ আৰু বিষয়া সকলৰ সহযোগত অধিবেশনৰ কাৰ্য্যসূচী সু সম্পাদনত গুৰুত্ব পূৰ্ণ ভূমিকাৰে সাফল্য মণ্ডিত কৰিছিল।

অতি সঙ্কটময় কালত ১৯৮৩ চনত জিলা কৰ্মচাৰী পৰিষদৰ উপ-সভাপতি হিচাপে কাৰ্য্য নিৰ্বাহ কৰিছিল। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহক সদস্য হিচাপে বঙাইগাওঁ অধিবেশনত নিৰ্বাচিত হৈ দায়িত্ব গ্ৰহণ কৰাৰ লগতে উত্তৰ লক্ষীমপুৰ শাখা সাহিত্য সভাৰ লগত ওত-

প্ৰোক্ত: ভাৱে সুদীৰ্ঘকাল জড়িত হৈ থাকি শ্ৰীশইকীয়াই সেৱা আগ বঢ়াই প্ৰয়োজনীয় দিশত সাহিত্য সভাৰ উন্নতি সাধন কৰে। লক্ষীমপুৰ জিলা সাহিত্য সভাবো তেখেত প্ৰতিষ্ঠাক সম্পাদক।

সদৌ অসম কৰ্মচাৰী পৰিষদৰ লক্ষীমপুৰ অধিবেশনৰ স্মৃতি গ্ৰন্থ, উত্তৰ লক্ষীমপুৰ জিলা শাখাৰ ৰূপালী জয়ন্তী স্মৃতি গ্ৰন্থ, জিলা সাহিত্য পৰিষদৰ পত্ৰিকা সম্পাদনা আদিৰ লগতে সদৌ অসম মধ্য ইংৰাজী শিক্ষক সংস্থাৰ মুখ-পত্ৰ "শিক্ষক জ্যোতি" জিলা সংস্থাৰ মুখ-পত্ৰ "কাণন" আৰু অন্যান্য আলোচনী আৰু বাতৰি কাকত আদিত প্ৰকাশিত প্ৰবন্ধাদি যোগেদি তেখেতৰ ভাৱানুভূতি প্ৰকট কৰি আহিছে। শিক্ষা-দানৰ উন্নতি সাধনৰ ক্ষেত্ৰত প্ৰয়োজনীয় দিহা পৰামৰ্শ বিশেষ ভাৱে পৰিলক্ষিত হৈ আহিছে। উচ্চ চিন্তা আৰু সৰল জীৱন যাপনৰ ভাৱাদৰ্শ তেখেতৰ কাৰ্য্য কলাপত বিদ্যমান। ১৯৬৫ চনত ৫ মাৰ্চ তাৰিখে শ্ৰীমতী পূণ্য প্ৰভাৰ লগত তেখেতৰ বিবাহ হয়। স্থানীয় কৃষ্টি সংস্কৃতি বিকাশ সাধনৰ বাবে সংগঠিত অনুষ্ঠান প্ৰতিষ্ঠানৰ উন্নতি সাধনাৰ্থে অহো পুৰুষাৰ্থ চেষ্টা কৰি অহা শ্ৰীশইকীয়াই ১৯৮২ চনৰ ২০, ২১ আৰু ২২ ফেব্ৰুৱাৰী তাৰিখে শিলচৰত অনুষ্ঠিত সদৌ অসম মধ্য ইংৰাজী শিক্ষক সন্থাৰ একাদশ অধিবেশনৰ ২১ ফেব্ৰুৱাৰী তাৰিখে অনুষ্ঠিত আলোচনা চক্ৰত মুখ্য আলোচক আৰু ১৮ মাৰ্চ ৮৮ তাৰিখে মৰিগাওঁ নগৰত অনুষ্ঠিত চতুৰ্দ্দশ অধিবেশনৰ আলোচনা চক্ৰত (শৈক্ষিক বিপ্লৱত শিক্ষকৰ ভূমিকা" শীৰ্ষক আলোচনা চক্ৰত) আলোচক হিচাপে যোগদান দি আলোকপাত কৰা কাৰ্য্যই শিক্ষা জগতৰ উন্নতি, সাধনত শিক্ষকৰ ভূমিকা কিমান গুৰুত্বপূৰ্ণ সেই দিশটো প্ৰকট কৰি তোলে। শ্ৰীশইকীয়াৰ প্ৰবন্ধ পাতি বিলাকত সাধাৰণতে নিম্নোলিখিত কথাটি প্ৰকাশ বিশেষ ধৰণে উল্লেখিত "অনুশাসনৰ তিক্ততাৰে অভিসিক্ত কৰাতকৈ জাগতিক অনু প্ৰেৰণাৰে অনুপ্ৰাণিত কৰিব পৰা শিক্ষাৰ ব্যৱস্থালৈ সততে সকলোৱে মনোযোগ দিয়াত তৎপৰ হলেহে শিশু জগতৰ উন্নতি সাধনৰ লগতে সামাজিক পৰিবেশৰ উন্নতি সাধন হব।

মানৱ সম্পদ বিকাশ সাধাৰণৰ ক্ষেত্ৰত সময়ে সময়ে ভেখেতৰ পৰা পোৱা পৰামৰ্শৰ কথা শিক্ষিত সকলে বিশেষ ভাবে লক্ষ্য কৰাটো আমাৰো পৰিলক্ষিত হৈছে আৰু কৃতী শিক্ষক হিচাপে পৰিগণিত হৈ শিক্ষক সকলৰ মাজলৈ গৌৰৱ কঢ়িয়াই অনা কাৰ্য্যই নিশ্চয় আনকো অনুপ্ৰেৰণা যোগাব। শ্ৰীশইকীয়াৰ পৰা ভৱিষ্যতে আৰু অনুপ্ৰেৰণা পাবলৈ বাঞ্ছা কৰিলোঁ।

——

# State Awardee

## JITENDRA MOHAN BARMAN, H.M.



Belonging to the Barman Community of Cachar District otherwise known as Kachari and Dimasa, I was born at LANGLACHERRA under Mauza Joypur III, in Cachar District on the 1st of January, 1934. Since I come of a very poor family, my student life is an interesting story of the struggles with poverty. I passed the matriculation of the Gauhati University from Bam Nityananda High School ( now H. S. & M. P. School ) Dhalai, I.Sc. and B.A. from Gurucharan College, Silchar, and B.T. from Teachers' Training College, Silchar. I began my career as an assistant teacher at Ram Chandra Barman Public High School, Joypur, Raja-Bazar, Cachar, in 1959. Now, I am the Headmaster of the school.

Since the beginning of my career, I have been associated with various social works in the locality.

Under my patronage and with my maximum personal contributions, Baniram Barman Public M.E. School and Baniram Barman Public High School were established in the village of LANGLACHERRA, a very backward tribal inhabited village within Integrated Tribal Development Project. Silchar. I was given State Award for teachers on 5th September, 1987.

The present system of education has been framed by the educationists having vast experience in the line with a view to fulfilling the aspirations of the people living in a democratic country like India. In my opinion, elementary and secondary education which I concern here should be set on a sound footing for better preparation of the deserving students for higher studies and channelising others mostly to vocational persuits.

In modern secondary education, Work Experience is such a subject as should be treated more from practical point of view. It requires specific trained teacher to implement but it has been introduce to be taught by the existing general staff. As a result, no thing concrete can be done in the subject. For proper implementation of the subject, adequate number of trained Work Experience teachers should be provided in each school in consideration of enrolment.

As for the subject of English in the schools, I should say that formal grammar should be introduced if English is to be taught effectively. To my opinion; since it is a foreign language, without learning grammar one cannot learn the language

correctly. At least 100 marks should be alloted for classes V to VII and 200 for VIII to X. In our time of Matriculation, there were 300 marks for English in the examination. Though it is said that English should not be given its place of the British regime, we cannot deny its importance yet in higher and technical education. Apart from that it is also a good window for knowledge. At least 10 weekly periods should be provided for the classes VIII to X and 8 for V to VII. In the H S.L.C. Examination 35 marks for grammar and 30 for translation should be specifically provided. Correction of errors and parsing should be introduced in the syllabus.

As for distribution of marks in a subject in the H.S.L.C. Examination only 10% of the total marks should be set for objective type questions in place of 20% as is prevalent. Despite taking all possible measures for preventing unfair means, there is no denying the fact that we cannot totally prevent unfair means in the examination hall under the present situations. In objective type questions unfair means is much easier. Only one word has to be known by whispering from a nearly student to acquire cent percent mark in the question.

The policy of the Government for supplying free text books is very welcome. But this should be done within three weeks from the date of commencement of the school session at any cost and sufficient books should be made available not to deprive any student. Collection of books from the

office of the I/S and distribution of the same is very time-killing process. To collect text books and to distribute them, a teacher has to be engaged with resulting in the loss of class-room instruction. To counteract this and some other similar difficulties, a librarian should be appointed in each High School. He should be given the charge of text book distribution in addition to his normal duty of librarian.

It should be borne in mind that a teacher's job is a career of dedication. His job is different from that of other employees. If a period for class-room instruction is lost, it is lost for ever. Since the future of students mostly depends upon the sincerity of terchers, they should shoulder their responsibilities with the utmost degree of care and the society should also recognise their honoured services towards building of the nation. The present sitution all over the country has made teaching service very much complicated. Unless the society comes forward for co-operation with the teachers, it is not possible for them alone to do their job effectively. Even if response from society in some places is not satisfactory, teachers should work with untired zeal. Timely arrival and timely departure are the important virtues of a teacher, If he shows regard for discipline in punctuality, his students will inculcate the habit and this will be a great asset for the nation. He should not do before his students in such a manner as may be followed by them to affect their behaviour. ××

# অসমৰ কৃতী শিক্ষকসকল

## ১৯৮০ চনৰ পৰা প্ৰাথমিক পৰ্য্যায়ৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা কৃতী শিক্ষকসকল ।*

### ১৯৮০ চন

১। শ্ৰীটিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য প্ৰধান শিক্ষক, এ, অ, চি, প্ৰাথমিক স্কুল পোঃ ডিগবৈ : ডিব্ৰুগড়। (প্ৰকাশ কৰা হৈছে)

### ১৯৮১ চন

২। মঃ পৰজউদ্দিন আহমেদ হেডপণ্ডিত, কছুখাত এল, পি. স্কুল : তিতাবৰ : যোৰহাট।

### ১৯৮২ চন

৩। শ্ৰীভোলা মহন্ত হেড পণ্ডিত, বাহাদুৰ চুক, লক্ষীমপুৰ।

এই কৃতী ও প্ৰবীণ শিক্ষকসকলৰ আৰু ৰাজ্যিক পুৰস্কাৰ পোৱা শিক্ষকৰ লিখনি সমূহ নিৰ্দিষ্ট সময়ত আমাৰ হাতত নপৰাত ১ম খণ্ডত প্ৰকাশ কৰিব নোৱাৰি আমি দুঃখিত।

শিক্ষক দিৱসৰ শতবাৰ্ষিক বছৰৰ ভিতৰতে ২য় খণ্ড প্ৰকাশৰ পৰিকল্পনা কৰা হৈছে। সেই সংকলনত সন্নিবিষ্ট কৰাৰ আশা ৰখা হৈছে।

—সম্পাদক/সংগ্ৰাহক —।

### ১৯৮৩ চন

৪। শ্ৰীহৰৰাম দাস, হেডপণ্ডিত, পানবজাৰ আদৰ্শ এল, পি, স্কুল : গুৱাহাটী।

৫। শ্ৰীশিশু বৰহুৱৰা, হেডপণ্ডিত গোবৰ্দ্ধন দাস, গোৰেংকা এল, পি, স্কুল ঃ তিনচুকীয়া।

৬। শ্ৰীতিলক চন্দ্ৰ বৰুৱা হেডপণ্ডিত ৰূপহী এম, ভি, স্কুল নগাওঁ।

## ১৯৮৪ চন

৭। শ্ৰীকালীপ্ৰসাদ চেতিয়া, হেডপণ্ডিত বাগদাং এম, ভি, স্কুল ঃ পানীতোলা ডিব্ৰুগড়।

৮। শ্ৰীৰেৱতী বালা বৰা, প্ৰধান শিক্ষয়িত্ৰী, মাধব বালিকা প্ৰাইমেৰী স্কুল ঃ জামুগুৰিহাট, তেজপুৰ।

## ১৯৮৫ চন

৯। শ্ৰীবিধুৰাম বৰুৱা, হেডপণ্ডিত, প'লগ্ৰাউণ্ড এল, পি, স্কুল ঃ তেজপুৰ।

১০। শ্ৰীবায়েন চন্দ্ৰ গগৈ, হেডপণ্ডিত, পতগাওঁ এম, ভি, স্কুল ঃ ডিব্ৰুগড়।

## ১৯৮৬ চন

১১। শ্ৰীৰাজেন্দ্ৰ নাথ ৰাভা, প্ৰধান শিক্ষক শালপাৰা ক'লপানী চৰকাৰী উচ্চ বুনিযাদী বিদ্যালয, কৃষ্ণা, গোৱালপাৰা।

১২। মঃ আনোৱাৰ হুচেইন, কচুখাত প্ৰাথমিক বিদ্যালয ঃ তিতাবৰ যোৰহাট।

## ১৯৮৭ চন

১৩। শ্ৰীকমল সিং যাদব, হেডপণ্ডিত, ৰাষ্ট্ৰীয হিন্দী প্ৰাইমেৰী বিদ্যালয চাবুৱা, ডিব্ৰুগড়।

১৪। শ্ৰীমদনচন্দ্ৰ হাতীবৰুৱা হেডপণ্ডিত, টাউন চান্দমাৰী নিম্ন বুনিয়াদী বিদ্যালয় ঃ গোলাঘাট।

---

• প্ৰাথমিক শিক্ষা সঞ্চালকৰ শ্ৰীনাৰায়ণ শৰ্মাৰ আৰু শ্ৰীমতী সুৰুজু ডেকাৰ সৌজন্যত।

# ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত শিক্ষকসকল

## ১৯৮০ চন

১। শ্ৰীহৰনাথ দেৱ শৰ্মা হেডপণ্ডিত ২৫ আমোলাপট্টি এল, পি, স্কুল বৰপেটা।

২। শ্ৰীদেবেশ্বৰ পাঠক হেডপণ্ডিত টেঁহেকণ এল, পি, স্কুল, বৰপেটা।

৩। শ্ৰীভবেন্দ্ৰ নাথ শৰ্মা, প্ৰধান শিক্ষক, বড়িয়া অভ্যাসন বিদ্যালয।

৪। শ্ৰীদিলীপ কুমাৰ দত্ত, হেডপণ্ডিত ৫২০ টাউন গোলালীয়া মকতব, হাইলাকান্দি।

৫। শ্ৰীক্ষীৰোডৰঞ্জণ শীল প্ৰাঃ শিক্ষক চৰকাৰী উচ্চ বুনিয়াদী বিদ্যালয়, উদাৰবান্ধ, শিলচৰ।

৬। শ্ৰীজ্ঞানেন্দ্ৰ নাথ লস্কৰ, হেড পণ্ডিত, ৰংপুৰ এল, পি, স্কুল। পোঃ অপিন।

৭। শ্ৰীনগেন্দ্ৰ নাথ বৰা, হেডপণ্ডিত কঠালগুৰি বাগিচা এল, পি, স্কুল : যোৰহাট।

৮। শ্ৰীসৰ্বেশ্বৰ কলিতা প্ৰধাম শিক্ষক, শিবসাগৰ চৰকাৰী এম, ভি স্কুল।

৯। শ্ৰীচন্দ্ৰকান্ত শৰ্মা, হেডপণ্ডিত, মাজঘাঁহী এম, ভি, স্কুল বেবেজীয়া : নগাঁও।

১০। শ্ৰীৰাধাকান্ত শৰ্মা হেডপণ্ডিত, দক্ষিণ হযবৰগাঁও কলংপাৰ এল, পি, স্কুল : নগাঁও।

১১। নাজিৰ উদ্দিন আহমেদ, হেডপণ্ডিত মৰিগাঁও উচ্চ বুনিয়াদী বিদ্যালয়।

১২। শ্ৰীখগেন্দ্ৰ নাথ বৰগোহাঁই, হেডপণ্ডিত, বজতবেটা এল, পি, স্কুল : ডিব্ৰুগড়।

১৩। শ্রীপুষ্পেন্দ্র নাথ শইকীয়া, হেড পণ্ডিত নাহৰকটীয়া চৰকাৰী এম, ভি, স্কুল।

১৪। শ্রীবিধুৰাম বৰুৱা, হেডপণ্ডিত প'লগ্রাউণ্ড বেচিক স্কুল, তেজপুৰ।

১৫। শ্রীকেশৱচন্দ্র হাজৰিকা, হেড পণ্ডিত ভাৱাশঙ্কৰ নিম্ন বুনিয়াদী বিদ্যালয়, মঙ্গলদৈ

১৬। শ্রীনবেশ্বৰ নাথ, হেডপণ্ডিত, পেনেৰী জৱহৰলাল এম, ভি, স্কুল : মঙ্গলদৈ।

১৭। শ্রীসুখময় দত্ত পুৰকায়স্থ, প্রঃ. শি মাইবং ভি, চি, এল, পি, স্কুল হাফলং।

১৮। শ্রীনীলমাধৱ গোস্বামী, হেডপণ্ডিত, লালুক এল, পি, স্কুল : উত্তৰ লক্ষীমপুৰ।

১৯। শ্রীমহীধৰ সোনোৱাল হেডপণ্ডিত, উচ্চ বুনিয়াদী স্কুল, লক্ষীমপুৰ।

২০। শ্রীমতী অৰুণা বৰুৱা, প্রধান শিক্ষয়িত্রী, ধেমুচোচা ল'ৰা এল, পি, স্কুল।

## কামৰূপ জিলা

### ১৯৮২-৮৩ চন

১। শ্রীউমেশ চন্দ্র গোস্বামী, হেডপণ্ডিত, দহেলী এল, পি, স্কুল : বটৰহাট।

২। চৈয়দ চিদ্দিক আলি, হেডপণ্ডিত, ১ নং টাউন নিম্ন বুনিয়াদী স্কুল : ৰঙিয়া।

৩। শ্রীদীনবন্ধু দাস হেডপণ্ডিত, ২৫৯ নং মৌটুপুৰী এল, পি, স্কুল : হাউলী।

৪। শ্রীঅৰুণ চন্দ্র দাস, হেডপণ্ডিত, নগাওঁ নিম্নবুনিয়াদী বিদ্যালয় : বৰপেটা।

## গোৱালপাৰা জিলা

৫। শ্ৰীসকসেন জি, মনিন হেডপণ্ডিত পুথিমাৰী চৰকাৰী এল, পি, স্কুল।

৬। মঃ আব্দুল আজিজ, হেডপণ্ডিত, ৪৭০ নং পালাচানী এল, পি, স্কুল : কোকৰাঝাৰ।

৭। শ্ৰীস্বৰ্গেশ্বৰ দাস, হেডপণ্ডিত, ৩৫২ নং কালিবাৰী এল, পি, স্কুল।

৮। শ্ৰীৰবীন্দ্ৰনাথ দাস, হেডপণ্ডিত, ৩৮৯ নং ফকিৰাগ্ৰাম চৰকাৰী নিম্ন বুনিয়াদী বিদ্যালয়। ফকিৰাগ্ৰাম।

## দৰং জিলা

৯। শ্ৰীহালিৰাণী চহৰীয়া, প্ৰধান শিক্ষয়িত্ৰী, টাউন ছোৱালী এল,পি, স্কুল : মঙ্গলদৈ।

১০। শ্ৰীবুদ্ধিৰাম শইকীয়া, হেডপণ্ডিত, ১নং বৰদলগুৰি এল, পি, স্কুল

১১। শ্ৰীআত্মনাথ গোস্বামী, হেডপণ্ডিত, ঢেকিয়াজুলি টাউন নিম্ন বুনিয়াদী বিদ্যালয়।

১২। শ্ৰীমতী ৰেৱতীবালা বৰা, প্ৰধান শিক্ষয়িত্ৰী, মাধৱ বালিকা এল, পি, স্কুল : জামুগুৰিহাট।

## নগাওঁ জিলা

১৩। শ্ৰীনন্দেশ্বৰ বৰুৱা, হেড পণ্ডিত, আলিটিংগানী কুমাৰ গাওঁ এল, পি, স্কুল।

১৪। শ্ৰীপদ্ম চন্দ্ৰ ভূঞা, হেডপণ্ডিত নলতলী এল, পি, স্কুল মৈৰাবাৰী : নগাওঁ।

১৫। শ্ৰীমহিমুদ্দিন আহমেদ হেডপণ্ডিত, হাতীমৰীয়া ল'ৰাৰ এল, পি, স্কুল।

১৬। শ্ৰীগুণমাই গগৈ প্ৰাঃ শিক্ষয়িত্ৰী ৰহা মডেল জে, বি, স্কুল: চাপৰমুখ।

১৭। শ্ৰীমোহন চন্দ্ৰ ৰৰা হেডপণ্ডিত, চাপৰমুখ টাউন এল, পি, স্কুল।

## লক্ষীমপুৰ জিলা

১৮। শ্ৰীনৰেন্দ্ৰ নাথ চেতিয়া, হেডপণ্ডিত, দিহিঙ্গীয়া এল, পি, স্কুল: ধেমাজী।

১৯। শ্ৰীধনীৰাম শইকীয়া, হেডপণ্ডিত, পিচলা কুশল এল, পি, স্কুল: মাধপুৰ।

২০। শ্ৰীথানুৰাম সুত (অৱসৰ প্ৰাপ্ত) হেডপণ্ডিত টুল নিম্ন বুনিয়াদী স্কুল।

২১। শ্ৰীতিলক চন্দ্ৰ গগৈ প্ৰঃ, শিঃ, গোহাইগাওঁ এল, পি, স্কুল, ধেমাজী।

## ডিব্ৰুগড় জিলা

২২। শ্ৰীমনোৰমা দেৱী প্ৰঃ শিক্ষয়িত্ৰী, ৰৰবাৰী এল, পি, স্কুল।

২৩। শ্ৰীযদুনাথ ওজা, হেডপণ্ডিত, মাৰোৱাৰী, হিন্দী এল, পি, স্কুল: ডিব্ৰুগড়।

২৪। শ্ৰীমনতোষ দাস, হেডপণ্ডিত, বাণীসদন এল, পি, স্কুল।

## শিৱসাগৰ জিলা

২৫। শ্ৰীযুবৰাজ শইকীয়া হেডপণ্ডিত, নতুন বুনিয়াদী বিদ্যালয় গোলাঘাট।

২৬। শ্ৰীথুলেশ্বৰ কাকতি, হেডপণ্ডিত, দেৰগাওঁ নিম্ন বুনিয়াদী।

২৭। শ্ৰীখুদৰাম বৰা, হেডপণ্ডিত, ৪নং ৱাৰ্ড প্ৰাইমেৰী যোৰহাট।
২৮। শ্ৰীডিম্বেশ্বৰ বৰগোহাঞি হেডপণ্ডিত বৰহোলা চৰকাৰী নিম্ন বুনিয়াদী বিদ্যালয় তিতাবৰ।

## কাছাৰ জিলা

২৯। শ্ৰীকালিৰঞ্জণ বৰভূঞা হেডপণ্ডিত, এনাথল্ল স্কুল, মানচাৰ।
৩০। শ্ৰীমতী সুধানসু বালা দত্ত প্ৰধান শিক্ষয়িতী, ৫১৭ নং শ্যাম সুন্দৰী এল, পি, স্কুল, হাইলাকান্দি।
৩১। শ্ৰীহৰিপদ দেৱ- হেডপণ্ডিত অভয়াচৰণ ভট্টাচাৰ্য্য পাঠশালা শিলচৰ।
৩২। শ্ৰীসুপ্ৰভা দাস প্ৰঃ শিক্ষয়িত্ৰী ৰাধামাধৱ এল, পি, স্কুল: শিলচৰ।

## কাৰ্বি আংলং জিলা

৩৩। শ্ৰীনন্দীৰাম ডেকা হেডপণ্ডিত, হাওৰাঘাট এল, পি, স্কুল।
৩৪। শ্ৰীকেহাই বে-হেডপণ্ডিত লংবাৰীকান্দি এল, পি।
৩৫। শ্ৰীকহিনী টেনপী, সহ শিক্ষক ভানুগাওঁ এল, পি, ডিফু।
৩৬। শ্ৰীমধু সিং ৰেংমা, হেডপণ্ডিত কুৱানী এল, পি, স্কুল ভিচিবিগঞা সত্ৰ।

## নৰ্থ কাছাৰ পাৰ্বত্য জিলা

৩৭। শ্ৰীকহিনী কুমাৰ বৰ্মন হেডপণ্ডিত হৰংজয়া দেছুৱালী এল, পি, স্কুল।
৩৮। শ্ৰীমতী নিৰুপমা দেৱ প্ৰঃ শিক্ষয়িত্ৰী, হাফলং ল'বা এল. পি. স্কুল।

৩৯। শ্রীলেটখোলাম থাডঅ, হেডপণ্ডিত, লাইকল এল, পি।

৪০। শ্রীমতী সুবৰালা বড়ো, প্রঃ শিক্ষয়িত্রী, টিলাবস্তি এল, পি, স্কুল : হাফলং।

## প্ৰাথমিক মজলীয়া শিক্ষকলৈ নগদ পুৰস্কাৰ

৪১। শ্রীঠানুৰাম নেওঁগ- প্ৰধান শিক্ষক, মণিদীপ এল, পি, স্কুল : ডিব্ৰুগড়।

৪২। শ্রীকন্তেশ্বৰ সোনোৱাল অৱসৰ প্ৰাপ্ত হেডপণ্ডিত, ইৰাগন এল, পি, স্কুল : ডাঙৰী।

৪৩। শ্রীভবেন্দ্ৰ নাথ বৰুৱা (অৱসৰ প্ৰাপ্ত) জেৰাই চাকলি বহৰীয়া এল, পি, স্কুল : পানীতোলা।

৪৪। শ্রীমতী ইন্দুবালা দেবী পূৰ্ণানন্দ আদৰ্শ স্কুল : ডিব্ৰুগড।

৪৫। শ্রীনবীন চন্দ্ৰ বৰদলৈ ৰামজান চিডলি এল, পি, লক্ষীমপুৰ।

৪৬। শ্রীদেবেন চন্দ্ৰ দাস হেডপণ্ডিত নামদাং, এল, পি, স্কুল : শিৱসাগৰ।

৪৭। শ্রীনিত্যগোপাল গোস্বামী হিন্দুব্লক এম, ভি, স্কুল : নগাওঁ।

৪৮। শ্রীনগেন্দ্ৰ নাথ বৰা হেডপণ্ডিত খাগৰিজান এম, ই, স্কুল : নগাওঁ

৪৯। মহম্মদ আব্দুল হুছেইন হেডপণ্ডিত বেচামাৰী, এল, পি, স্কুল : নগাওঁ।

৫০। শ্রীমহিচন্দ্ৰ নাথ হেডপণ্ডিত বটদ্ৰৱা নিম্ন বুনিয়াদী স্কুল।

৫১। শ্রীঠানুৰাম শৰ্মা ঐ বেলগুৰি এল, পি, স্কুল।

৫২। শ্রীসুসীল কুমাৰ সেন ,, জাগীৰ'ড বেলওৱে স্কুল।

৫৩। শ্রীমহেশ্বৰ বৰা ,, তিলক ডেকা স্মৃতি বিদ্যাপীঠ।

৫৪। শ্রীচেনাৰাম নাথ সহ শিক্ষক চৰাইবাৰী এম, ভি।

৫৫। শ্রীহীৰেশ্বৰ গগৈ হেডপণ্ডিত ১নং ভোলাশৰীয়া এল, পি।

৫৬। শ্রীকদ্ৰনাৰায়ণ দত্ত ঐ আদৰ্শ জ্ঞানপীঠ এল, পি,

৫৭। শ্ৰীস্নুৰবালা দেবী, প্ৰঃ শিক্ষয়িত্ৰী বৰভেটা পাব্লিক স্কুল।
৫৮। ,, টঙ্কেশ্বৰ চুতীয়া, হেডপণ্ডিত ৰজাবাহাৰ এম, ই, স্কুল।
৫৯। ,, অৰ্জুন চন্দ্ৰ দাস, ,, ৩নং দক্ষিণহাতী এল, পি।
৬০। ,, সুবোধ চন্দ্ৰ তালুকদাৰ, ,, বিহৰী বজাৰ নিম্ন বুনিয়াদি।
৬১। মঃ নুৰুল ইছলাম আহমেদ, ,, জচিহাতী এল, পি, স্কুল।
৬২। ,, বালিৰাম চহৰীয়া, ,, জংগাবাৰী এল, পি, মঙ্গলদৈ।
৬৩। ,, স্নেহলতা শইকীয়া, ,, মৰনৈগুৰি বালিকা বিশ্বনাথ।
৬৪। ,, যোগেন্দ্ৰ নাথ ডেকা, ,, বঙ্গালগড এম, ভি, স্কুল।
৬৫। ,, খগেন্দ্ৰ নাৰ্জ্জী ,, বালিমাৰি এল পি,
কোকোৰাঝাৰ।
৬৬। মঃ চৈয়দ আনোবাৰ আলি ,, ১০নং দালাইগাওঁ এল.পি।
৬৭। শ্ৰীদীনবন্ধু দিহিদৰ ,, মালিগাওঁ কেন্দ্ৰীয় প্ৰাথমিক
বিদ্যালয়।

## ১৯৮৪-৮৫ চন

৬৮। শ্ৰীভোলাৰাম গগৈ প্ৰধান শিক্ষক নাহৰকটীয়া এল পি, স্কুল।
৬৯। ,, জয়ধৰ কোঁৱৰ ঐ টিপমীয়া এল, পি, ডিব্ৰুগড।
৭০। শ্ৰীমতী নমেশ্বৰী দাস ,, অভয়পুৰী এল, পি, স্কুল।
৭১। ,, গোলোক চন্দ্ৰ শৰ্মা ,, চিলভাৰ জুবলী এল, পি।
৭২। ,, মহিধৰ বৰা প্ৰধান শিক্ষক বৰতলী প্ৰাইমেৰী স্কুল শোনিতপুৰ
৭৩। ,, ক্ষীৰদাচাচী ভট্টাচাৰ্য্য প্ৰঃ শিঃ জাজী ৰিফিউজি এল, পি, স্কুল।
৭৪। ,, মাছকন্দৰ আলি লস্কৰ প্ৰঃ শিঃ হাইলাকান্দি টাউন এম, ই মাদ্ৰাছা।
৭৫। ,, হৰিপদ দেৱ প্ৰঃ শিঃ অভয়চৰণ ভট্টাচাৰ্য্য পাঠশালা।
৭৬। ,, নন্দ লাল নাথ প্ৰঃ শি. ৬৭৮ নং কৃষ্ণচৰণ এল, পি, স্কুল।

৭৭। ,, জীতেন্দ্র নাথ শৰ্মা প্রঃ শিঃ নলবাৰী সত্ৰ এম, ভি, স্কুল।
৭৮। ,, তিলেশ্বৰ বৰুৱা প্র: শ: ছৈখোৱা বালিকা এল, পি, স্কুল।
৬৯। ,, ভোগৰাম মেধি প্র:শি: ৰহা কটহগুৰি নেহেৰু এল,পি স্কুল।
৮০। ,, নিৰঞ্জন নাথ প্র: শি: দীঘলদাৰী এম, ভি, স্কুল।
৮১। ,, শুভচন্দ্র শৰ্মা প্র: শিঃ চকাৰী গাঁও এম, ভি, স্কুল।
৮২। ,, জগদীশচন্দ্র গুপ্ত প্র: শিঃ নৰ্গাও পূবজাৰনী এম, ই, স্কুল।
৮৩। ,, চক্রেধৰ দাস প্র: শি: উত্তৰ গণকগুৰি জে, বি, স্কুল।
৮৪। ,, খণ্ডকাৰ মাচিন আলি প্র: শি: ৮০৮ নং চাপৰা এল, পি, স্কুল।
৮৫। ,, মঃ ৈ্বুল্লা প্রঃ শি: কালিগাঁও আদৰ্শ এম, ভি, স্কুল।
৮৬ ,, ৰজত চন্দ্র গোস্বামী প্র: শি: ডিফলু প্রাইমেৰী স্কুল, যোৰহাট
৮৭। ,, ৰামকান্ত কলিতা প্রঃ শিঃ উমাকান্ত প্রাইমেৰী গোলাঘাট।
৮৮। ,, ক্ষীৰোদ মোহণ পুৰুকায়স্থ প্র: শি: চিলচৰ মাহাত্মাগান্ধী এল, পি, স্কুল।
৮৯। ,, চফলিকা চক্রৱৰ্ত্তী প্রঃ শি: কালিৰ্গাও চৰকাৰী বেচিক স্কুল।
৯৯। ,, এনিধৰ বৰা প্র: শি: বনগাঁও এল, পি, স্কুল।
৯১। ,, ৰোযেশ্বৰ গগৈ হেডপণ্ডিত নিতাই পুখুৰী এম, ভি, স্কুল।
৯২। ,, মুহিধৰ সোনোৱাল হে: প: কদম এম, ভি, স্কুল।
৯৩। ,, মঃ চাহাবুদ্দিন মেই হে: প: জুংকাই পাৰা এল, পি, স্কুল।
৯৪। ,, অমৃত লাল দেৱ হে: প: তুৰ্গা শঙ্কৰ পাঠশালা।
৯৫। ,, মঃ মকিবুৰ আলি লস্কৰ হে: পঃ ৮৪ নং ৰ্বনলিল মুখ এল, পি, স্কুল।
৯৬। ,, ভবেন্দ্র ডেকা হে: প: বংশীদয়াপুৰ এল, পি স্কুল।
৯৭। ,, মাজেন্দ্ৰ নাৰ্জাৰী হে: প: ৭৬ নং ভালুকমৰা জংঘল এল, পি, স্কুল।
৯৮। ,, মঃ লুতফুৰ ৰহমান হেঃ প: জামুগুৰি মকতব্ নগাঁও।

৯৯। ,, চণ্ডিচৰণ বৰুৱা হেঃ পঃ লাওপানী এল, পি, স্কুল।
১০০। ,, বিধুভূষণ দে হেঃ পঃ যমুনামুখ বেঙ্গলি এল, পি, স্কুল।
১০১। ,, ছৈয়দ বসিৰউল্লা হেঃ পঃ নিউ বুনিয়াদী এল, পি, স্কুল।
১০২। ,, লক্ষেশ্বৰ বৰুৱা হেঃ পঃ হেমলাই এম, ই, স্কুল।
১০৩। ,, নবীন চন্দ্ৰ দাস হেঃ পঃ আঠাবাৰী ৰজতৰাম জে, বি, স্কুল।
১০৪। ,, মঃ খাউবুৰউদ্দিন আহমেদ হেঃ পঃ শিৱসাগৰ ১নং টাউন এল, পি, স্কুল।
১০৫। ,, মঃ কুতুবউদ্দিন আহমেদ হেঃ পঃ আজীজ বৰুৱা এল, পি, স্কুল।
১০৬। ,, মঃ আৰচাদ হুছেইন হেঃ প. শোণিতপুৰ এল, পি, স্কুল।
১০৭। ,, উষাৰঞ্জন পুৰুকায়স্থ হে. পঃ দয়াময় পাঠশালা, কাছাৰ।
১০৮। ,, বসন্ত কুমাৰ বৰুৱা হে পঃ ভুমুনিচকী এম, ভি, স্কুল।
১০৯। ,, মহেন্দ্ৰ হাজৰিকা হেঃ পঃ চিলিকাঘৰ এল, পি, স্কুল।
১১০। ,, প্ৰাণকৃষ্ণ চহৰীয়া হেঃ পঃ দাগাই পাৰা এল, পি স্কুল।
১১১। ,, হেমচন্দ্ৰ দাস হে. পঃ নলবাৰী বাগানপাৰা এল, পি, স্কুল।
১১২। ,, ধৰ্মনাথ বৈশ্য হেঃ পঃ মহিনা প্ৰাইমেৰী স্কুল।
১১৩। ,, ঘনকান্ত মহন্ত হেঃ পঃ খালৈগাঁও চৰ্দাৰ পেটেল এল, পি, স্কুল।
১১৪। ,, কমলা বসু হেঃ পঃ হাৰলংফাৰ এল, পি, স্কুল।
১১৫। ,, ৰমেন্দ্ৰ ভূঞা হেঃ পঃ ধুবুৰী বিদ্যাপাৰা এল, পি, স্কুল।
১১৬। ,, দেৱজানী ৰাজখোৱা হেঃ পঃ তৰাজান এল, পি, স্কুল।

# পুৰস্কাৰ প্ৰাপ্ত মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী

## উপ-সঞ্চাল : শ্ৰীমতী শাৰ. পি. দাসৰ সৌজন্যত

### ১৯৮০ ৮১

১১৭। শ্ৰীঅচ্যুতানন্দ চৌধুৰী, অধ্যক্ষ আৰ্য্য বিদ্যাপীঠ।

১১৮। ,, তমালকুসুম দাস, শিক্ষয়িত্ৰী টি, চি, ছাৱালী হাইস্কুল।

১১৯। ,, বীৰেন্দ্ৰ নাথ বসুমতাৰী, প্ৰ. শিক্ষক শালবাৰী হাইস্কুল।

১২০। ,, প্ৰেমেন্দ্ৰ মোহন গোস্বামী, অধ্যক্ষ নাচিং হাইস্কুল।

১২১। ,, অৰুণা ভট্টাচাৰ্য্য, শিক্ষয়িত্ৰী-চিলচৰ চৰকাৰী কন্যা হাইস্কুল।

১২২। ,, প্ৰফুল্লকুমাৰ দেব, প্ৰ: শিক্ষক-কৰিমগঞ্জ বিপিন পাল বিদ্যা নিকেতন।

১২৩। ,, মঃ ফাইজুল, মানান প্ৰ. শিক্ষক শিমলুগুৰি ল'ৰা হাইস্কুল।

১২৪। ,, লইচি ৰংপী, প্ৰ. শিক্ষয়িত্ৰী মিচন ছোৱালী হাইস্কুল।

১২৫। ,, প্ৰফুল্লচন্দ্ৰ ঠাকুৰ, অধ্যক্ষ যোৰহাট চৰকাৰী হাইস্কুল।

১২৬। ,, ৰামেশ্বৰ বৰা, অধ্যক্ষ কুজিবালি হাইস্কুল।

১২৭। ,, দীননাথ বৰা, অধ্যক্ষ ননৈ হাইস্কুল।

১২৮। ,, যুগলচন্দ্ৰ বৰুৱা, শিক্ষক ডিব্ৰুগড় চৰকাৰী ল'ৰা হাইস্কুল।

১২৯। ,, নীহাৰঞ্জন দে চৰকাৰ, অধ্যক্ষ বেংগলী ল'ৰা হাইস্কুল।

১৩০। ,, ফ্ৰিডেৰীক দত্ত, প্ৰধান শিক্ষক হৰিশিঙা হাইস্কুল।

১৩১। ,, নোমলচন্দ্ৰ ভূঞা, অধ্যক্ষ কলাবাৰী হাইস্কুল।

১৩২। ,, মদন মোহন পাঠক, প্ৰঃ শিক্ষক, মানিকপুৰ হাইস্কুল।

১৩৩। ,, যাদব চন্দ্ৰ খাৰকটাৰী, প্ৰ. শি. লাহিপাইগং হাইস্কুল।

১৩৪। ,, মাখন চন্দ্ৰ গগৈ, প্ৰ. শিক্ষক হাফলং চৰকাৰী হাইস্কুল।

১৩৫ ,, বংশীধৰ শৰ্মা, প্ৰ. শিক্ষক লক্ষীমপুৰ এছ. টি কে. হাইস্কুল

## ১৯৮২-৮৩ চন

১৩৬। শ্ৰীচিত্তৰঞ্জন শৰ্মা, প্ৰ. শিক্ষক ডিফু চৰকাৰী ছোৱালী হাইস্কুল।

১৩৭। ,, প্ৰমুদ ৰঞ্জণ দাস, পুৰুকায়স্থ শিক্ষক হাফলং ল'ৰা হাইস্কুল।

১৩৮। ,, ফুলেশ্বৰ গগৈ, প্ৰঃ শিক্ষক, টেঙাখাট ছোৱালী হাইস্কুল।

১৩৯। ,, গৌৰী প্ৰসাদ শৰ্মা, অধ্যক্ষ চৰকাৰী ল'ৰাৰ হাইস্কুল।

১৪০। ,, মঃ চামচুৰ আলি, অধ্যক্ষ দেওচন উচ্চতৰ বিদ্যালয়।

১৪১। ,, চন্দ্ৰপ্ৰভা বৰদলৈ, অধ্যক্ষা চৰকাৰী ছোৱালী উচ্চতৰ বিদ্যালয়

১৪২। ,, শতীশ চন্দ্ৰ গগৈ, অধ্যাক্ষা ধকুৱাখানা উচ্চতৰ বিদ্যালয়।

১৪৪। ,, ফণিন্দ্ৰ মোহন শৰ্মা, অধ্যক্ষ খাকপেটীয়া উচ্চতৰ বিদ্যালয়।

১৪৪। ,, দেৱান আজিজ আলি, প্ৰ. শিক্ষক, গৌৰীপুৰ পি. জি. ইনষ্টিটিউত।

১৪৫। শ্ৰীমচকন্দৰ আলি মাজভূঞা প্ৰধান শিক্ষক হাইলাকান্দি পাবলিক হাইস্কুল।

১৪৬। মঃ নুৰুলহক মাজভুঞা, উপাধ্যক্ষ্য চিলচৰ চৰকাৰী উচ্চতৰ।

১৪৭। শ্ৰীসদানন্দ মৰল সহঃ শিক্ষক নেতাজী বিদ্যাপীঠ।

১৪৮। ,, দুৰ্গাশঙ্কৰ দেৱ শৰ্মা সহঃ প্ৰ. শিক্ষক, ডিফুচৰকাৰী উচ্চতৰ।

১৪৯। ,, কিৰণ চন্দ্ৰ বৰুৱা প্ৰ. শিক্ষক যোৰহাট পলিটেকনিক হাইস্কুল।

১৫০। ,, কনকচন্দ্ৰ কলিতা, অধ্যক্ষ ধিং কে. বি. এইছ. এছ. স্কুল।

১৫১। ,, ভৱকান্ত হাজৰিকা, প্ৰধান শিক্ষক ধলপুৰ হাইস্কুল।

১৫২। ,, ভাৰতচন্দ্ৰ শৰ্মা অধ্যক্ষ, তেজপুৰ একাডেমী।

## ১৯৮৩-৮৪ চন

১৫৩। শ্ৰীকৃষ্ণমোহন অধিকাৰী উপাধ্যক্ষ কোকোৰাঝাৰ শক্তিৰাম উচ্চতৰ বিদ্যালয়।

১৫৪। শ্ৰীতাৰিণী নাথ দেৱ শৰ্মা সহ. শিক্ষক পি. আৰ চৰকাৰা উচ্চতৰ : গোৱালপাৰা।

১৫৫। ,, উপেন্দ্ৰনাথ শৰ্মা সহ. প্ৰধান শিক্ষক চৌকুটী হাইস্কুল।

১৫৬। ,, হিমেন্দ্ৰ বেজবৰুৱা সহ. শিক্ষক, পাটাৰকুছি বিদ্যাপীঠ।

১৫৭। ,, বিনয়েন্দ্ৰ কুমাৰ চক্ৰবৰ্ত্তীসহ শিক্ষক হাফলং হাইস্কুল।

১৫৮। ,, হিতেশ ডেকা, সহ. শিক্ষক, জালুবাৰী হাইস্কুল।

১৫৯। ,, বেহেশ্বৰ কলিতা প্ৰ. শিক্ষক, পলাশবাৰী হাইস্কুল।

১৬০। ,, দিবাকৰ শৰ্মা প্ৰঃ শিক্ষক পকাদলি হাইস্কুল।

১৬১। ,, টিপুৰাম শইকীয়া, অধ্যক্ষ চামগুৰি উচ্চতৰ বিদ্যালয়।

১৬২। ,, মুনিন্দ্ৰনাথ শইকীয়া অধ্যক্ষ বহমপুৰ উচ্চতৰ।

১৬৩। ,, প্ৰফুল্লচন্দ্ৰ ঠাকুৰ অবসৰ প্ৰাপ্ত প্ৰধান শিক্ষক ইন্দ্ৰানীদেবী হাইস্কুল।

১৬৪। ,, শৰৎ শৰ্মা, প্ৰধান শিক্ষক টাউন হিন্দী হাইস্কুল।

১৬৫। ,, দিপ্তী দাস, অৱসৰ প্ৰাপ্ত ইন্দিৰাকুমাৰী হাইস্কুল।

১৬৬। ,, দীনমণি নাথ অৱসৰপ্ৰাপ্ত জত্ৰাগড় উচ্চতৰ বিদ্যালয়।

১৬৭। ,, ৰমা সেনগুপ্তা, প্ৰঃ শিক্ষয়িত্ৰী ডি, এন, কে বালিকা।

১৬৮। ,, সুব্ৰত চন্দ্ৰ দাস, অৱসৰপ্ৰাপ্ত অধ্যক্ষ, চিলচৰ চৰকাৰী ছোৱালী উচ্চতৰ।

১৬৯। ,, জীতেন্দ্ৰ মোহন বৰ্মন, প্ৰধান শিক্ষক, আৰ, চি, পি, হাইস্কুল।

১৭০। ,, প্ৰমোদ চন্দ্ৰ বসুমতাৰী, গোসাইগাওঁ ল'ৰা হাইস্কুল।

## ১৯৮৪-৮৫ চন

১৭১। ,, ভৱকান্ত শৰ্মা, অৱসৰপ্ৰাপ্ত প্ৰঃ শিক্ষক বৰ্ডিয়া ছোৱালী হাইস্কুল।

১৭২। ,, বৈকুণ্ঠনাথ শৰ্মা, প্ৰঃ শিক্ষক ঘাগৰাপাৰ হাইস্কুল।

১৭৩। ,, শশীন্দ্ৰ নাথ চৰকাৰ, প্ৰঃ শিক্ষক, নগাওঁ বেংগলী হাইস্কুল।
১৭৪। মঃ সমৰ আলি, অঃ অধ্যক্ষ ৰৰথালদলৈ গাওঁ উচ্চতৰ মাধ্যমিক
১৭৫। ,, গোপীনাথ বৰুৱা, অঃ প্ৰধান শিক্ষক বাল্যভৱন, যোৰহাট।
১৭৬। ,, দেৱেশ্বৰ বৰা, অঃ প্ৰধান শিক্ষক চিনামৰা হাইস্কুল।
১৭৭। ,, ৰত্নেশ্বৰ দত্ত, অঃ অধ্যক্ষ ঢেকিয়াল উচ্চতৰ বিদ্যালয়।
১৭৮। ,, জীতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, অধ্যক্ষ গান্ধীস্মৃতি উচ্চতৰ বিদ্যালয়।
১৭৯। ,, পূণ্যপ্ৰসাদ শইকীয়া. প্ৰঃ শিক্ষক চতীয়া ছোৱালী হাইস্কুল।
১৮০। ,, তিলক বৰা, অধ্যক্ষ দক্ষিণপাত হাইস্কুল : নগাওঁ।
১৮১। ,, মতিলাল সিন্‌হা, অৱসৰপ্ৰাপ্ত সঙ্গীত শিক্ষক শিলচৰ চৰকাৰী বালিকা উচ্চতৰ বিদ্যালয়।
১৮২। শ্ৰীৰমণীকান্ত সিন্‌হা, চাৰুকলা শিক্ষক, কাছাৰ অাধাৰছান্দ উচ্চতৰ বিদ্যালয়।

## ১৯৮৫-৮৬ চন

১৮৩। শ্ৰীমতী মালবিকা গোস্বামী, প্ৰঃ শিক্ষয়িত্ৰী বালিকা বিদ্যামন্দিৰ।
১৮৪। ,, কালিদাস মজুমদাৰ, সহ অধ্যক্ষ বীৰঝাৰ উচ্চতৰ বিদ্যালয়।
১৮৫। ,, ৰবিৰাম কোঁচ, অধ্যক্ষ বিহগুৰি উচ্চতৰ বিদ্যালয়।
১৮৬। ,, কৃপানাথ দাস প্ৰধান শিক্ষক দক্ষিণ ৰৰপাত্ৰ বিদ্যামন্দিৰ।
১৮৭। ,, নৰেন্দ্ৰ নাৰায়ণ পূজাৰী সহ শিক্ষক ঐ
১৮৮। ,, দীনেশ্বৰ হাজৰিকা সহ শিক্ষক দিয়মৰনৈ উচ্চতৰ বিদ্যালয়।
১৮৯। ,, পদ্মৰাম শালৈ অধ্যক্ষ উচ্চতৰ বাণী বিদ্যাপীঠ।
১৯০। ,, সম্ভুৰাম মহন্ত প্ৰঃ শিক্ষক কালিৰাম বৰুৱা ছোৱালী হাইস্কুল।
১৯১। ,, আনন্দ চন্দ্ৰ তামূলী সহ শিক্ষক শিৱসাগৰ চৰকাৰী উচ্চতৰ।

১৯২। ,, শিৱচন্দ্ৰ গোস্বামী অধ্যক্ষ গৌৰিসাগৰ ইণ্ডাষ্ট্ৰিয়েল ইনষ্ট্ৰিটিউত।

১৯৩। ,, বলেন্দ্ৰ নাথ ডেকা প্ৰশিক্ষক মিকিৰ ভেটা হাইস্কুল।

১৯৪ ,, মইনাৰাম ডেকা অধ্যক্ষ জালুগুটি উচ্চতৰ বিদ্যালয।

১৯৫। ,, মুক্তানাথ শৰ্মা অধ্যক্ষ যোৰহাট চৰকাৰী উচ্চতৰ বিদ্যালয।

১৯৬। ,, প্ৰফুল্ল চন্দ্ৰ মহন্ত প্ৰঃ শিক্ষক তিতাবাম বৰদলৈ হাইস্কুল।

১৯৭। ,, মতী ব্ৰিযেট্ৰিচ বিৰ্চাড সহ শিক্ষযত্ৰী যোৰহাট চৰকাৰী বালিকা।

১৯৮। ,, চন্দ্ৰ কান্ত কলিতা প্ৰঃ শিক্ষক পঠশালা ছোৱালী হাইস্কুল।

১৯৯। ,, তৰুণচন্দ্ৰ হাজৰিকা প্ৰঃ শিক্ষক ফুলগুৰি হাইস্কুল।

২০০। ,, গিৰিণ তালুকদাৰ সহ শিক্ষক চৌখুটী হাইস্কুল, বৰপেটা।

•—

# ১৯৮৮ চনৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত কৃতী শিক্ষক

### প্ৰাথমিক বিদ্যালয়ৰ ঃ

(১) শ্ৰীনন্দলাল নাথ।

(২) শ্ৰীৰ[illegible]চন্দ্ৰ গোস্বামী ( যোৰহাট )

(৩) শ্ৰীযাদব চন্দ্ৰ দাস।

(৪) [illegible]

(৫) শ্ৰী[illegible] চক্ৰৱৰ্তী।

### মজলীয়া বিদ্যালয়ৰ ঃ

(৬) শ্ৰীশচীন্দ্ৰ কুমাৰ দাস।

(৭) শ্ৰী[illegible]চন্দ্ৰ নাথ ফুকন।

## শিক্ষক দিৱসত নগদ উদ্‌গনিমূলক পুৰস্কাৰৰ কাৰণে বাচনি কৰা শিক্ষক-শিক্ষয়ত্ৰীৰ তালিকা

### আধ্যমিক পৰ্য্যায় ঃ ১৯৮৬-৮৭

| | | |
|---|---|---|
| ১। | শ্ৰীহৰকান্ত শৰ্মা, | প্ৰধান শিক্ষক, বিহাগুৰি উচ্চ বালিকাবিদ্যালয়, শোণিতপুৰ। |
| ২। | ,, চন্দ্ৰকান্ত খাট | সহঃ শিঃ, ডিব্ৰুগড চৰকাৰী উচ্চতৰ বিদ্যালয়। |
| ৩। | ,, জিতেন্দ্ৰ নাথ শৰ্মা | সহঃ শি., পাটাছাৰকুচি বিদ্যাপীঠ, বৰপেটা। |
| ৪। | ,, ৰোহিত চন্দ্ৰ বেজবৰুৱা | অধ্যক্ষ, ডিফু চৰকাৰী বালক উচ্চতৰ বিদ্যালয়। |
| ৫। | ,, ৰমেশ চন্দ্ৰ শৰ্মা | সংস্কৃত শিঃ, পাঠশালা উচ্চ বালিকা বিদ্যালয়। |
| ৬। | ,, বীৰেন ঠাকুৰ | প্ৰধান শিঃ, গুৰযোগনীয়া উচ্চ বিদ্যালয়, গোলাঘাট। |

| | | |
|---|---|---|
| ৭। | শ্ৰীমতী প্ৰদীপা বৰুৱা | বিষয় শিক্ষয়ত্ৰী, যোৰহাট চৰকাৰী উচ্চতৰ বালিকা বিদ্যালয় । |
| ৮। | শ্ৰীবিৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, | অধ্যক্ষ, নাৰচিং উচ্চতৰ বিদ্যালয়, শিলচৰ । |
| ৯। | মঃ হাচানৰাজা চৌধুৰী | সহঃ শিঃ, চালমাৰচ মেমোৰিয়েল উচ্চতৰ বিদ্যালয় কাটলিচেৰা, কাছাৰ । |
| ১০। | শ্ৰীভোলানাথ মজুমদাৰ | সহঃ শিঃ, এচ-পি-উচ্চতৰ বিদ্যালয়, ধুবুৰী । |
| ১১। | „ দেবেন্দ্ৰ নাথ মহন্ত | অধ্যক্ষ, কলিয়াবৰ উচ্চতৰ বিদ্যালয়, শিলঘাট । |
| ১২। | „ সিদ্ধেশ্বৰ বৰকাকতি | প্ৰধান শিক্ষক, কিৰণ বালা গোস্বামী বালিকা বিদ্যাপীঠ, নগাঁও । |
| ১৩। | „ অনিল কুমাৰ চোম | প্ৰধান শিঃ, কামাখ্যা বিদ্যালয়, মালিগাঁও । |
| ১৪। | „ মাধৱ চন্দ্ৰ স্বৰ্গীয়াৰী | অধ্যক্ষ, গোপাল বড়ো চৰকাৰী উচ্চতৰ বিদ্যালয়, দিশপুৰ । |
| ১৫। | „ ডিম্বেশ্বৰ বৰুৱা | অধ্যক্ষ, শিৱসাগৰ চৰকাৰী উচ্চতৰ বিদ্যালয় । |
| ১৬। | „ যোগেন্দ্ৰ নাথ শৰ্মা | সহঃ শিক্ষক, নামতি উচ্চতৰ বালক বিদ্যালয় । |
| ১৭। | „ আটাউৰ ৰহমান লস্কৰ | প্ৰধান শিঃ, জে-আৰ উচ্চ বিদ্যালয়, গামৰগ্ৰাম, কাছাৰ । |
| ১৮। | „ যোগেশ্বৰ গোস্বামী | অধ্যক্ষ, পাটাছাৰকুচি বিদ্যাপীঠ, বৰপেটা । |
| ১৯। | „ গিৰিশ চন্দ্ৰ চৌধুৰী | সহঃ শিক্ষক, পি-আৰ চৰকাৰী উচ্চতৰ বিদ্যালয়, গোৱালপাৰা । |
| ২০। | „ প্ৰতাপ চন্দ্ৰ তালুকদাৰ | সহঃ শিক্ষক, চৌখুটি উচ্চ বিদ্যালয়, বৰপেটা । |

## প্ৰাথমিক পৰ্য্যায় ঃ ১৯৮৬-৮৭

| | | |
|---|---|---|
| ১। | শ্ৰীমুখ্যেশ্বৰ শৰ্মা | সহঃ শিক্ষক, কেৰ মেমোৰিয়েল প্ৰাথমিক বিদ্যালয়, তেজপুৰ । |
| ২। | „ ভোগৰাম বৰা | প্ৰধান শিঃ পৰ্বতীয়া প্ৰাথমিক বিদ্যালয়, শোণিতপুৰ । |
| ৩। | „ লক্ষীনাথ ভূঞা | প্ৰঃ শিঃ চিলভাৰ জুবিলী প্ৰাথমিক বিদ্যালয়, শোণিতপুৰ । |
| ৪। | „ প্ৰফুল্ল শৰ্মা | সহঃ শিঃ লক্ষীমিধৰ মেমোৰিয়েল এম-ভি-স্কুল, শোণিতপুৰ । |
| ৫। | „ লীলাকান্ত বৰা | প্ৰধান শিঃ, কুকুৰাচোৱা প্ৰাথমিক বিদ্যালয়, শোণিতপুৰ । |

| | | |
|---|---|---|
| ৬। | শ্ৰীমতী সুবৰ্ণ বৰঠাকুৰ | প্ৰধান শিক্ষয়ত্ৰী, ধাপকটা প্ৰাথমিক বিদ্যালয়, যোৰহাট। |
| ৭। | শ্ৰীমহেন্দ্ৰ নেওঁগ | প্ৰধান শিক্ষক, টিয়ক বজাবাৰী এম-ই স্কুল, যোঃ |
| ৮। | শ্ৰীমতী সুভদ্ৰা শইকীয়া | প্ৰঃ শিক্ষয়ত্ৰী, সকদৈ শইকীয়া প্ৰাথমিক বিদ্যালয়, যোৰহাট। |
| ৯। | শ্ৰীভোলা দত্ত | প্ৰঃ শিক্ষক, লক্ষ্মীইউনিয়ন প্ৰাথমিক বিদ্যালয়, যোৰহাট। |
| ১০। | „ চিদ্দিক আলী | প্ৰঃ শিঃ, ১৯ নং দক্ষিণ মোহনপুৰ প্ৰাথমিক বিদ্যালয়, কাছাৰ। |
| ১১। | „ সুৰমন আলী লস্কৰ | প্ৰঃ শিঃ, মানিআলা জুনিয়ৰ বেচিক বিদ্যালয়, সোনাবড়ি মাৰ্ট, কাছাৰ। |
| ১২। | „ বদন চন্দ্ৰ গগৈ | প্ৰঃ শিক্ষক, পাভজান বাগান প্ৰাথমিক বিদ্যালয়, ডিব্ৰুগড। |
| ১৩। | শ্ৰীমতী হেমপ্ৰভা দেৱী | প্ৰঃ শিক্ষয়ত্ৰী, আদৰ্শ প্ৰাথমিক বিদ্যালয়, তিনচুকিয়া, ডিব্ৰুগড়। |
| ১৪। | শ্ৰীনীৰেশৰঞ্জনদেৱ ৰয় | প্ৰঃ শিক্ষক, ৰামেশ্বৰ এম-ই স্কুল, ডিব্ৰুগড়। |
| ১৫। | শ্ৰীমতী আইদেউ গগৈ | প্ৰঃ শিক্ষয়ত্ৰী, নাজিৰাপুখুৰী প্ৰাথমিক বিদ্যালয়, জাজি আমগুৰি। |
| ১৬। | মঃ হাইদৰ আলী | প্ৰঃ শিক্ষক, বেঙেনাবাৰী প্ৰাথমিক বিদ্যালয়, শিৱসাগৰ। |
| ১৭। | শ্ৰীপূৰ্ণানন্দ গোস্বামী | সহঃ শিঃ, মৰিগাঁও এম-ভি-স্কুল, নগাঁও। |
| ১৮। | মঃ হুচেইন আলী | প্ৰধান শিঃ, উলুবাৰী প্ৰাথমিক বিদ্যালয়, নগাঁও |
| ১৯। | শ্ৰীদ্বীপেন চন্দ্ৰ নাথ | প্ৰঃ শিঃ, হাতিমুৰিয়া প্ৰাথমিক বিদ্যালয়. নগাঁও |
| ২০। | „ আনন্দ শইকীয়া | প্ৰঃ শিঃ, মৰিগাঁও প্ৰেক্টিচিং বিদ্যালয়, নগাঁও |
| ২১। | „ নীলাম্বৰ নাথ | প্ৰঃ শিঃ, দিমৌ এম-ভি-স্কুল, নগাঁও। |
| ২২। | „ বিশ্বেশ্বৰ বৰা | প্ৰঃ শিঃ, পুৰণিগুদাম জুনিয়ৰ বেচিক, নগাঁও। |
| ২৩। | „ মহেন্দ্ৰ নাথ শইকীয়া | প্ৰঃ শিঃ খুমটাই মডেল প্ৰাথমিক বিদ্যালয়, গোলাঘাট। |
| ২৪। | „ সাগৰ শৰ্মা | প্ৰঃ শিঃ, ফৰকাটিঃ মডেল প্ৰাথমিক বিদ্যালয়, গোলাঘাট। |
| ২৫। | „ জগৎ চন্দ্ৰ কলিতা | প্ৰঃ শিঃ, তেজগাঁও টাউন চিনিঅ'ৰ বেচিক বালক বিদ্যালয়। |

| | | |
|---|---|---|
| ২৬। | ,, দুৰ্বানন্দ গগৈ | প্ৰঃ শিঃ, বৰদিহিঙ্গীয়া প্ৰাথমিক বিদ্যালয়, কমাৰ গাঁও। |
| ২৭। | ,, চন্দ্ৰকান্ত শৰ্ম্মা | প্ৰঃ শিঃ, উত্তৰ লক্ষীমপুৰ টাউন এম-ভি-স্কুল, লক্ষীমপুৰ। |
| ২৮। | ,, নৰেশ্বৰ শৰ্ম্মা | প্ৰঃ শিঃ, নাওবৈচা বালক প্ৰাথমিক বিদ্যালয়, লক্ষীমপুৰ। |
| ২৯। | ,, নৰেশ্বৰ ডেকা | প্ৰঃ শিঃ, ওদালগুৰি টাউন এল-পি, দৰং |
| ৩০। | ,, হলধৰ ডেকা | প্ৰঃ শিঃ, চাটগুৰি চৰকাৰী এম-ভি-স্কুল টংলা, দৰং। |
| ৩১। | শ্ৰীধীৰেশ্বৰ কলিতা | প্ৰঃ শিঃ, লক্ষীমপুৰ এম-ভি স্কুল, বুঢ়ীনগৰ, দৰং |
| ৩২। | ,, প্ৰশান্ত চন্দ্ৰ মহন্ত | প্ৰঃ শিঃ ৬০ নং হাটখোলা প্ৰাঃ বিদ্যালয় বৰপেটা। |
| ৩৩। | মঃ ইয়াকুব আলী | প্ৰঃ শিঃ ১৬৭ নং আলোপেটি এল-পি, বৰপেটা |
| ৩৪। | শ্ৰীমতী [illegible] টাকুৰীয়া | প্ৰঃ শিক্ষয়িত্ৰী, [illegible] এল,পি, স্কুল, বৰপেটা |
| ৩৫। | শ্ৰীনৰেন্দ্ৰ চন্দ্ৰ নাথ | প্ৰঃ শিঃ, ৫৪৯ নং পূৰণ থাগৰাবাৰী এল-পি-স্কুল বৰপেটা। |
| ৩৬। | শ্ৰীমতী চন্দ্ৰৱতী বৰা (দত্ত) | প্ৰঃ শিক্ষয়িত্ৰী, টটা প্ৰেক্টিচিং এল-পি, স্কুল মাঃ। |
| ৩৭। | শ্ৰীবীৰেন্দ্ৰ চন্দ্ৰ সেন | প্ৰঃ শিঃ, ১০৬১ নং আবৈঅনি জুনিয়ৰ বেচিক, বাগৰিবাৰী, ধুবুৰী। |
| ৩৮। | ,, [illegible]মধৱ চুটিয়া | প্ৰঃ শিঃ, মৰাণ মডেল এল-পি, মৰাণহাট। |
| ৩৯। | ,, সুৰেন্দ্ৰ নাথ নাৰ্জাৰি | প্ৰঃ শিঃ, ১২৬ নং জৰাগুৰি জুনিয়ৰ বেচিক, কোকৰাঝাৰ। |
| ৪০। | ,, নৱদীপ সিং | প্ৰঃ শিঃ, লংকা এল-পি, হোজাই। |

## প্ৰাথমিক পৰ্য্যায় : ১৯৮৭-৮৮

| | | |
|---|---|---|
| ১। | শ্ৰীলীলা শইকীয়া | প্ৰঃ শিঃ, হৰভাঙা এম-ভি-স্কুল, চালাগুৰি, শোণিতপুৰ। |
| ২। | ,, গংগা বৰা | প্ৰঃ শিঃ, ঢেকিয়াজুলি টাউন নিম্ন বুনিয়াদি বিদ্যালয়, শোণিতপুৰ। |
| ৩। | মঃ মহিউদ্দিন আহমেদ | প্ৰঃ শিঃ, পাচমাইৰ আকিব হুচেইন এম পি-স্কুল, শোণিতপুৰ। |

| | | |
|---|---|---|
| ৪। | শ্ৰীধুলেশ্বৰ বাজখোৱা | প্ৰঃ শিঃ, এৰাবাৰী এল-পি-স্কুল, বিশ্বনাথ চাৰিআলি। |
| ৫। | „ তিলেশ্বৰ চেতিয়া | প্ৰঃ শিঃ, কাকনি চৰকাৰী বেচিক স্কুল, যোৰহাট |
| ৬। | বুধেন্দ্ৰ নাথ ভূঞা | প্ৰঃ শিঃ, কমাৰবন্ধা বালিকা প্ৰাথমিক বিদ্যালয় |
| ৭। | মঃ আব্দুল খালেক লস্কৰ | প্ৰঃ শিঃ, দুৰ্গাচৰণ এম-ভি-স্কুল, হাইলাকান্দি। |
| ৮। | শ্ৰীঅমিতা দাস | প্ৰঃ শিঃ, ঋষি অৰবিন্দ বিদ্যাপীঠ, হাইলাকান্দি। |
| ৯। | শ্ৰীমতী সাবিত্ৰীৰাণী দেৱী | প্ৰঃ শিক্ষয়িত্ৰী, নাচিংপুৰ বালিকা এম-ভি, শিলচৰ |
| ১০। | শ্ৰীঅবিনাশ চৌধুৰী | প্ৰঃ শিঃ, ৬১৭ নং জয়ৰাম জুনিয়ৰ বেচিক, উদৰবন্দ। |
| ১১। | „ লক্ষীকান্ত চেলেং | প্ৰঃ শিঃ, দমদমা বালক প্ৰাইমেৰী, তিনিচুকীয়া |
| ১২। | „ ৰাম গোস্বামী | প্ৰঃ শিঃ, হকানগুৰি বাগিছা প্ৰাথমিক বিদ্যালয়, বৰহাপজান। |
| ১৩। | „ জয়ৰাম কোঁৱৰ | প্ৰঃ শিঃ, শশিমাই গগৈ এল-পি, শিৱসাগৰ। |
| ১৪। | „ ৰজনীকান্ত গগৈ | প্ৰঃ শিঃ, লক্ষীমিনগৰ এল-পি, চেৰেকাপাৰা, শিৱসাগৰ। |
| ১৫। | শ্ৰীমতী গুনলতা বৰুৱা | প্ৰঃ শিক্ষয়িত্ৰী, ২নং টাউন বালিকা এল-পি, শিৱসাগৰ। |
| ১৬। | শ্ৰীফুলেশ্বৰ বুঢ়াগোহাই | প্ৰঃ শিঃ, কুৱৰীগাঁও এম-ই, ডিব্ৰুগড়। |
| ১৭। | „ পুলিন চন্দ্ৰ বৰুৱা | প্ৰঃ শিঃ, দেওধনী এল-পি, চাবুৱা। |
| ১৮। | „ উত্তম চন্দ্ৰ চৌধুৰী | সহঃ শিক্ষক, ভুৰবন্ধা এম-ভি, মাৰগাঁও, নগাঁও |
| ১৯। | „ ধনেশ্বৰ বৰা | প্ৰঃ শিঃ, ভাস্কৰ এম-ভি, উৰিয়াগাঁও, নগাঁও। |
| ২০। | „ হেমকান্ত বৰা | প্ৰঃ শিঃ, মহেন্দ্ৰ বৰুৱা প্ৰাথমিক বিদ্যালয়, নগাঁও |
| ২১। | শ্ৰীমতী তিলোত্তমা বৰা | প্ৰঃ শিক্ষয়িত্ৰী, খিয়াটাঙ্গনী এল-পি- স্কুল নগাঁও |
| ২২। | শ্ৰীশিৱকান্ত গগৈ | প্ৰঃ শিঃ, ১নং সৰুপথাৰ টাউন এল-পি-স্কুল, গোলাঘাট। |
| ২৩। | „ দেৱেশ্বৰ গগৈ | প্ৰঃ শিঃ, গোলাঘাট টাউন মডেল এল-পি। |
| ২৪। | „ দেবেন চন্দ্ৰ বৰদলৈ | প্ৰঃ শিঃ, পুৱ দগাঁও এল-পি-স্কুল, গোলাঘাট। |
| ২৫। | „ যোগেশ্বৰ নেওঁগ | প্ৰঃ শিঃ, নাৰায়ণপুৰ বালিকা এম-ই, লক্ষীমপুৰ |
| ২৬। | „ ধৰণীধৰ শৰ্মা | সহঃ শিক্ষক, কমাৰগাঁও এম-ভি দেওধনীমাট, দৰং। |
| ২৭। | „ কান্টেশ্বৰ বসুমতাৰী | প্ৰঃ শিঃ, ধুনাচুবুৰী এল-পি, ওদালগুৰি, দৰং। |

| | | |
|---|---|---|
| ২৮। | ,, বীৰেশ্বৰ শৰ্মা | প্ৰঃ শিঃ, উত্তৰ ওৱাৰ্ডৰি টাউন এল-পি, দৰং |
| ২৯। | ,, কাঞ্চনী শৰ্মা | প্ৰঃ শিঃ, দাহি এম-ই, দৰং। |
| ৩০। | ,, বাসুদেৱৰ শৰ্মা | প্ৰঃ শিঃ, বাঁমুনিপাৰা বালক প্ৰাথমিক বিদ্যালয়, মঙ্গলদৈ। |
| ৩১। | ,, ভদ্ৰকান্ত শৰ্মা | প্ৰঃ শিঃ, খুৰীবন্ধা জুনিয়ৰ বেচিক এল-পি, মঙ্গলদৈ। |
| ৩২। | ,, আনন্দ গোস্বামী | প্ৰঃ শিঃ, সাকপাৰ এল-পি, মাজুলী। |
| ৩৩। | ,, হৰেন্দ্ৰ চন্দ্ৰ নাথ | প্ৰঃ শিঃ, মুৰালীজাৰ এম-ভি, গোৱালপাৰা। |
| ৩৪। | ,, হৰমোহন দাস | প্ৰঃ শিঃ, আগিয়া চৰকাৰী জুনিয়ৰ বেচিক স্কুল, গোৱালপাৰা। |
| ৩৫। | ,, লুটফুৰ ৰহমান | প্ৰঃ শিঃ, হাটগাঁও এম-ভি, গোৱালপাৰা। |
| ৩৬। | শ্ৰীমতী তৃপ্তী দে | প্ৰঃ শিক্ষয়িত্ৰী, ২১৬ নং লক্ষীপুৰ জুনিয়ৰ বেচিক, গোৱালপাৰা। |
| ৩৭। | শ্ৰীসুৰেশ চন্দ্ৰ ৰয় | প্ৰঃ শিঃ, বাপুপাৰা এল-পি, আগিয়া, গোৱালপাৰা। |
| ৩৮। | শ্ৰীজয়দেৱ শৰ্মা | প্ৰঃ শিঃ, জৱহৰলাল নেহেৰু শিশু বিদ্যালয়, ৰঙিয়া। |
| ৩৯। | ,, প্ৰেম দেৱ নাথ | প্ৰঃ শিঃ, ৫১ নং মোকাইচান্দ এল-পি, কৰিমগঞ্জ |
| ৪০। | ,, মধুসূধন সিং | প্ৰঃ শিঃ, পাগৰকাণি প্ৰেমময়ী মডেল চিনিয়ৰ বেচিক, কৰিমগঞ্জ। |

—x—

# শুভেচ্ছা বাণী

## শ্ৰীদুলাল চন্দ্ৰ চক্ৰৱৰ্ত্তী

## স্বত্বাধিকাৰ : চক্ৰৱৰ্ত্তী নাৰ্চাৰী

প্ৰিয় বৰঠাকুৰ,

আপুনি এদিন কৈছিল ছাত্ৰ-ছাত্ৰী ফুল আৰু শিক্ষক সকল মালী। ময়ো হেনো এজন গছপুলিৰ শিক্ষক, মাকবাপেক আৰু অভিভাৱক। মই হেনো সমাজত নিৰব সেৱা আগবঢ়োৱা এজন শিক্ষক।

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ নিৰ্দ্দেশনাত অহা শিক্ষক দিবসৰ শতবাৰ্ষিক উৎসৱত আপুনি অসমৰ প্ৰবীণ নবীন কিছুমান শিক্ষকৰ জীৱন, অভিজ্ঞতা আৰু আদৰ্শ সংগ্ৰহ কৰি প্ৰচাৰ কৰিব খুজিছে। এইটো সৎকাম। মোৰ মতে এই কাম কৰাৰ একমাত্ৰ যোগ্য-ব্যক্তি আপোনাৰ বাদে দ্বিতীয় এজন আমাৰ অঞ্চলত আছে বুলি মই ভবাও নাই। ইতিমধ্যে শুনি সন্তোষ পাইছো যে অসমৰ শিক্ষামন্ত্ৰী মহোদয় প্ৰমুখ্যে শিক্ষা বিভাগৰ সকলোৱে আপোনাক উৎসাহ উদ্‌গনি আৰু সহায়ৰ হাত আগবঢ়াইছে। গুণীলোকে গুণৰ মোল বুজে। সেইসকল গুণীজ্ঞানীলোক কাৰণেই সুদূৰৰ পৰা গাৱঁৰ মাজত থকা আপোনাৰ ওপৰত সেইসকলৰ দৃষ্টি পৰিছে।

যিসকল ব্যক্তিয়ে নিজৰ ভোগ, বিলাস আৰু আৰ্থিক আকুলতা আতৰ কৰি থৈ শিশুসকলক জ্ঞান চকুদান কৰিবলৈ ব্ৰতী হ'ল সেইসকলৰ মনৰ সুখ-দুখৰ কথা, অভিজ্ঞতাৰ কথা আৰু আনক কৰবলৈ মনতে পাণ্ডি থোৱা কথাবোৰ আপুনি পোহৰলৈ অনাৰ যি প্ৰচেষ্টা হাতত লৈছে ই সঁচাকৈয়ে আপোনাৰ দৰে এজন যথাৰ্থ শিক্ষকৰ কাম। মই জানো অসমত বহুত ভাল শিক্ষক আছে

যি কলম ধৰি ছুৱাযাব কথা লিখি পিচৰসকলক জনোৱাত সাহসৰ অভাব নতুবা কাৰ্পণ্য। শিক্ষকৰ উপৰিও মই টোকোলাই গবেষণাগাৰৰ শ্ৰীযুত মুখাৰ্জী, যোৰহাট কৃষি বিশ্ববিদ্যালয়ৰ অধক্ষ্য ৺মাধৱ দাস. শ্ৰীমনেন্দ্ৰ বৰা, হুৰটিকালচাৰৰ শশংক বৰুৱা, ভি.চি. সত্যৰঞ্জন বৰুৱা, শ্ৰীযুত নেগ্ৰী, শ্ৰীটিংদা, ভি.চি. ধীৰেণ বৰঠাকুৰ; যোৰহাট আঞ্চলিক গবেষণাগাৰৰ বিজ্ঞানী শ্ৰীকে কে. ৰামাৰাম আদি বিজ্ঞানীসকলৰ সান্নিধ্যলৈ আহি জানিছো শিক্ষক--সমাজৰ মহাশয়। অতীতৰ মহাশয় শব্দৰ অৰ্থ অতি মহান।

মই আশা ৰাখিছো আপোনাৰ এই প্ৰচেষ্টাক অসমৰ সমূহ শিক্ষক আৰু অভিভাৱকে আদৰি লব। পৰম পিতা পৰমেশ্বৰৰ ওচৰত মোৰ প্ৰাৰ্থনা আপোনাৰ পৰিশ্ৰম সফল হওঁক। —পুলিবৰ: যোৰহাট।

[২]

শ্ৰীৰমাকান্ত পাল: অংশীদাৰ
নৰ্থ ইষ্টাৰ্ন মাৰ্কেটিং কৰ্‌প'ৰেছন

শ্ৰদ্ধেয় বৰঠাকুৰ,

গভীৰ নিদ্ৰাত যেন কোনোবা দেবদূতে কাণে কাণে কলে, অধিক আহাৰ, নিদ্ৰা, এলেহুৱা ভাবেই হৈছে অলক্ষ্মী আৰু ধ্বংসৰ পথ।

"কৰ্ম বিনং সুখং নাস্তি"—অৰ্থাৎ কৰ্ম কৰিলেহে সুখ হয়। গতিকে কঠোৰ কৰ্ম আৰু পৰিশ্ৰমৰ ফল স্বৰূপে আপুনি প্ৰকাশ কৰিবলৈ লোৱা 'শিক্ষক' পুথি খনৰ প্ৰতি আমাৰ হিয়া ভৰা ওলগ তথা ভবিষ্যত উন্নতি কামনা কৰিলোঁ।

—তৰাজান, যোৰহাট-১

[ ৩ ]

শ্ৰীঅৰুণ পুৰকায়স্থ : স্বত্বাধিকাৰ
শ্ৰীভূমি পাব্লিচিং : কলিকতা

শ্ৰদ্ধেয় বৰঠাকুৰদেৱ,

আপোনাৰ শিক্ষক পুথি প্ৰণয়নৰ উদ্যম সঁচাই প্ৰশংশনীয়। আমাৰ শিক্ষকসকলৰ অভিজ্ঞতা আৰু জীৱনী বাইজে জনা উচিত। বহুত সমস্যা সমাধান কৰাত মানুহে পথ পাব আৰু সজাগ হ'ব। কেৱল বিদেশী ইউৰোপ আমেৰিকা ইত্যাদি দেশৰ পৰা ধাৰ কৰি অনা সমাধানৰ কাৰণে বাট চাই থকা লাজৰ কথা। শিক্ষাৰ বিধি ব্যৱস্থা কি হ'ব—সেইটো দেশৰ শিক্ষকসকলে আঙুলিয়াই দিব। আপোনাৰ প্ৰচেষ্টালৈ আন্তৰিক অভিনন্দন থাকিল।

[ ৪ ]

শ্ৰীপদ্মেশ্বৰ গায়ন : প্ৰধান শিক্ষক

প্ৰাক্তন সম্পাদক, যোৰহাট জিলা মধ্যইংৰাজী শিক্ষক সংস্থা

প্ৰিয় বৰঠাকুৰ,

আপোনাৰ উদ্যোগৰ পৰম আন্তৰিকতাৰে শলাগ লৈছোঁ। কৃতকাৰ্য্যতাৰ বাবে ভগবানক খাটিছো। যোগ্যজনেই উপযুক্ত কামত হাত দিছে। ই যেন অবাধিত হয়।

[ ৫ ]

শ্ৰীসুৰেন্দ্ৰ মোহন শৰ্মা, উপ-সভাপতি
সদৌ অসম মধ্যইংৰাজী শিক্ষক সংস্থা

প্ৰিয় বৰঠাকুৰ,

আৰ্থিক ভাৱে জুকলা শিক্ষক সমাজে দেশৰ আৰু জাতিৰ কল্যাণৰ বাবে ত্যাগ কৰি কি দৰে সেৱা আগবঢ়াইছে সেই খিনি শিক্ষক শিক্ষয়িত্ৰীৰ জীৱনীৰ যোগেদি পাঠক ৰাইজে জানিব পাৰিব। অৱহেলিত শিকক সমাজৰ জীৱনী কে ন প্ৰকাশকে কৰিবলৈ আগবাঢ়ি আহিব? গতিকে আপোনাৰ চিন্তা আৰু কৰ্মক শিক্ষক সমাজে নিশ্চয শলাগিব। আপোনাৰ এই আঁচনি কাৰ্য্যকৰী হ'লে আপুনি ৰাইজৰ ভূয়সী প্ৰশংসা পাব। আপোনাৰ প্ৰচেষ্টাৰ শুভ কামনা কৰি সামৰিলোঁ।

[ ৬ ]

শ্ৰীদীনবন্ধু দাস, অৱসৰ প্ৰাপ্ত শিক্ষক
সাং ঃ মৌটপুৰি

পূজনীয় বৰঠাকুৰ,

......আপোনাৰ প্ৰচেষ্টা সঁচাকৈয়ে ভাল লাগিছে। কাৰণ শিক্ষকতা কামৰপৰা অৱসৰ লোৱা বহুতো শিক্ষকৰ জীৱনৰ আদৰ্শবোৰ তেনেই মৰহি যাব ধৰিছে। শিক্ষকৰ সেৱা আমি পুণ্য কৰ্ম বুলি ভাবো। যি সকলে আৰ্থিক অভাব অনাটনৰ মাজত থাকিও এই সেৱা আগবঢ়াই আহিছে সেইসকলক ৰাইজে শ্ৰদ্ধাৰ চকুৰে চালেও কৰ্তৃপক্ষই সদায় অৱহেলা কৰে। শিক্ষকৰ ভবিষ্যত নিৰাপত্তা আজিও নহল। ভবিষ্যতে কিবা হৈ উঠিব তাক বিশ্বাস কৰা টানহৈ পৰিছে। আপোনাৰ কামৰ বাবে আন্তৰিক অভিনন্দন ব'ল এই প্ৰচেষ্টা অব্যাহত ৰাখে যেন। ভগবানে আপোনাক সহায় কৰিব।

[ ৭ ]

শ্রীপদ্মপানী বৰঠাকুৰ, আহ্বায়ক,
যোৰহাট জিলা কৰ্মচাৰী পৰিষদ সমন্বয় সমিতি

ককাইদেউ,

.........অসমৰ শাসনৰ বাঘজৰী নতুন পুৰুষৰ হাতত পৰাৰ পৰা আন বিভাগৰ কথা বাদ দি শিক্ষা বিভাগত যে কিছু কাম হৈছে তাক সকলোৱে স্বীকাৰ কৰিব। শিক্ষক দিবসত দুৰ্গত শিক্ষকৰ কল্যাণৰ বাবে পুঁজি গঠন কৰা হৈছে—তাৰ পৰা সাহায্য দিয়া হৈছে, কৃতী শিক্ষকক পুৰস্কাৰ দিয়া হৈছে। ই ভালৰ কথা। বাকী থকা কামটো (শিক্ষকৰ জীৱনী প্ৰচাৰ) এইবাৰ আপুনি শিক্ষা বিভাগত যোগদি পূৰ্ণাঙ্গ কৰিলে। আপুনি কম মানুহ নহয়দেই। আটাইতকৈ ভাল লাগিল আপোনাৰ সংগঠনৰ নমুনাত। মুখ্যমন্ত্ৰী মহোদয়ৰ পৰা আৰম্ভ কৰি, শিক্ষাবিভাগৰ বিষয়ববীয়া, বিশ্ববিদ্যালয়ৰ শিক্ষকৰ পৰা প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকলৈকে সকলোকে এডাল ডোলেৰে বান্ধি পেলালে। আপোনাৰ সৎপ্ৰচেষ্টা অবাৰিত হওঁক। এয়ে কামনা।

[ ৮ ]

শ্ৰীসভাৰাম দাস, প্ৰাঃ শিক্ষক
তিতাবৰ

প্ৰিয় বৰঠাকুৰ,

আপোনাৰ প্ৰচেষ্টা প্ৰশংসনীয়েই নহয় আদৰনিয়ও। শিক্ষক সকলৰ জীৱনী প্ৰচাৰৰ কাম যদি সমাজৰ এজনে ললেহেঁতেন তেতিয়া মই আনন্দ পালোহেঁতেন। কিন্তু আত্মপ্ৰচাৰত বাধা নাই। প্ৰকৃততে আপুনি এজন শিক্ষকৰ যথাৰ্থ কাম কৰিছে। ভগবন্তই আপোনাক শক্তি আৰু সাহস প্ৰদান কৰক—যাতে এই শুভকাম সম্পূৰ্ণ হয়।

বৰঠাকুৰদাদাৰ পৰিকল্পনা বাস্তৱত ৰূপায়িত হওঁক।

শ্ৰীব্ৰজেন শৰ্মা : সৰুচৰাই

মৰমৰ বৰঠাকুৰ,

জীৱনত আনৰ কাৰণে কৰা বহুত কামৰ ভিতৰত এইটোৱেই তোমাৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কাম হ'ল। ভগৱানে দীৰ্ঘায়ু কৰক।

শ্ৰীঠানুৰাম কাঠকটীয়া
চলিহা গাওঁ

## ঃ কৃতজ্ঞতা ঃ

"শিক্ষকৰ" জন্মলগ্নত ভাতৃপ্ৰতীম যোৰহাট দগাঁৱৰ শ্ৰীবীৰেণ শৰ্মা আৰু শ্ৰীমঞ্জু শৰ্মা, অসম চৰকাৰৰ শিক্ষা বিভাগৰ বিষয়া আৰু কৰ্মচাৰীবৃন্দ, শিলচৰ প্ৰাথমি শিক্ষা বিষয়া শ্ৰীশুক্ল বৈদ্য, কাছগড়াল এম ই ৰ শিক্ষক শ্ৰীচক্ৰ দলৈ, বন্ধুবৰ শ্ৰীপ্ৰবোধ শৰ্মা শ্ৰীভৰত অধ্যাপক, ভাতৃপ্ৰতীম দুলাল ভাগৱতী, বন্ধুপত্নী শ্ৰীমতী ধনমণি পাঁচনী (ববা) আৰু সহযোগী বন্ধুবৰ্গলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

"যথা শিৱময়ো বিষ্ণুৰেবং বিষ্ণুময় শিবঃ।
যথান্তৰং ন পশ্যামি মে স্বস্তি ৰায়ুৰি॥"

( সমাপ্ত )

"শিক্ষক" ২য় খণ্ড শতবাৰ্ষিকৰ ভিতৰতে প্ৰকাশ কৰাৰ চেষ্টা চলোৱা হৈছে।